# বহ্নিমান লুইতৰ পাৰে পাৰে

[সংশোধিত আৰু পৰিবৰ্দ্ধিত সংস্কৰণ]

ড° ভূপেন হাজৰিকা

সম্পাদক
ৰতিমোহন নাথ

প্ৰকাশক আৰু বিতৰক

| | | |
|---|---|---|
| বাণী মন্দিৰ | এছ. এইচ. শৈক্ষিক ন্যাস | বাণী মন্দিৰ |
| চন্দ্ৰকান্ত হাজৰিকা পথ | চন্দ্ৰকান্ত হাজৰিকা পথ | মহেন্দ্ৰমোহন চৌধুৰী ভৱন |
| নতুন বজাৰ, ডিব্ৰুগড় ১ | তৰুণ নগৰ, গুৱাহাটী - ৫ | জোৱাৰেৎপুৰ, গুৱাহাটী ৩ |

**Bohnimaan Luitor Pare Pare** : A Collection of Articles written by Dr Bhupen Hazarika, Compiled & Edited by Ratimohan Nath and Published by Sri Surjya Hazarika, S H Educational Trust, Tarun Nagar, Guwahati -781005 and Printed at M/s Chandrakanta Press Pvt Ltd & M/s Labanya Printing Press, Chandrakanta Hazarika Path, Tarun Nagar, Guwahati -781005 1st edition 1993, 2nd. revised & enlarged edition 2010 Price Rs 220 00 only

---

**বহ্নিমান লুইতৰ পাৰে পাৰে**

সম্পাদক ঃ **ৰতিমোহন নাথ**

প্ৰকাশক ঃ **সূৰ্য্য হাজৰিকা**

এছ এইছ শৈক্ষিক ন্যাস

চন্দ্ৰকান্ত হাজৰিকা পথ, তৰুণ নগৰ, গুৱাহাটী ৭৮১০০৫

প্ৰথম সংস্কৰণ ঃ ১৯৯৩

দ্বিতীয় সংশোধিত আৰু পৰিবৰ্দ্ধিত সংস্কৰণ ঃ ২০১০

পৰিৱেশনা ঃ

◆ **বাণী মন্দিৰ**

মহেন্দ্ৰমোহন চৌধুৰী ভৱন

হেমাযেৎপুৰ, গুৱাহাটী ৭৮১০০৩

◆ **বাণী মন্দিৰ**

চন্দ্ৰকান্ত হাজৰিকা পথ

নতুন বজাৰ, ডিব্ৰুগড় ৭৮৫০০১

◆ **লাবণ্য প্ৰকাশন**

চন্দ্ৰকান্ত প্ৰেছ ভৱন

চন্দ্ৰকান্ত হাজৰিকা পথ, তৰুণ নগৰ, গুৱাহাটী-৭৮১০০৫

◆ **এছ. এইছ. শৈক্ষিক ন্যাস**

সৰস্বতী প্লাজা যশোবন্ত পথ

(চেন্ট্ৰেল বেংক পাণবজাৰ শাখাৰ কাষত)

পাণবজাৰ, গুৱাহাটী-৭৮১০০১

মূল্য ঃ ২২০ ০০ টকা মাত্ৰ

মুদ্ৰণ ঃ **লাবণ্য প্ৰিণ্টিং প্ৰেছ**

**তৰুণ নগৰ, গুৱাহাটী-৭৮১০০৫**

**আৰু**

**চন্দ্ৰকান্ত প্ৰেছ প্ৰাইভেট লিমিটেড**

**চন্দ্ৰকান্ত হাজৰিকা পথ, তৰুণ নগৰ, গুৱাহাটী-৭৮১০০৫**

# আগকথা

জীৱনৰ পাঁচ বছৰ বয়সৰ পৰাই বিগত প্ৰায় ৮০ বছৰ কাল অসমৰ আকাশে-বতাহে ভূপেন হাজৰিকাৰ নাম কিবা নহয় কিবা কাৰণত উচ্চাৰিত হৈয়েই আছে। ভাৰতবৰ্ষৰ জনসাধাৰণৰ মাজত ভূপেন হাজৰিকাৰ প্ৰধান চিনাকি হ'ল এক অনন্য প্ৰতিভাধাৰী গায়ক কণ্ঠশিল্পীৰূপে। অসমৰ গাতে লাগি থকা ৰাজ্য পশ্চিমবঙ্গ আৰু বঙ্গীয় সংস্কৃতিৰে ধন্য বাংলাদেশৰ জনসাধাৰণৰ মাজত 'ভূপেন হাজৰিকা' এজন অসাধাৰণ প্ৰতিভাধাৰী গীতিকাৰ, সুৰকাৰ, কণ্ঠশিল্পী, সাংস্কৃতিক কৰ্মী, সঙ্গীত পৰিচালক, অসম আৰু বঙ্গভাষীৰ মাজৰ সমন্বয় সাধক, চলচ্চিত্ৰকে আদি কৰি নানান সাংস্কৃতিক বিষয়ৰ লগত জড়িত এজন মহান শিল্পী। কিন্তু আমাৰ অসমৰ বাবে, অসমবাসীৰ বাবে আৰু অসমীয়া জাতিৰ বাবে 'ভূপেন হাজৰিকা কেৱল মাত্ৰ এজন অনন্য প্ৰতিভাধাৰী গায়কেই নহয়, অথবা কেৱল ওপৰত উল্লিখিত বিষয়সমূহৰে যুক্ত প্ৰতিভাধাৰীয়েই নহয়, অসমীয়া জাতিৰ বাবে ভূপেন হাজৰিকা হ'ল -- এজন 'কিংবদন্তি পুৰুষ'.

১৯২৬ চনৰ ৮ ছেপ্টেম্বৰত জন্মগ্ৰহণ কৰা শিশু ভূপেন্দ্ৰ কুমাৰ হাজৰিকাই তেওঁৰ জীৱনৰ পঞ্চম বয়সতেই নিজৰ প্ৰতিভাৰ পাতনি মেলি, সেই সময়তেই অসমৰ জনসাধাৰণৰ মাজত সৰ্বজনমান্য ব্যক্তিৰূপে খিতাপ লভা কীৰ্তিমান পুৰুষ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ আশিসেৰে ধন্য হৈ আৰু জীৱনৰ একাদশ বৰ্ষতেই মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ গুৰুজনাক শ্ৰদ্ধা জনাই জীৱনৰ প্ৰথম গীত এটি লিখি, গীতিকাৰ জীৱনৰ পাতনি মেলি,--- বিগত ৮০ বছৰে যি প্ৰতিভাৰ স্বাক্ষৰ বিকশাই বিশ্বৰ কোণে কোণে প্ৰসাৰিত লভিছিল, সেইজন ভূপেন হাজৰিকা হাতত কলম আৰু কণ্ঠত সুৰ লৈ আগবাঢ়িল বিশ্বজয়ৰ বাবে। তেওঁৰ কলমে পাহাৰ-ভৈয়ামৰ লোকক একেডাল জৰীৰে বান্ধি পেলালে, প্ৰতিজন অসমীয়াৰ তেজৰ উত্তাপৰ বুকু ল'লে, গছ-গছনি, নদী নিজৰাৰ লগত নিজকে বিলীন কৰি দিলে। সেয়াই নহয়, গীতসমূহত সুৰ দি প্ৰাণ দিলে আৰু গদ্যসমূহ যাযাবৰী জনাই কাগজ আৰু আলোচনীত সিঁচি দিলে ড' হাজৰিকাদেৱ অসমীয়া ভাষী বা অসমবাসীৰ মাজত এজন প্ৰখ্যাত সাহিত্যিকো যে,- - সেই কথা তেওঁৰ নিজৰেই গায়কী প্ৰতিভাই উন্মোচিত হ'বলৈ দিয়া নাছিল। পিচে, এজন প্ৰকাশক ৰূপেই হওক অথবা এজন ভূপেন্দ্ৰ প্ৰেমিক হিচাপেই হওক তেখেতৰ অত-তত সিঁচৰতি হৈ থকা লিখনি সন্ধাৰো যে, — অসমীয়া সাহিত্যৰ বাবে আৰু অসমীয়া জাতিৰ বাবে পৰম সম্পদ

ৰূপে পৰিগণিত হ'ব, সেই কথা উপলব্ধি কৰি এসময়ত মই তেখেতৰ লেখাসমূহ সংগ্ৰহ কৰি সম্পাদিত ৰূপত প্ৰথম অৱস্থাত অসমীয়া পঢ়ুৱৈ ৰাইজৰ সুবিধাৰ্থে অসমীয়া ভাষাতে আৰু পৰৱৰ্তী পৰ্য্যায়ত ভাৰতবাসী তথা বিশ্ববাসীৰ বিভিন্ন প্ৰয়োজনীয় বিষয়সমূহৰ বিষয়ে ভূপেন হাজৰিকাদেৱে যি বিষয়সমূহ তেখেতৰ লিখনি সম্ভাৰৰ মাজেৰে ব্যক্ত কৰিছে সেইসমূহ বিভিন্ন ভাষালৈ অনুবাদৰ মাধ্যমেৰে বিশেষকৈ, ইংৰাজী আৰু হিন্দী ভাষাৰে প্ৰকাশ কৰাৰ পৰিকল্পনা কৰি কামত ব্ৰতী হৈছিলোঁ। সেয়া আছিল ১৯৭৫ ৰ পৰা ১৯৮০ চন মানলৈকে কৰা পৰিকল্পনাৰ কথা।

দিন আগুৱাবলৈ ল'লে। বিভিন্ন সময়ত, বিভিন্ন অনুষ্ঠানত তথা ব্যক্তিগত সাক্ষাতত ভূপেন হাজৰিকাদেৱৰ লগত হোৱা আলোচনা, কথা-বতৰা আদিৰ মাজেৰে আৰু তেখেতৰ আন্তৰিক সহযোগিতাৰ ফলশ্ৰুতিত এখন এখনকৈ ভালেকেইখন গ্ৰন্থ সংকলন কৰি সম্পাদিত ৰূপত প্ৰকাশ কৰিবলৈ সক্ষম হৈছিলোঁ। তেখেতৰ লিখনি সম্ভাৰৰ ভিতৰত সম্পাদনা কৰি প্ৰকাশ কৰা মোৰ প্ৰথম গ্ৰন্থখন আছিল 'বহ্নিমান ব্ৰহ্মপুত্ৰ'। সেয়া ১৯৮০ চনৰ কথা। তাৰ পাছত এখনৰ পিছত এখনকৈ আন কেবাখনো গ্ৰন্থ সংকলন আৰু সম্পাদনা কৰি প্ৰকাশ কৰি উলিয়াবলৈ সক্ষম হৈছিলোঁ। পিছে, হিমালয়সদৃশ বিষয় সম্ভাৰেৰে পুষ্ট ভূপেন হাজৰিকাদেৱৰ বিস্তৰ লিখনি সম্ভাৰ অসমৰ বিভিন্ন কাকত, আলোচনীত সিঁচৰতি ৰূপত পৰি থকা অৱস্থাৰ পৰা সংগ্ৰহ, সংকলন আৰু সম্পাদিত ৰূপত প্ৰস্তুত কৰাৰ ক্ষেত্ৰত ভূপেন হাজৰিকাদেৱৰ আন কেইবাজনো গুণমুগ্ধই নিজকে এই কামত জড়িত কৰি কৰ্ম্ম সম্পাদন কৰিবলৈ ব্ৰতী হৈ পৰিল। সেইসকলৰ ভিতৰত নগাঁৱৰ শেখৰজ্যোতি ভূঞা, গুৱাহাটীৰ নিৰোদ চৌধুৰী আৰু সেই সময়ত কলিকতাত বাস কৰা কুল গগৈ ডাঙৰীয়া অন্যতম আছিল। পিছে,— বিশেষকৈ ১৯৯৩ চনত শিৱসাগৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনৰ আগে আগে সেই অধিবেশনৰ বাবে সভাপতিৰূপে নিৰ্বাচিত হোৱা ড° ভূপেন হাজৰিকাদেৱে জীৱনৰ বিভিন্ন সময়ত লিখা লিখনি সম্ভাৰ বিষয় অনুযায়ী ভাগ ভাগ কৰি গ্ৰন্থাকাৰে প্ৰকাশ কৰিব পৰাকৈ,— আমাৰ পৰিকল্পনা বাস্তৱত ৰূপ দিয়াৰ ক্ষেত্ৰত যিজন ব্যক্তিয়ে সবলভাৱে আগবাঢ়ি আহি এই কৰ্ম্মযজ্ঞৰ সফল ৰূপায়ণ কৰাৰ ক্ষেত্ৰত সৰ্বদিশেদি পৰ্য্যাপ্ত বৰঙনিৰে সহযোগিতা আগবঢ়ালেহি, সেইজন ব্যক্তি আছিল বহুতো অধ্যয়নেৰে পুষ্ট শ্ৰীৰতিমোহন নাথ। ১৯৯৩ চনৰ ৮ ফেব্ৰুৱাৰীত একেলগে প্ৰকাশ কৰা যোল্লখন গ্ৰন্থৰ ভিতৰত 'সুন্দৰৰ সৰু-বৰ আলিয়েদি', 'সম্পাদকীয়' আৰু 'সহস্ৰজনে মোক প্ৰশ্ন কৰে'ৰ সঙ্কলন কৰি সম্পাদনা কৰিছিল শেখৰজ্যোতি ভূঞাই, 'সময়ৰ পখী ঘোঁৰাত উঠি' নামৰ গ্ৰন্থখন সম্পাদনা কৰিছিল কুল গগৈদেৱে। ড° ভূপেন হাজৰিকাদেৱে শিশুৰ বাবে ৰচনা কৰা আৰু ভাৰতবৰ্ষৰ মহামান্য ৰাষ্ট্ৰপতিৰ পৰা পুৰস্কাৰ পোৱা 'ভূপেন মামাৰ গীতে মাতে অ, আ, ক, খ' ইতিপূৰ্বে প্ৰকাশিত শিশুগ্ৰন্থখনৰ পুনৰ মুদ্ৰণকে ধৰি ড° ভূপেন হাজৰিকাৰ অনুলিখিত

আত্মজীৱনী 'মই এটি যাযাবৰ', গীত সমগ্ৰ সংকলন, 'গীতাৱলী', 'বহ্নিমান ব্ৰহ্মপুত্ৰ' আৰু এখন ফটোগ্ৰাফ সংকলন, 'সোঁৱৰণী মোৰ বাঙলী জীৱনৰ' সংকলন আৰু সম্পাদনা কৰিছিলোঁ মই নিজেই আৰু 'জ্যোতি ককাইদেউ', 'বিষ্ণু ককাইদেউ', 'ব'হাগ মাথো এটি ঋতু নহয়', 'বহ্নিমান লুইতৰ পাৰে পাৰে', 'কৃষ্টিৰ পথাৰে পথাৰে', 'দিহিঙে দিপাঙে' আৰু 'নন্দন তত্ত্বৰ কৰ্মীসকল' নামৰ গ্ৰন্থ সংকলনকেইটি সম্পাদনা কৰিছিল ৰতিমোহন নাথে।

দিন আগবাঢ়ি গ'ল। ভূপেন হাজৰিকাৰ গ্ৰন্থসমূহে পঢ়ুৱৈ ৰাইজৰ মাজত বেচ সমাদৰ লাভ কৰিলে। ইতিমধ্যে ড° হাজৰিকাদেৱৰ ন ন লিখনি ইখনৰ পিচত সিখনকৈ বাতৰি-কাকত আৰু আলোচনী আদিত প্ৰকাশিত হ'বলৈ ধৰিলে আৰু ইতিমধ্যে আন ভালেসংখ্যক পূৰ্বপ্ৰকাশিত লিখনি সম্ভাৰ অসমৰ বিভিন্ন প্ৰান্তৰত থকা ভূপেন হাজৰিকাদেৱৰ গুণমুগ্ধসকলে আমালৈ পঠিয়াবলৈ ধৰিলে। দুষ্প্ৰাপ্য হৈ পৰা আৰু কালৰ বুকুত হেৰাই যাবলৈ উপক্ৰম হোৱা ড° হাজৰিকাদেৱৰ সেই অমূল্য সৃষ্টিসমূহ একত্ৰিত ৰূপত সংকলন আৰু সম্পাদনা কৰি প্ৰকাশ কৰিব পাৰিলে এই লিখনি সম্ভাৰে যে, অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ ভাণ্ডাৰত এক 'অমূল্য সম্পদ' ৰূপে পৰিগণিত হ'ব আৰু এই লিখনি সম্ভাৰে যে,- ভিন্ন ৰুচিৰ পঢ়ুৱৈবৃন্দক বিভিন্ন ধৰণে উপাদেয় প্ৰদান কৰিব পাৰিব সেই কথা উপলব্ধি কৰি 'ড° ভূপেন হাজৰিকা ৰচনাৱলী' নামকৰণেৰে সম্পাদনা কৰি প্ৰকাশনৰ কাম কৰিবলৈ মন মেলিলোঁ। তথা মতেই কামত অগ্ৰসৰ হ'লোঁ। এই বিষয়ে সৃষ্টিৰ স্ৰষ্টা স্বয়ং ড° ভূপেন হাজৰিকাদেৱৰ লগত আলচ কৰিলোঁ। আমাৰ পৰিকল্পনা আৰু প্ৰস্তাৱ শুনি ড° হাজৰিকাদেৱ বেচ উৎফুল্লিত হয় আৰু পৰম সন্তোষ মনেৰে আমাক সহযোগিতা কৰিলে। কামখিনি নিয়াৰিকৈ আগবঢ়াৰ ক্ষেত্ৰত মই সম্পাদক ৰূপে আৰু ৰতিমোহন নাথদেৱ সহযোগী সম্পাদক ৰূপে দায়িত্ব লৈ উক্ত কৰ্ম সম্পাদন কৰাৰ ক্ষেত্ৰত আগবাঢ়িলোঁ। ক্ৰমে ক্ৰমে কামো আগবাঢ়িল আৰু দিনো আগবাঢ়িল। আমাৰ এই কামত সহযোগিতা আগবঢ়াবলৈ আমাৰ লগতে স্বয়ং ড° ভূপেন হাজৰিকাদেৱেই অসমৰ জনসাধাৰণলৈ বিনম্ৰভাৱে আহ্বান জনালে। সেই আহ্বানৰ প্ৰত্যুত্তৰত অসমৰ জনসাধাৰণে বিপুলভাৱে সঁহাৰি জনালে। জনসাধাৰণৰ সঁহাৰি দেখি আমিও বৰ অনুপ্ৰাণিত হ'লোঁ। বহুতো সুবিধা-অসুবিধাৰ মুখামুখি হৈও 'ড° ভূপেন হাজৰিকা ৰচনাৱলী' নামেৰে তিনিটা বৃহৎ কলেৱৰৰ খণ্ড ২০০৮ চনৰ ৮ ফেব্ৰুৱাৰী তাৰিখে অসম সাহিত্য সভাৰ গুৱাহাটী কাৰ্য্যালয় প্ৰাঙ্গণৰ লক্ষ্মীৰাম বৰুৱা সদনত জ্ঞানপীঠ বঁটা বিজয়িনী স্বনামধন্যা ড° মামণি ৰয়ছম গোস্বামীৰ হতুৱাই উন্মোচন কৰোৱা হ'ল।

বৃহৎ আকাৰত তিনিটা খণ্ডৰে সংকলিত ড° ভূপেন হাজৰিকাদেৱৰ এই ৰচনা সমগ্ৰৰ লিখনি সম্ভাৰৰ বিষয়ভেদেও ভালেসংখ্যক পঢ়ুৱৈ সমাজে নিজ নিজ ৰুচি বা নিজ নিজ প্ৰয়োজন অনুসৰি একো একোটা নিৰ্দিষ্ট বিষয়ৰ ৰচনা সম্ভাৰৰ সংকলন পাইগুটাইকে পোৱাৰ সুবিধা পায়,— প্ৰধানকৈ সেই উদ্দেশ্য আগত ৰাখিয়েই ১৯৯৩ চনত পাইগুটাইকে

প্ৰকাশিত গ্ৰন্থ সম্ভাৰ পুনৰ প্ৰকাশ কৰাৰ উপৰিও ড° ভূপেন হাজৰিকাদেৱৰ নতুনকৈ গোট খোৱা লিখনি সম্ভাৰৰ বিষয়ভেদে শ্ৰেণীবিভাগ কৰি পূৰ্বৰ সংস্কৰণত সন্নিৱিষ্ট হোৱা লিখনি সম্ভাৰো পুনৰ পৰ্য্যালোচনা কৰি প্ৰয়োজনীয় সংশোধন আৰু পৰিবৰ্দ্ধনেৰে প্ৰকাশ কৰাৰ পৰিকল্পনা গ্ৰহণ কৰোঁ। 'ড° ভূপেন হাজৰিকা ৰচনাৱলী'ত সন্নিৱিষ্ট হৈ থকা ৰচনা সম্ভাৰক বিষয়ভিত্তিত পুনৰ বিন্যাসেৰে সম্পাদনা কৰা গাইগুটীয়া খণ্ডৰ এই 'বহ্নিমান লুইত পাৰে পাৰে' সংকলনটি সম্পাদনাৰ কাৰ্যসমূহ পৰিচাৰ্য কৰিছে শ্ৰীৰতিমোহন নাথদেৱে শ্ৰীযুত নাথদেৱৰ শ্ৰমৰ মৰ্য্যাদাক অকুণ্ঠচিত্তে কৃতজ্ঞতা জনাইছোঁ আৰু গ্ৰন্থখনৰ প্ৰকাশন, মুদ্ৰণ আৰু প্ৰাসঙ্গিক অন্যান্য কামত অতি আন্তৰিকতাৰে সহযোগিতা আগবঢ়োৱাৰ বাবে-- এছ. এইছ শৈক্ষিক ন্যাস, চন্দ্ৰকান্ত প্ৰেছ প্ৰাইভেট লিমিটেড, লাৱণ্য প্ৰিন্টিং প্ৰেছ, শ্ৰীধনেশ প্ৰকাশ গোৱেল, কিশোৰ পাঠক, অনুপম বুঢ়াগোহাঁই, বেটুপাত শিল্পী শঙ্কৰ কুমাৰকে প্ৰমুখ্য কৰি গ্ৰন্থখনৰ সংকলন আৰু সম্পাদনাকে আদি কৰি যাৱতীয় কাৰ্য্যত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে সহায় সহযোগিতা আগবঢ়োৱা সকলোলৈকে আমাৰ আন্তৰিক শলাগ জ্ঞাপন কৰিলোঁ।

ড° ভূপেন হাজৰিকাদেৱৰ লিখনি সম্ভাৰ সম্পাদনা আৰু প্ৰকাশ কৰাৰ ক্ষেত্ৰত প্ৰয়োজনীয় দিহা-পৰামৰ্শ আৰু অন্যান্য প্ৰয়োজনীয় ব্যৱস্থাসমূহ সুচাৰুৰূপে সম্পাদন কৰাৰ ক্ষেত্ৰত লেখক ড° ভূপেন হাজৰিকাদেৱ আৰু 'ড° ভূপেন হাজৰিকা সাংস্কৃতিক ন্যাস'ৰ কল্পনা লাজমীকে আদি কৰি ভূপেন হাজৰিকাদেৱৰ সকলো শুভাকাংক্ষীলৈকে আমাৰ আন্তৰিক কৃতজ্ঞতা প্ৰকাশ কৰিলোঁ। ধন্যবাদ,

বিনীত

৩১মে, ২০০৯
চন্দ্ৰকান্ত প্ৰেছ ভৱন, গুৱাহাটী

সূৰ্য্য হাজৰিকা
সম্পাদক, 'ড° ভূপেন হাজৰিকা ৰচনাৱলী'

# বহ্নিমান লুইতৰ পাৰে পাৰে

মহামিলনৰ তীৰ্থস্বৰূপ মহাবাহু ব্ৰহ্মপুত্ৰৰ দুয়োটি পাৰৰ এক গৌৰবোজ্জ্বল ঐতিহ্য আছে - সেয়া হৈছে, সমন্বয়-সম্প্ৰীতিৰ ঐতিহ্য। নানা জাতি, উপজাতিৰ সমন্বয়, সংমিশ্ৰণৰ মাজেদি গঢ় লৈ উঠা বৃহত্তৰ অসমীয়া জাতিৰ জাতীয় জীৱনত 'ভাৰতৰে পূৰ্ব্ব দিশৰ সূৰ্য্য উঠা দেশ' -- এই অসমভূমি প্ৰতিজন অসমীয়াৰ অতি আদৰৰ — অতি গৌৰৱৰ। বুকুৰ আপোন এই অসম ভূমিৰ এনে গৌৰৱময় ঐতিহ্যক যদি কোনোবা অশুভ শক্তিয়ে কেতিয়াবা উপহাস কৰিবলৈ চেষ্টা কৰে, শাসনৰ নামত যদি কোনোবাই শোষণ কৰিব খোজে, কিম্বা কোনোবাই যদি অসমবাসীক ন্যায্য প্ৰাপ্তিৰপৰা বঞ্চিত কৰে, নাইবা ৰাজনৈতিক ন্যস্ত স্বাৰ্থ পূৰণৰ কু-অভিপ্ৰায় লৈ কোনোবাই যদি দলীয় ৰাজনীতিৰ কূট-চক্ৰান্ত আৰু ছল-চাতুৰীৰ জাল তৰি দেশবাসীৰ মাজত ভুল বুজাবুজিৰ সৃষ্টি কৰিবলৈ অপচেষ্টা চলায় -- তেন্তে নিভাঁজ স্বদেশপ্ৰেমিক কোনো অসমীয়াই সেয়া নীৰৱে সহ্য কৰিব নোৱাৰে। নকৰে। জাঙুৰ খাই উঠি তাৰ প্ৰতিবাদ কৰিবই। এনেকি, সংগ্ৰামী গীতি-কবি ভূপেন হাজৰিকাই গীতেৰে কোৱাৰ দৰেই "সংগ্ৰাম আন এটি নাম জীৱনৰে/ইতিহাসে চিএৰে জয় জনতাৰে/ত্ৰাস এৰি দানৱক বধোঁগৈ আহ্" বুলি চিএৰ মাৰি সংগ্ৰাম কৰিবলৈ আবাল-বৃদ্ধ বনিতা একেলগে ৰাজপথলৈ ওলাই আহিবলৈকো কুণ্ঠাবোধ নকৰে। সেয়েহে - এনে সংগ্ৰামৰ উত্তাল তৰঙ্গই ব্ৰহ্মপুত্ৰক মাজে সময়ে বহ্নিমান কৰি তোলে।

ব্ৰহ্মপুত্ৰ এতিয়ালৈকে বহুবাৰ বহ্নিমান হৈ উঠিছে — বিভিন্ন কাৰণত। কেতিয়াবা কোনো সামাজিক কিম্বা সাংস্কৃতিক কাৰণত, কেতিয়াবা উন্নয়নমূলক কোনো কোনো প্ৰাপ্যৰ দাবীত, কেতিয়াবা ৰাজ্য-ভাষা কিম্বা শিক্ষাৰ মাধ্যমৰ প্ৰশ্নত আৰু প্ৰায়েই দিল্লীস্থ কেন্দ্ৰীয় চৰকাৰৰ অৰ্থনৈতিক শোষণ, ৰাজনৈতিক অৱজ্ঞা, অৱহেলা আৰু চক্ৰান্তমূলক প্ৰৱঞ্চনাৰ প্ৰতিবাদত ব্ৰহ্মপুত্ৰ বাৰে বাৰে বহ্নিমান হৈ উঠিবলগীয়া হৈছে। মন কৰিবলগীয়া যে অসমে সংগ্ৰাম নকৰাকৈ কোনো কালেই কোনো ধৰণৰ প্ৰাপ্য আদায় কৰিব পৰা নাই। সেই বাবেই, অসমীয়া জাতিৰ ক্ষেত্ৰত 'সংগ্ৰাম আন এটি নাম জীৱনৰে' বোলা কথাষাৰ নিৰ্ভুলভাৱে প্ৰযোজ্য তদুপৰি, অসমীয়া জাতিৰ

এনে চিৰসংগ্ৰামী চৰিত্ৰৰ বিষয়ে ভূপেন হাজৰিকাই আকৌ কৈছে- 'জোনাকী যুগৰপৰা সংগ্ৰাম কৰিও/চিন নাই ভাগৰি পৰাৰ/আজিৰ অসমীয়াৰ অগনি চৰিছে গাত/দীক্ষাৰে নৱ বাৰতাৰ।'

শিল্পী-সাহিত্যিকসকল সমাজৰ বাহিৰৰ কোনো বেলেগ গ্ৰহৰ বাসিন্দা নহয় -- তেওঁলোক এইখন পৃথিবীৰেই অধিবাসী এইখন মানৱ সমাজৰেই লোক। সেই কাৰণেই, মানুহৰ সুখ দুখ আৰু সমাজৰ সকলো ধৰণৰ সমস্যা আৰু সংঘাতৰ সৈতে তেওঁলোক জড়িত নোহোৱাকৈ থাকিব নোৱাৰে। তেওঁলোকৰ শিল্পকৰ্ম আৰু সাহিত্যতো দেশৰ সমস্যা আৰু সময়ৰ প্ৰভাৱ পৰাটোৱেই স্বাভাৱিক। এনেকি, জাতীয় জীৱনত দেখা দিয়া সঙ্কটৰ সময়ত শিল্পী-সাহিত্যিক আৰু আন আন স্তৰৰ বুদ্ধিজীৱীসকলে সমস্যা সমাধানৰ অৰ্থে দিগ্‌দৰ্শকৰ ভূমিকাও গ্ৰহণ কৰিবলগীয়া হয়।

প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে, 'অগ্নিযুগৰ ফিৰিঙতি ৰূপে' আত্মপ্ৰকাশ কৰা সংগ্ৰামী শিল্পী ভূপেন হাজৰিকাৰ গীত-মাতবোৰতো সেয়ে বৈপ্লবিক চিন্তা-চেতনা অতি স্পষ্ট ৰূপত প্ৰকাশ পাই আহিছে। ভূপেন হাজৰিকা সদায়েই ৰাইজৰ সুখ-দুখৰ সমভাগী হৈ অভাৱ উপৰি অন্যায়-অবিচাৰৰ বিৰুদ্ধে সংগ্ৰামত অৱতীৰ্ণ হোৱা ৰাইজৰ পক্ষত সদায় থিয় দি আহিছে। এই ক্ষেত্ৰতো আকৌ মন কৰিবলগীয়া যে, তেওঁ অকল নিৰাপদ দূৰত্বত থকা এক নীৰৱ সমৰ্থক নহয়, সৰৱ এক প্ৰতিবাদী বজ্ৰকণ্ঠহে। ৰাইজৰ স্বাৰ্থত তেওঁ নিজৰ আপোচবিহীন বৈপ্লবিক চিন্তা-চেতনাক অগ্নিবৰষা গীতৰ জৰিয়তে নিৰ্ভীকভাৱে সদায় প্ৰকাশ কৰি আহিছে — আৰু নাটঘৰে ঘৰে সেইবোৰ গীত তেওঁ বজ্ৰকণ্ঠেৰে গাই গাই ৰজাঘৰ, প্ৰজাঘৰ সকলোকে সতৰ্ক কৰি আহিছে। সেই হেতুকেইতো, সংগ্ৰামী ৰাইজৰ পক্ষত সদায়েই থিয় দি থকা এইগৰাকী বিপ্লৱী শিল্পী মাটিৰ মানুহৰ নিচেই আপোন শিল্পী।

-ভূপেন হাজৰিকা প্ৰকৃতাৰ্থত এগৰাকী মানৱতাবাদী বিপ্লৱী শিল্পী। শৈশৱ কালৰেপৰা তেওঁ গ্ৰহণ কৰি আহিছে পুৰণিকলীয়া ভেদাভেদৰ প্ৰাচীৰ ভাঙি মানুহৰ মাজত এখনি সাম্যৰ সৰগ ৰচনা কৰাৰ সঙ্কল্প। তেওঁৰ নিজৰ ভাষাত - -

"মানুহে মানুহৰ বাবে
যদিহে অকণো নেভাৱে
ভাবিব কোনেনো কোৱা?" মোৰো ৰাজনীতি আছে, এয়ে।'

মানৱ সমাজত প্ৰগতিৰ এক নতুন দিগন্তৰ সূচনা কৰিবলৈ প্ৰয়াস কৰা এইগৰাকী শিল্পীয়ে প্ৰয়োজন হ'লে নৰকঙ্কালৰ অস্ত্ৰ সাজি শোষণকাৰীক বধ কৰিবলৈকো কুণ্ঠাবোধ নকৰাৰ কথা ঘোষণা কৰিছে। উদ্দেশ্য, অকল নতুন অসম, কিম্বা নতুন ভাৰত গঢ়াই নহয়—শোষণমুক্ত মানুহৰ এখনি সুন্দৰ সমাজ গঢ়াৰ সঙ্কল্প।

চিৰতৰুণ মনৰ এইগৰাকী বিপ্লৱী শিল্পীয়ে তেওঁৰ এই সংগ্ৰামী সঙ্কল্পক বাস্তৱায়িত কৰাৰ ক্ষেত্ৰত সদায়েই নতুন পুৰুষৰ ওপৰত গভীৰ আস্থা প্ৰকাশ কৰি আহিছে। তেখেতৰ মতে, 'পুৰণি পুৰুষে হাত সাবটি বহতো হেৰুৱালে' আৰু অসমীয়া

জাতিৰ পুৰণি পুৰুষৰ উদাৰতাক শতৰুৱে দুৰ্ব্বলতা বুলি ভাবি লোৱাৰ বাবেই দেশখনত নিত্য-নতুন সমস্যাৰ সৃষ্টি হ'ব লাগিছে। অসমৰ জাতীয় জীৱনত দেখা দিয়া এনে অবাঞ্ছনীয় সমস্যা আৰু দুখ দুৰ্দ্দশাৰপৰা পৰিত্ৰাণ পাবলৈ হ'লে প্ৰতিজন অসমীয়াই নিজকে চিনি পাব লাগিব আৰু বিভেদ পৰিহৰি নিজ হাতে শ্ৰম কৰি দেশক নগঢ়িলে এই দেশ নিঃশেষ হৈ যাব বুলিও সতৰ্ক কৰি দিছে। নতুনৈকে দেশখন গঢ়াৰ এই দায়িত্ব ল'বৰ বাবে তেওঁ বিশেষভাৱে অনাগত দিনৰ জাগ্ৰত প্ৰহৰীস্বৰূপ নতুন পুৰুষলৈ আহ্বান জনাই কৈছে

"কৈচা জীৱন সোঁতক দ্বিগুণ কৰি
সজাবা সমাজ নিজ হাতেৰে গঢ়ি
এন্ধাৰ গলিত আলোক নৰ্ঝৰ
ঢালিবা তুমি উজ্জ্বল বাৰি" তদুপৰি, যুগে যুগে যুগৰ দাবী

কঢ়িয়াই থকা প্ৰভাত সূৰ্যসম নতুন পুৰুষক আকৌ তেওঁ

"তুমি নৱ সপোন
নৱ অঙ্গীকাৰ
তুমি নৱ সংগ্ৰাম" বুলি অভিহিত কৰি আশাবাদী শিল্পী ভূপেন

হাজৰিকাই কৈছে -

"বিপদৰ প্ৰস্তৰ বিচূৰ্ণ কৰি
সজাবা নতুন পথ হাতেৰে গঢ়ি
বজাবা আশাৰ গগনা
নোপোৱাৰ বেদনা নোহ'বা কৰি" কালৰাত্ৰিৰ বুকুতে নতুন

প্ৰভাত লুকাই থকা বুলি আশাৰ বাণী শুনাই আশাভৰা দৃষ্টিৰ নতুন গীতিকবিতাস্বৰূপ নতুন পুৰুষলৈ আহ্বান জনাই গীতেৰে কৈছে যে, বাৰৰ দেশৰ মুখাপিক্ষা বাৰণবোৰক বধ কৰিবলৈ নতুন পুৰুষসকল ওলাই নাহিলে দেশখনক, জাতিটোক যুগৰ নতুন দিগন্তলৈ কোনে আগুৱাই নিব? নহ'লে প্ৰাপ্যও খিতাতে হেৰাব। এইদৰেই স্বদেশপ্ৰেমিক ভূপেন হাজৰিকাই স্বদেশৰ স্বাৰ্থতেই বহুতো গীত লিখিছে সংগ্ৰামত অৱতীৰ্ণ হোৱা মানুহৰ চেতনাক উদ্বুদ্ধ কৰিবৰ কাৰণেও তেওঁ লিখিছে বহুতো সংগ্ৰামী গীত। তেওঁৰ স্বদেশপ্ৰেমত উগ্ৰ সংকীৰ্ণতাৰ লেশমানো বিচাৰি পোৱা নেযায়। 'মোৰ আইক ভাল পাওঁ বুলি ক'লে, আনৰ আইক জানো ঘিণ কৰাটো বুজাব?' বুলি প্ৰশ্ন কৰি তেওঁ আকৌ কৈছে — 'আপোন মাতৃৰ অশ্ৰু নমচিলে বিশ্বপ্ৰেম হ'ব বৃথা'। কাৰণ, ভাল ভাৰতীয় বা ভাল বিশ্বপ্ৰেমিক হ'বলৈ হ'লে প্ৰথমতে যে ভাল অসমীয়া হ'ব লাগিব, এই আদৰ্শতহে তেওঁ বিশ্বাসী।

ভূপেন হাজৰিকাই তেওঁৰ এই বৈপ্লৱিক চিন্তা-চেতনাবোৰক অকল গীতেৰেই যে প্ৰকাশ কৰিছে, এনে নহয় — দেশখনত বিভিন্ন সময়ত উদ্ভৱ হোৱা বিভিন্ন ধৰণৰ সমস্যা আৰু তাৰ সমাধানৰ দাবীত হোৱা বিভিন্ন ধৰণৰ আন্দোলনৰ সময়ত

গদ্যেৰেও তেখেতে প্ৰকাশ কৰি আহিছে স্বকীয় দৃষ্টিভঙ্গী। প্ৰবন্ধসমূহৰ মাজেদি আলোচনা কৰিছে, সমস্যাসমূহৰ উৎস সম্পৰ্কে — আলোচনা আগ বঢ়াইছে তাৰ নিৰাময়ৰ উপায় সম্পৰ্কেও। অকল অসমৰ ক্ষেত্ৰতেই নহয়, ভাৰতবৰ্ষ কিম্বা সমগ্ৰ বিশ্বত দেখা দিয়া আন্তৰ্জাতিক সমস্যাৰ বিষয়েও তেওঁ প্ৰবন্ধ-পাতি নিলিখাকৈ থকা নাই। অসমী আইৰ সুযোগ্য সন্তান ভূপেন হাজৰিকাই বিভিন্ন সময়ত লেখা আৰু বিভিন্ন ধৰণৰ কাকত-আলোচনীত প্ৰকাশ পোৱা এই শ্ৰেণীৰ প্ৰবন্ধ পাতি আৰু সাক্ষাৎকাৰবোৰ সংগ্ৰহ কৰি আনি এই গ্ৰন্থখনি প্ৰকাশৰ উপযোগীকৈ যুগুত কৰি, নামকৰণ কৰা হৈছে 'বহ্নিমান লুইতৰ পাৰে পাৰে'। এই নামকৰণ কৰিছে ভূপেন হাজৰিকাই নিজে। মৰমৰ লুইতখন বাৰে বাৰে বহ্নিমান হোৱাৰ কাৰণবোৰ ফঁহিয়াই আৰু সেই বহ্নি নিৰ্ব্বাপিত কৰাৰ উপায় সম্পৰ্কে আলোচনা কৰি লিখা তেখেতৰ এই প্ৰবন্ধৰাজিত সময়ৰ প্ৰভাব সুস্পষ্ট হৈ আছে। সেই কাৰণেই, লেখাবোৰৰ ঐতিহাসিক মূল্যৰ প্ৰতি গুৰুত্ব আৰোপ কৰি প্ৰবন্ধসমূহৰ ৰচনাকাল কিম্বা প্ৰকাশকাল অনুসৰিহে ক্ৰম নিৰ্ণয় কৰিবলৈ চেষ্টা কৰা হৈছে। অৱশ্যে, ইয়াত সন্নিবিষ্ট কৰা লেখাবোৰৰ বাহিৰেও আমাৰ অজ্ঞাতে ক'ৰবাত দুই-চাৰিটা প্ৰবন্ধ-পাতি এই সংগ্ৰহৰপৰা বাদ পৰি ৰৈ যোৱাৰ সম্ভাৱনাক অস্বীকাৰ কৰিব নোৱাৰি। তদুপৰি, ধাৰাবাহিকতা ৰক্ষাত অনিচ্ছাকৃতভাৱে কিছু ব্যাঘাত ঘটিব পাৰে। সহৃদয় পঢ়ুৱৈ সমাজে প্ৰয়োজনীয় দিহা পৰামৰ্শেৰে সহায়-সহযোগিতা আগ বঢ়ালে, ভৱিষ্যতে এনে ত্ৰুটিবোৰ নিশ্চয় দূৰ কৰিব পৰা যাব।

## কৃতজ্ঞতা

সঙ্কলনখনি যুগুতাই প্ৰকাশ কৰিবলৈ অনুমতি দিয়াৰ লগতে প্ৰয়োজনীয় দিহা পৰামৰ্শেৰে আমাক অনুপ্ৰাণিত কৰি সংগ্ৰামী শিল্পী ভূপেন হাজৰিকাদেৱে আমাক চিৰদিনৰ বাবে কৃতজ্ঞ কৰি ৰাখিলে। প্ৰকাশৰ দায়িত্ব গ্ৰহণ কৰি কৃতজ্ঞ কৰি ৰাখিলে বাণী মন্দিৰৰ শ্ৰীসূৰ্য্য হাজৰিকাদেৱেও। আৱৰণী চিত্ৰ আঁকি দি কৃতজ্ঞ কৰিলে অৰুণ নাথে আৰু আৰ্হিকাকত চাই দি আমাক কৃতজ্ঞ কৰি ৰাখিলে অভিধান প্ৰণেতা শ্ৰীসুমন্ত চলিহাদেৱেও।

তাৰ বাহিৰেও আমাক কৃতজ্ঞ কৰি ৰাখিলে কিশলয়ৰ যতীন শইকীয়া, পাপুল বৰা আৰু প্ৰতিভা দেৱীয়ে। চন্দ্ৰকান্ত প্ৰেছ প্ৰাঃ লিঃৰ সুৰেন্দ্ৰকুমাৰ দাস, কৃষ্ণ শৰ্ম্মা, হৰেন বৰা, কিশোৰ মেধিকে আদি কৰি আন কৰ্ম্মীবৃন্দৰ সক্ৰিয় সহযোগিতাৰ কথা পাহৰিব নোৱাৰি। ৰাইজে কিতাপখনি ভাল পালে আমাৰ প্ৰয়াস আৰু পৰিশ্ৰম নিশ্চয় সাৰ্থক হ'ব।

**ৰতিমোহন নাথ**
**সম্পাদক**

# বহ্নিমান লুইতৰ পাৰে পাৰে

## (সংশোধিত আৰু সংবৰ্দ্ধিত সংস্কৰণ)

কণ্ঠত সুৰ লৈ ওপজা ড° ভূপেন হাজৰিকাই তেওঁৰ দহ বছৰ বয়সতেই তেজপুৰত লগ পাইছিল ৰূপতীৰ্থৰ অভিযাত্ৰী জ্যোতিপ্ৰসাদ আগৰৱালা আৰু বিপ্লৱী শিল্পী বিষ্ণুপ্ৰসাদ ৰাভাক। সেই দুয়োগৰাকী মহান শিল্পীৰ নিবিড় সান্নিধ্য লাভ কৰাৰ ফলতেই যে ভূপেন হাজৰিকাৰ শিল্পী জীৱনৰ এক নতুন দিগন্ত উন্মোচিত হৈছিল, এইকথা ড° হাজৰিকাদেৱে সদায়েই অকপটে স্বীকাৰ কৰি আহিছে। কিয়নো, অসমৰ সাংস্কৃতিক জগতৰ সেই দুয়োগৰাকী পুৰোধা পুৰুষৰ জীৱন আৰু কৰ্মৰ আদৰ্শই ভূপেন হাজৰিকাৰ কোমল মনত অংকুৰিত কৰিছিল স্বদেশ আৰু স্বজাতি প্ৰেম, মানৱপ্ৰেম আৰু বৈপ্লৱিক চেতনাৰ এক অব্যৰ্থ বীজ। সেই বাবেই ভূপেন হাজৰিকাই তেওঁৰ তেৰ বছৰ বয়সতে ৰচনা কৰিছিল গীতিকাৰ জীৱনৰ দ্বিতীয় গীত 'অগ্নিযুগৰ ফিৰিঙতি মই' শীৰ্ষক গীতটি। অকল সেয়াই নহয়, জ্যোতিপ্ৰসাদ আগৰৱালা আৰু বিষ্ণুপ্ৰসাদ ৰাভাই যি আদৰ্শৰ বীজ ভূপেন হাজৰিকাৰ কোমল মনত অংকুৰিত কৰিছিল, সেই বীজে অধিক পৰিমাণে পৰিপুষ্টি লাভ কৰিছিল বিশ্ববিখ্যাত বিপ্লৱী শিল্পী পল ৰ'বছনৰ সান্নিধ্যত।

ভূপেন হাজৰিকাই যেতিয়া ডক্টৰেট ডিগ্ৰীৰ বাবে গৱেষণা কৰাৰ উদ্দেশ্যে আমেৰিকালৈ গৈছিল, তেতিয়াই তেওঁ লাভ কৰিছিল নিগ্ৰো শিল্পী পল ৰ'বছনৰ সান্নিধ্য। তদুপৰি আমেৰিকাৰ পৰা উভতি অহাৰ পাছত ভাৰতীয় গণনাট্য সংঘৰ সৈতে তেওঁ যেতিয়া জড়িত হৈ পৰিছিল, তেতিয়াৰে পৰাই তেওঁৰ শিল্পী মনত পুঞ্জীভূত হৈ থকা শক্তিশালী সমাজ সচেতনতাই আত্মপ্ৰকাশ কৰিছিল এক বিশেষৰূপত। তাৰেই ফলত তেওঁৰ অন্তৰত সদায়েই বিৰাজ কৰি আহিছে এক প্ৰবল সমাজ সচেতনতা আৰু শোষণমুক্ত মানুহৰ এখনি সুন্দৰ সমাজ গঢ়াৰ এক প্ৰবল বাসনা। সেই বাবেইতো তেওঁ শোষিত নিপীড়িত মানুহৰ মুক্তি সংগ্ৰামক আগবঢ়াই নিয়াৰ উদ্দেশ্যে ৰচনা কৰিছে বহুসংখ্যক অৰ্থবহ গীত।

নিচে, কালজয়ী গীতৰ কৃতবিদ্য গীতিকাৰ ভূপেন হাজৰিকাই মানৱৰ সমাজতো

মানৱৰ গীত গাই দিগন্ত কঁপোৱাৰ উদ্দেশ্যে তেওঁ অকল গীতেই ৰচনা কৰা নাছিল, বিংশ শতাব্দীৰ পঞ্চাশৰ দশকৰ পৰা গদ্যৰ সহায়তো ৰচনা কৰিবলৈ লৈছিল সমাজক ভবাই তুলিব পৰা এক শ্ৰেণীৰ যুক্তিপূৰ্ণ প্ৰবন্ধ। সমাজৰ বিভিন্ন দিশৰ প্ৰতি আলোকপাত কৰি ৰচনা কৰা গীতৰ সৈতে সমান্তৰালভাৱেই দেশ বিদেশৰ সামাজিক আৰু ৰাজনৈতিক বিষয়ক লৈ ৰচনা কৰা প্ৰবন্ধ-পাতিবোৰ প্ৰকাশ পাইছিল বিভিন্ন ধৰণৰ আলোচনী আৰু বাতৰি-কাকতৰ পাতত। একেদৰে প্ৰকাশ পাইছিল তেওঁ নিজেই সম্পাদনা কৰা 'আমাৰ প্ৰতিনিধি', 'গতি', 'বিন্দু' আৰু 'প্ৰতিধ্বনি' নামৰ আলোচনীৰ সম্পাদকীয় স্তম্ভ আৰু সাংস্কৃতিক পৃষ্ঠাত।

চিন্তানায়ক ড° হাজৰিকাদেৱে ৰচনা কৰা প্ৰবন্ধ-পাতিসমূহ বহুদিনলৈকে কাকত আলোচনীৰ পাততেই পৰি আছিল। সেইসমূহ তেওঁ সযতনে সংৰক্ষণ কৰাও নাছিল, কিম্বা সেইসমূহ একত্ৰিত কৰি গ্ৰন্থাকাৰে প্ৰকাশ কৰাৰ বিষয়েও কোনোদিনে চিন্তা-ভাবনা কৰা নাছিল। চিন্তা কৰিছিল তেওঁৰ গুণমুগ্ধসকলেহে আৰু তাৰেই ফল স্বৰূপে সময়ে সময়ে প্ৰকাশ পাইছিল তেওঁৰ গীত আৰু গদ্যৰ কেইখনমান গ্ৰন্থ। ১৯৯৩ চনৰ আগলৈকে এইদৰে প্ৰকাশ পোৱা গ্ৰন্থৰ সংখ্যা আছিল তেনেই তাকৰ। ১৯৯৩ চনতহে অসমৰ আগশাৰীৰ প্ৰকাশন প্ৰতিষ্ঠান 'বাণী মন্দিৰে' একে সময়তে প্ৰকাশ কৰিছিল যোল্লখনকৈ সংকলিত আৰু সম্পাদিত গ্ৰন্থ। সেই গ্ৰন্থসমূহৰ অন্যতম আছিল বহ্নিমান লুইতৰ পাৰে পাৰে'।

সেয়া যিয়েই নহওক -- সম্প্ৰতি পুনৰ 'বহ্নিমান লুইতৰ পাৰে পাৰে' নামেৰে এই গ্ৰন্থখনি প্ৰকাশৰ উপযোগীকৈ যুগুত কৰা সম্পৰ্কত এটা কথা কৈ থোৱাটো নিশ্চয় সমীচীন হ'ব যে এই গ্ৰন্থত অকল অসম আৰু উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক সমস্যা আৰু সমাধান সম্পৰ্কত ড° হাজৰিকাদেৱে ৰচনা কৰা অতি মূল্যবান প্ৰবন্ধখিনিহে সন্নিবিষ্ট কৰা হৈছে। অন্যহাতে— ভাৰতবৰ্ষ আৰু বিদেশৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক সমস্যা আৰু সমাধান সম্পৰ্কত ৰচনা কৰা অতি গুৰুত্বপূৰ্ণ প্ৰবন্ধ-পাতিখিনিৰে যুগুত কৰা হৈছে 'দেশ -বিদেশৰ সাময়িক প্ৰসঙ্গ' নামৰ আন এখনি গ্ৰন্থ।

সম্প্ৰতি প্ৰকাশ কৰা 'বহ্নিমান লুইতৰ পাৰে পাৰে' নামৰ এই সংশোধিত আৰু সংবৰ্দ্ধিত সংস্কৰণটিৰ বাবে ন-পুৰণি সমলসমূহ সংগ্ৰহৰ ক্ষেত্ৰত যিসকলে সহায়-সহযোগ কৰিছে, সেইসকলৰ প্ৰতি আমাৰ হিয়াভৰা কৃতজ্ঞতা থাকিল। এই ক্ষেত্ৰত পদ্মশ্ৰী সূৰ্য্য হাজৰিকাদেৱৰ পৰা পোৱা সহায়-সহযোগিতা আৰু উৎসাহ-উদ্দীপনাৰ কথা কোনোদিনেই পাহৰিব নোৱাৰি। তাৰোপৰি অতি সুন্দৰ মনৰ ড° ইভা হাজৰিকা আৰু শ্ৰীমতী প্ৰতিভা দেৱীৰ প্ৰেৰণা আৰু সক্ৰিয় সহযোগিতাৰ কথাও সদায় মনত থাকিব।

এইক্ষেত্ৰত বিশেষভাৱে উল্লেখযোগ্য যে বিশ্ববিশ্ৰুত শিল্পী ড° ভূপেন হাজৰিকা আৰু ভূপেন হাজৰিকা সাংস্কৃতিক ন্যাসৰ কল্পনা লাজমীয়ে এই গ্ৰন্থসমূহ সম্পাদনা কৰাৰ ক্ষেত্ৰত স্বাধীনতা দিয়াৰ লগতে প্ৰকাশৰ বাবে অনুমতি প্ৰদান কৰি আমাক চিৰদিনৰ বাবে কৃতজ্ঞ কৰি ৰাখিলে।

অনহাতে এছ. এইছ. এডুকেশ্বনেল ট্ৰাষ্টে গ্ৰন্থখনি প্ৰকাশৰ গুৰু দায়িত্ব বহন নকৰা হ'লে, গ্ৰন্থখনি হয়তো ৰাইজৰ হাতত তুলি দিয়াটো সম্ভৱ নহ'ল হেঁতেন। সেয়ে, ট্ৰাষ্ট প্ৰতিও আমাৰ কৃতজ্ঞতা থাকিল। লগতে লাৱণ্য প্ৰিন্টিং প্ৰেছ আৰু চন্দ্ৰকান্ত প্ৰেছ প্ৰাঃ লিঃৰ মুখ্য পৰিচালক শ্ৰী ডি. পি গোৱেল, কিশোৰ পাঠক, অক্ষৰ বিন্যাসক শ্ৰীঅনুপম বুঢ়াগোহাঁই, বেটুপাতৰ অলংকৰণকাৰী শ্ৰীশংকৰ কুমাৰকে আদি কৰি সকলোৰে প্ৰতিও আমাৰ শলাগ থাকিল।

আগ্ৰহী পঢ়ুৱৈ সকলৰ বাবে সহজলভ্য ৰূপত প্ৰকাশ কৰা এই গ্ৰন্থৰ কথাখিনিয়ে যদি পঢ়ুৱৈ সমাজক সামান্যতমো আমোদ দিয়ে কিম্বা উপকাৰ কৰে, তেন্তে ড° ভূপেন হাজৰিকাদেৱৰ উদ্দেশ্য নিশ্চয় সফল হ'ব। লগতে আমাৰো শ্ৰম আৰু উদ্দেশ্য সাৰ্থক হৈ উঠিব। সদৌ শেষত, অনিচ্ছাকৃত ত্ৰুটী বিচ্যুতিৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰাৰ লগতে সুহৃদয় পঢ়ুৱৈ সমাজে আমাৰ ভুল বিচ্যুতিবোৰৰ আঙুলিয়াই দি আমাক উপকৃত কৰিবৰ বাবেও বিনম্ৰ অনুৰোধ থাকিল

ইতি

**ৰতিমোহন নাথ**

**সম্পাদক**

# সূচীপত্ৰ

বিষয় পৃষ্ঠা

বিষয় | পৃষ্ঠা

| বিষয় | পৃষ্ঠা |
|---|---|

# ব'হাগ ঃ অসমৰ শিল্পী ঃ শাসকগোষ্ঠী

'ৰাতি বাৰ বজাত, যামে তোৰে তালৈ, বাটৰে নঙলা খুলি, কুকুৰে ভুকিলে, লাহেকৈ মাতিবি, ক'ত কি দেখিছ বুলি।' আজিও ব'হাগত 'আমাৰে পথাৰত পাইপ লাইন জিলিকে, লুইতত সাজিছে সাঁকো, তোমাৰে আঙুলিত চৌ ফুটি যাব, নেলাগে চলাব মাকো' বুলি চিঞৰিবৰ হয়তো মন যায়; চিঞৰেও মাইক্ৰ'ফোনেৰে। পিচে, ৰাতি বাৰ বজাত বাটৰ নঙলা নোখোলে, দিনৰ বাৰ বজাতে ৰাজহুৱা বিষ্ণু পেণ্ডেলত শ্ল' চাইকেল ৰে'চত জয়লাভ কৰি নিৰ্ভীকভাবে ইঞ্জনে সিঞ্জনক অৰেঞ্জ স্কোৱাছ যাচি মেটিনী চাবলৈ যায়। কোনে কাৰ্য্যৰৰ? মানুহেই লাই নেপায় – কুকুৰ কোন কুটা? — সমাজৰ গতি আছে। শতকৰা এশভাগ বিশুৱা ৰসিকতা যেন লাগিছে নেকি এই কথাখিনি? পণ্ডিত নেহৰুৱে কিছু দিন আগতে সৰ্বো ভাৰত বাতৰি-কাকতৰ সম্পাদক সম্মিলনীত বৰ্তমানৰ প্ৰায়বোৰ বাতৰি কাকতৰ সম্পাদকীয়ৰ নপুংসকতা আৰু ব্যক্তিত্ববিহীনতাৰ মাৰ্জ্জিত ব্যঙ্গ কৰিয়েই বোধ কৰো কৈছিল, "আজিকালিৰ কাকত পঢ়োঁ, পিচে, সম্পাদকসকলৰ নাম নেজানো।" ব্ৰিটিজ্ কাকতৰ সম্পাদক কাৰাঞ্জীয়া চাহাবে কথাটো মানি লৈ উত্তৰ দিছিল, "জানিব কেনেকৈ, পণ্ডিতজী, আজিকালি প্ৰায়বোৰ কাকতত 'গভৰ্নমেণ্টৰিয়েল' বা 'প্ৰ'পাইটৰিয়েল'হে লিখা হয়, এডিটৰিয়েল' লিখাৰ সাহ ক'ত – এডিটৰৰ?" কথাটো বহু অংশে সঁচা বেছিভাগ সম্পাদকৰ কলমৰ লেকাম থাকে চৰকাৰৰ বিজ্ঞাপন বিভাগৰ হাতত, কিম্বা কাকতৰ মালিকৰ ব্যক্তিগত ভালপোৱা বেয়াপোৱাত। মালিক গোষ্ঠীৰ ডিঙিৰ লেকাম থাকে শাসকগোষ্ঠীৰ হাতত। এই অপ্ৰিয় সত্যই হয়তো আমাৰ অসমৰ গুণী সম্পাদক, মালিক কেবাজনৰো মনত আঘাত দিব। তেখেতসকলৰ মৌন অসহায়তাক শ্ৰদ্ধাপূৰ্ণ পূজো নকৰি উপায় নাই। 'গতি'ক শিল্পীসকলৰ বাবে বাস্তৱবাদী আৰু কাৰ্য্যকৰী সম্পাদকীয় থকা অসমৰ একমাত্ৰ 'নিৰ্ভীক আৰ্ট জাৰ্নেল' বুলি বাহিৰৰ বহুতে কৰা মৰমৰ মন্তব্যৰ (এই আত্মবিশ্বাসটো বাহিৰে দিয়া; প্ৰমাণ--- আমাৰ মেজত থকা অসংখ্য চিঠি) যুক্তি আছে, নে নাই নেজানো। পিচে, এই আলোচনীক 'সমাজমুখী সাংস্কৃতিক আলোচনী' কৰি তোলাই আমাৰ উদ্দেশ্য। আৰু সেয়েহে, 'গতি'য়ে অসমৰ

সংস্কৃতিৰ গতি বিশ্লেষণ আৰু অসমৰ সংস্কৃতিৰ সৃষ্টি আৰু উন্নতি যাৰ ওপৰত নিৰ্ভৰ কৰে, সেই অগণন শিল্পী-সাহিত্যিক আৰু আন সাংস্কৃতিক কৰ্মীৰ সুখ, দুখ, হাঁহি-কান্দোন, সমস্যাদি প্ৰকাশ কৰি আহিছে। কৰি থাকিবও। তাকো নিৰ্ভীকভাৱে। তাত শাসকগোষ্ঠীয়ে বিজ্ঞাপন দিয়ে-নিদিয়ে, তাৰ বাবে 'গতি'ৰ ভ্ৰূক্ষেপ নাই। ৰাইজে মৰম কৰিলে, শিল্পীয়ে মৰম কৰিলে, সাহিত্যিকে মৰম কৰিলে 'গতি'ক মাৰে কোনে? 'গতি' বাচি থকা মানে শিল্পীৰ কলিজাৰ প্ৰকাশ বাচি থকা।

## অসমীয়া শিল্পী আৰু শাসকগোষ্ঠীৰ চক্ৰান্ত

সাধাৰণ অসমীয়া ৰাইজে ভাবে, অসমৰ সাংস্কৃতিক কৰ্মীসকল সমাজৰ এটি অতি আৱশ্যকীয় অঙ্গ। শাসক-গোষ্ঠীয়ে ভাবে, একে কথা। অথচ, অন্য ধৰণে। সেই গোষ্ঠীয়ে ভাবে, শিল্পীসকল পুতলা-নাচৰ পুতলা বুলি। চৰকাৰে হঠাতে উপায় নেপাই যেতিয়া গাঁৱৰ সঁচা শিল্পীক বুটলি নি (যদি ৰাজধানীৰ কলা-জগতৰ ৰাজ পাৰিষদবৰ্গই মান বচাব নোৱাৰে) দিল্লীৰ বা কটকৰ বাটত কোনোবা দিৱসত নচুৱায়, তেতিযা হয়তো চিগাৰেট খাই নতুনকৈ যোধপুৰী কোট পিন্ধিবলৈ শিকা শাসকগোষ্ঠীৰ তথাকথিত প্ৰতিনিধিকেইজনে আন প্ৰদেশৰ স্বগোত্ৰীয় প্ৰতিনিধিক কয়, "দেখিছেনে, এয়ে আমাৰ অসমৰ কালচাৰ, আমি এই মহান অসমৰে।" আনহাতে, গাঁৱৰ সঁচা শিল্পীসকলে আন প্ৰদেশৰ শিল্পীক, "দেখিছাঁনে, এয়ে আমাৰ শাসকগোষ্ঠীৰ প্ৰতিনিধি, তেওঁলোকৰ অসমৰে আমি" বুলি নিশ্চয় গৌৰৱ অনুভৱ নকৰে। পঞ্চবাৰ্ষিক পৰিকল্পনাৰ প্ৰচাৰ, সমবায়ৰ প্ৰচাৰাদি কৰিবলৈ হ'লে মিঠাকৈ ক'ব, "আহক শিল্পীসকল, আমি লিখা থিয়েটাৰ কৰকহি, গীত ৰচকহি, এয়া দেশৰ কাম।" টুৰিষ্ট ট্ৰেফিকৰ বিষয়ে সভা হ'ব, "হেৰা, অমুক ওজা, ঢোল বজোৱাঁহি।" সেইখন সভাতে 'কালচাৰ'ৰ বিষয়ে ভাষণ দিবলৈ কোনোবা সাহিত্যিকক মন্ত্ৰীয়ে ক'ব, "আপোনাৰ ভাষা বৰ ভাল, দিয়কচোন অসমৰ সংস্কৃতিৰ কথা লিখি।" সভাত মানুহ গোটাবলৈ হ'লেই 'সাংস্কৃতিক সভা' এখন মূল সভাত সাঙুৰি, দেখাত নিস্বাৰ্থ, কিন্তু আওপকীয়াভাৱে ভোট বিচাৰি তাতে কণ্ঠ কঁপাই ভাষণ দিবহি। মনে মনে শাসক-গোষ্ঠীয়ে সংস্কৃতিৰ শক্তি মানি লৈছে। নল'ব কেনেই? প্লেটো, এৰিষ্টটল, প্লুট'নিয়াছে মানি লৈছে, আমাৰ এওঁলোক কি! মানি লৈছে, কিন্তু স্বাৰ্থপৰভাৱে, merely as a means to their end — তেওঁলোকৰ উদ্দেশ্য সিদ্ধিৰ বাহক হিচাপেহে। উদ্দেশ্য সিদ্ধি হ'লে, সেই শিল্পীৰ কেন্চাৰ হ'ল, নে যক্ষ্মা হ'ল, নে ভোকত মৰিল, তাৰ প্ৰতি কাণসাৰ নাই। ৰক্ষণশীল আদৰ্শক বচাবৰ বাবে, ৰাইজৰ মৰম পোৱা অৰাজনৈতিক সৃজনী প্ৰতিভাকো এই গোষ্ঠীয়ে পোনপটীয়া ৰাজনীতিৰ বাহক বুলি মিছা দোষাৰোপ কৰি ধ্বংস কৰিব

খোজে। জেৰোমৰ ভাষাত : "The bulk of the nation's cultural forces, potential creators of great novels, poems, dramas, music, art, which could enrich the life of the people are sacrificed on the altar of the monopolist brute-cult." সম্ভাৱনাপূৰ্ণ সৃজনী প্ৰতিভাৰ ডিঙি এই দৈত্য দানৱবোৰৰ বলিশালত ৰখা হয়।

এই ব'হাগতে চাওক। পৃথিৱীৰ সকলো দেশৰ লোকেই বসন্তক, নতুনক আদৰে। কিন্তু অসমীয়া জাতিৰ দৰে ব'হাগত নতুনতাৰ বাবে ইমান বলিয়া হোৱা জাতি বিৰল। অসমীয়াৰ এই স্বতঃস্ফূৰ্ত নতুনতা-প্ৰেমক আজিকালি বিকেন্দ্ৰীকৰণ নকৰি কেন্দ্ৰীকৰণ কৰা হৈছে পেণ্ডেলত। নিৰ্ম্মল হৈ থাকিলে, এই কেন্দ্ৰীকৰণ অতি ভাল। বিৰাট সামূহিক প্ৰকাশ হৈছে, একতা বাঢ়িছে। কিন্তু আনফালে হৈছে কি? শাসকগোষ্ঠীয়ে মিঠা মিঠা কথাৰে আৰবি তিতা তিতা ভুবাৰে অহা নিৰ্ব্বাচনত ক্ষমতাৰ বাবে, ভালৰি বোলাবলৈ এই বিহু পেণ্ডেল কিছুমানত ৰৰমতা হৈ সংস্কৃতিৰো লেকাম টনাৰ সপোন দেখিছে। ৰাইজে লাহে লাহে বুজি আহিছে এই চক্ৰান্ত। বিহু উৎসৱ ৰাইজৰ। ৰাইজৰ পবিত্ৰ কামত শাসক গোষ্ঠীয়ে কলুষতা সনাৰ চেষ্টাক দৃপতাঁয়াতে বাধা দিয়ক।

## অসমৰ শিল্পী আৰু অহা নিৰ্ব্বাচন

যুগে যুগে শাসকগোষ্ঠীৰ ৰক্ষণশীলতাৰ সৈতে সংঘাতৰ ফলত গণতান্ত্ৰিক সমাজ বিচৰা, ৰাইজক সেৱা কৰা, সাংস্কৃতিক কৰ্মীৰ সৃজনী প্ৰতিভা বাঢ়ি গৈ থাকে। ৰাইজে বঢ়ায়। শাসকগোষ্ঠীয়ে যিমানেই নিজকে বুধিয়ক বুলি ভেৱাৰক, ৰাইজ সজাগ হৈ আহিছে। যথেষ্ট উদাহৰণো আছে। অসমৰ জাতীয় নাট্যশালা এটি পাতি দিব লাগে বুলি, নাট প্ৰযোজনাৰ হেঙাৰ গুচাবলৈ আমোদ কৰৰ বেমেজালি উঠাই দিব লাগে বুলি, ১৯৫৮ চনতে চিত্ৰ প্ৰযোজকৰ সম্মিলনীত গৃহীত প্ৰস্তাৱ মতে বহিৰ্দৃশ্য গ্ৰহণৰ বাবে বোলছবিৰ যন্ত্ৰকেইটা কিনো বুলি (মুখ্য মন্ত্ৰী চলিহাদেৱে প্ৰতিজ্ঞা কৰাৰ পাচতো) ইমানদিনে নিকিনি নিলাজ ফাঁকি দিয়া হ'ল কেলেই বুলি, অসমীয়া ন-পুৰণি সংস্কৃতিৰ বৈজ্ঞানিক সংৰক্ষণ, প্ৰসাৰ আৰু প্ৰচাৰৰ বাবে ৰাইজে হিয়া ভুকুৱাই চিএৰি বিচাৰি থকা ষ্টুডিঅ'টিৰ নিৰ্ম্মাণ কাৰ্য্য (আমি শুনিছোঁ, স্পীকাৰ মহেন্দ্ৰ মোহন চৌধুৰীদেৱ ষ্টুডিঅ'ৰ বিশেষজ্ঞ হ'ব!) আৰম্ভ কৰা হোৱা নাই কেলেই বুলি, শাসকগোষ্ঠীৰ বা আন কোন দলৰ কেইজন প্ৰতিনিধিয়ে এচেম্বলী বা পাৰ্লিয়ামেণ্টত টানকৈ দু-আষাৰ প্ৰশ্ন সুধিছে? যদি সোধেও, ভেন্তে লোকক দেখুওৱা সেমেকা-সেৰেঙা প্ৰশ্ন। টানকৈ প্ৰশ্ন নকৰে— আৰ্ট বুজি নেপায় বাবে আৰু ক'ৰবাত

পাৰ্টিৰ Boss-এ বেয়া পায় কিজানি! নকৰে এই বাবেই যে এই কামবোৰ সঁচাকৈয়ে হ'লে যে শিল্পীৰ আৰ্থিক অলপ উন্নতি হ'ব, এইবোৰ যে শিল্পী বাচি থকাৰ মাধ্যম। শাসকগোষ্ঠীৰ মতে- - শিল্পীসকলক ভালকৈ নুখুৱাই, কামত খটুৱাই থাকিব, মৰোঁ মৰোঁকৈ বাচি থাকিলেহে যেতিয়াই তেতিয়াই কৰ বুলি কামত লগাব পাৰিব। দাৰিদ্ৰ্যৰ হেঁচাৰে শিল্পীক শাসন কৰি থাকিব পাৰিব!! গতিকে, অহা নিৰ্ব্বাচনলৈকে ষ্টুডিঅ' আদি দিম দিম বুলি ফাঁকি দি থাকিলেই হ'ব!! আমাৰ অসমৰ 'গণ্যমান্য' কাকতকেইখনেও এই বিষয়ে টানকৈ লিখে কেনেকৈ? তেওঁলোকৰ বাবে সংস্কৃতি এটা ছেকেণ্ডাৰী বস্তু; আচল বস্তু হ'ল টিনপাট!

সেয়েহে, এইবাৰ ১৯৬২ চনৰ অহা নিৰ্ব্বাচনত অসমৰ শিল্পী আৰু সাংস্কৃতিক কৰ্ম্মীসকলক 'গতি'য়ে শ্ৰদ্ধাৰে আৰু মৰমেৰে সতৰ্ক কৰিছে, যেন তেওঁলোকক ঠগি অহা শাসকগোষ্ঠীয়ে ভোটৰ মিটিং কৰি, মানুহ গোটাবলৈ ভুচুং-পছ কৰি, লেকাম লগাই নচুৱাব, গোৱাব, ভাওনা কৰাব নোৱাৰে। অসমৰ জাতি-ধৰ্ম্ম নিৰ্ব্বিশেষে পৰ্ব্বত-ভৈয়ামৰ শিল্পীসকলে একতাবদ্ধ হৈ, থিয় দি দৃঢ়-মুষ্টি দেখুৱাই, শাসক-গোষ্ঠীয়ে ভোট বিচাৰি আহিলে যেন মুক্তকণ্ঠে ঘোষণা কৰে — 'শিল্পীৰ বিবেক আৰু কিমান দিন কিনিবা-বেচিবা? আমি তোমালোকক চিনিলোঁ। আমি বতাহ খাই বাচি থাকিব নোৱাৰোঁ।'

তেওঁলোকৰ কোনো কোনোৱে ভালকৈ মাতৃভাষা অসমীয়া ক'বও নেজানে, লিখিবও নেজানে। তেওঁলোকক ইংৰাজী ভাষাৰে ক'ব, "You cannot always make us your weapon to maintain yourself in power, Sir." গণতান্ত্ৰিক ৰাইজসেৱী সংস্কৃতিয়ে যে জোৱাৰৰ দৰে প্ৰতিআঘাত কৰি সেই গোষ্ঠীৰ মিছাক ওফৰাব পাৰে, সেইটো অসমৰ শিল্পীসমূহে প্ৰমাণ কৰিব পাৰিব। শেষত, ব'হাগৰ নতুন দিনত আপোনাসবলৈ হাতযোৰ কৰিছোঁ।

*(গতি : বসন্ত সংখ্যা : ১৯৬১ চন)*



# সেই মৃত্যু অপাৰেজয়

১৯৬২ চনৰ ডিচেম্বৰ মাহ। ইমান কোবেৰে, নোখোৱা নোবোৱাকৈ এই নিশা এইখন ক'লৈ আহিলোঁ? কোনোবা ভূতৰ দেশৰ ফেৰফেৰীয়া বতাহ দেখোন যখিনী হৈছে। নিষ্ঠুৰ বাঢ়নীৰ আগত তাই বৰফৰ পানী সানি আনিছে। সেই বাঢ়নীৰে আমাৰ জীপখনৰ ভিতৰত থকা চাৰিজন প্ৰাণীৰ কাৰ্মাহাড়বোৰ খুচি খুচি, চুই গৈ আমাক কঁপাই কঁপাই 'ডেডিষ্ট'ৰ দৰে খিলখিলাই হাঁহি, মৃত্যুৰ দৰে কেঁচা এন্ধাৰৰ চুলিবোৰ মেলি দেওধনি নাচি, চাৰিওফালে বিভীষিকা দলিয়াই যেন কিৰিলি পাৰি আমাৰ কাণে চিঞৰিছে: যুদ্ধক্ষেত্ৰত কাৰ বিচাৰি আহিছ? লাজ নেলাগে?

## আক্ষেপে যেতিয়া কলিজা বিন্ধে

পাগলী যখিনীজনীৰ কথা সঁচা। কেতিয়াবা আক্ষেপ হয়। সেই আক্ষেপে অন্তৰখনক কাঁড়বিদ্ধ চৰাই কৰি তোলে। অন্তৰখন তেতিয়া বিষাদ প্ৰকাশৰ ভাষা বিচাৰি ফুৰাটো তেতিয়া প্ৰহসন যেন লাগে, সেই বিষয়টোৰ উপস্থিতিটোক সঁচা বুলি মানি লৈ, গভীৰভাৱে উপলব্ধি কৰি ক্ষণিকৰ বাবে শিল হৈ যাবৰ মন যায়। হৈছিলোঁও। শিল হৈ অলপ ভাবিছিলোঁ। এইমাত্ৰ কেইমাহমান আগতে তেজপুৰলৈ গীত গাবলৈ আহোঁতে আমাৰ বিশাল দেশ ভাৰতৰ বিভিন্ন ৰাজ্যৰপৰা অহা উজ্জ্বল মুখৰ ডেকা সামৰিক বিষয়া কতই নিমন্ত্ৰণ কৰি কৈছিল "হাজৰিকা, আহকচোন এবাৰ বমডিলালৈ। আমি আপোনাৰ গীত শুনিম।" তেতিয়া মোৰ 'সময়' নহ'ল। তেতিয়া মই 'ব্যস্ত' হ'লোঁ!! এতিয়া বিনা নিমন্ত্ৰণে হাবাথুৰি খাই আহিছোঁ, এতিয়া কাক গীত শুনামগৈ? সেই গীত শুনিব খোজা জোৱানসকল এতিয়া ক'ত? লগ পামগৈনে? এই আক্ষেপে মোক খুলি খুলি খাইছে। অলপ থমকি ৰ'লোঁ। কিবা শুনাৰ শব্দ। ঘৰ ভাঙিছে। চেণ্ট্ৰেল কমিটী অব ডিফেন্স আৰু ইষ্টাৰ্ন ইণ্ডিয়ান মোচন পিকচাৰ্ছ এছ'চিয়েশ্যনৰ হৈ অসম আৰু নেফা অঞ্চলৰ ৰাইজৰ মনোবলৰ বিষয়ে কৰিবলৈ অহা ডকুমেণ্টেৰীৰ ফিল্ম ইউনিটৰ অন্যতম সদস্য কলিকতাৰ আশুতোষ নাগ আৰু তেজপুৰৰপৰা জীপ চলাই আমাক সহায় কৰা পৰিবেশক গামা প্ৰসাদ

আগৰবালাই চীনা দুৰ্বৃত্তই ভাঙি থৈ যোৱা ঘৰ এটিৰ কিছু অংশত জুই একুৰা জ্বলাই হাত সেকিছে। মই আৰু কেমেৰামেন বিজয় দেই ভাবিছোঁ, এবাৰ ওচৰ চাপিলে পুনৰ জাৰৰ সন্মুখীন হোৱা টান। পৰি ৰ'লোঁ জীপখনত। মৌনতাই পৰিৱেশ গ্ৰাস কৰিছে। কালি চৌবিশ ডিচেম্বৰত আছিলোঁ ছুৱেটাৰ পিন্ধিব নলগা কলিকতাত। আজি এক ডজন ছুৱেটাৰেও কাম নিদিয়া কামেং সীমান্তৰ চাকোত। ঘড়ীটো কোনোমতে উলিয়াই চালোঁ— নিশা আঢ়ৈ বাজিছে — মাথোঁ চাৰি ঘণ্টা আগতে তেজপুৰৰ চাৰ্কিট হাউছত ৰাজ্যপাল, মুখ্য মন্ত্ৰী, নগৰাধ্যক্ষ, নেফা প্ৰশাসনৰ বৰমূৰীয়া, সামৰিক বিভাগৰ উচ্চ কৰ্ম্মচাৰী- সকলে কোৱা মনত পৰিছে—"৫-৩০ বজাতে প্ৰেছ কনভয় এটি গ'ল। আপোনালোকৰ অহাত পলম হ'ল। এতিয়া নিশা চাৰে ন বাজিছে। বাট বেয়া । সামৰিক নিয়ম-কানুন বহুতো। কনভয়ক লগ ধৰিব পাৰিব জানো?" ইত্যাদি—। বিজুলী বেগে ৰঙাপাৰা ফুটহিল্‌ছ আদি পাৰ হৈ আমি প্ৰেছ কনভয়ক অকল লগ ধৰাই নহয় — চেৰ পেলালোঁ। এতিয়া অলপ থমকি ৰৈছোঁ। দুঘণ্টামান কটাওঁ। জীপ আমাৰ আকৌ চলিল — সু-উচ্চ পাহাৰৰ পিনে — হিমচেঁচাবতাহ আৰু এন্ধাৰ ফালি ফালি গৈ আছোঁ।

আমাৰ জীপৰ টায়াৰৰ তলত হঠাৎ কৰ্‌-কৰ্‌কৈ শব্দ এটি হ'ল। আমি কিবা ভাঙিলোঁ। গাড়ীৰ লাইটৰ পোহৰত দেখিলোঁ, বাটত পৰি থকা এটি হেলমেট্‌। তাৰ পাচত দেখিলোঁ আৰু কিছু হেলমেট্‌। তাৰ পাচত দেখোঁ অসংখ্য হেলমেট্‌। গুলীবিদ্ধ জীপ, টেঙ্ক মৌন হৈ আছে। টেলিগ্ৰাফৰ খুঁটাবোৰ চীনা দস্যুৱে ভাঙি নিৰ্লজ্জ চোৰৰ দৰে ইনছুলেটৰবোৰ লৈ গৈছে। দুই-এটি ছুৱেটাৰ, দুই-এটা এলুমিনিয়ামৰ পাত্ৰ, টৰ্চলাইট-—। কোন সুন্দৰ জোৱানে তেল ঘঁহি, সৰু ফণিৰে মূৰ ফণিয়াই, তাৰ ওপৰত সেই হেলমেট্‌টো হয়তো পিন্ধিছিল। সেই শিৰৰ মুকুট হেলমেটৰ ওপৰেদি আমাৰ জীপ গাড়ীৰ টায়াৰ যোৱাৰ নিষ্ঠুৰতাই আমাক লাজ দিছে। আমি ডাঙৰ পাপ কৰিলোঁ। সেই মৃত জোৱানজনলৈ শ্ৰদ্ধা জনাই আমি নিজকে ক'লোঁ, "আৰু এনে নকৰোঁ।" ষ্টিয়াৰিং কাটি কাটি সাৱধানে আমাৰ ভাৰতীয় জোৱানৰ প্ৰতীকসমূহ চাই চাই যাওঁতে আমাৰ অন্তৰত চীনা দস্যুৰ বিৰুদ্ধে প্ৰতিহিংসাৰ জুই দপ্‌দপ্‌কৈ জ্বলি আমাৰ কামীহাড় কঁপোৱা জাৰবোৰ ক'ৰবালৈ খেদি পঠাইছে। — ৰাতি পুৱালে। তুষাৰ শৃঙ্গত ৰ'দ পৰিছে — এঠাইত অমৃত বাজাৰ পত্ৰিকাৰ চিত্ৰ-সাংবাদিক গণেশ সিংহই চিঞৰি উঠিছে — "ভূপেন দা, শ্বট্‌ নিন, এই হ'লো মেকমেহন লাইন।" চাই পঠিয়ালোঁ, সীমাৰেখা। আমাৰ বাটত ময়দাগুড়িৰ দৰে বৰফ। গোটেই লেণ্ডস্কেপটি যেন এখন বিৰাট চেঁচা খ্ৰীষ্টমাছ কাৰ্ড। চাৰিওফালে বৰফ, তাৰ তলতে এশাৰী পৰ্ব্বত। তাত চীনা দস্যুহঁত আছেই চাগৈ। সিহঁত কাপুৰুষ। পশুৰ দৰে লুকাভাকু খেলিছে, আমাৰ মাটিত। আমাৰ 'জুম লেন্স'ৰ দৃষ্টিয়েও নোৱাৰে সিহঁতৰ শিয়াল-

গীতত সোমাব। সিহঁত এক্কাৰৰ লগৰী। আমাৰ টেলিফ'টোৰ লেন্স আমি অপবিত্ৰ নকৰোঁ। আমাৰ জীপ গৈ আছে দহ হেজাৰ ফুট ওপৰলৈ, মাজে মাজে নামি গাড়ী ঠেলিব লগীয়া হৈছে। পৰি থকা শুকুলা বৰফৰপৰা ডাঙৰ শিলাখণ্ড দাঙি হেজাৰ ফুট তললৈ নামি আহিব খোজা জীপৰ চকাত পিচফালৰপৰা ঠেকা দি ঠেলিছোঁ। আমাৰ নিশ্বাসত ভাগৰৰ কুঁৰলী — হাঁওফাঁওৰ ধৰ্ফৰণি উঠিছে। এইবাৰ বুজিলোঁ, এই বতৰত আমাৰ জোৱানসকলে কিমান শাৰীৰিক কষ্ট সহি যুঁজিবলগীয়া হৈছিল। আমাৰ উদ্দেশ্য ব'মডিলা — পিচে সৌৱা কি?

## আমাৰ তেলেৰে আমাক পুৰিলে নেকি?

বহু হেজাৰ ফুট ওপৰৰপৰা দেখিছোঁ, সৌৱা তলত টেঙাভেলি। এখন সামৰিক নগৰ। শাৰী শাৰী ঘৰ—অফিচাৰ্চ মেছ, বহু জীপ, বহু বাহন, বহুতো টেঙ্ক, বিশাল পেৰেড গ্ৰাউণ্ড। ওপৰৰপৰা যেন মনৰ কাণেৰে শুনিছোঁ, হেজাৰ হেজাৰ জোৱানে ভলীবল খেলি আছে — লাহে লাহে তললৈ নামি আমি টেঙাভেলি সোমাওঁ — দেখোঁ, সকলো নীৰব, নিমাত। মহামৃত্যুৱে তাত যেন একচ্ছত্ৰী ৰজা হৈ ৰাজপাট খাইছে। অলপ আগুৱাই গৈ জীপৰপৰা নামি চালোঁ, দেখিলোঁ, চীনা শাক্সহঁতে নিষ্ঠুৰভাৱে পিচপিনৰপৰা অতৰ্কিতে আহি হত্যা কৰা অসংখ্য মৃতদেহ। জেনেভা কনভেনচনৰ মতে মৃতদেহৰ সৎকাৰ কৰা সভ্যতা সিহঁতৰ নাই, আমাৰ জোৱানসকলৰ মৃতদেহ কেতবোৰক অৱশ্যে সিহঁতে অসভ্য ধৰণে 'সন্মান?' কৰিছে, পেট্ৰলেৰে পুৰি মুখ চিনিব নোৱৰা কৰি, শিলগুটি কেইটিমান জাপি দি চিনিব নোৱৰা কৰি, পেকিং বক্সৰ কাঠৰ টুকুৰাত চীনা আখৰেৰে কিবাকিবি লিখি থৈ গৈছে।

প্ৰথমতে ভাবিলোঁ, সেয়া মৃত চীনা শত্ৰুৰ দেহ। পিচে, চাই থাকোঁতে এনে লাগিল যেন সেই বটলগ্ৰীন সাজ পিন্ধা দেহ আমাৰ জোৱানৰে। অলপ দূৰত দেখিলোঁ, কেইটিমান পাহাৰী কুকুৰে আঁজুৰি কেংকেঙাইছে। সেয়া কেইটামান জোৱানৰ শব। হয়তো সেই জোৱানেই এদিন সেই কুকুৰকেইটাক পুহি বিস্কুট খুৱাই মৰমেৰে হাত ফুৰাই কিবা নামকৰণো কৰিছিল। আমাৰ বুকুত প্ৰতিহিংসাৰ জুই এইবাৰ এশ গুণে দপ্‌দপালে। — অলপ গৈ দেখিলোঁ, আমাৰ সৈন্যই ভাত খোৱা পাত্ৰ আগ্নেয়াস্ত্ৰৰ তাপত গলি গোট মাৰি গৈছে। বুটলি ল'লোঁ। ওচৰতে জবাকুসুম তেলৰ বটল। তাৰ ওচৰতে চীনা বুলেট। এটি চীনা ক্ৰীম। তাৰ ওচৰতে দেখিলোঁ, কেইটিমান বটল। পানীৰ। শুঙি চালোঁ। নহয় পানী। সেয়া পেট্ৰ'ল। অৰ্দ্ধদগ্ধ জোৱানৰ শৱ দেখি বুজিলোঁ, আমাৰ অসমৰেই পেট্ৰলেৰে অসম ৰাইফলছৰ আৰু আন আন ৰেজিমেণ্টৰ জোৱানসকলক সংকাৰ কৰিলে। জেনেভা কনভেনচন দস্যুহঁতে মানিলে

অদ্ভুত ধৰণে। চৌ-এন-লাইৰ দিনৰ এই অসভ্য চীনাচাম, আগৰ 'সভ্য' চীনৰ দেখ্‌দেখ্‌কৈ জাৰজ সন্তান।

## সৰু সৰু আশা ঃ সৰু সৰু ভাষা এটি মাখি

যুদ্ধক্ষেত্ৰত আমাৰ বীৰ ল'ৰাহঁতে যিমান পাৰিলে, বীৰৰ দৰে যুঁজিলে। প্ৰায় ঠাইতে অতৰ্কিতে মাজনিশা আমাৰ ল'ৰাহঁতক আক্ৰমণ কৰাৰ দৰে লাগে। চীনা দুৰ্বৃত্তহঁতে কিমান বছৰৰপৰা যে বন্দুক মুখা পিন্ধি এই ধ্বংসলীলাৰ আঁচনি কৰিছিল, তাক কামেং সীমান্ত দেখিলেই ধৰিব পাৰি। আমাৰ জোৱানৰ মৃতদেহৰ ওচৰত পৰি থকা চিঠিপত্ৰ বোটলোঁ বুলি পোষ্টকাৰ্ড এখনলৈ হাত মেলি চাওঁ, এটি মাখি বহি আছে। সি ওচৰৰে মৃতদেহৰপৰা বহুতো খাদ্য পাইছে নিশ্চয়। পেট ভৰাই খোৱা সেই নীলা মাখিটোক লাহেকৈ ঠেলি কাৰ্ডখন পঢ়ি চাওঁ, আম্বালা কেণ্টনমেণ্টৰপৰা কোনোবা ভাগিনে লিখিছে— "পূজ্য মামাজী, নিবেদন হ্যায় কি য়ঁহা চব কুশলপূৰ্ব্বক হ্যাঁয় — আপকী কুশল।" এই জোৱান মামাজীজন জানো কুশলে আছে? আৰু এখন কাগজ পালোঁ। তাত কোনোবা জোৱানে লিখিছিল— "মেগাজীন ইচ্ তৰহা খালি কিয়া যায়ে কি ৰখে হয়ে এক ৰাউণ্ড কে চাথ কিচি দুচৰি ৰাউণ্ড —।" এওঁ নিশ্চয় ৰাইফল চলোৱা শিক্ষাৰ সদ্‌ব্যৱহাৰ কৰি চীনা দলৰ কিছুমানক মাৰি অৱশেষত মাতৃভূমিক চুমা খাই ৰণত পৰিছে। চীনা মৰাশৰ চিন-চাব নোহোৱা কৰি যোৱাটোৱেও প্ৰমাণ কৰে শত্ৰুৰ বহুদিনীয়া আঁচনিৰ কথা।

আৰু এখন চিঠি হাতত ল'লোঁ— কোনোবা চেট্টিলৈ লিখা। দাক্ষিণাত্যৰপৰা লিখিছে। তামিল বুজি নাপাওঁ। পিচে, সৰু সৰু কুশল বাৰ্ত্তাৰ ভাষা বুজি পালোঁ। কোনোবা এজন উৰ্দ্দু জনা মৃতকে মাজে মাজে আজৰি সময়ত বোধ হয় হিন্দী শিকিছিল। আধাপোৰা কাকত এখনত কাঠ পেঞ্চিলেৰে বাওঁফালে লিখিছে — এইকেইটা শব্দ — বীৰ, সেনানী, গৌৰৱ, আদৰ্শ; আৰু তাৰ বাওঁফালে উৰ্দ্দু অৰ্থ। ভাৰতৰ জাতীয় ঐক্যৰ প্ৰতীক এই কাকতখন।

তাৰ পাচত দেখিছোঁ — এখন বেটুপাত পৰি আছে ওচৰতে। অসমীয়াত লিখা আছে 'প্ৰেমৰ পৰশ— প্ৰেমনাৰায়ণ।' কোনোবা অসমীয়া জোৱানৰ আজৰি সময়ৰ পাঠ্য সাহিত্য। সেই মৃতকজনে জানো সৰু জীৱনটোত প্ৰেমৰ পৰশ পালে? বৰফৰ সৰু সৰু নিজৰাবোৰত ৰ'দ পৰিছে। তেতিয়া আৰু আমাৰ দুচকুত কাব্যিক সৌন্দৰ্য্য ধৰা পৰা নাই। মোৰ সহকৰ্ম্মী শ্ৰীনাগে কৈছে ঃ "হাজৰিকা, চীনৰ প্ৰতি এসময়ত মোৰ বুকুত থকা শ্ৰদ্ধাৰ আদৰ্শও গলি আহিছে—। ইহঁত পশু — ইহঁত পশু ।"

## আনৰ ঘৰত কোন সোমায় ডকাইতহে ঃ চলিহা

— দিনৰ চাৰে দহমান বজাত যুদ্ধই থকা-সৰকা কৰা বমডিলা পালোঁ। পাই দেখোঁ, মুখ্য মন্ত্রী আৰু ৰাজ্যপালে নিজ নিজ গাঁৱলৈ উভতি অহা জনজাতীয়সকলক সম্বোধি কৈছে ঃ "আনৰ ঘৰত কোন সোমায়? ডকাইতহে, বদমাচ আৰু বেয়া মানুহহে —। আমি খাবলৈ পালে, আপোনালোকেও পাব। এইখন দেশ ভৈয়ামৰ আৰু পাহাৰৰ মানুহৰ দেশ। — আমি ভাই ককাইৰ দৰে ।" ৰাজ্যপালে দৃঢ়ভাৱে কৈছে ঃ "আমি আপোনালোকৰ পুনৰ্বসতি আৰু উন্নতিৰ বাবে সকলো কৰিম।"

জনজাতীয়সকলৰ চকুত উজ্জ্বল জ্যোতি। — সেই জ্যোতি আশাৰ। বিশ দিন ধৰি বন্দী কৰি থোৱা, মৃত্যু হোৱা বুলি ওলোৱা দিৰঙৰ শিক্ষক শ্ৰীনকেং শম্মতি সেইদিনা চীনাৰ হাতৰপৰা মুক্তি পাই আমাৰ কাষ চাপিছেহি। এটা 'মনপা' কিশোৰে চুচৰি আহি নেফাৰ কৰ্ম্মচাৰীসকলে ৰন্ধা খিচিৰি খাই চোলাটো দাঙি দেখুৱাইছে এটি গুলীৰ আঘাত। অলপ চূণ দি থৈছে। মুখত তেতিয়াও বিষৰ প্ৰকাশ। আমাৰ অসমীয়া কৰ্ম্মচাৰী শ্ৰীহেৰম্ব নাথৰ ঘৰত চীনাইত শুই গৈছে। বাহিৰত লিখি থৈ গৈছে— "গৃহস্থ নাই। নোসোমাবা।" হেৰম্বই কাকতখন চুটকেছত চুৰেভনিৰ কৰি ৰাখিছে। চাৰিওফালে ৰঙালাও দলিয়াই থৈ গৈছে । শিয়ালৰ গাঁতৰ দৰে অসংখ্য গাঁত খান্দি গৈছে চৌ এন লায়ে শিকোৱা বান্দৰহঁতে। বমডিলা ক্লাবত থকা বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ বাষ্টটো পেলাই নাকটো ভাঙি থৈ গৈছে, ইমানদিনে আমি মৰম দেখুওৱা চীনা কালচাৰ্ডহঁতে। অথচ, এই ৰবীন্দ্ৰনাথেই চীনৰ ওপৰত জাপানৰ বৰ্ব্বৰ আক্ৰমণৰ প্ৰতিবাদ কৰি লিখিছিল তেওঁৰ জাপানৰ কবি বন্ধু নগুচিলৈ। চীনাইঁতে বমডিলাত সেই শুভেচ্ছাৰে প্ৰতিশোধ ল'লে !!!

তেতিয়াও বমডিলাৰ আশে-পাশে আমাৰ শ্বহীদ জোৱানৰ সকলো মৃতদেহ সংকাৰ কৰি অঁটোৱা নাই। আমাৰ ত্ৰিৰঙ্গ পতাকা আকাশৰ তলত তেতিয়া সগৌৰৱে উৰি আছে। এতিয়া উভতি যোৱা নেফাৰ সকলৰ সকলো অসামৰিক কৰ্ম্মচাৰীয়ে চীনা দস্যুহঁতৰ সঙ্গীনৰ সমুখা-সমুখি হৈ নিৰ্ভীকভাৱে জনজাতীয়সকলৰ পুনৰ্বসতিৰ কামত ব্যস্ত। সুখ-সম্ভোগ তেওঁলোকৰ নাই। তেওঁলোকলৈ শ্ৰদ্ধাৰে মূৰ দোঁৱাও। — চিঞৰি উঠিলোঁ — 'বিশ্ববিজয়ী ন জোৱান' সাৰে জাগ্‌সে আঙ্গা হিন্দুস্থান হামাৰা—।' ৰাজ্যপাল, মুখ্য মন্ত্রী, জোহৰী, শ্ৰীমতী জোহৰীকে আদি কৰি জনজাতীয় সকলোৱে মোৰ গীতৰ লগে লগে হাতচাপৰি বজালে। গীত জীৱনত বহুতো গালোঁ, পিচে আজি গীত গাই যেন কিবা বেলেগ উপলব্ধি — আজিহে যেন গীত গোৱা সাৰ্থক হ'ল। গা শিয়ৰি উঠিল কিবা এটি প্ৰতিশোধৰ উত্তেজনাত — যি উত্তেজনাই চীনাহঁত লুকাই থকা টাৱাঙৰ সেই পাহাৰকেইটিৰ পিনে আমাক যেন

মৰিবলৈ, মাৰিবলৈ লৈ যাবগৈ।

## চাঙ্গে চিৰুং, খুইতাম কাৰমা, থাং চিঙৰ বীৰত্ব হিমালয়তকৈ শক্তিশালী

সেইদিনা লগ পালোঁ চাঙ্গে চিৰুঙক। দিৰাং জঙৰ তেওঁ। বয়সীয়া ধৰ্ম্মযাজক। দেখিলেই ভক্তি ওপজে। তেওঁ শ্ৰীচলিহাক এখন বুদ্ধদেৱৰ প্ৰেম আৰু বন্ধুত্বৰ বাণী থকা SCROLL উপহাৰ দিলে। এই সুপুৰুষ গাঁওবুঢ়াজনে যুদ্ধক্ষেত্ৰত আঘাত পোৱা জোৱানসকলক বাট দেখুৱাইছিল আৰু তেওঁৰ সকলো খাদ্য, ধন আৰু ঘোঁৰা আদিৰে সহায় কৰিছিল। এতিয়া তেওঁ নিজেই দৰিদ্ৰ। এওঁ জানো সৈনিক নহয়?

আৰু লগ পালোঁ — জুৰমি গাঁওবুঢ়া — খুইতামক। উন্নত শিৰৰ ব্যক্তি। খাদ্য-পানী যোগাই আমাৰ আহত জোৱানক লৈ আহিছিল আমাৰ সীমাৰ ফাললৈ। কালি ২৫ ডিচেম্বৰৰ দিনা (১৯৬২ চন) ভাৰতীয় বাহিনীৰপৰা কাঢ়ি নিয়া ৮ টা ষ্টেনগান, ১৬ টা ৰাইফল, ৪টা ব্ৰেনগান আনি নেফাৰ শাসকসকলক দিছেহি।

— টাৱাঙ স্কুলৰ ডেকা চকীদাৰ কাৰমাৰ সৈতে কথা পাতি জানিলোঁ, একুৰি দিন আমাৰ এজন আহত জোৱানক বোকোচাত লৈ ব'মডিলালৈ আনিছে। নিজে একোকে নোখোৱা-নোবোৱাকৈ। ১৭ বছৰীয়া বীৰ থাংচিং কি নিৰ্ভীক! তেওঁ মিজি অঞ্চলৰ জং গাঁৱৰ। তিনিজন আহত জোৱানক বাট দেখুৱাই নিৰাপদ ঠাইলৈ আনিছে - আন এজন আহতক কঢ়িয়াই মৃত্যুৰ মুখৰপৰা বচাইছে। এই চাঙে, খুইতাম, কাৰমা, থাংচিং নেফা সীমান্তৰ বহুতৰে মাথোঁ কেইজনমান। এওঁলোকৰ বীৰত্বৰ তুলনা নাই। এওঁলোক ভাৰতৰ সঁচা সীমান্ত প্ৰহৰী — অসামৰিক। এওঁলোক হিমালয়তকৈ অধিক শক্তিশালী।

— আমাক সহায় কৰা নেফাৰ সকলো কৰ্ম্মচাৰীক কৃতজ্ঞতা জনাই যেতিয়া আমি উভতি আহোঁ (আমাৰ জীপৰ তেল শেষ হোৱাত একুৰি লিটাৰ পেট্ৰ'ল দিছিল এওঁলোকেই), তেতিয়া মাথোঁ ভাবিছিলোঁ— চীনা দস্যুহঁতে এই বাটেৰেই যে আকৌ নাহিব, তাৰ কি ঠিকনা? পিচে, এইবাৰ আকৌ আহিলে— গম পাব, শান্ত, সৌম্য অহিংস ভাৰতৰ আনটো ৰূপ — মহাৰুদ্ৰৰূপ, মহাশক্তিমানৰূপে তাণ্ডৱৰ তমোহৰদেৱৰ ৰূপ। আমি উভতিছোঁ।

## লাগে চিৰজাগ্ৰত এটি বাহিনী

*খন্তেক থমকি ৰৈ শ্বহীদ জোৱানসকললৈ চাই পঠিয়াওঁতে নিঃকিন গীতিকাৰ*

হিচাপে মাথোঁ সৰল ভাষাৰে এটি গীত মোৰ বুকুৰপৰা আপোনা-আপুনি নিগৰি ওলাইছিল। হাতৰ গ্ৰন্থখন খুলি লিখিবলৈ লৈছিলোঁ—

কত জোৱানৰ মৃত্যু হ'ল
কাৰ জীৱন যৌৱন গ'ল?
সেই মৃত্যু অপৰাজেয়
তেনে মৃতক নহ'লোঁ মই কিয়?

সঁচাকৈয়ে তেতিয়া নিজকে জীৱন্ত অৱস্থাত দেখি তেনে ভাবেই ওপজে

কত পিতৃ পুত্ৰহাৰা হ'ল।
কত মাতৃৰ বুকু শুদা হ'ল।
ৰঙা সেন্দুৰ কাৰ মচা গ'ল?
কাৰ বাসনা অপূৰ্ণ ৰ'ল?

পিচে, ভাৰতৰ সহস্ৰ মাতৃয়ে এতিয়াও মাতৃভূমিৰ বাবে একেটি পুত্ৰকো দান কৰিবলৈ সাজু হৈ আছে —। ভূগোলৰ শিক্ষকৰ কি দোষ? আমি তাহানি শুনিছিলোঁ, হিমালয় উত্তৰে প্ৰহৰী হৈ আছে যেতিয়া আমাৰ ভয় কিহৰ? মিছা কথা। চীন তেতিয়া সভ্য আছিল। আজিৰ চীনাইতৰ নেতাইতে চীনৰ ৰাইজৰ নৈতিকতা কাঢ়ি নিলে। গতিকেই আমাক লাগে এটি দিনে নিশাই সজাগ সৈনিক বাহিনী এয়া শ্বহীদ জোৱানৰ চিএৰ —।

হেনো হিমালয় ভাৰতৰ প্ৰহৰী,
তাহানি শুনিছিলোঁ কাহিনী,
পিচে শ্বহীদ জোৱানসাৰে চিএৰিছে
"লাগে চিৰজাগ্ৰত এটি বাহিনী।"

আমি আৰু কি দিম বাৰু?

আজি কামেং সীমান্ত দেখিলোঁ
দেখি শত্ৰুৰ পশুত্ব চিনিলোঁ,
আৰু মৃত মৌন শত জোৱানলৈ
মোৰ অশ্ৰু অঞ্জলি যাচিলোঁ।

— আমি উভতিছোঁ— আমাৰ জোৱানসৱৰ ছেদেলি ভেদেলি হৈ থকা, তেজ লগা বেগেজ, বুটজোতা আদিৰ মাজত পৰি থকা আধাপোৰা গোমধান এটি চোৱাই, ইয়াক গৰুৰ নোমৰ পাঁচডাল টিকনি থকা টুপী পিন্ধি, শুদা ভৰিৰে এইটি কোন? এটি ছয়-সাতবছৰীয়া মন্পা শিশু। সেই শিশুটিয়ে আমাক দেখি হাঁহিছে। ওচৰতে তিনিটি ইয়াক গৰুৱে ধ্বংসলীলাৰ মৌন সাক্ষী হৈ থিয় দি আছে। সিইতৰ লগত ইয়াককেইটাকো চীনা বাৰুসইতে ভক্ষণ কৰি গৈছে। সেই শিশুটিৰ মুখলৈ পুনৰ হাঁহি

উভতি আহিছে কিয়? আমাক মিতিৰ মিতিৰ লাগিছে নিশ্চয় -। সেই শিশুটিৰ দৰে সহস্ৰ ভাৰতীয় শিশুৰ ভবিষ্যৎ আমি নিৰাপদ কৰিবই লাগিব। সেই হাঁহিটি সত্য। সেই হাঁহিটি আমাৰ এৰিফ্লেক্স মুভী কেমেৰাটিত আৰু লগতে মানসপটত চিৰদিনলৈ আঁকি ল'লোঁ। - - আমাৰ জীপ তেজপুৰ অভিমুখী - -।

## খানঃ এটি ভগা চুটকেছ

অলপ দূৰত দেখিলোঁ, আমাৰ কোনোবা জোৱানৰ ছুটকেছ এটি ভাঙি সকলো বস্তু চীনা চোৰহঁতে লৈ গৈছে। ছুটকেছটিত লিখা আছে — "খান গোৱালিয়ৰ"। এওঁৰ নাম দেখি মনত পৰিছে কি? অসমৰ স্বাধীনতা সংগ্ৰামী মণিৰাম দেৱানকো। মুছলমান সম্প্ৰদায়ৰ ('চাৰে জাহাঁসে আচ্ছাৰ হিন্দুস্তান হামাৰা' গীতৰ কবি ইকবালৰ সম্প্ৰদায়ৰে) যোদ্ধা বাহাদুৰ গাঁওবুঢ়া আৰু ফৰ্মুদ আলীৰ দেশপ্ৰেমৰ কথা। ভাৰতৰ জাতি ধৰ্ম্ম নিৰ্ব্বিশেষে সকলোৱে আজি 'ভাৰত মাতৃৰ কথা ভাবিবই' লাগিব। নহ'লে নেফা সীমান্তত নিৰ্জীব হৈ পৰি থকা সেই গোৱালিয়ৰৰ — ভাৰতীয় জোৱান - - খানক অপমান কৰা নহ'ব জানো?

## এখন নিলিখা চিঠি হ'ল সাহসৰ অনন্ত সিন্ধু

আৰু অলপ দূৰত এটি খাকী ত'ভাৰ কোটৰ ওচৰতে পৰি আছে এখন Forces Air Letter- একো নিলিখা চিঠি। কোনোবা সিং, কোনোবা খান, কোনোবা বাগচী, কোনোবা চেট্টীয়ে হয়তো কোনো পিতৃ, কোনো ভাই-ভনী বা প্ৰেয়সীলৈ উত্তৰ দিবলৈ সেই এয়াৰ লেটাৰখন আনিছিল। নে সেই নিলিখা চিঠিত মোৰ মনৰ চকুৰে দেখিছোঁ যেন লিখা আছে -- "ভাৰতবাসী, তোমালোকৰ একতা দেখি আমি মৰিও সাহস পাইছোঁ। আমি হয়তো আজি মৃত্যুবৰণ কৰিলোঁ। পিচে, সমগ্ৰ ভাৰতৰ জনসাধাৰণৰ সুন্দৰ ভৱিষ্যতৰ বাবে আমি আমাৰ বৰ্ত্তমান সপিলোঁ—অদূৰ বা সুদূৰ ভৱিষ্যতত যাতে এছিয়াৰ এই নৰৰক্তলোলুপ, পৰৰাজ্যালোলুপ চীনা ঘঁৰিয়ালটিয়ে উপদ্ৰৱ কৰিব নোৱাৰে — আমাৰ মাতৃভূমিৰ সীমা অতিক্ৰম কৰিব নোৱাৰে।"

শ্বহীদ জোৱানৰ ৰক্ত ব'মডিলাত আৰু কামেং সীমান্তত দেখিলোঁ — পিচে, সেই ৰক্ত দেখি আমি চকুলো টুকিলে শ্বহীদসকলে দুখ পাব, লাজ পাব। হিমালয়ে আমাক প্ৰহৰী হৈ সহায় কৰিব নোৱাৰিলে — পিচে, আপুনি, আমি, তেওঁ, খেতিয়ক, বনুৱা, বুদ্ধিজীৱী, শিল্পী, সাহিত্যিক সকলোৱে একোজন আকাশলংঘী হিমালয় হৈ গাওঁ আহক —

‘প্ৰতি জোৱানৰ ৰক্তৰে বিন্দু
হ'ল সাহসৰ অনন্ত সিন্ধু
সেই সাহসৰ দুৰ্জেয় লহৰে
যাচিলে প্ৰতিজ্ঞা জয়ৰে।’
পৰাজয় আমাৰ অসত্য অসভ্য আক্ৰমণকাৰীৰ
আমাৰ জোৱানৰ মৃত্যু অপৰাজেয়।
‘তেনে সুন্দৰ মৃত্যু পাব পৰা সৌভাগ্যবান মৃতক মই নহ'লোঁ কিয় ?’

(অসম বাণী : জানুৱাৰী ১৯৬২ চন)



# মই সজা দুর্গামূৰ্ত্তি

## শৰতত শাৰদীয় ভাব আছে জানো?

এইবাৰ পূজাত সকলো ভেজাল পাব। চোৰ ধৰা বিভাগবোৰো ভেজাল ভেজাল পাব। বিভাগ আছেই। তাৰ ওপৰত আছিৰ সদাচাৰ সমিতি। তাতো যে ভেজাল লোক নেথাকিব, তাৰ কি সঠিকতা আছে? পিচে, কেইটামান বস্তু ভেজাল কৰিব পৰা নাই। শৰৎ কালৰ সেই কৌটিকলীয়া আকাশখন নিৰ্ভেজাল। শুকুলা মেঘখিনি সঁচা। শেৱালি ফুলখিনিৰ নিযৰখিনি নিৰ্ম্মল। কঁহুৱা বনখিনিৰ নাচোনখিনিত কোনো অস্বাভাৱিকতা নাই। শিশুসকলৰ পূজা পূজা ভাবটো একেই আছে। মাক-দেউতাকৰ ল'ৰা ছোৱালীক মৰম কৰি ন-কাপোৰ, অলপ মিঠাই কিনি দিয়াৰ আগ্ৰহটোও সঁচা। ধনৰ অভাৱত বজাৰলৈ গৈ দুটা বেলুন কিনি শিশুক মিছা কথা কৈ ঘৰলৈ লৈ অনাৰ পাচত মাক-বাপেকে বাৰীৰ পিচপিনে লুকাই কান্দিবৰ সময়ত ওলোৱা চকুপানীখিনিও নিৰ্ভেজাল। মই যদি মাটিৰ কাম কৰা শিল্পী হ'লোঁহেঁতেন, তেন্তে এইবাৰৰ দুৰ্গা গোসাঁনীয়ে বধ কৰা অসুৰটোক ৰাইজৰ খাদ্য লুকুওৱা ক'লাবজাৰী কৰিলোঁহেঁতেন। তাৰ মূৰত এটা বগা টুপী পিন্ধাই দিলোঁহেঁতেন, এই ক'লাবজাৰীটোৰ মুখখন মানুহৰ মুখৰ দৰে আৰু গাটো বনৰীয়া ম'হৰ দৰে কৰি দিলোঁহেঁতেন। সৰস্বতীগৰাকীৰ মূৰ্ত্তিয়ে বীণাখন যুগ যুগ দেখি অহাৰ দৰে বজাই নেথাকি, সেই ক'লাবজাৰী অসুৰটোক এটি মাৰ শোধোৱাৰ দৰে মূৰ্ত্তি সাজিলোঁহেঁতেন। মই সজা মূৰ্ত্তিৰ অসুৰটোৰ গাতহে বহুতো নৰমুণ্ড আঁৰি দিলোঁহেঁতেন। কাৰণ, এই ৰাক্ষসৰূপী ক'লাবজাৰী আৰু সিহঁতৰ গোষ্ঠীহঁতেহে ৰাইজৰ বহুতৰে মূৰ খাইছে। গণেশ, লক্ষ্মী, কাৰ্ত্তিক আদিক মোৰ মূৰ্ত্তিত এইবাৰ ঠাই নিদিলোঁহেঁতেন। পূজাত মই এইবোৰ কি বলকিছোঁ? কিয়? মই পূজাৰ কথাও কৈছোঁ। মাটিৰ মূৰ্ত্তি সজা এটি ডাঙৰ শিল্প। গতিকে, আজিৰ সমাজৰ গতিত দুৰ্গা প্ৰতিমাৰ কি গঢ় হ'ব লাগে, তাৰ কল্পনা মই শিল্পীৰ পৃথিৱীত নকৰি ক'ত কৰিম!

*(আমাৰ প্ৰতিনিধি : ৫ ম বৰ্ষ : ২য় সংখ্যা, আক্টোবৰ, ১৯৬৪ চন)*



# জুই! জুই!! জুই!!!

## নুমুৰাব কোনে?

— অসমৰ তথা ভাৰতৰ পাখিলগা সৈন্য, উৎপল বৰবৰাই কচ্ছৰ মৰুভূমিৰ এশ ফুট ওপৰেদি নিৰ্ভীকভাবে এবাৰ নহয়, দুবাৰ নহয়, চাৰিবাৰ উৰি উৰি লোৱা আলোক- চিত্ৰই প্ৰমাণ কৰিলে — পাকিস্তানে ভাৰতৰ বিপক্ষে ব্যৱহাৰ কৰিছে- মাৰ্কিন যুদ্ধাস্ত্ৰ। আমেৰিকা embarrassed হ'ল। ইতস্ততঃ কৰি ৱাশ্বিংটনে কথাটো মানিও ল'লে। আমেৰিকাই পাকিস্তানক তলে তলে ক'লে- "কথাটো বেয়া কৰিছা হে"। পাকিস্তানে কাক শুনিব? পাকিস্তানে আমেৰিকাক উত্তৰ দিলে, "এবাৰ দিয়া দানক আমি কাৰ বিৰুদ্ধে ব্যৱহাৰ কৰোঁ, তাকে সোধাৰ অধিকাৰ দান কৰোঁতাজনৰ আছে জানো?" উৰি গ'ল অস্ত্ৰাদি দান কৰোঁতা আৰু দান লওঁতাৰ মাজৰ নৈতিক চৰ্ত্তসমূহ। শাস্ত্ৰীজীৰ আমেৰিকা গমন স্থগিত কৰা হ'ল। ভাৰতে অপমানিত বোধ কৰিলে। শাস্ত্ৰীজীক কচিগিনে ৰঙা দলিচা পাৰি আদৰিলে মস্কোত। একেদিনাই চীনে আন্তৰ্জাতিক আকাশ লেতেৰা কৰিলে ২য় আণৱিক বোমা এটিৰ বিকট শব্দেৰে। অস্বাস্থ্যকৰ ছাই এছিয়াবাসীৰ ওপৰতেই পৰিব। ভয়ে ভয়ে উৰি থকা কপৌকেইটি মৰে এতিয়া। কমিউনিষ্ট চীনে ন-কৈ প্ৰেমত পৰা মধ্যযুগীয় ইছলামিক পাকিস্তানক কচ্ছত ডকাইতি কৰিবলৈ 'নৈতিক' সাহস দিলে—

'জুই জ্বলোৱা। পাচত আমি আছোঁ।'

জুই নুমুৰাব কোনে?...

আচৰিত পাশা খেল।

চীনে দিয়া উচটনি আৰু মাৰ্কিন যুদ্ধাস্ত্ৰ একে উদ্দেশ্যতে ব্যৱহাৰ এফালে আৰু আনফালে— ৪,১৫,৯৩৮ ডলাৰৰ মূল্যৰ মাৰ্কিন চাউল পঠোৱাৰ ব্যৱস্থা হৈছে ভাৰতলৈ।

## কেৰিবিয়ান সাগৰত জুই

আমেৰিকাৰ সৈন্যই ১০৫ মিঃ মিঃৰ Recoilless rifle ব্যৱহাৰ কৰিলে বিপ্লৱী দমাবলৈ। আমেৰিকাই ক'লে, "ইমবাৰ্টৰ বিৰুদ্ধে কামনানোৱে কৰা বিপ্লৱটো কমিউনিষ্ট বিপ্লৱহে।' প্ৰেছিডেণ্ট জনছনে পঠোৱা ব্যক্তিগত দূত মাৰ্টিনক সেনাপতি কামনানোৱে খণ্ডত ক'লে : "Get those soldiers (American) out of here Do you understand me? I tell you in English, get them out If they are still here by noon, I am going to shoot them all " 'আমেৰিকাই কামনানোৰ বিপ্লৱক কমিউনিষ্ট বিপ্লৱ আখ্যা দিছে। ইফালে কামনানোৰ বন্ধু ৪৫ বছৰীয়া কোটিপতি ব্যৱসায়ী বিপ্লৱী (যাৰ জাহাজ, উৰাজাহাজ আৰু আমদানি ৰপ্তানিৰ বিৰাট ব্যৱসায় আছে) লুই মানুয়েল বৰডাছে কৈ উঠিল : 'I have too much to loose to stand playing ground with the Communists. If I had any suspicion that there were Communists in the Caamnano government, I would have quit immediately.' বৰডাছৰ মতে, কামনানোৰ বিপ্লৱী চৰকাৰ কমিউনিষ্ট নহয় (News Week)। নহ'লে, তেওঁ তাত যোগ নিদিলেহেঁতেন। এফালে ৱাশ্বিংটনে কৈছে - 'গাৰ কাৰণে অৰ্থাৎ ডমিনিকান বিপাব্লিকত আৰু এখন কিউবা হ'বলৈ নিদিওঁ।' ইফালে মাৰ্কিন ৰাষ্ট্ৰদূতে চিঞৰিছে— 'এই বিপ্লৱীবোৰ মিছলীয়া, দুদিন শান্ত হৈ কেৰিবিয়ান সাগৰত মৃত্যুৰ জুই জ্বলিয়েই আছে। নুমুৱাব কোনে?'

## শান্তিৰ কপৌ মৰে এছিয়া ভিয়েটনামত বিৰাট অগনি

মে' মাহৰ ২৩ তাৰিখ, (১৯৬৫ চন) পৰহিৰপৰা ১৪০খন মাৰ্কিন Jet বোমাৰুৱে উত্তৰ ভিয়েটনামৰ হানইৰপৰা ৮৫ মাইল দূৰত আক্ৰমণ কৰিছে দিনে-নিশাই। মাৰ্কিন সৈন্য ৫০ হেজাৰে যুদ্ধ কৰি আছে — আৰু ৫০,০০০ সাজু, আৱশ্যক হ'লে। ইফালে বাতৰি আহিছে, দহ হেজাৰকৈ সৈন্য থকা ছটা ডিভিজন চীনে সাজু কৰিছে — কেণ্টন— পিকিং ৰে'লবাটেৰে উত্তৰ ভিয়েটনামলৈ পঠাবলৈ। দুই বিৰাট শক্তি খণ্ডেৰে মুখামুখি। কছিগিনশাস্ত্ৰীৰ বিবৃতিত কোৱা হৈছে— বাহিৰৰ শক্তিসমূহ আহক ভিয়েটনামৰপৰা। এই বিবৃতি বেয়া পাইছে চীনে — Whoever wants to satisfy his greed at the expense of others is lifting a rock 'that will inevitably fall on his own toes' 'Whoever' মানেই বাহিৰা আৰু ভাৰত। কছিগিনশাস্ত্ৰীৰ যৌথ যুক্ত বিবৃতি ৱাশ্বিংটনে ইফালে বেয়া পাইছে— ভিয়েটনামত মাৰ্কিন যুক্তৰাষ্ট্ৰৰ যুক্তি বুজি নোপোৱা বুলি। প্ৰেছিডেণ্ট জনছনে কৈছে— "মাৰ্কিন

সহায়ত দক্ষিণ ভিয়েটনামত চাউলৰ খেতি দুগুণ হৈছে। ৭০,০০,০০০ মানুহক কলেৰাৰপৰা ৰক্ষা কৰিবলৈ বেজী দিয়া হৈছে। মাৰ্কিন সহায়ত ৪০০০ শ্ৰেণীত quarter million কিশোৰ-কিশোৰীয়ে পঢ়া-শুনা শিকিছে। অহা ১২ মাহত মাৰ্কিন সহায়ত ভিয়েটনামত আৰু দুহেজাৰ পঢ়াশালি পতা হ'ব। ৮০,০০,০০০ পাঠ্যপুথি দক্ষিণ ভিয়েটনামৰ শিশুক দিয়া হৈছে —। ১৯৬৭ চনত পাঠ্যপুথি দিয়া হ'ব- পোন্ধৰ মিলিয়ন (Time)।" চীনে কৈছে— "ই মাৰ্কিন সাম্ৰাজ্যবাদহে। ভিয়েটনামৰ জুই ভয়াবহ জুই। দক্ষিণ-পূব এছিয়াক মহাসমৰৰ খনীত পৰিণত কৰিব পৰা এই জুই।"

ডমিনিকান ৰিপাব্লিক আৰু ভিয়েটনামৰ নীতিত প্ৰেচিডেন্ট জনছনে আমেৰিকান কংগ্ৰেছৰ সমৰ্থন পাবলৈ সক্ষম হৈছেগৈ। পিচে, আমেৰিকাৰ intellectual circle-অৰ সম্পূৰ্ণ সমৰ্থন পাব পৰা নাই। আমেৰিকান বিশ্ববিদ্যালয়- সমূহত ইয়াংকি যুৱক যুৱতীয়েই সমালোচনা কৰিছে । ইয়াংকি যুৱকে পোষ্টাৰেৰে জনছনক দেখুৱাই জনাইছে— Yankee come home! — এয়া বাৰু ডেকা-ডেকেৰীৰ তথাকথিত অবাস্তৱ উত্তেজনা। পিচে, Mature আমেৰিকাৰ বিখ্যাত Christian Science Monitor নামৰ কাকতখনে কি কয় ভিয়েটনাম সম্পৰ্কত, ভাৰত-পাকিস্তান যুদ্ধ বিৰতিৰ বিষয়ে ?

"The Christan Science Monitor has welcomed Prime Minister Lal Bahadur Shastri's achievement in Moscow... and that is more important than which is of 'transient significance'..." (Amrit Bazar Patrika) আমেৰিকাৰ সৰ্ব্বশ্ৰেষ্ঠ, সৰ্ব্বসম্মানিত আৰু গণ্ডধাৰী Political Commentator (এওঁ জনছনৰ শত্ৰু নহয়) Walter Lippman-এ কৈছে --

'Our official doctrine is that we must be prepared to police the world against aggression, because there is no other power which can police the world. Before we say that too many times too loudly let us do a little calculating. How many Vietnams and Dominican Republics can the Marines police at one and the same time ? Nor is there anything to assure us that the troubles in Vietnam will not spread to the rest of Indo-China and to Korea and Burma, or that there will not be a war between India and Pakistan !'

এৰা। 'পুলিচ' হৈ 'দুষ্টক' দমন কৰা মাৰ্কিন নীতি একালে -- আৰু গৃহযুদ্ধ, গণযুদ্ধবোৰত বাহিৰৰ শক্তিয়ে হস্তক্ষেপ নকৰাৰ যুক্তি আনফালে। দ-কৈ ভাবিবৰ সময় হৈছে। জৌৰ পুৰি হাত পাইছেহি। মাজতে পৃথিৱীত এই তিনিকুৰা জুই জ্বলি আছে। তাত জীয়াই জীয়াই জ্বলিছে — ভিয়েটকঙৰ ডেকা, দক্ষিণ ভিয়েটনামৰ শিশু, ডমিনিকান ৰিপাব্লিকৰ কামবানোপনৰ বিদ্ৰোহী গাভৰু, আমেৰিকাৰ গণৰ মাতৃ,

কচ্ছৰ বাণত জ্বলিছে পাকিস্তানী ডেকা আৰু ভাৰতীয় ডেকা মুখামুখিকৈ। এই তাণ্ডৱ লীলাৰ শেষ ক'ত? লিপমানৰ মতে, এই 'endless series of intervention' অৰ কোন নীতিৰে শেষ হ'ব?

এই তিনিকুৰা জুইক পৃথিৱীক পুৰি মৰাৰপৰা বাধা দিব কিহে? নিৰপেক্ষ মানৱতাৰে, নিৰহঙ্কাৰী সহ-অৱস্থানৰ ভেটিত থকা মানৱ-প্ৰেমেৰে, বৃহৎ শক্তিৰ অৰিয়া-অৰি এৰি ভদ্ৰতাৰে, একেলগে involved শক্তিসমূহ একেখন মেজৰ চাৰিওফালে বহি নৈতিকতাৰে মন খুলি আলোচনা কৰিলেহে। পিচে, সকলোৰে যিহে অভিমান!

এজনে কয়, মইহে সঁচা। আনজনে কয়, মইহে সঁচা। মাজতে মানুহৰ কেঁচা তেজৰ নৈ বৈ আছে। শান্তি বিচৰা মানুহৰ তেজৰ গোন্ধ বহুতৰ ভাল লাগে। এবাৰ জাপানত ৰজা হিৰোহিটোই হেনো কবি ৰবীন্দ্ৰনাথক এখন arena দেখুৱাই কৈছিল — "ৰজাৰ দিনত, আদিম কালত, ইয়াতে বন্দীসকলৰ যুঁজ চাই ৰজাসকলে আনন্দ কৰিছিল। তেজ দেখিলেই ৰজাঘৰীয়া দৰ্শকে হৰ্ষধ্বনি কৰি উঠিছিল। এতিয়া এইখন ঘাঁহনি পথাৰ হৈছে। — ড° টেগোৰ এইখন বহী, আপুনি দৰ্শকৰূপে কিবা মন্তব্য অলপ লিখি দিবনে?"

মানুহপ্ৰেমী বিশ্বকবিয়ে নিজৰি-কাপটো লৈ লিখিলে কবিসুলভ দুটি কথা। মুঠতে কথাখিনি এয়া :

"এইখন পথাৰতে ৰজাসকলৰ আনন্দৰ বাবে এদিন মানুহে মানুহক বধ কৰিছিল। এইখন পথাৰত মানুহৰ তেজ বৈ গৈছিল। প্ৰকৃতিৰ লাগিল লাজ। গতিকে, সেউজীয়া ঘাঁহনিৰে মানুহৰ তেজখিনি ঢাকি দিলে।"

এতিয়াৰ পৃথিৱীত সেই শান্তিৰ ঘাঁহনি গজাৰ লাগিব শান্তিপ্ৰিয় বাইজেই।

*(অসমৰ প্ৰতিনিধি : ৫ম বৰ্ষ /১০ ম সংখ্যা : জুন, ১৯৬৫ চন)*



# মৰণ ৰে'লবাটেৰে

"দাদা, হাফলং চহৰৰ অ-জনজাতীয় আৰু বিশেষকৈ জনজাতীয় বাহিৰে বহুদিনৰেপৰা আপোনাক মাতিছে। ৰব বেয়া পাব, যদি কিবা নাহে! ২১ এপ্ৰিলৰ (১৯৬৬ চন) দিনা এটি বিশেষ 'চেলুন'ত আপুনি গুৱাহাটীৰপৰা লামডিঙলৈ আহিব। তাৰপৰা হাফলঙলৈ নৈ আহিম—।" হাফলঙত থকা ৰে'লৱেৰ I.P.S. শ্ৰীজ্ঞানানন্দ শৰ্ম্মাপাঠকৰ এয়া চিঠিযোগে অনুৰোধ। শ্ৰীজ্ঞানানন্দক অন্যান্য অসমীয়া পাঠকৰ দৰে ময়ো উচ্চ পৰ্য্যায়ৰ সাহিত্য-সমালোচক বুলি জানো। তেওঁৰ এজন ডেকাৰ যুক্তি উপেক্ষা নকৰি ২১ তাৰিখে বাওনা হ'লোঁ মৰণ ৰে'লবাটেৰে; লক্ষ্যস্থান মোৰ লামডিং। ক'তা সেই বিশেষ ৰে'লৱে চেলুন? নাই দেখোন' তদুপৰি, বাধা পালোঁ বহুতৰ। "মাথোঁ কালি নিশা (২০ এপ্ৰিলত) লামডিঙৰ ভয়াবহ বিস্ফোৰণ হৈ গৈছে। সেই মৰণ ৰে'লবাটেৰে আজি আপুনি কি কৰিবলৈ যায়?" বহুতো শুভাকাংক্ষীয়ে প্ৰশ্ন কৰিলে। মোৰ একমাত্ৰ উত্তৰ আছিল, ২০ তাৰিখে বিস্ফোৰণ কৰি ২১ তাৰিখে আকৌ বিস্ফোৰণৰ বাবে সাজু হ'বনে সন্ত্ৰাসবাদীসকল? তদুপৰি, মই জানিব লাগে, মৰণ ৰে'লৰ আশে-পাশে যিসকল ভাৰতীয় নাগৰিকে বাস কৰিছে— তেওঁলোকৰ মনৰ ভাব কি — আৰু এটি ডাঙৰ কথা হ'ল, প্ৰায় দহ হেজাৰ জনজাতীয় লোকেই মোক যে নিমন্ত্ৰণ কৰিছে। কিবা একেলগে গীত গাম, নাচিম। সাংবাদিক কাপেও মোৰ এই বিপদৰ চেলেঞ্জটো ভাল লাগিছিল।

২২ এপ্ৰিলৰ দোকমোকালি —। পালোঁগৈ লামডিং। ভয়াবহ চিনবোৰ পৰি আছে য'তে-ত'তে। মৃত্যু বিভীষিকা তেতিয়াও মানুহৰ মনৰপৰা আঁতৰি যোৱা নাই। জনৈক সুৰমা উপত্যকাৰ কৰ্মীয়ে দুৰ্বল মাতেৰে ক'লেহি— "ছাৰ্জনিকা, আপোনাৰ বাবে গুৱাহাটীলৈ পঠাবলগীয়া ৰে'লৰে চেলুনটো ইঞ্জিনে লৈ গৈ থিয়ো মৰাত লগাব বুলি আগবাঢ়িছিল, সেই মৰাৰ ওচৰটোকে কেন বোমাই উৰুৱাই দিলে। পাৰ্থক্য আছিল মাথোঁ ৫০ গজ। সেই চেলুনত আছিল শ্ৰীশৰ্মা পাঠক, তেওঁৰ সহধৰ্মিণী আৰু তিনিটি শিশু।" — বুজিলোঁ চেলুন গুৱাহাটী কিয় নাপালেগৈ।

লামডিঙত বহুতৰে বহুত কথা শুনিলোঁ। নৱ-বিবাহিত এজন বঙালী ৰে'লৱে

কৰ্ম্মীয়ে ক'লে— "এই মৰণ ৰে'লবাটত আমি কাম কৰোঁ। প্ৰতি মুহূৰ্ত্ততে আমি মৰণৰ সন্মুখীন হৈ আছোঁ। ক'ব নোৱাৰোঁ চাকৰি ৰাখিবলৈ গৈ আমাৰ কেতিয়া কি হয়।"

এজন অসমীয়া ৰে'লকৰ্ম্মীয়ে ক'লে, "মোৰ মূৰতো কিবা লাগিছে। মাংস খাব নোৱাৰিম বহুত দিনলৈ। মানুহৰ টুকুৰা মঙহ ইমান দেখিলোঁ। মানুহৰ মূৰ এটা ওচৰতে পৰা যেন পালোঁ—।"

ওপৰলৈ চাই পঠিয়াওঁ। এটি ব্লাউজৰ অংশ বস্ত্ৰ ওপৰৰ চালত ওলমি আছে। ৰে'লৰে পুলিচ বিষয়া এজনে ক'লে, "মই ছঘন্টা জ্ঞানহীন হৈ পৰি আছিলোঁ। বুকুত আহি কিবা এটুকুৰাই খুন্দা মাৰিছিলহি! জানো। সেয়া নৰদেহাৰ ডাঙৰ টুকুৰা আছিল —।"

হাফলং অভিমুখে আগুৱাইছোঁ। হিল ছেক্সনৰ এক্কাৰ সুৰঙ্গবোৰে আমাৰ ৰে'লখনক মাজে মাজে গিলি থয়। ভাবোঁ, এইবোৰত যদি বিস্ফোৰণ হয়, মৃত্যু হ'বগৈ জ্যোতিকণাহীন অন্ধকাৰময়। 'মৰিতে চাহিনা আমি এ সুন্দৰ ভুবনে'। মানুহে বাচিবলৈকে পৃথিৱীলৈ আহে। মোৰ দবাটোত দেখনিয়াৰ, অথচ শোকভৰা দৃষ্টিৰে মিলিটেৰী উচ্চ বিষয়া এজনে কথা প্ৰসঙ্গত ক'লে, "নাগালেণ্ডত থাকোঁ। শিলচৰলৈ যাওঁ। কহিমাত ৰেবেলসকলে তথাকথিত ৰিপাব্লিক ডে' পাতোঁতেও আমাৰ চৰকাৰে কাৰ্য্য কৰি দিয়ে! সামৰিক বাহিনীৰ সহায় ল'ব লাগিছিল। সন্ত্ৰাসবাদীক আন দেশে সহায় কৰিছে। সিহঁতে আমাৰ উদাৰতাক পদে পদে অপমান কৰিছে।"

এপ্ৰিলৰ ২৩ তাৰিখৰ সন্ধিয়া। বিহু মণ্ডপ লোকে লোকাৰণ্য। হাফলং চহৰখন ধুনীয়া। নাগৰিকৰ মাজত ৫০০ মান অসমীয়া, ১৫০০ মান বঙালী, বেছিভাগ ডিমাচা কছাৰীসকল, লুচাইৰ এটি শাখা (HMAR) 'মাৰ', জেমী নগা, নেপালী আৰু আন প্ৰদেশৰ কিছু। কছাৰীসকলৰ নেতা শ্ৰীযুত হাগজেৰ আৰু Tribal Council-অৰ অন্যান্য নেতৃস্থানীয় লোকসকল মাৰ্জ্জিত আৰু বিশাল ভাৰতীয় সংস্কৃতিৰ একতাক সন্মান কৰা লোক। সকলো সম্প্ৰদায়ে নিজ নিজ কৃষ্টিৰে বিহুক সেই সন্ধিয়া সন্মান কৰিলে। অপূৰ্ব্ব পৰিৱেশ। সকলোৰে মৰম, সকলোৰে চেনেহ। মাৰাঠী মিলিটেৰী পুলিচ, উড়িষ্যা মিলিটেৰী পুলিচৰ বিৰাট সমাগম। জন গণ মন হৈ গ'ল। ৰাতিৰি পালোঁ। আমি অদ্য মৰণ ৰে'ল বাটৰ ৰেইলখন ভিকুত যেন বোমাই আকৌ উৰুৱাই দিলে। বহুতো নাগৰিকৰ জীৱনৰ আশা মৰণে আঁকোৱালি ল'লে!

দ্বিতীয় দিনা বিহুত দহ হেজাৰ লোকৰ সমাগম। হাফলং চহৰৰ সকলো নাগৰিক যেন উঠি আহিছে। কিন্তু Contradiction যেন লাগিল। Paradox যেন লাগিল— একতাৰ কথা কৈ, পাই বুজাই!! মনত ক্ষোভ, মনত ক্ৰোধ, মনত প্ৰতিশোধৰ আগনি যেন মণ্ডপটোকে ছানি উঠিল। সেই মনৰ মৈতে সমান্তৰালভাৱে দেখিলোঁ, কিং

মণ্ডপ কঁপাই তুলিলে বৰ ডাঙৰ ধুমুহা এজাটিয়ে। সভা শেষ কৰিছোঁ মাত্ৰ, এনেতে Civil S.D.O. শ্ৰীগোস্বামীয়ে (আমাৰ শ্ৰীযুত দিবাকৰ গোসাঁইৰ পুত্ৰ) ক'লেহি— "১০০ মান উৰিষ্যা মিলিটেৰী পুলিচক হেঁচা মাৰি ধৰিছে তেওঁলোক থকা এটি খেৰী 'হল' ঘৰে।" লবালবিকৈ তেওঁৰ সৈতে প্ৰায় দুই মাইল দূৰত কেম্পলৈ গৈ চাওঁ, কাৰো মৃত্যু হোৱা নাই। বহুতো জখম হৈছে। জীপৰ লাইটৰ পোহৰত এজন উচ্চ মিলিটেৰী বিষয়াই মোৰ ফালে হাত দুখন মেলি — চিঞৰি উঠিছে "Hazarika Saheb, this is funny. One of my boys (পুলিচ) was blown up at Diphu yesterday. Let my well-trained boys have a chance to kill one and then die! They should not die duck sitting !! Again the storm has wounded my boys !" – দুৰ্বল লাইটৰ পোহৰ আৰু ভয়াবহ কৰ্কনিৰ মাজত মন কৰিলোঁ— সেই মিলিটেৰী বিষয়াজনৰ চকু চলচলীয়া হৈছে। পঙ্গু ৰূপে যেন কান্দিছে। ক্ষোভত, দুখত, নে প্ৰতিশোধত? ধৈৰ্য্যৰ সীমা যেন পাৰ হৈ গৈছে।

দুদিন হাফলঙত থকা কালত শুনিলোঁ, হাফলং ঠাইখনো নিৰাপদ নহয়। এগৰাকী ভাৰতীয় চৰকাৰী কৰ্মচাৰীৰ সহধৰ্ম্মিণীয়ে ক'লে, "মোৰ স্বামী কামলৈ ওলাই যাওঁতে ভাবোঁ, তেওঁ উভতি নাহিবও পাৰে" আৰু এজন মিলিটেৰী বিষয়াই মেজ ভুকুৱাই ক'লে, "যুদ্ধক্ষেত্ৰত সন্মুখত শত্ৰু আছে। পিচে, এই মৰণ খেলৰ আশে পাশে তথাকথিত সন্ত্ৰাসবাদী কাপুৰুষ। সাপ হৈ একাষত খুটি একাষত ধৰালৈ যায়গৈ আৰু কাপুৰুষৰ দৰে ---।" হাফলং কলেজৰ অসমীয়া সাহিত্যৰ অধ্যাপক এজনে ক'লে, "ইয়াৰপৰা যামগৈ, ভাল লগা নাই!" ৰাজনীতিৰ ডেকা অধ্যাপক এজনে ক'লে, "কাশ্মীৰত Self-Determination লেখাটো বুলি যদি Security Council-অত ভাৰতে চিঞৰি ক'ব পাৰে, খাদ্য আন্দোলনত যদি কলিকতাত কিশোৰক আমাৰ পুলিচে গুলী কৰি মাৰিব পাৰে, নাগালেণ্ড বা মিজো পাহাৰ যদি ভাৰতৰপৰা বিচ্ছিন্ন হোৱাৰ প্ৰশ্ন নুঠে বুলি ক'ব পাৰে, তেন্তে আমাৰ চৰকাৰে মুক্তকণ্ঠে এতিয়া চিঞৰি ক'ব নোৱাৰে কিয় যে ভাৰতীয় শাসনতন্ত্ৰত পূৰ্ণবয়স্কপ্ৰাপ্ত ভোটাধিকাৰ আছে যেতিয়া, অহা নিৰ্বাচনত এই তথাকথিত কাপুৰুষ সন্ত্ৰাসবাদীসকলে গণতান্ত্ৰিকভাৱে জয় লাভ কৰাৰ কথা নেভাৱে কিয়? আৰু যদি গণতান্ত্ৰিক পদ্ধতি নিবিচাৰে, তেন্তে দেশদ্ৰোহী বুলি উপযুক্ত শাস্তি বিধান কৰাত আমাৰ চৰকাৰৰ ইমান Embarrassment কিয়?"

চিনে ক্লাবৰ উদ্বোধনীলৈ বুলি যেতিয়া গুৱাহাটীলৈ ২৫ এপ্ৰিলৰ দিনা উভতোঁ, এতিয়া মই ভাবিছিলোঁ— সেই মৰণ খেলবোৰৰ আশে-পাশে প্ৰতি মুহূৰ্ত্তে চৰকাৰক সেৱা কৰা কৰ্মচাৰী আৰু তেওঁলোকৰ মুখলৈ চাই থকা নাগৰিকসকলৰ নিৰাপত্তা

আনি দিব পৰা তথ্য নোহোৱা চৰকাৰক তেওঁলোকে আৰু কিমান দিন সেৱিব?

তদুপৰি, এটা কথাই বাৰে বাৰে মোৰ মনত ভুমুকি মাৰিছিল। কিছু দিন আগতে কহিমালৈ যোৱাৰ পথত এখন গাঁৱত মোক এগৰাকী নগা গাভৰুৱে তিনিটি অৰ্কিড দিছিল। তেওঁ কোন বুলি বন্ধু এজনক সোধাত ক'লে, "এওঁ এজন বিখ্যাত নগা সন্ত্ৰাসবাদীৰ স্ত্ৰী।" মই সুধিলোঁ, তুমি তোমাৰ স্বামীক কেইবছৰ দেখা নাই? তেওঁ ক'লে, "সৌ পাহাৰে পাহাৰে সি ঘূৰি ফুৰে। মাজে মাজে লগ পাওঁ তাক। ৬ বছৰ হ'ল।" মই আকৌ সুধিলোঁ, তুমি তেওঁৰ সৈতে নোযোৱা নেকি? গাভৰুগৰাকীয়ে ক'লে, "মাজে মাজে লগ পাওঁ। লেকিন সি ভাৰতত থাকিব নিবিচাৰে, মই ভাৰতৰ ভিতৰত নগা হৈ থাকিব বিচাৰোঁ। মোৰ বিশ্বাস আৰু তাৰ বিশ্বাস দোচোৰা।"

এই গাভৰুগৰাকী জানো নগা নহয়? সেই গাভৰু- গৰাকীৰ কণ্ঠ জানো নগা কণ্ঠ নহয়?

*( ৰচনা : ৬ মে', ১৯৬৬ চন।)*



# এইবাৰ অসমীয়া পুৰুষ হ'ল

অসমীয়ানো কেতিয়া 'পুৰুষ' নাছিল? লাচিতৰ শৌৰ্য্য আৰু সাহস জ্বলন্ত উদাহৰণ। আৰু কত সৰু সৰু লাচিতৰ জন্ম হৈছে আজিও। সঁচা কথা। পিচে, আজিৰ 'লাচিত'- সকলক লাভখোৰ, ক'লাবজাৰী মাৰোৱাৰীসকলে জেপত সুমুৱাই থৈছে যে! এটি বিশেষ জাতিক সাধাৰণীকৰণ (generalise) কৰা বেয়া। পিচে, সত্য সতাই। অসমৰ বাৰীত হোৱা তামোল-পাণৰ দাম কিমান? চাউল-দাইলৰ কথা এৰিছোঁৱেই। আজিৰ অসমীয়াৰ বেছিভাগেই ভাল কাপোৰযোৰ পিন্ধি, (বাটত লাইন দি বহু ঘণ্টা থিয় হৈ থাকি থাকি কিনা চাউলমুঠি নিমখেৰে খাই লৈ!) বাটত 'ইজ্জৎ' ৰাখি টহল দি ফুৰিব লগা হৈছে। ছোৱালীৰ বিয়া দিবৰ সময়ত মাৰোৱাৰীৰ হাতে-ভৰিয়ে ধৰি, জুই-ছাই সুদ দি, ধাৰ কৰি বংশৰ সন্মান ৰাখিবলগীয়া হৈছেহি। অসমৰ বজাৰবোৰ ৰাজস্থান হ'লহি। অসমীয়া তাত বিদেশী। বজাৰৰ ৰাজপথবোৰ মাৰোৱাৰী লৰীৰ গেৰেজ হ'লহি। যেন পৈতৃক সম্পত্তিহে! অসমীয়াই আন্দোলন কৰিব পাৰে বুলি ধাৰণা হৈছিল ভাষা আন্দোলনত। অসমীয়াই আন্দোলন কৰিব পাৰে বুলি ধাৰণা হৈছিল ১৯২১, '৩১, '৪২ চনত। পিচে, জীয়াই থকাৰ আন্দোলন অসমীয়াই কৰিব জনা নাছিল। স্বাধীনতাৰ পাচত প্ৰায় ১৯ বছৰে খাদ্যাভাৱক 'ভাগ্য' বুলি ধৰি লৈ অসমীয়াই মাথোঁ 'কবিতা' লিখিছিল — ব্যঙ্গ কবিতা। আন্দোলন কৰিব জনা নাছিল। Passive আছিল। Active হ'ব নেজানিছিল। আড্ডা মাৰিছিল চাহৰ দোকানত! সাংস্কৃতিক সভাত প্ৰথম আসন বেচিবলৈ হাতে-ভৰিয়ে ধৰিছিল মাৰোৱাৰী ব্যৱসায়ীক। তেওঁলোকে চেনি নাই বুলি ক'লে, নাই। চাউল নাই বুলি ক'লে, নাই। ইফালে, খাদ্যমন্ত্ৰীয়ে হেজাৰ বিবৃতি দিয়ক, 'খাদ্য উপচি পৰিছে' বুলি। ইলেকচনত মাৰোৱাৰী ব্যৱসায়ীয়ে যাৰ পিনে আৰ্থিক সহায় আগ বঢ়াব, তেওঁৱেই হয় চৰকাৰী ঘৰত আমাৰ প্ৰতিনিধি। এনেয়ে আমাৰ প্ৰতিনিধিসকলে মাৰোৱাৰী 'কৰ্তাকৰ্ত্তাৰ' বিৰুদ্ধে যাবলৈ টান পায়। শিলঙত বহুতো বৰ বৰ কৰ্ম্মচাৰীৰ সহধৰ্ম্মিণীয়ে এই ব্যৱসায়ীসকলৰ সৈতে দুপৰ নিশালৈ তাচ পাতেৰে জুৱা খেলি সময় কটায়। সেই ব্যৱসায়ীসকল তেতিয়া হ্যাবে। অৰ্থাৎ, ইচ্ছাকৃতভাৱে যদি সেই ধন স্বামীসকলক

আওপকীয়াভাৱে দিয়ে। বিনিময়ত ব্যৱসায়ীয়ে পাৰ্মিট পায়। অব্‌লিগেশ্বন। ধান, চাউল, চেনি, তেল গুদামত গোট খায়। ৰাইজে, মানুহে সৃষ্টি কৰা খাদ্যাভাৱত পৰি কলৌ-জপৌ কৰে। অসমত বিদ্ৰোহৰ বীজ পোতা হয়। ৰাইজে দেশৰ কথা ভাবে। ভাবে, দেশখন শত্ৰুৱে আগুৰি ধৰিছে বাহিৰৰপৰা। চীনৰ ৰঙা চকু। পাকিস্তানৰ হুঙ্কাৰ। পাহাৰী সঙ্কীৰ্ণতাক উচটোৱা ৰেভাৰেণ্ডসকলৰ কু-চক্ৰান্ত। তথাপি, ভাতমুঠি খাই জীয়াই থাকিবই লাগিব যে! মৰিলে শত্ৰুৰ সৈতে যুঁজিব কোনে? ৰাইজে সকলো ভালদৰে জানে। ডিফেন্স অব্ ইণ্ডিয়া ৰুলছ্ দেশদ্ৰোহীৰ বাবে। অন্যায়ৰ বিৰুদ্ধে কৰা গণতান্ত্ৰিক প্ৰকাশক ডিফেন্স অব্ ইণ্ডিয়া ৰুলছে টেঁটুত টিপা মাৰিব নোৱাৰে। ভাৰতত সৌভাগ্যক্ৰমে এতিয়াও পাৰ্লিয়ামেণ্টেৰী চৰকাৰ আছে। এতিয়াও সাহসী পাৰ্লিয়ামেণ্টেৰীয়ানসকলৰ মৃত্যু হোৱা নাই। অসমৰ ৰাইজে আজি বহুদিনৰপৰা টলকা মাৰি আছিল। এইবাৰ খাদ্যৰ বাবে গণ আন্দোলন কৰিলে। সমগ্ৰ ৰাজ্য ক্ৰোধত কঁপি উঠিল। ৰাইজে আইন নিজেই হাতত লৈ ফাঁচি দিব বুলি ত্ৰাসত ফাঁচিবজাৰৰ চোৰাং কাৰবাৰীয়ে ৰাতা-ৰাতি চাউল আদি নৈত পেলালে। নৰ্দ্দমাত চাউল উটি গ'ল। কিহৰ ভয়ত? ক্ৰোধান্বিত ৰাইজৰ ভয়ত। প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে সিদিনা কৈছে, "খাদ্যত ভেজাল দিয়াসকল হত্যাকাৰী।" পিচে, এই হত্যাকাৰীসকলক আমাৰ প্ৰতিনিধিসকলে শাস্তি নিদিলেও বা দিবলৈ গাফিলতি কৰিলেও অসমৰ ৰাইজে এইবাৰ দিবলৈ সাজু। ৰাইজ এইবাৰ একগোট হ'ল। যুৱ শক্তি টঙালি বান্ধি থিয় হ'ল। অসমীয়া ৰাইজ বহুদিনৰ মূৰত নাৰীসুলভতা এৰি 'পুৰুষ' হ'ল। পুৰুষ হ'ল। মহাপুৰুষ পাবলৈ নাই আজিকালি। কাপুৰুষ বাটে-ঘাটে। পুৰুষত্ব সেয়েহে ইমান আদৰণীয়। ইমান বৰণীয়।

*(আমাৰ প্ৰতিনিধি : ৭ম বৰ্ষ/১ ম সংখ্যা : ছেপ্তেম্বৰ, ১৯৬৬ চন)*



# অসমৰ বুদ্ধিজীৱী নিমাত

## বঙ্গ আৰু অসমৰ বন্ধুত্বত নিৰদ চি চৌধুৰীৰদ্বাৰা বাধা

যোৱা বছৰত প্ৰকাশিত The Continent of Circe নামৰ কিতাপখনৰ বাবে নিৰদ চি চৌধুৰীয়ে (The Autobiography of an Unknown Indian আৰু A Passage to England-ৰ ৰচক) এইবাৰ বিখ্যাত ডাফ্ কুপাৰ পুৰস্কাৰ পাইছে। কিতাপখন এতিয়া ভাৰতৰ বুদ্ধিজীৱীৰ হাতে হাতে। ইমান বিখ্যাত কিতাপ যেতিয়া — তাত থকা সকলো তথ্যই নির্ভুল বুলি ধৰি ল'বই — অন্ততঃ সত্য নজনা বহুতে, যদিও চৌধুৰীয়ে নিজেই কৈছে —" I have not even consulted books though naturally with ONE or TWO EXCEPTIONS all the references and citations have been checked."

সেই Check নকৰা Exception-অত অসমৰ ভাষা-সংস্কৃতি দুৰ্ভাগ্যবশতঃ সোমাই পৰিছে। এই কিতাপৰ ৩৬ আৰু ৩৭ পৃষ্ঠাত চৌধুৰীয়ে যিকেইটা দুৰভিসন্ধিপূর্ণ বাক্য বা তথ্য প্ৰকাশ কৰিছে, তাৰ মাজত আছে এইকেইটা—

**"In Assam, there existed and still exists a good deal of enmity between the Bengali settlers there and the descendants of the Mongoloid Ahom conquerors, kindred of the Shams of Burma, who invaded the country in the thirteenth century. In 1960 it burst out in open rioting in the Brahmaputra valley. The behaviour of the contemporary Ahoms was in striking contrast with that of the older Mongoloids in the hills ......বৰ্তমান অসম চৰকাৰৰ কথা কি কৈছে শুনক " *To all appearance, feeling safe that the provinicial Government which was predominantly Ahom would connive or at least turn the blind eye to their doings, they run amuck .....*" এইবাৰ চৰম কথাষিনি শুনক :**

"The Mongoloid Ahoms only demons- trated the general law afresh. They had accepted Hindu culture from Bengal and none but a madman will say that their language is not a dialectal offshoot of Bengali. Even the war cry is corrupt Bengali. But in recent years they have developed a very strong sense of an Assamese collective personality. With that they have also acquired a violent hatred for the Bengalis, who brought them into the fold of Hindu civilization, if not civilization itself. Had they remained the primitives that they were when they came like the Garos, Nagas, Khasis or Kukis, there certainly would not have been massacres Among us Indians cannibalism, in a manner of speaking, is the product, not of the savage state but of the civilized..."

এতিয়া ক'ত মৰিমগৈ আমি অসমীয়াই। এইজন চৌধুৰী এজন বয়োবৃদ্ধ 'Intellectual'। এওঁ বঙালী লোক। অসমীয়া ভাষা-সংস্কৃতি ঐতিহ্যৰ খুৰঙ্গী জনা আৰু অসমীয়া ভাষাৰ বিষয়ে ঐতিহাসিক positive মন্তব্য কৰি যোৱা বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰ, আচাৰ্য্য পি. চি. ৰায় আৰু এতিয়া শ্ৰীঅন্নদা শঙ্কৰ ৰায় (যোৱা ভাষা আন্দোলনত তেখেতে লিখা 'ড্ৰেগনৰ দাঁত'ৰ সুন্দৰ যুক্তি অসমীয়াই নিশ্চয় পাহৰা নাই) আদিৰ দৰে মহান বঙালীক এই নিৰদ চি. চৌধুৰী নামৰ বঙালীজনে অপমান কৰা নাইনে? নৃতত্ত্বৰ ক খ গ ঘ খিনিও পঢ়ি নোলোৱা চৌধুৰী বাবুৰ আস্ফালনৰ, অসমত একেলগে বাস কৰা অসমীয়া বঙালী সকলো Intellectual-এ প্ৰতিবাদ কৰিব নেলাগেনে? আমাৰ twisted তথ্যত বিশ্বাসী তথাকথিত অসমীয়া intellectual কেইজনে twisted আৰু distorted মনৰ চৌধুৰীজনৰ বিৰুদ্ধে যুক্তিৰ ঢাল উলিয়াই লোৱাৰ সময় হোৱা নাইনে? অসমৰ উদাৰতাক চৌধুৰী-জাতীয় লোকে দুৰ্ব্বলতা বুলি ভাবে বুলি অসমে এতিয়াও উপলব্ধি কৰা নাইনে?

বিহুৰ উখল-মাখলৰ পাচত সেয়েহে মোৰ মন বেয়া। অসমত জাতীয় সংহতিৰ পথত নিৰদ চি. চৌধুৰীইতে বাধা দিয়ে। আমি তাকে চাই নাকত তেল দি নিদ্ৰামগন হৈ, ধোদ হৈ বহি থাকোঁ। মনটো বেয়া এই বাবেই যে এই লেখকে নিজেই অসম আৰু বঙ্গৰ মৰমৰ সেতু বন্ধাত আজীৱন বিশ্বাসী।

*(আমাৰ প্ৰতিনিধি : ৭ মবৰ্ষ/১ম সংখ্যা : ছেপ্টেম্বৰ, ১৯৬৬ চন)*



# অসমৰ ফেডাৰেল গাঁথনি

ডেকাগিৰী অম্বিকাগিৰীৰ মৃত্যুৰ পাচতেই নাটকীয়ভাৱে এক পৰিস্থিতিৰ উদ্ভৱ হৈছে, সেয়া হ'ল অসমৰ ফেডাৰেল গাঁথনিৰ কথা — য'ত আমাৰ কেন্দ্ৰীয় চৰকাৰে পাৰ্ব্বত্য নেতৃ-সম্মিলনীৰ এমুঠি নেতাৰ শুচৰত অসমৰ ফেডাৰেল গাঁথনিৰ প্ৰস্তাৱ কৰি, অসমৰ জনসাধাৰণৰ সংখ্যাগৰিষ্ঠ মতামতক উপেক্ষা কৰি অসমৰ ঐতিহ্য আৰু ঐক্যত কুঠাৰাঘাত কৰিছে। অসমৰ ওপৰত এনে আঘাতৰ কথাকেই ডেকাগিৰীয়ে জীৱনত আশঙ্কা কৰিছিল আৰু এনেকুৱা আঘাতৰ কথাৰ বিপক্ষেই বৃদ্ধ অৱস্থাতো বজ্ৰকণ্ঠেৰে নিনাদ তুলিছিল। দুখলগা কথা এইখিনিতে যে অসমত আজি এনে দুৰ্দ্দিনৰ সময়ত নেতাসকলৰ নেতৃত্বৰ অভাৱ হৈছে, তেওঁলোকে মুখ খুলি জনতাৰ বক্তব্য — আকাঙ্ক্ষাৰ কথা ব্যক্ত কৰিব পৰা নাই। আনহাতে, ছাত্ৰসকলে ন্যায্য দাবী প্ৰতিপন্ন কৰাৰ কাৰণে আগ বাঢ়ি আহিব লগা হৈছে। শৃংখলাবোধৰ অভাৱ বুলি স্বৰাজোত্তৰ যুগতো দাবী কৰি অহা ছাত্ৰসকলক সুস্থিৰে থকাৰ পৰিৱেশ নিদিয়া এই নেতৃসকলেই ইয়াৰ বাবেও জবাবদিহি হ'ব লাগিব। সময় থাকোঁতেই সকলোৱে অসমৰ ফেডাৰেল গাঁথনিত আপত্তি প্ৰদৰ্শন কৰি গণতান্ত্ৰিক ভেটি আৰু সবল কৰাৰ কাৰণে আগবাঢ়ি অহা উচিত বুলি আমি ভাবোঁ। নহ'লে অসমক খণ্ড বিখণ্ড কৰি জাতীয় ঐক্যত কুঠাৰাঘাত কৰা হ'ব — অসম এখন দ্বিতীয় শ্ৰেণীৰ ৰাজ্যত পৰিণত হ'ব। অসমৰ ঐতিহ্য, সাহিত্য আৰু সামাজিক আদি দিশৰ পৰিপুষ্টি সম্পৰ্কে বাহিৰৰ কথা বেলেগেই, গাত লাগি থকা ৰাজ্যৰ লোকো অৱগত নহয়— এনে হ'লে, নিজস্ব গৌৰৱ থাকিও অসম আৰু অন্ধকাৰত নিমজ্জিত হ'ব লাগিব।

অসমৰ ক্ষেত্ৰত প্ৰয়োগ কৰিব খোজা এই ফেডাৰেল গাঁথনিয়ে যে অসমকে আঘাত কৰি থাকিব, এনে নহয়। এয়া হ'বলৈ হ'লে, অসম প্ৰথম বলি হৈ ভাৰতৰ আন প্ৰান্ততো এনে বিভেদকামী নীতিৰ অনুকৰণ হৈ সমগ্ৰ ভাৰতৰ ঐক্যতে আঘাত কৰাৰ আশঙ্কা আছে।

আমাৰ লক্ষ্য সাধাৰণতে ৰাজনীতিৰপৰা আঁতৰত থকাটোহে। কিন্তু বৰ্ত্তমান যি পৰিস্থিতিৰ উদ্ভৱ হৈছে — সি কেৱল ৰাজনীতিতে আবদ্ধ নেথাকি আমাৰ ঐক্য

সাহিত্য-সংস্কৃতিৰ বিভেদকাৰী শত্ৰু দানৱৰ দৰে থিয় হৈছেহি। সেয়েহে, আমি সাংস্কৃতিক লক্ষ্যেৰে এই মতামত প্ৰকাশ কৰিবলৈ বাধ্য হৈছোঁ। অসমকেশৰীৰ ভাষাতেই কৈছোঁ 'অসম গেল গেল'।

দুষ্কৃতিক আঁতৰাই সংস্কৃতিৰ মণিকোঠাত সুন্দৰৰ আৰাধনা কৰা ৰূপকোঁৱৰৰ ভাষাতো কওঁ—

'সাজু হ'বৰে হ'ল ডেকা ল'ৰা
সাজু হ'বৰে হ'ল —।'

*(আমাৰ প্ৰতিনিধি : ৭ ম বৰ্ষ/ ৬ ষ্ঠ সংখ্যা : ফেব্ৰুৱাৰী, ১৯৬৭ চন)*



# লাচিত সেনা গঢ়ক

## দুৰ্নীতি বন্ধ কৰক

কেন্দ্ৰীয় চোৰাংচোৱা বিভাগৰ বিশেষ পুলিচ শাখাই ১৯৬৬ চনৰ সময়ছোৱাত দুহেজাৰ চাৰিশ ছয়ষষ্ঠিটা প্ৰাথমিক আৰু নিয়মিত গোচৰ হাতত লয়। এই গোচৰসমূহৰ ভিতৰত দুহেজাৰ দুশ আঠটা হ'ল ভেটী লোৱা দুৰ্নীতি, চৰকাৰী কৰ্ম্মচাৰীৰ ক্ষমতাৰ অপব্যৱহাৰৰ অভিযোগ আৰু বাকীকেইটা (দুশ আঠাৱনটা) ব্যক্তিগতভাৱে কৰা বিভিন্ন অপৰাধমূলক গোচৰ। কেন্দ্ৰীয় চৰকাৰৰ চোৰাংচোৱা বিভাগে প্ৰতিবেদনত স্পষ্টভাৱে কৈছে যে চাকৰিয়ালৰ ভেটি লোৱা দুৰ্নীতি, অসাধু আচৰণ আৰু অপব্যৱহাৰৰ অভিযোগৰ সংখ্যা আপেক্ষিকভাৱে বৃদ্ধি হৈছে। ১৯৬৫ চনত এনে গোচৰৰ সংখ্যা আছিল দুহেজাৰ ঊনচল্লিশটা আৰু ১৯৬৪ চনত আছিল এহেজাৰ আঠশ পঁচাশীটা। এয়া চৰকাৰী বাতৰি। আমাৰ মতে দুৰ্নীতিৰ সাগৰৰ এই সংখ্যা মাথোঁ এবাল্টিহে! ধৰা নপৰা দুৰ্নীতিৰ সংখ্যা এই প্ৰতিবেদনত নাই! কিম্বা চোৰাংচোৱা বিভাগেও ভেটি খাই দেখিও নেদেখা দুৰ্নীতিবে এৰি দিয়া দৃষ্টান্তবোৰৰ সংখ্যাও ইয়াত নাই।

আজি আমি অসমত কি দেখিছোঁ? দুৰ্নীতি নাই ক'ত? শিক্ষাত দুৰ্নীতি। ঔষধৰ ব্যৱসায়ত দুৰ্নীতি। মথাউৰিত দুৰ্নীতি। খাদ্যত দুৰ্নীতি। আনকি, দেশৰ নিৰাপত্তা ৰক্ষাতো ঘোৰ দুৰ্নীতিৰ শেষ নাই। শাসকসকল ক্ষমতাৰ গাদীত মৌনেন সম্মতি দি বহি আছে নামাবলী গাত মেৰিয়াই। যেতিয়াই ৰাইজে দুৰ্নীতিৰ বিৰুদ্ধে চিঞৰে, তেতিয়াই শাসকসকলে ৰঙা চকু দেখুৱাই কয়— "এয়া অতিৰঞ্জিত কথা।" বিধানসভাত যেতিয়া বিৰোধী পক্ষ বা কংগ্ৰেছ পক্ষই দুৰ্নীতিলৈ আঙুলিয়ায়, তেতিয়াই মন্ত্ৰীসভাৰ কোনোবা এজনে জাঁপ মাৰি উঠি কয়— "আমাৰ নীতি ভাল।" দুৰ্নীতি দমনত ৰাইজৰো সহযোগিতা দৰকাৰ। সেয়েহে, আমি আজি ক'ব খুজিছোঁ : সমগ্ৰ অসমতে ৰাইজৰ ফালৰপৰা 'লাচিত সেনা' নামেৰে এটি গণসেনা গঢ়ি তোলক। চোৰাংবেজাৰী, ভেটীখোৱা চৰকাৰী চাকৰিয়াল আৰু ভেটী দিওঁতাসকলকো হাতে-লোটে ধৰক। ধৰি, ৰাইজৰ সমুখত তেওঁলোকক থিয় কৰাওক। চৰকাৰক কওক— "এয়া আমি

ধৰিছোঁ, চোৰ। এয়া প্ৰমাণ। এতিয়া শাস্তি দিয়ক। আপোনালোকে ভেটী লৈ এৰি দিলে আপোনালোককো আমি, অৰ্থাৎ গণমানসৰ প্ৰতিনিধি লাচিত সেনাই ৰাজআলিৰ ইলেক্ট্ৰিক পোষ্টত ফাঁচি দিম। আপুনি মোৰ মোমাই হ'ব পাৰে, তথাপি আপোনাক আমি কাটিমেই। কাৰণ দেশতকৈ মোমাই ডাঙৰ নহয়।"

*( আমাৰ প্ৰতিনিধি : ৭ম বৰ্ষ/ ১১ শ সংখ্যা : জুলাই, ১৯৬৭ চন )*



# ফাঁচিবজাৰৰ জুই

ফাঁচিবজাৰৰ জুইৰ সৈতে অসমবাসীৰ মনৰ জুইৰ সম্বন্ধ আছে নে নাই?

— সকলো ভাৰতীয়ৰ দৰেই ময়ো সদায় ৰাজস্থানৰ ঐতিহ্য, সাহিত্য, ইতিহাস, সংস্কৃতিক গভীৰভাৱে সন্মান কৰি আহিছোঁ।

— অকল তীব্ৰ গৰিহণা দিলেই সমস্যা শেষ নহয়।

— শিৱসাগৰৰপৰা বাছেৰে আহি যোৱা ২৬ জানুৱাৰী, (১৯৬৮ চন) তাৰিখে দোকমোকালিতে মই আৰু ভাৰতৰ বিখ্যাত ইণ্ডিয়া ৰিভাইভেল গ্ৰুপৰ ৩৮জনীয়া দল এটি গুৱাহাটীৰ ডাকবঙলাত উপস্থিত হৈছোঁহি। লক্ষ্যস্থান আমাৰ গাৰোপাহাৰ। গুলজাৰ নামৰ মুছলমান লগুৱা এজনে ৰাষ্ট্ৰীয় পতাকাখন আঁৰি ডাকবঙলাৰ সমুখত উৰুৱাই দিলে। পতাকা সগৰ্ব্বে উৰিল। দহ বজাত জুই দেখি মই পাণবজাৰৰ অভাৰ ব্ৰীজৰ ওচৰলৈ গৈ দেখোঁ, অসমীয়া, বঙালী ৰাইজে লৰী এখনৰপৰা লুট কৰা কমলাটেঙা খাই ফাঁচিবজাৰৰপৰা ওলোৱা জুই চাইছে। কিছু ছাত্ৰই মোক ক'লে, "দাদা, ভিতৰলৈ যাওক, আপুনি বিৰোধী পক্ষৰ এম.এল.এ. মানুহ, ক'ৰবাত আপোনাকো সাঙুৰিব। ফাঁচিবজাৰত মাৰোৱাৰী- সকলক আক্ৰমণ কৰিছে বোধ হয়।" কোনোবাই ক'লে, "বি এণ্ড দে'ৰ সুৰাৰ দোকান লুট হ'ল।" সুধিলোঁ, "বঙালী-অসমীয়াৰ কাজিয়া নেকি?" এজন বঙালী ছাত্ৰই ক'লে, "না দাদা, ওটা alcoholism, provincialism নয়। আসল ৰাগ মাৰোৱাৰীদেৰ উপৰ।" এনেতে, মোক প্ৰায় গাৰ জোৰেৰে দুজনমানে ঘূৰাই লৈ আহিল। ডাকবঙলাত মই ইম্‌পিৰিয়েল টোবেকো কোম্পেনীৰ বঙালী উচ্চ কৰ্ম্মচাৰী এজনৰপৰা গম পালোঁ যে তেওঁলোকৰ চিগাৰেটৰ গুদাম জ্বলোৱা হ'ল। ঘৰটো হেনো মাৰোৱাৰীৰ। এনেতে দেখিলোঁ, এখন বাছ গাৰো ৰাইজে মোলৈ পঠাইছে। সেইদিনাই আমি আগৰ নিমন্ত্ৰণ মতে গাৰোপাহাৰ পাবগৈ লাগিব। ২৭/২৮ জানুৱাৰীত বিৰাট মেণ্ডেলত সাংস্কৃতিক অনুষ্ঠানত যোগ দিবগৈ লাগিব। গাৰো ৰাইজ সাগ্ৰহে হেনো বৈ আছে। সেই বাছখন আছিল মাৰোৱাৰী মালিকৰ। মই তৎক্ষণাৎ গাড়ীখনক ডাকবঙলাৰ পিচফালে থোৱালোঁ। তাৰপাচত, D.C., S.P., D.I.G. সকলোকে ফোন কৰিলোঁ। কাৰো সঁহাৰি নাই। এনেতে, কাৰ্ফু আহিল,

১৪৪ ধাৰা আহিল। গুৱাহাটী মহানগৰী মিলিটেৰীৰে ভৰি পৰিল। নাগৰিকসকলো য'তে আছিল, ত'তে বন্দী হৈ ৰৈ গ'ল।

## অপদাৰ্থ ছায়গল

ওলালেই যে গুলী কৰিব, আমি অসহায় হ'লোঁ। আমাৰ মন আৰু অশান্ত হ'ল। পুলিচ অকৰ্ম্মণ্য হ'ল। পঞ্জাবী I.A.S., চলিহাদেৱৰ বৰ মৰমৰ শ্ৰীছায়গল অকৰ্ম্মণ্য প্ৰমাণিত হ'ল। এই মানুহজনে এবাৰ আগতে মিজো হিলত অসম চৰকাৰক বিপদত পেলোৱা সত্ত্বেও এই চৰকাৰৰ 'মৰমী শাসক' হৈয়ে থাকিল। অসমীয়াক দুৰ্ব্যৱহাৰ কৰাৰ বাবে এই ছায়গল কুখ্যাত হৈ উঠিছিল। যিহওক, এওঁ যে অপদাৰ্থ শাসক --প্ৰমাণিত হ'ল। এতিয়া তেওঁ কৈছে হেনো যে অসমীয়া পুলিচে নেমানে। আই ঐ দেহি, নেমানে যদি আগতে শ্ৰীচলিহাদেৱক, I.G.P. শ্ৰীভৱানী বৰুৱাদেৱক নজনালা কেলেই ছায়গলে? অসমৰ বদনাম হোৱাটোকে এইজন মহাপুৰুষ I.A.S.-এ বিচাৰিছিল নেকি?

সেই নিশা বাছখনৰ মাৰোৱাৰী নামত 'অসম বাণী' এঠা লগাই লৈ অশান্তভাৱে উজাগৰে থাকি, পুলিচক জনাই আমি সেই বাছ আৰু এখন Car লৈ জনমানৱহীন, মিলিটাৰীৰে ভৰা জ্বলন্ত গুৱাহাটীৰ ৰাজপথেদি গাৰোপাহাৰ অভিমুখে যাওঁতে আমাক আৰু আমাৰ সৈতে থকা আন্তৰ্জাতিক খ্যাতিসম্পন্ন নানা ভাষা-ভাষী শিল্পীসকলে বহুবাৰ নামি নামি আমি যে বন্দুক বাৰুদ লৈ যোৱা নাই, Gun লৈ যোৱা নাই 'গান' হে নিছোঁ, প্ৰমাণ দিব লগীয়া হৈছিল। ডাকবঙলাৰপৰা গুৱাহাটী বিশ্ববিদ্যালয় পাওঁতে প্ৰায় আঢ়ৈ ঘণ্টাকাল অসভ্য, অমাৰ্জ্জিত পঞ্জাবী মিলিটেৰীৰ জেৰাৰ সন্মুখীন হ'বলগীয়া হৈছিল। অসম পুলিচৰ অসমীয়া D.S.P. এজনে আমাৰ চিনাকি দিওঁতেও সেই অসভ্য পঞ্জাবী মিলিটাৰীজনে কুকুৰৰ দৰে যেংঘেঙাই উঠিছিল। বাটতে গম পালোঁ, বহুতো অসমীয়া ভদ্ৰলোকক মিলিটেৰীয়ে 'চালে আচামী লোগ' বুলি বিনা কাৰণত প্ৰহাৰো কৰিছে। মোৰ হাতত জয়ন্তৰ গীটাৰখন আছিল। ভাগ্যে সেইটো বন্দুক নাছিল। মেজৰ ৰায় নামৰ বঙালী কমাণ্ডিং অফিচাৰ এজনে শেষত ভদ্ৰভাৱে ক'লে, "আপনাৰাই প্ৰথম লোক, যাকে আমৰা গৌহাটীৰ বাইৰে যেতে অনুমতি দিলাম। গাৰোপাহাড়ে পাহাড়ীৰা যদি আপনাকে জ্বালিয়ে দেয়? কেন যাচ্ছেন মশাই!" মই ক'লোঁ, আমাৰ জীৱনৰ দায়িত্ব আমাৰ হাতত এৰি দিয়ক। গাৰোসকলে মোক মাতিছে। মই আজি জানুৱাৰীৰ ২৭ আৰু কাইলৈ ২৮ তাৰিখে (১৯৬৮ চন) গান গামেই। অসমীয়াৰ মৰম গাৰো ৰাইজক জনামেই।

## গাৰোৱেও দেখোন অসমীয়াক আদৰে, জুই জ্বলাৰ পাচতো

সেইদিনা আৰু তাৰ পাচদিনা গাৰোসকলে আমাক আথে-বেথে আদৰিলে। কেপ্টেইন চাংমাকে ধৰি A.P.H. L.C. নেতাসকলেও সুন্দৰভাৱে মৰম জনালে। প্ৰায় ১০ হেজাৰ লোকে অসমীয়া গীত-মাত শুনিলে। অসমীয়া আৰু গাৰোসকলৰ যুগ যুগৰ বন্ধুত্বৰ কথা মঞ্চত ক'লে। গাৰো ভাষাৰ কবিতাত তাকে গালে। গাৰো শিল্পীয়ে অসমীয়া গীত গালে। আমি গাৰো গীত গাই সন্মান জনালোঁ। ক'তা, অসমীয়াক জ্বলাইতো নিদিলে। জনৈক গাৰো নেতাই, অসমীয়া ভাষাত আমাক ক'লে, "হাজৰিকা চাহাব, ফাঁচিবজাৰৰ জুইৰ সৈতে re-organization-অৰ সম্বন্ধ নাই বুলি আমি বুজিছোঁ। ই এটা ব্যৱসায়িক সম্প্ৰদায়ৰ বিৰুদ্ধে ক্ষোভ নহয় জানো? আমি বুজিছোঁ।"

অ' পাহৰিছিলোঁৱেই। জানুৱাৰীৰ ২৭ তাৰিখে গাৰোপাহাৰলৈ যাত্ৰা কৰাৰ আগতে, ৰাতিপুৱা ডাকবঙলাত সগৰ্বে উৰি থকা জাতীয় পতাকাখন বা মাৰোৱাৰী মালিকৰ পৰা ভাড়া লোৱা (মাৰোৱাৰীৰ নাম লিখা) বাহখন ওচৰৰে কটন ছাত্ৰাবাসৰ হেজাৰ হেজাৰ ছাত্ৰইতো অকণো অসন্মান কৰা নাছিল। বাহখনতো পুৰি পেলোৱা নাছিল। অসমৰ সমগ্ৰ ছাত্ৰসমাজ উচ্ছৃংখল বুলিতো মোৰ অভিজ্ঞতাই নক'লে। সেই পতাকা সগৰ্বে উৰি আছিল কেইবাদিনো। তাৰ পাচত, ডাকবঙলাৰ কৰ্মীয়েহে নমাই থ'লে।

আজি ২৩ ফেব্ৰুৱাৰীত (১৯৬৮ চন) শিলঙত বহি মই এই সম্পাদকীয় লিখিছোঁ। কালি বিধানসভাত মই এই বিষয়ে মোৰ বক্তব্য ক'লোঁ। চৰকাৰৰ ওপৰত অনাস্থা প্ৰস্তাৱৰ সমৰ্থনত।

## এটি বিশ্লেষণ

ফাঁচিবজাৰত ২৬ জানুৱাৰীত (১৯৬৮ চন) জুই জ্বলাটো সত্য। কোনোবাই জুই জ্বলোৱা কথাটোও সত্য। 'মাৰোৱাৰী' নামৰ বিশেষ সম্প্ৰদায়ৰ সম্পত্তি বেছিকৈ নষ্ট কৰাটো সত্য। Chauvinism, Racialism আদিয়ে জনসাধাৰণক মূল সমস্যাসমূহৰ (খাদ্যৰ অভাৱ, নিবনুৱা সমস্যা আদিৰ) পৰা ফালৰি কটোৱা বা একতা নষ্ট কৰা কথাটোও সত্য কথা। কিন্তু সমগ্ৰ অসমীয়া জাতিটো 'ৰাক্ষস' বা Chauvinistic বোলা বৰ বৰ বিবৃতিবোৰ অসত্য। 'অনা-অসমীয়া' সকলোকে সমগ্ৰ অসমীয়াই ঘিণ কৰে বোলা কথাটো অসত্য কথা। সেই কথা বিমান 'ডাঙৰ' ৰাজনৈতিক নেতাই

নকওক কিয় — প্ৰমাণ কৰাৰ সাহস তেনে লোকৰ নাই। অসমৰ সমগ্ৰ ছাত্ৰ-সমাজ হিংসাত্মক কামত লিপ্ত বোলা কথাটো অসত্য।

গুৱাহাটীৰ ধ্বংস কাৰ্য্যত সক্ৰিয়ভাৱে লিপ্ত হোৱা অপৰাধত কাৰাবাসত ৰখা লোকসকলৰ হিচাপটো মই আনিছোঁ। এই হিচাপ মই ২২ ফেব্ৰুৱাৰীৰ বিধানসভাতো দাখিল ধৰিছোঁ। সেই হিচাপ চৰকাৰৰ জে'লবিভাগৰ পৰা কালি মই অনাইছোঁ।

জে'লত সুমুওৱা মুঠ 'আচামী'ৰ সংখ্যা ৫৬০ জন (২৭জানুৱাৰীৰপৰা ৯ ফেব্ৰুৱাৰীলৈ)। সেই 'আচামী' সকলৰ মাজত অসমীয়া হিন্দু-মুছলমান মাথোঁ ১৯৫ জন। বঙালী ৮৩ জন। মণিপুৰী ১৮ জন। নেপালী ১৫ জন। পঞ্জাবী ৩ জন। কেৰালাৰ মালয়ালম ভাষা-ভাষী ৬ জন। বিহাৰী ৭৭ জন। ধৰ্ম্মৰ ফালৰপৰা এই ৫৬০ জনৰ ৩৮৯ জন হিন্দু আৰু মুছলমান ১৬৮ জন। খ্ৰীষ্টান আছে ৩ জন। ছাত্ৰৰ সংখ্যা মুঠ ৮৩ জন। মাৰোৱাৰী এজনো নাই। তেওঁলোক আক্ৰান্তহে।

এতিয়া ওলাই নপৰেনে যে গুৱাহাটীত দুৰ্ঘটনা অকল অসমীয়াই বা অকল মুছলমানে বা অকল অসমৰ ছাত্ৰ- সমাজেই কৰা বুলি চিএৰা বিবৃতি সঁচা নহয়? ধ্বংস কাৰ্য্য কোনো শান্তিপূৰ্ণ নাগৰিকে ভাল নেপায়। নহ'লে সমগ্ৰ অসমতে এনে হ'লহেঁতেন। কাৰাৰুদ্ধ এই সকলো লোকেই জাতি লৈ বিদ্বেষ কৰিছেনে? নে 'নোপোৱাৰ বেদনা' থকা জাতিৰ এওঁলোক সকলোৱেই আক্ৰান্ত সম্প্ৰদায়টোৰ সকলো ক'লাবজাৰী, চোৰ, 'টকা ধৰ্ম্ম টকা স্বৰ্গ'ত বিশ্বাসী বুলি সাধাৰণীকৰণ কৰাটো আমি বেয়া পাওঁ। পিচে, সেই বিশেষ সম্প্ৰদায়টোৱে জানো সমগ্ৰ অসমীয়া জাতিটোক 'ৰাক্ষস' 'জাতীয়বিৰোধী' বুলি সাধাৰণীকৰণ কৰি অহা নাই?

## Chauvinism কাৰ? অসমীয়াৰ নে ৰাজস্থানীৰ?

ৰাজস্থানৰ জয়পুৰৰপৰা প্ৰকাশিত বিখ্যাত 'ৰাজস্থান ক্ৰনিকল্' নামৰ বাতৰি-কাকতখনত, সুখাদিয়া, মাধোক আদিয়ে গুৱাহাটী চাই যোৱাৰ পাচত, সম্পাদকীয় লিখিছে কি — পঢ়ক। এইখন ফেব্ৰুৱাৰীৰ ১১ তাৰিখৰ কাকত—

EDITORIAL OF THE RAJASTHAN CHRONICLE

Dated Jaipur, Sunday, February, 11, 1968.

"THE THREE HOUR DESTRUCTION AT GAUHATI"

The Republic Day was celebrated this year in Assam, not with flags and buntings, not with marchpasts and slogans, not with folk-dances and music, but with an unprecedented demonstration of violence and fury against innocent peace-loving non-Assamsese people, particularly against Rajasthani businessmen, who are known throughout the world for their honesty, integrity, truthfulness,

enterprise and deep attachment to the ideals of democracy and socialism.

The infamous three-hour havoc wrought by a para-military organization of Assamese youth the Lachit Sena will go down in history as the blackest deed of a traitorous people against the most patriotic businessmen of Rajasthan who have always been in the vanguard of freedom struggle and the main prop of Gandhian movement in this country.

The traitors of Assam, who played into the hands of Chinese marauders and Pakistani infiltrators, should not forget that like the rest of the country, Assam too owes its freedom from British rule to the generosity, munificence and charities of Rajasthani industrialists and businessmen. The way-ward youth of Assam has only to ask the older generation to know that there would have been no freedom struggle in India and no freedom for this country, out for the generous financial assistance Mr Birla gave to Mahatma Gandhi and his friends in the Congress Party

The Assamese people must also remember that it is because of the generous investments by Rajasthani businessmen that Assam today is one of the most advanced States in the country, industrially and politically. They can ill-afford to shut their eyes to the present industrial bonanza in the State, the affluence they have brought to Assam through massive industrial complexes, presently dotting the map of this frontier State.

The peace-loving people of Rajasthan have been deeply stirred and shocked by the holocaust in Assam, which they had built brick by brick ignoring the construction work in their home State. It is natural that they should feel grieved and sad over the violent fury of an ungrateful people, for whose well-being, progress and prosperity they had sacrificed their own interests.

It is heartening to know that our most beloved and dynamic Minister of Industries, Mr. Harideo Joshi rushed to Assam and conveyed the condolences of the people of Rajasthan to their fellow citizens in Assam over their terrible and unprecedented loss of property in the land of their own creation.

Mr. Harideo Joshi, who is rightly known as the voice and conscience of Rajasthan, has already protested to the Government

of Assam against the brutal violence of Assamese youth and demanded immediate rehabilitation and compensation for the victims of the great tragedy.

All those who hold dear to their heart, the unity of the country and accept it as the basic postulate of our freedom and sovereignty will strongly endorse Mr. Joshi's demand and urge its immediate acceptance by the inapt and inactive Government of Assam, which remained a silent spectator to the Republic Day holocaust in Gauhati.

It is good to know that the Assam Chief Minister, Mr. Chaliha is already seized of this problem and he is doing his mighty best to help the sufferers stand on their own again. It is re-assuring to find that the people of Assam, by and large, are wedded to the ideals of peace and unity, democracy and socialism. They do not approve of the un-Indian activities of a handful of Pakistani and Chinese agents in Assam. They are grateful to the people of Rajasthan for building a New Assam on the debris of the old.

We are quite confident, with the passage of time, the wounds will heal up and the Assamese people will repent for their folly. We also hope, they will learn to live peacefully and happily with the people who built their State with their own sweat and blood and who provide them their daily bread. After all, they can ill-afford to quarrel with their Annadatas from Rajasthan.'

পঢ়িলে নহয়? ৰাজস্থানীসকলে নিজৰ ৰাজ্যলৈ পিঠি দিও হেনো অসমীয়াক ইমান দিনে 'অন্নদাতা' ৰূপে ৰক্ষা কৰিছে। ভাৰতে স্বাধীনতাও হেনো পাইছে ৰাজস্থানী ধন মহাত্মাক বিৰলাই দিয়াৰ বাবেহে। চলিহা চৰকাৰক কৈছে 'অকৰ্মণ্য চৰকাৰ' বুলি। অসমীয়া জাতিটো ৰাজস্থানীসকলৰ প্ৰতি 'অকৃতজ্ঞ' হোৱা হেনো উচিত নহয়।

## অসমৰ ৰাজস্থানী পুঁজিপতিসকলে Heart Searching কৰক

উক্ত উক্তিৰ প্ৰতিবাদ আজিলৈকে (২৩।২।৬৮) অসমৰ কোনো ৰাজহুৱা সংস্থাই কৰা নাই কিয়? এইখিনিতে মোৰ দুখ। তেওঁলোকেও 'মৌনেন সম্মতি' জনাইছে নেকি? কালি মই এই সম্পাদকীয় বিধানসভাৰ মজিয়াত নিৰ্দলীয় সদস্য ৰূপে সদনত চিএমক পঢ়ি শুনাইছোঁ এই বাবেই যে অসম চৰকাৰে কিয় এইবোৰ

তৃতীয় শ্ৰেণীৰ ৰাজস্থানী নেতাক আনি সমগ্ৰ অসমীয়া জাতিকে গালি পৰাইছেহি? চৰ্চ্চাৰ বিষয় হ'ল। সমগ্ৰ অসমীয়া জাতিয়ে কি জগৰ লগালে? কিছুমানে কয়, 'এইবোৰ পাকিস্তানী।' দিনৰ দহ বজাত গুৱাহাটী মহানগৰীলৈ যদি পাকিস্তানী বা চীনৰ লোক আহিব পাৰে, তেন্তে ভাৰতৰ defence মন্ত্ৰীবিভাগে কাৰ কিটো কৰি আছে? যদি C.I.A-ৰ যোগ আছে, তেন্তে প্ৰমাণ ক'তা? যদি নক্সালবাদীৰ কোনো লোক, তেন্তে প্ৰমাণ ক'তা? প্ৰমাণ দিলেহে আমি বিশ্বাস কৰিম।

এতিয়া ক্ষতিপূৰণ ৮৫ লাখ টকা দিয়া হ'ব। তদন্ত এটিৰ ব্যৱস্থা কৰা হৈছে। তাতো টকা বেছ খৰচ কৰোৱাৰ ব্যৱস্থা ছায়গলৰ অকৰ্ম্মণ্যতাই সহায় কৰিলে। প্ৰাইমেৰী স্বাস্থ্যকেন্দ্ৰ বা প্ৰাথমিক স্কুলৰ বাবে পইচা খুজিলে শ্ৰীত্ৰিপাঠীয়ে কয়, - নাই। নাই!! নাই!!!

ফাঁচিবজাৰৰ এই জুই অৰ্থনৈতিক শোষণৰপৰা হোৱা নাইনে? মোক এজন আক্ৰান্ত লোকে নিজেই কৈছে যে আক্ৰমণকাৰী এজনে অগ্নি সংযোগ কৰাৰ আগতে চিএৰিছিল, "কামাখ্যা ত্ৰিপাঠীৰ পোষ্যপুত্ৰইত, আৰু কিমান টিঘিলঘিলাবি তইঁতে?" - এই কথাটো বৰ গুৰুত্বপূৰ্ণ কথা। কিয়নো, তেখেত আছিল ইমান দিনে অসমৰ উদ্যোগমন্ত্ৰী। তেওঁৰ নীতিয়ে অসমৰ থলুৱা লোকক কিমান উপকাৰ কৰিলে? তেলীৰ মূৰত তেল দিয়া নীতি তেওঁৰে আছিল। এই ত্ৰিপাঠী ডাঙৰীয়াই জাতীয় পতাকা উত্তোলন কৰি, শাসন নেৰাখি জ্বলন্ত গুৱাহাটীৰ মাজেদি সেইদিনাই খন্তিয়া হৈ তেজপুৰলৈ পলাই গৈ অসম সাহিত্য সভাত কি সাহিত্য কৰিছিল শ্ৰীহিতেশ্বৰ মহন্তৰ দৰে 'সাহিত্যপ্ৰেমী'সকলৰ সৈতে। কথাটো হয়নে? নৃত্য নাটিকা কৰিছিল নেকি? চীনা আক্ৰমণৰ সময়ত তেজপুৰৰপৰা আৰু নগাঁৱৰপৰা সৌ সিদিনা খাদ্য আন্দোলনৰ সময়ত এই শ্ৰীত্ৰিপাঠীয়েই পলোৱা বুলি বিধানসভাত খোল উঠে কিয়? এই মন্ত্ৰীজনে সকলো অকংগ্ৰেছী লোকৰ গাতে কমিউনিজমৰ গোন্ধ পায় হেনো? কংগ্ৰেছৰ বাবে ইলেকশ্যনত 'তেলী'সকলেই চান্দা বেছি দি চৰকাৰ কিনাৰ বিশেষজ্ঞ হৈছিল। চিনেমা হল যাৰ ৬টা আছে, তেওঁ আৰু ১০টা পাব। যাৰ দানৰ কল ৪টা, তেওঁ আৰু ৪টা পাব। এই পুঁজিপতিসকলে কংগ্ৰেছক চান্দা দিব চৰকাৰ কিনিবৰ বাবে। ইফালে, ঘৰত কৰিব মহাত্মা গান্ধীক হত্যা কৰা R.S.S.-অৰ কুচকাৱাজ বা সাম্প্ৰদায়িক জনসংঘৰ পূজা। চৰকাৰক দুয়োটা বস্তুকেই সমানে লাগে। অসমৰ শিল্প-উদ্যোগ বিভাগৰ অসমীয়া অধিকাৰীইতেও সেই সোঁতত উজোৱা দেখি আহিছে। পেট্ৰ'ল পাম্পৰ বাবে অসমীয়াৰ যোগ্যতা নাই। মাৰোৱাৰীৰহে আছে। অসমৰ অসমীয়াই জাতীয় পতাকাক সদায়েই সম্মান কৰি আহিছে। ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে অসমৰ স্বাধীনতা সংগ্ৰামত যেতিয়া অসমীয়া শ্বহীদে প্ৰাণ দিছে, তেতিয়া অধিকাংশ মাৰোৱাৰী মিলিটেৰী কনট্ৰেক্টত ব্যস্ত নাছিলনে? ফাঁচিবজাৰৰ ক'লাবজাৰী,

চোৰ, ভেজালকাৰীৰ 'সৰগ' নহয়নে? কেইজনমানৰ কৰ্ম্মৰ বাবে সমগ্ৰ অসমীয়াকে গৰিহণা নিদি, ফাঁচিবজাৰৰ জুইৰ কাৰণসমূহ ফঁহিয়াই উলিয়াওক। মাৰোৱাৰীসকলৰ বেছিভাগেই পুঁজিপতি ধনী বুলি সকলো মাৰোৱাৰীকে অসভ্য বুলিতো আমি কোৱা নাই। ফাঁচিবজাৰৰ নৰ্দ্দমাত চাউল উটুৱাই দিয়াৰ কথাটো সিদিনাৰ কথা নহয় জানো? অসমৰ সাংস্কৃতিক জীৱনত 'অসুস্থতা' অনাৰ বাবেও এটা বিশেষ সম্প্ৰদায় দায়ী নহয়নে? 'নোপোৱাৰ বেদনা' থকা লোকে কেতিয়াবা ৰাষ্ট্ৰীয় পতাকালৈ চাই ভাবে — এই পতাকাই জানো শোষিতক ৰক্ষা নকৰে? নকৰিলেই কেতিয়াবা শোষিতই নিজৰ মগুহ নিজেই কামোৰে। 'জুই নুমুৱাওক'। মনৰ জুই নুমুৱাওক। নহ'লে ফাঁচিবজাৰৰ জুই এবাৰ নুমাব। পুনৰ কোনোবা বজাৰ জ্বলি উঠিব পাৰে।

আমাৰ শেষ কথা হ'ল— মাৰোৱাৰী সুখাদিয়া, মাধোক, হৰিদেও যোশী আদিৰ 'ৰাজস্থান ক্ৰনিকল্' আদিয়ে জুইত ঘিউ নেঢালি পানী ছটিওৱাৰ ব্যৱস্থা কৰক। সেই পানী হ'ল — অসমত থাকি অসমৰ থলুৱা লোক যাতে ঘৰতে 'ৰিফিউজী' নহয়, তালৈ অলপ চাওক। সমগ্ৰ ভাৰত সকলো ভাৰতীয়ৰে সম্পত্তি। অসমীয়াই গৈ ৰাজস্থানত উপনিবেশ পতাগৈ নাই। অসমীয়াৰ নিষ্পেষিত ৰাইজৰ স্বাৰ্থৰ সৈতে ৰাজস্থানী পুঁজিপতিসকলেও identify কৰক। শ্বিলং কিনি, চৰকাৰৰ অধিকাৰীইঁতক কিনিলেই ৰাইজৰ মন কিনিব নোৱাৰি। ইজ্জত কিনিব নোৱাৰি। সমগ্ৰ অসমীয়া জাতিয়েই ভাবে, প্ৰত্যেক অসমীয়াই একোজন ভাৰতবাসী আৰু প্ৰত্যেকজন নিগাজীকৈ থকা, অসমৰ সমূহ ৰাইজৰ মঙ্গলৰ কথা ভবা অন্য ভাষাভাষী বা ধৰ্ম্মাৱলম্বী লোকেই ন অসমীয়া। বিশ্লেষণ কৰক সকলো সম্প্ৰদায়ৰ পুঁজিপতি- সকলে একেলগে বহি। অসমৰ বেছিভাগ পুঁজিপতি হ'ল ৰাজস্থানী। চাহ-বাগিচাতো তেওঁলোক এতিয়া ব্ৰিটিছৰ পাচতে ৰজা হৈছেগৈ। তাত কিমান অসমীয়া কৰ্ম্মী লৈছে? শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰীয়েও তেন্তে কিয় আক্ষেপ কৰি বক্তৃতা দিব লগীয়া হৈছে? বৰ্ত্তমান উদ্যোগমন্ত্ৰী শ্ৰীবিশ্বদেৱ শৰ্ম্মায়ো কিয় 'আশা' কৰিছে? 'অসমীয়া যুৱকসকলৰ মাজত দেখা দিয়া হতাশা আৰু তেওঁলোকে সুবিধা নোপোৱাৰ কথা উল্লেখ কৰি শৰ্ম্মাদেৱে কয় যে তেলৰ দৰে ৰাষ্ট্ৰীয় উদ্যোগবোৰ অসমত গঢ়ি উঠিলে, অসমৰ ডেকা-ডেকেৰী-ইঁতে তেওঁলোকৰ ন্যায্য প্ৰাপ্য নিশ্চয় পাব।' (অসম বাতৰি, ২১ফেব্ৰুৱাৰী, ১৯৬৮)। এই উক্তি শৰ্ম্মাদেৱে কৰি কিয় 'ন্যায্য দাবী'ৰ কথা কৈছে? চলিহাদেৱে কিয় কৈছে— 'অসম অসমীয়াৰ'! তেওঁলোক নিশ্চয় 'লাচিত সেনা'ৰ সভ্য নহয়। তেওঁলোক লাচিতৰ দেশৰ সন্তান নিশ্চয়। 'আনে মোৰ মাক সন্মান নকৰিলে, ময়ো আনৰ মাক সন্মান নকৰোঁ' বোলা কথাষাৰৰ সত্যতা আছে।

**Chauvinism, racilism, localism কোনো কোনো কাৰণত দুখ লগাকৈ সমাজত দেখা দিয়ে। সেই কাৰণবোৰ নষ্ট কৰক। দেখিব, দেশবাসীয়ে সম্প্ৰদায়,**

ধৰ্ম নিৰ্ব্বিশেষে প্ৰাপ্য পালেই দেশ শান্তিত থাকিব। ঘোষিত নীতি আৰু ব্যৱহৃত নীতিৰ পাৰ্থক্য কমাওক চৰকাৰে। অসমীয়া টাইপিষ্ট, মেটেৰিঅ'লজিষ্ট, ড্ৰাইভাৰেও যদি অসমৰ শিল্পত (ব্যক্তিগত কিম্বা চৰকাৰী খণ্ডৰ) চাকৰি নেপায়, অসমৰ ইঞ্জিনীয়াৰে যদি বেকাৰ হৈ বহি থাকিব লগা হয়, তেন্তে দোষ নিশ্চয় লাচিতৰ নহয়। লাচিত অসমীয়াৰ তথা ভাৰতৰ এজন জাতীয় বীৰ। তেওঁৰ নামক যেয়ে সেয়ে খৰে বাহিৰে নিজৰ মতে লথিয়াই ফুৰাত যিকোনো ভাৰতীয় নাগৰিকে দুখ পোৱা উচিত। শিৱাজী আৰু শিৱসেনা একে কথা নহয়। ৰাজনৈতিক দলৰ নেতাসকলে দলৰ ওপৰলৈ উঠি অৰ্থনৈতিক 'মানুহ' হিচাপে বিশ্লেষণ কৰি কথা ক'লে ভাল। ফাঁচিবজাৰৰ জুই আবেগ আৰু অনুভূতিৰ উলঙ্গ প্ৰকাশ আছিল। সেয়ে, সমস্যাটোক উলঙ্গ কৰি ফঁহিওৱা উচিত। ৰাজনৈতিক ভাষাৰে পাশা খেলা সমস্যা এইটো নহয়। মাৰ্ক্সবাদীসকলৰ বা সমাজবাদীসকলৰ বাবেও নহয়। কাৰণ, ই মূলতঃ অৰ্থনৈতিক সমস্যা। Johnny Martin-এ কৈছে : "Language is a wonderful thing. It can be used to express our thoughts, to conceal our thoughts or to replace thinking!" অসমৰ সকলো ৰাজনৈতিক নেতাই তেওঁলোকৰ বক্তৃতাৰ ভাষাৰে আচল সমস্যা 'conceal' নকৰি 'express' কৰক। ই আমাৰ অনুৰোধ। তেতিয়াহে সমাধানৰ পথ পাব। ঢাকিলে সমস্যা গভীৰহে হ'বগৈ। অসমীয়া আৰু অনা-অসমীয়া ভাষা-ভাষীসকলো থলুৱা হৈ যোৱা ন-অসমীয়াই আজি বহু যুগ আগতে আহি অসমৰ মাটিক আপোন মাতৃ বুলি সাৱটি ধৰা ৰাজস্থানী অসমীয়া হৰিবিলাস আগৰৱালাদেৱৰ বংশধৰ মহান জ্যোতিপ্ৰসাদৰ সৈতে আজি একেলগে সগৌৰৱে গাব নিশ্চয় পাৰে —

"তাহানি লাচিতে
এৰি থৈ যোৱাৰে
পৰা জননী তোৰ,
লঘু লাঞ্ছনা
দুখ বেজাৰৰ
আজিও নগ'ল ওৰ।"

অপ্ৰিয় হ'লেও সঁচা কথা ক'বলৈ কোনো কাপুৰুষ পুৰুষে সহিলেও আমাৰ যে নসহে গা!!

বিশ্বভ্ৰাতৃত্বৰ নীতিয়ে আপোন মানুহক, আপোন ভাষাক, আপোন মাটিক বিসৰ্জিবলৈ কাহানিও শিকোৱা নাই। যি এনে কৰে, সি বিশ্বও নেজানে, জন্মস্থানো নেজানে। সি এখনি ভুৱা মুখা পিন্ধে। পিন্ধি ওভতগোৰে নাচে।

*(আমাৰ প্ৰতিনিধি : ৮ ম বৰ্ষ/ ৭ ম সংখ্যা : মাৰ্চ, ১৯৮৮ চন)*



# মাৰ্চৰ সম্পাদকীয় সম্পৰ্কত

যোৱা ২৬ জানুৱাৰীৰ (১৯৬৮) ফাঁচি বজাৰৰ জুইৰ বিষয়ে আমাৰ মাৰ্চ মাহৰ সম্পাদকীয়টি প্ৰশংসা কৰি লিখা অগণন চিঠিৰ বাবে সকলোকে ধন্যবাদ জনাইছোঁ। অসমীয়াৰ উপৰি অনা-অসমীয়া বহুতৰো ধন্যবাদ পাইছোঁ। বাস্তৱবাদী শান্তিকামী ৰাজস্থানী দায়িত্বশীল ইণ্টেলেক্‌চুৱেল বহুতৰপৰাও অভিনন্দন পাইছোঁ। 'ৰাজস্থান ক্ৰনিক্‌ল' বোলা কাকতখনৰ অসমবিৰোধী সম্পাদকীয়টি ৰাইজৰ সমুখত প্ৰথমবাৰৰ বাবে দাঙি ধৰাটোও অসংখ্য লোকে ভাল পাইছে। কোনোৱে লিখিছে 'নিৰ্ভীক সম্পাদকীয়', কোনোৱে লিখিছে 'অপ্ৰিয় সত্যৰ যুক্তিপূৰ্ণ অৰ্থনৈতিক বিশ্লেষণ', কোনোৱে লিখিছে, 'chauvinism-অৰ উপযুক্ত প্ৰত্যুত্তৰ,' কোনোৱে লিখিছে, 'বৈজ্ঞানিকভাৱে লিখা সত্যৰ হিচাপ আৰু তথ্যপূৰ্ণ অভিমত' ইত্যাদি। আমি এই মতসমূহৰ বাবে কৃতজ্ঞ।

মাথোঁ এজন শ্ৰদ্ধেয় ব্যক্তিয়ে এই সম্পাদকীয়টিৰ এটি বাক্যত লিখা এষাৰ কথাত বৰ বেজাৰ পাইছে বুলি ১৮।৩।৬৮ তাৰিখে জনাইছে। (আন এজনে বেনামীকৈ অৱশ্যে মোক গালি পাৰিও চিঠি দিছে)। প্ৰথমজন হ'ল, ভাৰতৰ ৰাষ্ট্ৰীয় স্বয়ং সেৱক সঙ্ঘৰ নগাঁও শাখাৰ সঙ্ঘচালক শ্ৰীযুত ৰাধিকামোহন গোস্বামীদেৱ। আমাৰ সেই সম্পাদকীয়ৰ এঠাইত এই বাক্য প্ৰকাশিত হৈছিল— "ইফালে ঘৰত কৰিব মহাত্মা গান্ধীক হত্যা কৰা R.S.S-অৰ কুচকাৱাজ।" সেই বাক্যটিত ভুল বৈ গৈছে বুলি গোস্বামীদেৱে লিখাৰ উপৰি লিখিছে যে মহাত্মা গান্ধীৰ হত্যাৰ সৈতে ৰাষ্ট্ৰীয় স্বয়ং সেৱক সঙ্ঘৰ সম্বন্ধ আছে বুলি বহুতে আগতেও ধাৰণা কৰি ভুল কৰিছে — যেনে : 'ভাৰত বুৰঞ্জী' নামৰ কিতাপত ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে, কোনোবা এঠাইত শ্ৰীদণ্ডিৰাম দত্তদেৱে আৰু কোনোবা এটি সংখ্যাত এবাৰ 'সমকালীন' নামৰ গুৱাহাটীৰপৰা প্ৰকাশিত আলোচনী এখনে। শ্ৰীযুত গোস্বামীদেৱে লিখিছে, এইসকলেও (এই ভুল দৰ্শাই দিয়াৰ পাচত) দুঃখিত হৈ ৰাষ্ট্ৰীয় স্বয়ং সেৱক সঙ্ঘৰ ওচৰত ক্ষমা খুজিছে। গোস্বামীদেৱৰ চিঠি পাই আমাৰো সেই ভুল ধাৰণা ভাগিছে। আমিও দুঃখিত। নজনাকৈ লিখাৰ বাবে ক্ষমাও মাগিছোঁ। কাকো আঘাত দিয়া আমাৰ উদ্দেশ্য

নাছিল।

বন্ধুভাবে এইখিনিতে এটি কথা শ্ৰীযুত গোস্বামীদেৱক জনাব খুজিছোঁ। ভাৰতত যিকোনো দল থকাটো গণতান্ত্রিক কথা। পিচে, আমি ব্যক্তিগতভাৱে বিশেষ ধৰ্ম্মৰ নামত Para-military দল থকাটো যুক্তিপূর্ণ বুলি নাভাবোঁ এই বাবেই যে ভাৰত এখন ধৰ্ম্মনিৰপেক্ষ ৰাষ্ট্র। আৰু সেই কাৰণেই ভাৰতীয় মুছলমান সম্প্রদায়ৰ মাজতো ধৰ্ম্মৰ নামত সঙ্কীর্ণমনা কিবা Militant সংস্থাকো আমি বৰ বেয়া পাওঁ। খ্ৰীষ্টানসকলৰ কিছুমান যাজকে আমাৰ অসমক ধৰ্ম্মৰ নামত খণ্ড-বিখণ্ড কৰাটোকো আমি সদায়েই তীব্ৰভাবে সমালোচনা কৰি আহিছোঁ। উদাহৰণ, আমাৰ ১৯৬৭ চনৰ ডিচেম্বৰৰ সম্পাদকীয়। মহাত্মা গান্ধীৰ হত্যাৰ সৈতে ৰাষ্ট্রীয় স্বয়ং সেৱক সঙ্ঘৰ পোনপটীয়া সম্বন্ধ আছে বুলি কৰা দোষাৰোপবোৰ বহুতবাৰ অপ্রমাণিত হোৱা সত্বেও কিয় ক'ব নোৱাৰোঁ, পৃথিৱীৰ বহুতৰে এইটো ভুল ধাৰণা আছে। উদাহৰণ স্বৰূপে মাথোঁ সিদিনাৰ (১৯ ফেব্রুৱাৰী, ১৯৬৮ চন) বিশ্ববিখ্যাত 'LIFE' মেগাজিনৰ 'এচিয়া সংখ্যাত' এটি চাঞ্চল্যকৰ প্ৰবন্ধ প্রকাশিত হৈছে। শিৰোনাম হ'ল : 'TWENTY YEARS AFTER . HOW AND WHY GANDHI DIED'। প্ৰবন্ধটো আমেৰিকানে লিখা নাই। লিখিছে, বিখ্যাত ভাৰতীয় ঔপন্যাসিক শ্ৰীমনোহৰ মুলগাওকাৰে। মহাত্মা গান্ধীৰ হত্যাৰ সৈতে পোনপটীয়াভাবে জড়িত থকাৰ বাবে ১৭ বছৰ জে'ল খাটি অহা লোক- কেইজনৰ সৈতে সিদিনা মাথোঁ সাক্ষাৎ কৰি তেওঁ এই প্ৰবন্ধ লিখিছে। নাথুৰাম আৰু আপ্তেক ফাঁচি দিয়া হৈছিল। তেওঁলোকৰ বিষয়েও বাচি থকা কেইজনে বহু কথা কৈ দিছে সাক্ষাৎ কৰোঁতাজনক। সেই প্ৰবন্ধৰ এঠাইত (২২ পৃষ্ঠাত) লিখিছে : 'Nathuram had joined the Rashtriya Sevak Sangha, which was a sort of volunteer force of the Hindu Mahasabha, and had done a jail term...'

আৰু এঠাইত দোষী কাৰকাৰেৰ বিষয়ে শ্ৰীমুলগাওকাৰে লিখিছে : 'But, inside the quiet house holder was a rebellious fire brand who found an outlet for his energies in working for the Hindu Mahasabha, a political organization steeped in religion and fervently opposed to the secularism of Gandhi and Nehru...'!

আৰু এঠাইত তেখেতে লিখিছে : 'Meanwhile Apte and Nathuram had paid an over night visit of Gwalior to see Dr. Dattatarraya Parchure, an ardent protagonist of the Hindu Cause and the 'Elected Dictator of the Hindu Rashtriya Seva, a Volunteer Corps...'

শ্ৰীযুত গোস্বামীদেৱে এই LIFE মেগাজিনটোকো, এনে প্ৰবন্ধবোৰে পৃথিৱীৰ জনসাধাৰণক ভুল ধাৰণা কৰোৱাটোৰ বিৰুদ্ধে প্ৰতিবাদ জনালে ভাল হ'ব। ই মোৰ

এটি নম্ৰ পৰামৰ্শ হে। তদুপৰি, অসমৰ 'মাৰোৱাৰী ব্যৱসায়ীসকলৰ বহুতে নিৰ্বাচনৰ সময়ত কংগ্ৰেছক চান্দা দিয়ে ব্যৱসায়ৰ উন্নতিৰ বাবে আৰু ইফালে ঘৰত কৰিব... R.S.S.-অৰ কুচকাৱাজ' বাক্যটিৰ ফুট্ ফুট্ দিয়াখিনিৰ হে (অৰ্থাৎ মহাত্মা গান্ধীক মৰা) প্ৰতিবাদ কৰা কাৰণে ভাল পাইছোঁ। আমি আমাৰ ভুল শুধৰাইছোঁ। কিন্তু সেই ব্যৱসায়ীয়ে R.S.S. অৰ কুচকাৱাজ কৰে বোলা আমাৰ মতামতৰ প্ৰতিবাদ নকৰা দেখি আমি ভাল পাইছোঁ। কাৰণ, ই সত্য বুলি আমাৰ ধাৰণা।

*(আমাৰ প্ৰতিনিধি : ৮ ম বৰ্ষ/ ৮ এপ্ৰিল, ১৯৬৮ চন)*



# ৰাইজ, চিনেমাৰ টিকটবোৰ চাই ল'ব

## 'স্পাই ইন্ বোম'ত স্পাইং

এইবাৰ বিধানসভাৰ বাজেট অধিৱেশন বহি থকাৰ সময়ত 'স্পাই ইন্ বোম' নামৰ ছবিখন শ্বিলঙৰ 'বীজু' চিনেমাত চলি থকাৰ সময়ত মই খাচী টুপী পিন্ধি, চিনিব নোৱাৰাকৈ হৈ আমোদ-কৰ ফাঁকি দিয়া স্পাইং কৰিবলৈ চিনেমাৰ টিকট এটা কিনিলোঁ—ফাৰ্ষ্ট ক্লাছৰ। দাম দিলোঁ ২ টকা ১০ পইচা। টিকটটোত লিখা আছে -

টিকটৰ নিৰিখ : ১ .৪০ টকা
আমোদ-কৰ : ০ .৭০ টকা
মুঠ ২ ১০ টকা

মই টিকটটো পৰীক্ষা কৰি দেখিলোঁ, টিকটটোত বুক নম্বৰ নাই। তাৰিখ নাই। সিপিঠি ঘূৰাই টিকটটোত 'আমোদ-কৰৰ চৰকাৰী টিকটটো চালোঁ সেইটো ৭০ পইচাৰ নহয়। ৬০ পইচাৰহে! অৰ্থাৎ, মোক দহ পইচা ঠগিছে। কোনো কোনো মানুহৰ টিকটত তাতোকৈও কম পইচাৰহে আমোদ-কৰ আছে। মই টিকট কাউণ্টাৰত থকা মানুহজনক ক'লোঁ, হেৰা, তুমি টিকটৰ পইচাতকৈ কম দিছা দেখোন হে! তেতিয়া চক্ খাই উঠি বিক্ৰেতাজনে মোক ক'লে, "টিকটটো দিয়াঁ, দিয়াঁ, আন এটা দিওঁ।" মই একো নজনা ভাও ধৰি ক'লোঁ, হ'ব দিয়া, ভুল হৈছে চাগৈ। তাৰ পাচত, ফাৰ্ষ্ট ক্লাছৰ দুৱাৰলৈ গৈ টিকট চেকাৰজনক টিকটটো দেখুৱাই ক'লোঁ, মাজতে ফালি দিয়া। অৰ্থাৎ, আমোদ-কৰৰ চৰকাৰী টিকটটো যাতে দুটুকুৰা হয়। তেওঁ ফালিলে। (প্ৰায় ক্ষেত্ৰতে মাজতে নাফালি একলীয়াকৈ ফালে যাতে সেই চৰকাৰী টিকটটো পুনৰ একবাই আকৌ পাচত নতুন টিকট এটাত লগাই বেচিব পাৰে।) যিহওক, মই সতৰ্ক কৰি দিয়াত টিকট চেকাৰজনে মোৰ মুখলৈ অলপ পৰ চাই টিকটখন মাজতে ফালিলে। মই হাঁহি ক'লোঁ, দহ পইচা কম দিছে। তেতিয়া সেই চেকাৰজনেও চক্ খাই উঠি মোক ক'লে, "বাবু, এনে ভুল প্ৰায়েই হয়।" মই হলৰ ভিতৰলৈ একাষত সোমাই গ'লোঁ। মোক আসন এটি দেখুৱাবলৈ কওঁতে মোক চেকাৰজনে ষ'তে-

ত'তে বহিবলৈ ক'লে। মই দেখিলোঁ, দুজনমান দৰ্শকে আৰামকৈ চিগাৰেট খাই আছে। আসনবোৰ অতি বেয়া। আসনত নম্বৰ নাই। 'স্পাই ইন ৰোম' বোলা জঘন্য ছবিখন আৰম্ভ হ'ল। স্ক্ৰীনখন সৰু। প্ৰজেক্শ্যনৰ লেন্স কি চাব? আউট অব্ ফোকাছ। স্ক্ৰীনখনত পথালিকৈ এটি দাগ আছে। 'স্পাই ইন ৰোম'খন অমাৰ্জ্জিত ধৰণৰ ৰঙীন ছবি। 'বীজু' চিনেমাৰ কৃপাত সেই ৰং আৰু অমাৰ্জ্জিত হৈ উঠিছে। এনেতে, কিবা ভাবিয়েই হ'বলা, চেকাৰজনে মোৰ ওচৰলৈ সেমেনা-সেমেনিকৈ আহি ক'লে, "বাবু, আমাৰ ভুল হৈছে। নতুন টিকট এটা আনি দিওঁ। পুৰণিটো দিয়ক।" মই বৰ নম্ৰ হৈ ক'লোঁ, নালাগে। তুমি এটা কাম কৰাঁ। পুৰণি টিকটটোৰ ফলা অংশটো মোক দিয়াচোন। একো নহয়। দহ পইচাৰ ভুলহে। চেকাৰজনে নিঃসন্দেহে দিলে। মই গোটেইখন ছবি সেই অমাৰ্জ্জিত পৰিৱেশত চালোঁ। নিশা ৮ বজাত শেষ হ'ল। মই হলৰপৰা ওলালোঁ। মনতে ভাবিলোঁ —

(১) এই চিত্ৰগৃহ স্বামীজনে আমোদ-কৰৰ টিকট ৭০ পইচাৰ ঠাইত ৬০ পইচা লগাইছে। এই দহ পইচা অসম চৰকাৰে পালেহেঁতেন। এতিয়া নাপাব।

(২) এই দহ পইচা কম থকাৰ বাবে, এনে হেজাৰ হেজাৰ দহ পইচা কমিব। তদুপৰি, কম আমোদ কৰৰ অনুপাতে ছবিখন চাবলৈ অহা দৰ্শকৰ সংখ্যাৰো কমকৈ হিচাপ দেখুৱাবলৈ এওঁ সক্ষম হ'ব। ফলত, ছবিখনৰ পৰিৱেশক বা প্ৰযোজকজনেও গম নেপাব যে 'বীজু'ৱে অবৈধভাৱে বহুতো টকা নিজৰ কৰি ল'ব, যাৰ কোনো আয়কৰ দিব নেলাগিব।

(৩) টিকটত তাৰিখ নাই, বুক নম্বৰ নাই। চিট নম্বৰ নাই। ই বৰ দোষণীয় কথা। অবৈধ কথা।

(৪) চিত্ৰগৃহৰ ভিতৰত ধূমপান কৰাটো অবৈধ। ফিল্ম-প্ৰযোজকৰ ফিল্মখন জ্বলিব পাৰে। অসংখ্য দৰ্শকৰ জীৱন অগ্নিকাণ্ডৰ ফলত বিপদাপন্ন হ'ব পাৰে। ই অবৈধ কথা।

(৫) স্ক্ৰীনখন আৰু প্ৰজেকশ্যন ইমান জঘন্য যে দৰ্শকৰ চকু বেয়া কৰিব পাৰে। ইও অবৈধ কথা। Maintenance কৰা অফিচাৰবোৰে কিহৰ ভয়ত বা লোভত এইবোৰ নেচায়? ১৩ জানুৱাৰীত হেনো D.C.-য়ে হলটো বন্ধ কৰি দিবলৈ কৈছিল।

শিলঙৰ প্ৰায়কেইটা চিনেমাহলতে এনে অবৈধ কাম হৈ থকাৰ বাতৰি মই আগতেও পাইছোঁ। অগ্ৰিম টিকট কৰিবলৈ গ'লে, সাধাৰণ কাগজ এখন দিয়ে, পইচা লয়। সন্ধিয়া চিনেমা চাবলৈ আহিলে, টিকট খুজিলেও টিকট নিদি সেই সাধাৰণ কাগজখনেৰেও হেনো সোমাবলৈ দিয়া হয়। অৰ্থাৎ, চৰকাৰ আৰু প্ৰযোজকে সেই পইচাৰ অংশ পোৱাৰপৰা বঞ্চিত হয়। কাৰণ, হিচাপৰ প্ৰমাণ নেথাকে। আৰু শুনিছিলোঁ

যে আমোদ কৰৰ টিকটবোৰ পূৰণিও লগায়! মোৰ টিকটত বাক ৭০ পইচাৰ ঠাইত ৬০ পইচা লগালে। কোনো কোনো দৰ্শকৰ টিকটত হেনো দহ পইচাৰ টিকট লগাই ৬০ পইচা চুৰ কৰে! কোনো কোনো টিকটত এক পইচাৰ টিকটো (আমোদ-কৰৰ) নলগায় হেনো।

সাধাৰণ নাগৰিক হিচাপে মোক দহ পইচা ঠগাৰ কাৰণে মই স্থিৰ কৰিলোঁ যে মই পুলিচক এই কথা জনাব লাগিব। ই মোৰ নাগৰিক অধিকাৰ। ৮ বজাত হলৰপৰা ওলাই ৮-১৫ত মই পুলিচবজাৰৰ থানালৈ গৈ 'বীজু'ৰ মালিকৰ বিৰুদ্ধে 'ভাৰতীয় দণ্ডবিধি আইনৰ ৪২০ ধাৰামতে এটি Case file কৰালোঁ। প্ৰমাণ স্বৰূপে মাজতে ফলা টিকটৰ দুয়োটা অংশ দাখিল কৰিলোঁ। সেই টিকটৰ অংশ দুটা পুলিচৰ থানাত ৰচিদ এখন দি টিকটটো ধাৰ কৰিলোঁ। পাচদিনা বিধানসভাৰ বাজেট অধিৱেশনত সমগ্ৰ সদনৰ সমুখত সেই টিকট প্ৰমাণ স্বৰূপে দাঙি ধৰি ক'লোঁ—"এনেদৰে লক্ষ লক্ষ দৰ্শকৰপৰা অসমৰ ৰাজধানীত অসম চৰকাৰৰ নাকৰ তলতে যদি ইমান চৰকাৰী পইচা চুৰ কৰা হয়, তেন্তে বাজেট ঘাটি নপৰিবইবা কিয়? বেচেৰা প্ৰযোজকক বা পৰিৱেশকক ঠগাৰ উপৰি এনে অবৈধ কামেৰে অসম চৰকাৰক ঠগা হৈছে। কাৰ ছত্ৰছায়াত?"

কোন অফিচাৰ, কোন মন্ত্ৰীৰ মৰমত এনে অবৈধ কাম কৰিবলৈ অবাধ স্বাধীনতা দিয়া হৈছে? শ্বিলঙতে যদি এনে হয়, তেন্তে ভাবি চাওক, অসমৰ আন আন ঠাইত আন বহুতো চিনেমা হলে কেনেকৈ ৰাইজ আৰু ৰজাক ঠগে। এনেকৈ যোৱা ২০ বছৰে কিমান কোটি কোটি টকাৰপৰা অসম চৰকাৰ বঞ্চিত হৈছে। (অৱশ্যে টেক্স বিভাগৰ লোক আৰু অসমৰ শাসকগোষ্ঠী হয়তো উপকৃত হৈছে, এনে অবৈধ টকা গোটোৱা লোকৰ পুঁজিৰপৰা!)

আমাৰ চৰকাৰক L.P. স্কুলৰ grant খুজিলে কয়, 'নাই।' হাস্পতালত ঔষধ খুজিলে কয়— 'নাই।' সত্ৰৰ ভাগি যোৱা মণিকূটৰ পইচা খুজিলে কয়— 'নাই।' পুণা ফিল্ম ইনষ্টিটিউটত পঢ়া অসমীয়া ডেকাৰ বৃত্তি ৬০ টকাৰপৰা ডেৰশ টকা কৰিবলৈ ক'লে, চৰকাৰে কয়, 'পইচা নাই।' মথাউৰি বৰষুণৰ আগতে সাজু কৰিবলৈ ক'লে কয়— 'পইচা নাই।'

এনেকৈ অবৈধভাবে নগদ ব্যৱসায় এটিত কোটি কোটি টকা চৰকাৰৰ নাকৰ তলতে আত্মসাৎ কৰিবলৈ দিলে পইচা থাকিব ক'ৰপৰা?

গতিকে, সমগ্ৰ অসমৰ চিনেমাপ্ৰেমী ৰাইজলৈ মই হাতযোৰ কৰি অনুৰোধ কৰিছোঁ—

অসমৰ য'তেই নহওক কিয়, চিনেমাহলত সোমোৱাৰ আগতে নিজৰ টিকটটো চাই ল'ব। চাব, তাত তাৰিখ, Book No., Page নম্বৰ, সময় ঠিক আছে নে নাই।

চাব, টিকটৰ নিৰিখ আৰু আমোদ-কৰৰ নিৰিখ যিমান লিখা আছে, সিমানৰ আমোদ-কৰৰ টিকট, পিচফালে এঠা লগাই দিছে, নে নাই। টিকটকেইটা পুৰণি ব্যৱহৃত নেকি?

যদি ভুল পায়, ততালিকে ওচৰৰ পুলিচ থানাত জনাই Case ফাইল কৰিব। পুলিচে যদি মনে মনে থাকে, জানিব, সেই চিনেমা হলৰ মালিকজনে পুলিচক কিনিছে। টেক্স বিভাগৰ লোকক ক'ব। তেওঁ যদি মনে মনে থাকে, তেন্তে জানিব, তেওঁক কিনিছে। মন্ত্ৰী যদি মনে মনে থাকে তেন্তে তেওঁৰ পাৰ্টিক কিনিছে নিৰ্ব্বাচনৰ সময়ত হয়তো চান্দা দি। এইবোৰ যদি দেখে, তেন্তে ততালিকে ৰাজহুৱা সভা পাতি এইবোৰ expose কৰিব। দৰকাৰ হ'লে ৰাজহুৱা সভাৰপৰা চৰকাৰলৈ তাঁৰ পঠাব। প্ৰমাণবোৰ বিধানসভাৰ সভ্যসকলক দিব। তেতিয়া অহাবাৰৰ সভাৰ মজিয়াত আমি পুনৰ দৃঢ়কণ্ঠে চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰি সতৰ্ক কৰি দিম। ৰাইজৰ প্ৰত্যেকেই এই বিষয়ত সহায় কৰিলে, দোষীক (যেয়েই নহওক) উপযুক্ত শাস্তি ৰাইজে নিজেই দিব পাৰিব। এনে কৰিলে ৰাইজে ৰাইজৰ চৰকাৰৰ বাজেট ঘাটি হোৱাৰপৰা ৰক্ষা কৰিব পাৰিব আংশিকভাৱে। তাৰ ফলত ৰাইজ উপকৃত হ'ব, ব্যক্তিগত পুঁজিপতি কেইজনমান নহয়! বিধানসভাৰ সদস্য ৰূপে 'স্পাই ইন্ ৰোম' নামৰ হিন্দী জঘন্য ছবিখনত মই 'স্পায়িং' কৰা নাটকীয় কথাটো ভাবিলে মোৰ মাজে মাজে নিজৰে হাঁহি উঠে।

*(আমাৰ প্ৰতিনিধি : ৮ ম বৰ্ষ/ ৯ মে', ১৯৬৮ চন)*



# অসমৰ একতাৰ মৃত্যু

জনজাতিৰ স্বায়ত্ত শাসনৰ অনুভূতিলৈ চাই আৰু সমগ্র পূৰ্ব্বভাৰতৰে সকলো ভাষা-ধৰ্ম্মৰ ৰাইজৰ নিৰাপত্তা আৰু সামূহিক মঙ্গললৈ চাই শীঘ্রে অসমৰ পুনৰ্গঠন কৰাৰ আমি পক্ষপাতী। পিচে, তাকে কৰিবলৈ গৈ কাকতে পত্রই চৰকাৰে যি আঁচনিৰ ইঙ্গিত দিছে, তাক ফঁহিয়ালে এইকেইটা কথা চকুত পৰে—

(ক) খাচী-জয়ন্তীয়া-গাৰোসকলে তেওঁলোকৰ পাৰ্ব্বত্য ৰাজ্যত আইন শৃঙ্খলাৰ সম্পূর্ণ স্বাধীনতা পাব। তেওঁলোকৰ বিধানসভাই অসমৰ বিধানসভাক একো সুধিব নেলাগিব।

(খ) এই পাৰ্ব্বত্য ৰাজ্যই অসমৰ বিধানসভাত প্রতিনিধিত্ব পাব। পিচে, পাৰ্ব্বত্য বিধানসভাত অসম বিধানসভাৰ প্রতিনিধিত্ব শূন্য। অসম আৰু পাৰ্ব্বত্য ৰাজ্যৰ মাজত থকা উমৈহতীয়া বিষয়কেইটিত মতবিৰোধ হ'লে আমাৰ মাত নেথাকিব। আমাৰ 'কৰ্ত্তব্য'ৰ কথা তেওঁলোকে সোঁৱৰাব অসম বিধানসভালৈ আহি। আমি তেওঁলোকৰ বিধানসভালৈ যাব নোৱাৰিম। উমৈহতীয়া বিষয়খিনিৰ বাবে অসমৰ ৰাজহৰো বৃহৎ অংশ নিশ্চয় পাৰ্ব্বত্য ৰাজ্যই পাবগৈ। তেওঁলোকে 'কৰ্ত্তব্য'ত গাফিলতি কৰিলে আমাৰ সকীয়াবৰ থল নাই — তেওঁলোকৰ বিধানসভাত।

(গ) আইন-শৃঙ্খলা ৰক্ষাত এই পাৰ্ব্বত্য ৰাজ্যই স্বয়ংসম্পূর্ণ স্বাধীনতা পাব। তাত অ-জনজাতীয় লোকৰ নিৰাপত্তাত অসম চৰকাৰ সহায়হীন মৌন দৰ্শক হৈ থাকিব লাগিব। এই ক্ষেত্রত আৱশ্যক হ'লে ৰাজ্যপালে হস্তক্ষেপ কৰিব পাৰিব বুলি বাতৰিত ঘোষণা কৰা হৈছে। পিচে, ৰাজ্যপালজন একতীয়া হৈ অসমবিৰোধী হোৱা বিধৰ লোক হ'লেই অ-জনজাতীয়ৰ স্বাৰ্থ উপলুণ্ঠা কৰাৰো সম্ভাৱনা থাকিব। এই বিষয়ত (পাৰ্ব্বত্য জিলাৰ ক্ষেত্রত) ৰাজ্যপালজন সাধাৰণ 'কনষ্টিটিউশ্বনেল হেড'তকৈও অধিক শক্তি লৈ (সেই শক্তি দিয়া হৈছে) অসমৰ বিধানসভাক চেৰাই যাব পাৰিব।

(ঘ) কাৰ্বি পাহাৰ আৰু উত্তৰ-কাছাৰ জিলাই কোনকালে যোগ দিব, সেইটো নির্ভৰ কৰিব সাধাৰণ সংখ্যাগৰিষ্ঠতাৰ ওপৰত। যেনে ২০ জনীয়া জিলা পৰিষদত ১১ জনে ভোট দিলেই সেই অঞ্চল কাৰ সৈতে থাকিব, তাৰ ভাগ্য নির্ণয় হ'ব।

দেখাত ই গণতান্ত্রিক হ'লেও ই ব্যক্তিকেন্দ্রিক হ'ব। এজনক এটি মন্ত্রিত্ব যাচি আজিকালি এটি অঞ্চলৰ লক্ষ লক্ষ লোকৰ ভাগ্য নির্ণয় কৰাৰ ইও এক পদ্ধতি হ'ব।

(ঙ) কেন্দ্রই যোৱা কুৰি বছৰে অসমৰ নেতৃবৃন্দৰ দুর্ব্বলতাৰ সুযোগ লৈ অসমক উপলুঙা কৰি অহাটো প্রমাণিত কথা। আজি সেই অৱহেলা বা উপলুঙা চূড়ান্ত শিখৰত। ভাল হওক, বেয়া হওক, গণতান্ত্রিকভাৱে ৰাইজে বছা অসমৰ শাসনকার্য্যৰ সর্ব্বপ্রধান নেতা চলিহা ডাঙৰীয়াক 'অকল ভৈয়ামীয়া অসমীয়াকেইজনৰহে নেতা' বুলি কেন্দ্রই 'প্রি-ছাপোজ' কৰাটোও আমাৰ সকলোৰে চকুত পৰিছে।

এইখিনি হ'ল আমাৰ চকুত ধৰা পৰা নেতিবাচক কথা। আমাক এতিয়া কি লাগে? আমাৰ গঠনমূলক প্রাপ্যখিনি কি? আমাৰ মতে, এইখিনি কথা আমাক লাগে। আমি জানো, আমি কি বিচাৰিছোঁ।

(১) কাৰ্ব্বি পাহাৰ আৰু উত্তৰ কাছাৰ জিলাই কাৰ লগ লাগিব, সেই বিষয়ে দুই তৃতীয়াংশ ভোট দিয়াৰ কথা (সাধাৰণ সংখ্যাগৰিষ্ঠতাৰ ঠাইত) হেনো শ্রীচলিহাদেৱে কেন্দ্রক কৈছে। আমাৰ মতে, Option-অৰ কথাই নুঠে; যিহেতু, কাৰ্ব্বি আৰু উত্তৰ-কাছাৰ পাহাৰে Option বিচৰা নাছিল। তদুপৰি, APHLC সেই দুই অঞ্চলত হাৰিছিল। এতিয়াহে শ্রীটেৰন আৰু শ্রীহাগজেৰদেৱে কৈছে যে খাচী-গাৰোক 'গোট' দিলে, আমাকো 'গোট' দিয়ক। এই কথাটো ৰাজনৈতিক Counter বুলি বুজিছোঁ। ইয়াক সন্মান কৰিও আমাৰ বক্তব্য হ'ল, এতিয়া যেনেকৈ আছে থাওক, বৰং কাৰ্ব্বি আৰু উত্তৰ-কাছাৰ পাহাৰৰ বাবে বিশেষ আৰ্থিক ৰক্ষাকবচ লগতে থাওক (২৭৫ আর্টিকল্‌ৰ দৰে) — যাতে, সেই দুখন পাৰ্ব্বত্য অঞ্চলৰ পিচ পৰা জনজাতীয়সকলৰ উন্নতি হয়গৈ। পুনৰ কওঁ এই দুয়োটা অঞ্চলৰ Option দিয়া প্রশ্নটো কেন্দ্রই উঠাইছে কেনেকৈ?

(২) খাচী গাৰো ৰাজ্যেৰে পতা নতুন বিধানসভাত শান্তি আৰু শৃঙ্খলাত অসম বিধানসভাৰ যদি একেবাৰে মাত নেথাকে, আমাক এই আঁচনি নালাগে। কিয়নো— পূব ভাৰতৰ শান্তি-শৃঙ্খলাৰ ওপৰত divisible হ'ব নেপায়। তেতিয়া শত্রু দেশত কুচকাৱাজ শিকি অহা জনজাতীয় 'বিপ্লবী'ৰ (!) অবাধ গতি যদি হয়, অসম বিধানসভাই মাত দিব নোৱাৰিব। নতুন পাৰ্ব্বত্য জিলাখনৰ সীমাত চুনামগঞ্জ এফালে, ৰংপুৰ আনফালে। সেইবোৰ ঠাইত চীনদেশীয় 'বিশেষজ্ঞ' ভৰি পৰিছে বুলি আমাৰ চোৰাংচোৱা বিভাগে কয়। শান্তি-শৃঙ্খলাৰ প্রশ্ন এটা ডাঙৰ প্রশ্ন। পূব ভাৰতৰ নিৰাপত্তা, কেন্দ্রই একলীয়া হৈ চিন্তা কৰাটো লজ্জাজনক। কেন্দ্রই কোনদিনা অসমক মৰমেৰে চাইছে? ১৯৬২ চনত ব'মডিলা পতনৰ পাচততো কেন্দ্রই অসমক 'বিদায় বিদায়' বুলি কৈয়েই ক্ষান্ত আছিল। এতিয়াও নতুন পাৰ্ব্বত্য জিলাখনক স্বয়ংসম্পূর্ণ শান্তি-শৃঙ্খলাৰ ভাৰ যদি দিয়াটো কেন্দ্রই খাটাং সিদ্ধান্ত কৰে, তেন্তে ই পৃথক পাৰ্ব্বত্য ৰাজ্য দিয়াৰ দৰেই

হ'ব। মেহতা কমিছনৰ আঁচনিক ই উপলুণ্ডা কৰিব। ই তেতিয়া পূব ভাৰতৰ বাবে আত্মঘাতী হ'ব। এইবাৰ কেন্দ্ৰই (বাতৰি-কাকতত পোৱা মতে) শেহতীয়া আঁচনিখন যেনেভাৱে দিছে, তেনেভাৱেই আমি গ্ৰহণ কৰিলে— অসমৰ তথা পূব ভাৰতৰ সামূহিক নিৰাপত্তা আৰু একতাৰ মৃত্যুস্বৰূপ হ'ব। গতিকে, এই সংশোধনীসমূহ নকৰিলে, ই আমাৰ পক্ষে গ্ৰহণযোগ্য হ'ব নোৱাৰে।

শেষত কওঁ : প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধীয়ে বিদেশৰপৰা আহি ভৌতিক যাদু মন্ত্ৰেৰে এই সমস্যা সমাধান কৰিব নোৱাৰে। আমাৰ ৰাইজ মেহতা কমিছনৰ তথ্যবোৰৰ প্ৰতি committed। পৃথক ৰাজ্য নেলাগে বুলি ইয়াও inherent কথা আছে। ইফালে, সেই Commitment ৰাখিবলৈ প্ৰশাসনীয় Apparatus লাগিবই। সেই Apparatus বোৰতো আমি ভুল পাইছোঁ বাবেই ওপৰৰ কথাখিনি আলচিছোঁ। আমি 'কি নেলাগে' সেইখিনি নেতিবাচক ধৰণে কৈয়েই এয়া লিখা নাই, 'কি হোৱা উচিত' তাকো দেখুৱাই দিছোঁ। ভৱিষ্যতে ব্যৱহাৰিক ৰাজনৈতিক ফলাফলৰ কথা ভাবিয়েই এই আলোচনা কৰিছোঁ। আমাৰ এয়া স্পষ্ট কথা। পৰ্ব্বতক Self determination দিয়া মানেই কিন্তু সমগ্ৰ পূব ভাৰতৰ নিৰাপত্তাৰ মৃত্যুৰ মূল্যতো নহয়। হ'ব নোৱাৰে।

*(আমাৰ প্ৰতিনিধি : ৮ ম বৰ্ষ/ ১০ ম সংখ্যা : জুন, ১৯৬৮ চন)*



# হিংসাৰে ধেমালি কৰোঁতে

হিংসাৰে ধেমালি কৰিব পাৰি। ই বৰ টান কথা নহয়। পিচে, শৈশৱৰেপৰা হিংসাৰ প্ৰতীকসমূহেৰে ধেমালি কৰোৱাৰ পৰিৱেশ সৃষ্টি কৰিলে বিপদ আছে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাজপথত শিশুৰ হাতত পুতলা ৰিভলভাৰ, গাত 'কাওবয় পেণ্ট' --- এটি দৈনন্দিন চিনা চিনা দৃশ্য। কিশোৰৰ গোষ্ঠী বা 'গেঙ'ৰ নেতৃত্ব সেইজনে ল'ব পাৰে, যদিহে তেওঁ নানা ধৰণৰ হিংসা কাৰ্য্যত সেই গোষ্ঠীৰ সকলোকে উদ্‌গাই তুলিব পাৰে। নিৰ্ব্বাচনৰ সময়তো কিশোৰ 'গেঙ'ৰপৰা অভিজ্ঞতা লভা পূৰ্ণবয়স্ক কিছুমান লোক হৈ যায় 'গেংষ্টাৰ' আৰু গণসংযোগৰ মাধ্যমসমূহ— যেনে— নাটক, উপন্যাস, বাতৰি-কাকত, ফিল্ম, ৰেডিঅ', টেলিভিশ্বন আদিৰে নিত্য নতুন মাৰ্ডাৰ মিষ্ট্ৰি, জেম্‌ছ বণ্ডিজম্ আৰু যৌন ক্ৰাইমৰ উপাদানেৰে যদি আমেৰিকাবাসীক 'আনন্দ' দিয়াৰ চেষ্টাতে প্ৰায় সম্পূৰ্ণ মস্তিষ্ক ব্যবহাৰ কৰিবলগীয়া হয়, তেতিয়া তাৰ প্ৰভাব নেতিবাচক হিচাপে ৰাইজৰ মানসিক জগতত পৰেই। ৰাইজৰ ভালখিনিয়ে হয়তো সংযম কৰে। পিচে, অসুস্থ মনৰ মানুহে সেইবোৰ সদায় দেখি, শুনি আৰু পঢ়ি ভাবে যে গ্লেমাৰাইজড ক্ৰাইমত জড়িত থাকিলেহে সমাজত 'হিৰো' হ'ব পাৰি। গতিকে, নহওঁ কেলেই!

আমেৰিকাত প্ৰতি বছৰত ৬,৫০০জনৰ মৃত্যু অস্বাভাৱিকভাৱে হয় — বন্দুকজড়িত। ৪৪,০০০জন বেয়া ধৰণৰ মাৰপিটৰপৰা হোৱা জখম, ৫০,০০০জনৰ ডকাইতি হয় বুলি প্ৰেছিডেণ্ট জনছনে আক্ষেপ কৰিছে।

এনে অসুস্থ হিৰোৰ প্ৰাচুৰ্য্য থকা সমাজ এখনত যদি বন্দুক, বাৰুদ, পিষ্টল আদি হাটে-বজাৰে চকলেট কিনাৰ দৰে কিনিব পৰা হয়, তেন্তেতো কথাই নাই। নিউয়ৰ্কৰ বাহিৰে সমগ্ৰ যুক্তৰাষ্ট্ৰত এনে মাৰণাস্ত্ৰ কিনিবৰ কাৰণে কোনো ধৰণৰ লাইচেঞ্চ নেলাগে। ই এখন 'ফ্ৰি-কাণ্ট্ৰি।' তাতে আকৌ যদি বৰ্ণবিদ্বেষ, জাতিবিদ্বেষ আদিৰ বিবাক্ত সাপডাল বন্ধু নৈৰ দৰে সমাজৰ কাৰ্পেটৰ তলিত কিলবিলাই থাকে, তেতিয়া কথাই নাই। ডালাছত জন কেনেডীৰ মূৰত গুলী লাগে। খিতাতে মৰণ হয় ১৯৬৩ চনত। কেলিফৰ্নিয়াত মাৰ্টিন লুথাৰ কিঙে আততায়ীৰ গুলীত প্ৰাণ দিয়ে

সিদিনা। আৰু তেওঁৰ সমাধি নৌ পুৰণি হওঁতেই ডেকা বয়সতে 'ববী' কেনেডীয়ে আলিংটন সমাধিস্থলত ককায়েকৰ নিচেই কাষতে এতিয়া চিৰনিদ্রা ল'বলগীয়া হ'ল। আকৌ এই মৃত্যুতে, হত্যাকাৰীজনৰ গাত আৰবীয় তেজ থকা বুলিও ইজৰাইল আৰু আৰবৰ মাজত বেয়া তেজৰ সৃষ্টি কৰি মধ্যপ্রাচ্যত যুদ্ধৰ উত্তেজনা তুলিব পাৰিলে আন্তর্জাতিক গেংষ্টাৰসকলৰ আৰু সুবিধা হয়। জাতীয় 'গেংষ্টাৰ'বোৰেই ইন্টাৰনেশ্বনেল গেংষ্টাৰ হৈ পৃথিৱীৰ বিভিন্ন ঠাইত ভিয়েটনাম কিছুমান সৃষ্টি কৰিব পাৰিলে, ৱাৰ-লর্ডসকলৰ অর্থনীতি লাভেৰে ফুলি ফুলি উঠে। যুদ্ধ প্রস্তুতি ভাল— অস্বাভাৱিক অর্থনীতিৰ পৰিৱেশ সৃষ্টি কৰি কৰি আনন্দিত হোৱা মুনাফাখোৰ চোৰাং বজাৰীৰ বাবেহে। যুদ্ধ কিন্তু সকলোৰে বাবেই অপকাৰী। সেয়েহে, 'শান্তি নহ'লেই ভাল' নীতি এটিক জীয়াই ৰখাৰ বাবে পৃথিৱীৰ এচাম লোক ব্যস্ত। দুখেৰে জনাবলগীয়া হৈছে যে আমেৰিকা যুক্তৰাষ্ট্ৰৰ ক্ষমতাপ্রধান দলসমূহতে এটি বৃজনসংখ্যক তেনে লোক বিদ্যমান।

'Violence is impractical, because the old eye-for-an-eye philosophy ends up leaving everybody blind' -- হিংসানীতি কাৰ্য্যকৰী নহয় এই বাবেই যে 'চকুৰ সলনি চকু কঢ়া' কাৰ্য্যই সকলোকে শেষত অন্ধ কৰি পেলায়। এয়া মার্টিন লুথাৰ কিঙৰ কথা। আকৌ মাথোঁ পৰহি স্বর্গীয় জন আৰু স্বর্গীয় ববীৰ বাচি থকা একমাত্র ভায়েক এডবার্ড কেনেডীয়ে নিউয়র্কৰ ছেইণ্ট পলছ গীর্জ্জাত ববীৰ মৃতদেহৰ ওচৰত থিয় হৈ কঁপা কঁপা মাতেৰে কৈছে, "ববীক পৃথিৱীয়ে যেন মনত ৰাখে মাথোঁ এই বুলি— 'এজন সুস্থ মনৰ মানুহ, যিজনে অন্যায় দেখি শুধৰাবলৈ চেষ্টা কৰিছিল।' তেওঁ জীৱনক সম্পূর্ণভাৱে ভাল পাইছিল আৰু বাচিও আছিল সম্পূর্ণ জীৱন-লালসাৰে। পিচে, সমাজৰ বাবে কাম কৰোঁতে জীৱনৰ মোহ মুখ্য নাছিল বাবেই ববীয়ে অকালতে প্রাণ হেৰুৱালে।" কেনেডী পৰিয়াল ধনী হ'লেও সুস্থ সমাজবোধ আৰু মানৱতাবাদৰ মাজতে ডাঙৰ হৈছিল। মৃত্যুৰ কিছু দিন আগতে ববীয়ে সৰু ভায়েক এডবার্ডলৈ লিখিছিল— "সৌভাগ্যক্রমে বৰ সুখত প্রতিপালিত হ'ব পৰা পৰিয়ালৰ সন্তান ৰূপে আমেৰিকাত জন্ম লভিছোঁ। সেয়েহে, দুখীয়াৰ প্রতি, নোপোৱাৰ বেদনাৰ প্রতি, আমাৰ কর্ত্তব্য অধিক।"

সেই সুস্থ কর্ত্তব্যবোধৰ আন্তৰিক প্ৰকাশ কৰিবলৈ স্বর্গীয় জন, স্বর্গীয় মার্টিন, স্বর্গীয় ববীক নিদিলে আমেৰিকাত উদ্ভৱ হোৱা হিংসাৰ পৰিৱেশে। ১৯৬৩ চনত জনৰ মৃত্যুৰ পাচত যি তদন্ত (হিংসাৰ বিৰুদ্ধে) আমেৰিকাত আৰম্ভ হৈছিল, তেনে নকৰি মার্টিন আৰু ববীৰ হত্যাৰ পাচত, এইবাৰ প্ৰেছিডেণ্ট জনছনে বিখ্যাত শিক্ষাবিদ ড' মিল্টন আইজেনহাৱাৰৰ (আমেৰিকাৰ ভূতপূর্ব প্রেছিডেন্ট ডোৱাইট আইজেনহাৱাৰৰ ভ্রাতৃ) তত্ত্বাৱধানত এটি দহজনীয়া তদন্ত সমিতি পাতি দিছে 'আমেৰিকাত এইবোৰ

হিংসা কিয় হৈছে' — তাকে ফঁহিয়াই চাই, তাৰ কাৰণ উলিয়াবলৈ। জনৰ মৃত্যুৰ পাচত বিচাৰপতি ৱাৰেনৰ তত্ত্বাৱধানত হোৱা সমিতিয়ে মুকলি তদন্ত কৰা নাছিল। পিচে, এইবাৰৰ নতুন মিল্টন কমিটীয়ে মুকলিভাৱে ৰাইজক সুধিব। এই লেখাৰ প্ৰথমাংশত মই আমেৰিকাৰ বৰ্ত্তমান গণসংযোগ মাধ্যমসমূহে যে দিনে-নিশাই হিংসাক গ্লেমাৰাইজ কৰি শিশু, ডেকা, বুঢ়াৰ মন কলুষিত কৰে, তাৰ কথা লিখিছিলোঁ। সেই কথাটো এই লেখকে আমেৰিকাত থকা কালতো দেখিছিল, শুনিছিল। আমেৰিকাৰ গণসংযোগ কৰা পদ্ধতি বা 'মেথড্' ভাল; কিন্তু 'কনটেণ্ট' বা বিষয়বস্তু সন্দেহজনক। লেখকৰ এই অনুভূতিখিনি লিখি থকাৰ সময়তে আজিৰ, অৰ্থাৎ ৩ জুন '৬৮-ৰ ষ্টেট্‌ছমেন কাকতখন আহি হাতত পৰিছেহি। তাৰ শেষৰ পৃষ্ঠাত চাওঁ যে শিক্ষাবিদ মিল্টন কমিটীৰ দহজন সদস্যৰ অন্যতম সদস্য মিঃ হেইল বগ্‌ছে কালি ঘোষণা কৰিছে : 'The enquiry should go into questions of violence in the mass media, not only television and motion pictures but violence for violence's sake in newspapers and other publications as well. The effects of education, housing and other social conditions also should be explored. অৰ্থাৎ, ববীৰ মৃত্যুৰ বাবে যি হিংসাৰ পৰিৱেশ দায়ী, সেই পৰিৱেশৰ তদন্ত কৰিবলৈ যাওঁতে এই মিল্টন কমিটীয়ে "আমেৰিকাৰ অকল টেলিভিজন বা ফিল্ম মাধ্যমেই নহয়, বাতৰি-কাকত আৰু প্ৰকাশিত কিতাপবোৰতো 'হিংসাৰ বাবেই হিংসা' পূজা হৈছে নে নাই, তাৰো বিশ্লেষণ কৰা হ'ব। শিক্ষা, গৃহনিৰ্ম্মাণ আৰু অন্যান্য সামাজিক কাৰণবোৰৰো এই হিংসাত্মক পৰিৱেশলৈ কি অৱদান আছে, তালৈকো চকু দিয়া হ'ব।"

ইফালে, দুমাহৰ ভিতৰতে মাৰ্টিন আৰু ববীৰ হত্যাৰ কথা শুনি ভিয়েটনামত মিছা-মিছিকৈ যুদ্ধ কৰি থকা জনৈক আমেৰিকান ডেকা সৈন্যই চিঞৰি উঠিছে— 'হোৱাট দ্য হেল ইজ হেপেনিং অভাৰ দেয়াৰ' (আমেৰিকাত বাৰু কাৰ মূৰটো হৈছে!!) আৰু এজন আমেৰিকান সৈন্যই ভিয়েটনামত চিঞৰি উঠিছে, 'হোৱাট দ্য হেল্ এম আই ফাইটিং ফৰ অভাৰ হিয়াৰ।' এৰা কিহৰ বাবে ভিয়েটনামৰ যুদ্ধত আমেৰিকান ডেকাবোৰে ঘৰ-বাৰী এৰি যুদ্ধ কৰিছে। এই প্ৰশ্ন ববীয়েও কৰিছিল জনছনক। জনছনৰ ভিয়েটনাম নীতিৰ ববীয়ে বিৰোধিতা কৰিছিল।

"যি দেশে হিংসাত্মক যন্ত্ৰপাতিৰে নিজক অধিকভাৱে সুসজ্জিত কৰি, দেশৰ ভিতৰখনক দেউলীয়া কৰে, সেই দেশৰ সমান মাৰাত্মক একো হ'ব নোৱাৰে।" এই কথাষাৰি এই লেখকৰ নহয়। মাৰ্কিন কূটনীতিবিদ হেনৰী কেবট লজৰ। আনকি, লজেও মাৰ্কিন নীতিৰ কোঁপোলা অংশ দেখা পাই ক'বলৈ বাধ্য হৈছে। বিখ্যাত সাংবাদিক নৰ্মেন কাজিন্‌ছে ক'বলৈ বাধ্য হৈছিল — "মানুহৰ মনেই যুদ্ধৰ সৃষ্টি

কৰে, মানুহৰ মনেই শান্তিৰ পথ আবিষ্কাৰ কৰিব পাৰে।" আমেৰিকাত এইবোৰ হিংসাৰ দৈনন্দিন খেমালি দেখি কোনোবা গাঁৱত ওমাহা জনজাতিৰ ৰেড ইণ্ডিয়ান খেতিয়ক এজনে হয়তো প্ৰচলিত গীত এটি গায় —

'The clear sky
The green fruitful earth is good
But peace among men is better'

ফৰকাল নীলিম-আকাশ সুন্দৰ; ফলেৰে উপচি পৰা সেউজীয়া ধৰণীৰ মাটি সুন্দৰ; কিন্তু মানুহ-মানুহৰ মাজত বিৰাজ কৰা শান্তি সুন্দৰতৰ।

*( আমাৰ প্ৰতিনিধি : ৮ ম বৰ্ষ/ ১১ শ সংখ্যা : জুলাই, ১৯৬৮ চন )*



# বলিয়া পানী আৰু খাৰুৱা তেল

"প্ৰিয় ডক্টৰ হাজৰিকা — বানপানীৰ তাণ্ডৱলীলাই মঙ্গলদৈ মহকুমা আৰু কামৰূপৰ অঞ্চল বিশেষ একেবাৰে ধ্বংস কৰিছে। ৰাইজৰ দুখ-দুৰ্গতি বৰ্ণনাতীত। বানপানীৰ আগৰেপৰা প্ৰায় দুমাহ জুৰি এই অনাটনগ্ৰস্ত অঞ্চলসমূহত ঘূৰিলোঁ। গাঁৱে গাঁৱে খোজ কাঢ়ি ঘূৰি ফুৰি বৰ্ত্তমান শ্ৰান্ত হৈ দিল্লীলৈ প্ৰত্যাবৰ্ত্তন কৰিছোঁ। এই সোমবাৰৰপৰা সংসদৰ বৰ্ষা অধিবেশন আছে। লক্ষীমপুৰৰ ফালে ৰাইজৰ কিমান দুখ-দুৰ্গতি হৈছে, সেইযাৰ কথা ভালকৈ অনুভৱ কৰিছোঁ। ৰাইজৰ দুখ-দুৰ্গতিৰ কথা ভাবিলে অন্তৰখন উৰলি যায়।

ৰাজহুৱা খণ্ডত দ্বিতীয় তেল শোধনাগাৰ স্থাপনৰ দাবী আমাৰ ৰাইজৰ ন্যায়সঙ্গত দাবী। আমাৰ ৰাজ্যিক চৰকাৰৰ দুৰ্ব্বলতাৰ কাৰণেই কেন্দ্ৰীয় চৰকাৰে এনেদৰে অসমৰ ৰাইজক উপেক্ষা কৰিবলৈ সাহস পাইছে। এই ক্ষেত্ৰত আমি বিৰাট এক গণ আন্দোলনৰ কাৰণে প্ৰস্তুত হৈছোঁ। হাজাৰ হাজাৰ মানুহেৰে আমি জে'ল ওপচাই পেলাম। চৰকাৰক সেও মনাবলৈ এইটোৱেই হৈছে উত্তম উপায়। — প্ৰীতি সম্ভাষণ জানিব। ইতি —

আপোনাৰ

হেম বৰুৱা

সদস্য, লোকসভা

নতুন দিল্লী,২০ জুলাই, ১৯৬৮ চন

এখন ব্যক্তিগত চিঠিত এয়া শ্ৰদ্ধেয় হেম বৰুৱাদেৱৰ মনৰ বেথাৰ প্ৰকাশ। বানপানীৰ বিষয়ে আৰু তেল শোধনাগাৰৰ বিষয়ে।

## তেল

আমাৰ চৰকাৰ আৰু গোটেইকেইটি বিৰোধী ৰাজনৈতিক দলৰো অকৰ্ম্মণ্য ব্যৱহাৰৰ ফলত দহ বছৰ আগতে বাৰাউনিত শোধনাগাৰ পতাৰ বিৰুদ্ধে ছাত্ৰ-সমাজে

আন্দোলন কৰা সত্ত্বেও কেন্দ্ৰীয় চৰকাৰে নেমানিলে। অসমতকৈ অধিক সামৰ্থ্যৰ শোধনাগাৰ বাৰাউনিত পাতিছে এবিলে। শ্ৰীবিষ্ণুৰাম মেধিৰ মন্ত্ৰীসভাই ভেবা লাগি চাই আছিল। এইবাৰ লাকুৱা আৰু গেলেকীৰ সকলোখিনি খাৰুৱা তেল পশ্চিম বঙ্গৰ হালদিয়াত শোধন কৰাৰ বুধি পাঙিছে কেন্দ্ৰীয় চৰকাৰে। এইবাৰ বিধানসভাত প্ৰমোদ গগৈয়ে বৈজ্ঞানিক যুক্তিৰে দ্বিতীয় শোধনাগাৰৰ বাবে কৰা দাবীক সমগ্ৰ বিৰোধী পক্ষই মানি লৈছে। এতিয়া অসমৰ ৰাইজ আৰু ছাত্ৰ-সমাজেও তাকেই বিচাৰিছে। এইবাৰ অসম চৰকাৰে অসমৰ ৰাইজৰ এই দাবীক সন্মান নকৰি বহি থাকিলে ইতিমধ্যে হেকওৱা ৰাইজৰ আস্থা আৰু নোহোৱা হ'ব। আমিও কওঁ, হেজাৰ হেজাৰ মানুহেৰে আমি জেʼল ওপচাই পেলাম। আন্দোলনৰ আৱশ্যক হ'ব। অসমক উপলুঙা কৰা কেন্দ্ৰৰ এটি অভ্যাস হৈ পৰিছে। কেন্দ্ৰীয় 'বৈজ্ঞানিক'সকলে কয়, অসমত এতিয়াই দ্বিতীয় তেল শোধনাগাৰ দিলে অব্যৱসায়িক ফলাফল হ'ব। ইফালে, আন এজন বিশেষজ্ঞই কৈছে, অদূৰ ভৱিষ্যতত ক্ৰুড অইল ভৰপৰা ৭ মিলিয়ন হ'লে এই শোধনাগাৰ অসমত পাতিব পৰা হ'ব। প্ৰধান মন্ত্ৰীয়ে এইবাৰ অসমৰপৰা বানপানী চাই গৈ (চলিহা চৰকাৰৰ লগত কথা পাতিয়েই হ'বলা) দিল্লীত আকাৰে-ইঙ্গিতে ঘোষণা কৰিছে, উদ্যোগবোৰ ভাৰতৰ বিভিন্ন ঠাইত ভগাই নিদিয়াটোৱেও জাতীয় সংহতিৰ অসফলতাত ইন্ধন যোগায়!! এতিয়া শ্ৰীমতী গান্ধীৰ অবুজ মনটোৱে অলপ বুজিছে নেকি? যদি বুজিছে, শ্ৰীঅশোক মেহতাৰ কথা সৰগৰ বাণী বুলি ধৰি নলৈ অসমৰ সমগ্ৰ ৰাইজৰ অনুভূতিক সন্মান কৰক। নহ'লে আন্দোলন হ'বই, দ্বিতীয় তেল শোধনাগাৰ অসমত হ'ব লাগিব। খাৰুৱা তেলৰ কথা এয়া।

## পানী

বলিয়া পানীৰ কথা কি ক'ম? অসমত এইবাৰৰ হিচাপ মতে, ১৩ জন মৰিল, ৭০০ নিৰুদ্দিষ্ট হ'ল, আঢ়ৈ লাখৰ ঘৰ-বাৰী গ'ল আৰু ৮ লাখ ক্ষতিগ্ৰস্ত হ'ল। গৰু-গাই, কুকুৰা, গাহৰি, হাঁহ, ছাগলীৰ সীমা সংখ্যা নাই। এইবোৰ হিচাপৰ মিল নাই। বেচৰকাৰী মতে বেছি। চৰকাৰী হিচাপ মতে কম। তৈয়ামৰ ৬ খন জিলাত হোৱা প্ৰলয়ঙ্কৰী বানত চৰকাৰী সূত্ৰ মতে, লক্ষীমপুৰ, কামৰূপ আৰু গোৱালপাৰা জিলাতে ক্ষয়-ক্ষতিৰ পৰিমাণ অধিক। এই তিনিখন জিলাৰ মাজতো আকৌ লক্ষীমপুৰ জিলাতে ধন, জন, জন্তু আৰু ঘৰ-সম্পত্তি, পথাৰৰ ক্ষতি সৰ্বাধিক।

এই অঞ্চলৰ ৰঙানদী আৰু দিক্ৰং নদীয়ে মহতিয়াই নিয়া গাঁওবোৰ চোৱাৰ মোৰ দুৰ্ভাগ্য হৈছিল। দুৰ্ভাগ্যবশতঃ মোৰ স্বাস্থ্য ভালে নথকাত, কলিকতাৰপৰা উৰাজাহাজ ৰৱলুপৰ বাবে অনিয়মীয়া হৈ চলাত আৰু লক্ষীমপুৰৰ বাৰ্জ ছিপি বোৱাত

ঠিক বানপানীৰ সময়ত সেইখিনি পোৱা সম্ভৱপৰ নহ'ল। তথাপি, ২৬ জুনৰ দিনা অসম পাই বানপানীৰ এই বিভীষিকা দেখি প্ৰথমে হ'ল দুখ, পাচ মুহূৰ্ত্ততে জাগিল ক্ষোভ। পাচৰটো আমাৰ চৰকাৰৰ দুমুখীয়া কথাৰ বাবে। ১৯৬০ চনত বাজেট বক্তৃতাত শ্ৰীচলিহাই কোৱা মনত আছে— "ব্ৰহ্মপুত্ৰৰ খননকাৰ্য্য আদি ভালেমান অত্যাৱশ্যকীয় কথা চৰকাৰৰ বিবেচনাধীন হৈ আছে।" ১৯৬৬ চনত গোহাঁই গাঁৱৰ অৰ্দ্ধসমাপ্ত বান্ধ ভাঙি যোৰহাট মহকুমাৰ যি দুৰৱস্থা কৰিছিল, ৰাইজে পাহৰা নাই। এই বানপানী 'নিয়ন্ত্ৰণৰ' বাবে ১২-১৩ কোটি টকা ভাঙিলে। ফলাফল? প্ৰতি বছৰে বানপানীৰ তাণ্ডৱলীলা বাঢ়ি গৈছে। ৰঙানৈৰ পাৰে পাৰে ৯ মাইল খোজ কাঢ়ি মোৰ আগতে জনৈক বৃদ্ধ খেতিয়কে চিঞৰি উঠিছিল, "বোপা, ই. এণ্ড. ডি. বিভাগটো টকা খোৱাৰ যম হৈ উঠিছে অ'— ইহঁতে পানীও নিচিনে, মানুহো নিচিনে, চিনে টকা, টকা।" শ্ৰীমহেন্দ্ৰমোহন চৌধুৰীদেৱে ইয়াৰ উত্তৰ দিবলৈ গ'লেই সেই খেতিয়কজনৰ দৰেই সহস্ৰ খেতিয়কে গৰজি উঠিব— "থৈ দিয়ক, আপোনালোকৰ সহানুভূতি, থৈ দিয়ক কে. এল. ৰাৱৰ বৈজ্ঞানিক ইংৰাজী যুক্তি, আমাক নিৰাপত্তা দিয়ক, নালাগে প্ৰধান মন্ত্ৰীৰ ভাষণ, নালাগে নৈৰ খননকাৰ্য্য কৰাৰ বাবে ধন নাটনিৰ কথা। আপোনালোকৰ ই. এণ্ড. ডি. বিভাগটোৱে ফেইল মাৰিছে, লাজ লগাকৈ ফেইল মাৰিছে, বাঁহৰ জেঙেৰে (প্ৰতি জেঙৰ দাম ৫ টকাৰ অধিক দামত) বান্ধ বান্ধি ঠিকাদাৰক আৰু ইঞ্জিনীয়াৰক ধনী কৰিছে। বানপানীৰ সময়ত মথাউৰি বন্ধা ফন্দি পাতিছে। মৰণ হয় আমাৰ, ঘৰ ভাঙে আমাৰ, কঠীয়াতলী নষ্ট হয় আমাৰ, আমি নিজ হাতেৰে মথাউৰি সাজি ল'লেও চৰকাৰে কৰে অৱজ্ঞা।'

এইবাৰ লক্ষীমপুৰত ৰঙানদীৰ পাৰত উজনি খামতি গাঁও, বালিগাঁও, বগলীজান, পাঁচনদী, পহুমৰা, পকনীয়া, ম'হখুলি, বৰচলা, পাণধোৱা, দিজু ২নং, খনাজান, কমলাবৰীয়া মৌজাৰ দোবাৰপাৰ, দেওবিল, হাঁহচৰা, কুমাৰীকাটা, খুন্দুগাঁও, শিঙৰাৰ পাৰৰ নাওবৈচাৰ চিলনিবাৰী, দিক্ৰং নৈৰ পাৰৰ দণ্ডি বিলৰ কেঞ্জামৰা কৈবৰ্ত্তগাঁও, আমগুৰি, দিক্ৰং ঘাটৰ বানবিধ্বস্ত ৰাইজৰ দুখ-দুৰ্দ্দশা যোৱা ১৮ দিনে খোজ কাঢ়ি, নাৱেৰে ঘূৰি ঘূৰি নিজ চকুৰে দেখি, নিজ কাণেৰে শুনি শ্ৰীহেম বৰুৱাদেৱে কোৱাৰ দৰে 'অন্তৰখন উৰলি যায়'। বান অহাৰ পাচত কাম কৰে; কিন্তু গাফিলতিৰে ভৰা। ৰাইজে গোচৰ দিয়ে। ৰাইজক বিলাবলৈ ৪২৫ কুইণ্টল কঠীয়া লাগে, অথচ দিছিল ২০০ কুইণ্টল। পাচত, কিনি ল'ব খোজাত হীড কৰ্পৰেচনৰ বিষয়াক নেপায়। আহাৰ মাহ গ'লেই। প্ৰধান মন্ত্ৰী লক্ষীমপুৰলৈ আহি লাখৰো অধিক খৰচ নিশ্চয় কৰালে। তাৰে কিছু অংশ বিধ্বস্ত ৰাইজৰ সাহাৰ্য্যাৰ্থে আগ বঢ়ালে বক্তৃতাতকৈ অধিক কাম হ'লহেঁতেন। অসম বিধানসভাৰ বিৰোধী সংযুক্ত বিধায়ক দলৰ হৈ শ্ৰীদুলাল বৰুৱা, শ্ৰীপ্ৰেম বৰা আৰু মই যেতিয়া এই বিষয়ে প্ৰধান মন্ত্ৰীক স্মাৰকপত্ৰ দিওঁ, তাত নৈবোৰৰ খননৰ

খননকাৰ্য্য, নেফাৰ ইঞ্জিনীয়াৰ আৰু অসমৰ ইঞ্জিনীয়াৰৰ নৈ নিয়ন্ত্ৰণৰ ক্ষেত্ৰত সহযোগৰ কথাত গুৰুত্ব আৰোপ কৰিছিলোঁ। স্মাৰকপত্ৰ অসম কংগ্ৰেছেও প্ৰধানমন্ত্ৰীক দিছে। পিচে, কেন্দ্ৰৰ জনৈক বিশেষজ্ঞই কিছু বছৰ আগতে এষাৰ কথা কোৱা মনত আছে, "অসমৰ মানুহে বানপানীৰ সৈতেই বাস কৰিব লাগিব।" আমি এতিয়া ক'ম, আভুৱা ভাঁৰিবা কিমান? অসমৰ বানপানী নিয়ন্ত্ৰণত তোমালোকে যি গাফিলতি কৰিছা, তাৰ বিৰুদ্ধেও এদিন ৰাইজে গণ আন্দোলন কৰিব। প্ৰথমেই অসমৰ ই. এণ্ড. ডি. বিভাগক জীৱন্ত অৱস্থাত বানপানীৰ প্ৰবল সোঁতত পেলাই দিব। তাৰ পাচত, কেন্দ্ৰীয় চৰকাৰৰ বিশেষজ্ঞখিনিৰ উৰাজাহাজবোৰ অসমৰ মাটিত পৰিবলৈ নিদিয়ে, এৰোড্ৰমত বাঁহৰ জেং আৰু হুল পুতি ৰাখিব। মৰণৰ সমুখত মানুহ বলিয়া হয়। মানুহে ভদ্ৰতা পাহৰে। ই স্বাভাৱিক। খাৰুৱা তেল আৰু বলিয়া পানীৰ বিষয়ে সম্পাদকীয় লিখিবলৈ গৈ মনত পৰিছে, কেন্দ্ৰীয় চৰকাৰ আৰু অসমৰ সম্বন্ধ তেল আৰু পানীৰ দৰেই হৈছেগৈ। মিল হ'ব কেতিয়া?

*(আমাৰ প্ৰতিনিধি : ৮ ম বৰ্ষ/ ১২ শ সংখ্যা : আগষ্ট, ১৯৬৮ চন)*



# পাৰতে বাগৰি কান্দে দুখীয়াৰে ছাও

অসমত বানপানীৰ যি তাণ্ডৱলীলা নিজ চকুৰে এইবাৰ দেখিলোঁ, তাৰ বৰ্ণনা দিব নোৱাৰি। যোৱা দহ বছৰে বানপানীৰ সাহায্যাৰ্থে অন্যান্য শিল্পীৰ সৈতে কম গীত গালোঁনে? পিচে, গীতেৰে জানো নদী নিয়ন্ত্ৰণ কৰিব পাৰি? নোৱাৰি। পাৰি মাথোঁ সাময়িক সান্ত্বনা দিব। সেইখিনিও সাগৰত এটি টোপালসদৃশ। তথাপি, শিল্পীসকলৰ কৰ্ত্তব্য থাকে। নিঃকিনভাৱে হ'লেও শিল্পীয়ে নিজৰ সঙ্গীতেৰে, নাটকেৰে, নৃত্যেৰে, বোলছবিৰে বানবিধ্বস্ত অঞ্চলৰ দুৰ্ভগীয়া লোকসকলক কিঞ্চিৎ সহায় কৰিব পাৰে। মই দেখা মতে, অহা চাৰি মাহলৈ অসমৰ বানত দুৰ্দ্দশাগ্ৰস্ত হোৱা লোক দুৰ্ভিক্ষৰ কবলত পৰিব। যাৰ মাটি নষ্ট হ'ল, তেওঁলোকক মাটি দিওঁতে চৰকাৰৰ ৰঙা ফিতাৰ মেৰ-পাকে বহুদিন লগাব। যাৰ ৪টা ঘৰ ভাগিল, তেওঁ ১০০ টকাৰ ঠাইত ২৫ টকা পাব — তাকো যদি B.D.O.-জনে গাফিলতি নকৰে। ৰেশ্বন পোৱাই পালে, নোপোৱাই একেবাৰে নেপালে, পঞ্চায়তৰ গাফিলতিত। চৰকাৰৰ কঠীয়া পালে, সিও হয়তো দহ-বাৰ ধৰণৰ ধানৰ মিহলি। পকিবৰ সময়ত দেখিব এবিধ ধান পকিছে, এবিধ পতান, এবিধ পকিবলৈ বহুদিন বাকী। খেতিয়কে কাটিব কেনেকৈ? একেলগে কঠীয়া দিছিলে যে! স্কুলঘৰ ভাঙিলে। পাঠ্যপুথি উটুৱাই নিলে। প্ৰাথমিক চিকিৎসা নাই। মাটি বিচাৰি যদি কোনোৱে কয়, 'সৌ ৰঙা ৰিজাৰ্ভ'ত বা সৌ 'পাভ ৰিজাৰ্ভ'ত বা 'সৌ কিমিনৰ ওচৰত' মাটি দিয়ক — নহ'লে আমি খাবলৈ নেপাই মৰিম, তেতিয়া লেগু এডভাইজৰী বোৰ্ড, পঞ্চায়ত, গাঁওসভা ছেট্‌লমেণ্ট বিভাগৰ কত 'পলিটিক্স', কত 'ৰঙা-ফিতাৰ' মেৰ-পাকৰ কথা শুনিব! মূঠৰ ওপৰত, বানবিধ্বস্ত লোকক সহায় লাগে। অহা চাৰি মাহে সহায় লাগিব। বেচৰকাৰীভাৱেও। গতিকে, অসমৰ শিল্পীসকলে নিজৰ সাধ্যানুসৰি সহায় কৰিব লাগে বুলি আমাৰ বিশ্বাস হৈছে।

(*আমাৰ প্ৰতিনিধি : ৮ ম বৰ্ষ/ ১২ শ সংখ্যা : আগষ্ট, ১৯৬৮ চন*)



# নাওবৈচাৰ মথাউৰি বাস্তৱ নাটক

শিল্পীৰ পৃথিৱীলৈ যোৱাৰ আগতেই মাজে মাজে কেনে বাস্তৱত সোমাব লাগে, শুনক।

নাওবৈচা সমষ্টি। আজি ২৫ মে', ১৯৬৯ চন। 'চিক্‌মিক'ৰ শ্বুটিং শেষ কৰি, কিছু সম্পাদনা কৰি মই লৰৰি আহিছোঁ মোৰ নাওবৈচা সমষ্টিলৈ। আহিয়েই ১২ তাৰিখৰপৰা এই কেইদিন ৰঙানদী, শিঙৰা, পাভ, দিক্ৰং আদি নৈৰ মথাউৰিসমূহ চাই ফুৰিছোঁহি। শ্ৰীবাচী (E. & D-ৰ S.D.O.) আৰু S.O. শ্ৰীবৰুৱা (নবীন বৰদলৈৰ নাতি) মোৰ সৈতে আছিল। যোৱাবাৰ এই ৰঙানদী আৰু দিক্ৰঙে তাণ্ডৱ নৃত্য কৰাৰ কথা ৰাইজে জানেই। এইবাৰ উজনি মিৰিগাঁও, কমলাবৰীয়া মৌজাৰ সেই ভয়াবহ ১৪ কিলোমিটাৰ, ১৬ কিলোমিটাৰলৈ গ'লোঁ। দেখিলোঁ, আগৰ ক্ষয় যোৱা মথাউৰিৰ ঠাইত নতুন স্পাৰ দিয়া হৈছে ৰক্ষাৰ কাৰণে— আৰু ছেকেণ্ড লাইন অৱ্ ডিফেন্স স্বৰূপে গজ্‌গজীয়া নতুন মথাউৰি কৰা হৈছে। ৰাইজৰ দুই-চাৰিজনক পাই সুধিলোঁ, কেনে লাগিছে? এজনে ক'লে, "এইবাৰ ৰঙানদী ৰ'বগৈ যেন লাগিছে।" এতিয়াও কাম চলি আছে। গাঁৱৰ মানুহেও শ্ৰম কৰি দুপইচা পাইছে। অসমীয়া গাঁৱৰ ৰাইজে মাটি কটা কাম নকৰিলেও ঘাঁহৰ কামবোৰ কৰি থকা চকুত পৰিল। ১৬ কিলোমিটাৰৰ ভয়াবহ মথাউৰিটো S.D.O. শ্ৰীবাচীয়ে ২৪ মাৰ্চত আৰম্ভ কৰি ৩ এপ্ৰিলত শেষ কৰাইছে দিনে-নিশাই কাম কৰি। বাৰিষা আহিলেই। তাৰ আগতে এই কাম শেষ কৰাটো সুন্দৰ কথা হৈছে।

তাৰ পাচত চালোঁগৈ, শিঙৰা নদীৰ বান্ধ আৰু উজনি মিৰি গাঁৱৰ ৰঙানদীৰ বান্ধ। পিচৰ টুকুৰা ঠাইতে যোৱাবাৰ হেলিকপ্টাৰেৰে বানপানী-বিধ্বস্ত লোকক ৰক্ষা কৰিবলগীয়া হৈছিল। শিঙৰা নৈৰ দুয়ো পাৰ বেছ শক্তিশালীকৈ সজা দেখিলোঁ। পিচে, শিঙৰা নৈৰ সোঁফালৰ বান্ধটো পাভ নৈৰ মথাউৰিৰে মিলাই দিবলৈ প্ৰস্তাৱ এইবাৰ পঠালে বৈজ্ঞানিক কথা হ'ব বুলি বিশেষজ্ঞৰ সৈতে কথা পাতিলোঁ। এইবাৰ টকা নাই। গ'লোঁগৈ পাভ নদীৰ মথাউৰিৰ ২৫ কিলোমিটাৰৰপৰা ৩০ কিলোমিটাৰ চাবলৈ। যোৱাবাৰ পানী বাগৰি ওচৰৰ ৰাইজৰ বহুতো ক্ষতি কৰিছিল। এইবাৰ তিনি ফুট ওখকৈ মথাউৰি দিয়াত ৰাইজে ভাল পাইছে। এজন প্ৰতিনিধিয়ে ক'লে যে এইবাৰ পাৰ বাগৰিব নোৱাৰে যেন লাগিছে। পিচে, উত্তৰ লক্ষীমপুৰৰ নৈকেইখনৰ

মতি-গতি বুজাই টান। এইবাৰ লোৱা সতৰ্কতামূলক ব্যৱস্থাখিনি বৰষুণৰ আগতে এতিয়াই হোৱাত মানুহে E & D-ক ভাল বোলা উচিত হ'ব। S.D.O. বাচীয়ে লৰালৰিকৈ কাম কৰোৱাত সিদ্ধহস্ত যেন লাগিল। তেওঁ অহা মাথোঁ আঠ মাহমানহে হৈছে। মই সুধিলোঁ, জুন মাহত যেতিয়া পানী বাঢ়িব, তেতিয়া নিশা পহৰা দিবলৈ কি ব্যৱস্থা কৰিছে? ৰানাৰৰ ব্যৱস্থা কৰা বুলি ক'লে। পিচে, এইবোৰ কালান্তক নৈৰ পাৰত ফোনৰ ব্যৱস্থা কৰিব পাৰিলে বাৰিষা বৰ ভাল হয় বুলি বহুতৰ ধাৰণা। এইবাৰ বিধানসভাত এনে প্ৰস্তাৱ দাঙি ধৰিব পৰা যাব বুলি ক'লোঁ। গড়কাপ্তানী বিভাগৰ তলত নাও কিছু বেছিকৈ এইবাৰ ৰখা হ'ব বুলি সেই বিভাগৰ কৰ্ম্মচাৰী এজনে মোক জনালে। যোৱাবাৰ নাৱৰ অভাৱত বৰ অসুবিধা হোৱাটো সকলোৱে জানে। এই বিষয়ে যোৱা বানপানীৰ পাচত আমি বিধানসভাত সমালোচনাও কৰিছিলোঁ। পকনীয়াৰ বান্ধ ই. এণ্ড. ডিয়ে ল'লেহে ভাল হ'বগৈ, নহ'লে গড়কাপ্তানী বিভাগে বলে পৰা নাই। গাভৰু নদীৰ মথাউৰিৰ Estimate কৰা হৈছে বুলি জানিলোঁ। অহাবাৰ কাম আৰম্ভ কৰাবই লাগিব।

কিছু সতৰ্কতামূলক মথাউৰি বাকী হ'ল। কিন্তু নতুন মথাউৰি সাজিবলৈ দিয়া খেতিৰ মাটিৰ গৰাকীসকলক নতুন পট্টা দিয়া সত্বেও এবছৰে নতুন মাটিত বহিবলৈ নিদিয়া গাফিলতিও কিছু দেখি ছেটেলমেণ্ট অফিচাৰ শ্ৰীযুত সোণোৱালৰ দৃষ্টি আকৰ্ষণ কৰিলোঁ। গড়কাপ্তানী বিভাগৰ হতুৱাই যোৱা বছৰ গ্ৰহণ কৰোৱা বিখ্যাত বাট-পথ কেইটামানত একো কাম নোহোৱা দেখি (বিলতিয়া, কনকেশ্বৰ দত্ত, আহমদপুৰ বাট, ফুলবাৰী বাট আদিৰ কাম টকা Sanction হোৱা সত্বেও নাই হোৱা) বৰ আঘাত পাইছে ৰাইজে। ই স্বাভাৱিক। এই বিষয়ে কৰ্ত্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰোঁগে। কিছু বন্যাবিধ্বস্ত স্কুলে গ্ৰাণ্ট পালে, কিছুৱে নাই পোৱা। ছাপ্লিমেণ্টৰী লিষ্ট এখন কৰাতো মই আজিৰপৰা লাগি যাবগৈ লাগিব। এম. এল. এ. হৈ কিছু গাঁৱত দেখা দি, আন এখনত নিদিলেও লাগে লেঠা। গতিকে, সামূহিক কামবোৰ চাই লোৱাই ভাল প্ৰথমতে। কালি লালুক হাইস্কুলৰ মেনেজিং কমিটীৰ প্ৰেছিডেণ্ট হৈ স্কুলৰ নতুন ঘৰ এটি ৰাইজৰ সহায় লৈ আৰু কণ্ঠশিল্পীৰূপে গীত গাই পইচা তুলি কিছু অংশ কৰিবলৈ সিদ্ধান্ত লৈ অহা হৈছে।

আজি ধাৰাসাৰ বৰষুণ। এতিয়া সমষ্টিৰ পিনে পুনৰ ওলাই যাওঁগে। ই জানো বাস্তৱ নাটক নহয়। গুৰু শঙ্কৰদেৱে সৰ্বশ্ৰেষ্ঠ হৈও টেমুৰানী জান বন্ধাৰপৰা বিৰত আছিল জানো? শিল্পীৰ সমাজৰ প্ৰতিও কৰ্ত্তব্য আছে। আকাশত চাং পাতি কঠোৰ বাস্তৱলৈ ভয় কৰাৰ দিন আৰু নাই বুলি আমাৰ বিশ্বাস।

*(আমাৰ প্ৰতিনিধি : ১ম বৰ্ষ/১০ম সংখ্যা : জুন, ১৯৬৯)*



# ব্যক্তি ঃ তেজ-মঙহৰ মানুহ বিমূৰ্ত্ত জীৱ নহয়

## মাৰ্ক্সবাদ আৰু ব্যক্তি-স্বাধীনতা

আজি পবিত্ৰ পোন্ধৰ আগষ্টৰ দিনা এই বিশেষ বিতৰ্কমূলক বিষয়টো স্বইচ্ছাৰে নিৰপেক্ষভাৱে আলচিবলৈ লৈছোঁ— যুক্তিসঙ্গত কাৰণত। মহাত্মা গান্ধীবাদত বিশ্বাসী দল এটিয়ে যোৱা একুৰি-দুবছৰে শাসনৰ গুৰিৰ্থঠা ধৰাৰ পাচত, আজি এনে এটা দিন আহিল যে ভাৰতৰ বাইজে (গণতান্ত্ৰিকভাৱেই) পৰিবৰ্ত্তনাকাংক্ষী হৈ মাৰ্ক্সবাদক সমাজত স্পষ্ট আকাৰত বিচাৰিছে। বঙ্গ আৰু কেৰালাত মাৰ্ক্সবাদী নেতাৰ পোনপটীয়া তত্ত্বাৱধানত চৰকাৰ গঠিত হ'ল। যুক্তফ্ৰণ্টবাদৰ লহৰ আহিছে প্ৰায় সকলো ঠাইতে— এই 'ট্ৰানজিশ্বন' কালত। গণতান্ত্ৰিক, সঙ্কীৰ্ণ, উদাৰ, হিংসাবাদী, অহিংসাবাদী, সাম্প্ৰদায়িক, অ-সাম্প্ৰদায়িক, জাতীয়তাবাদী, দলীয়, নিৰ্দ্দলীয় প্ৰতিনিধিৰ মাজত (ন্যূনতম আঁচনিৰ ভেটিত) প্ৰেমাবেদন, প্ৰেমালিঙ্গনৰ পৰীক্ষা চলাৰ দিন আজি। এটি মাথোঁ লক্ষ্য : আজিয়েই শাসনৰ ৰূপ পৰিবৰ্ত্তন। এইটো ভাৰতীয় সমাজৰ ৰূপান্তৰৰ যুগ। মাৰ্ক্সবাদে এতিয়া ভাৰতত অকল বুদ্ধিজীৱীৰ আলোচ্য বিষয়ৰ পৰিধি চেৰাই বিধানসভা, লোকসভাৰ মজিয়াত প্ৰকাশৰ স্বাধীনতা পাইছে।

বিংশ শতাব্দীত মাৰ্ক্সবাদক অবহেলা কৰিব পাৰে অকল মূৰ্খই। মই কাকো আঘাত দিব খোজা নাই, কথাটো সত্য। কোনোবাই মনা-নমনাটো ব্যক্তিৰ সুকীয়া মতৰ কথা। আজি পৃথিৱীৰ *(ৰাজনৈতিক তত্ত্ব বিশ্লেষণাত্মক এই প্ৰবন্ধটি ১৯৬৯ চনৰ ১৫ আগষ্ট তাৰিখৰ 'অসম বাণী'ৰ পৰা উদ্ধৃত।)* বুকুত স্থাপিত হোৱা মাৰ্ক্সবাদী দেশসমূহত সাধাৰণ ৰাইজো বস্তুজগতত বাচি থকাৰ ন্যূনতমখিনি পোৱাৰ প্ৰত্যক্ষ প্ৰমাণ পাই আৰু সমান্তৰালভাৱে আমাৰ দেশত ২২ বছৰৰ পাচতো, হালোৱা-বনুৱাই প্ৰত্যাশিতভাৱে জীয়াই থকাৰ ন্যূনতমখিনি নোপোৱাই — মাৰ্ক্সবাদক ভাৰতত ব্যৱহাৰ কৰাৰ মানস কৰাটো স্বাভাৱিক ৰাজনৈতিক পৰিণতি। ইয়াত আচৰিত হ'বলগীয়া

একো নাই। উচপ খাই উঠাৰ কাৰণো নাই। সিদিনা মাথোঁ শ্ৰীমতী ইন্দিৰা গান্ধীয়ে ছিণ্ডিকেটৰ বিৰুদ্ধে বেঙ্ক জাতীয়কৰণৰ সিদ্ধান্ত লোৱা কথাটোৱে বহুতৰ মনত যুক্তিসঙ্গতভাবেই চিন্তা সুমুৱাইছে এইবুলি — মাৰ্ক্সবাদী অৰ্থনৈতিক তত্ত্বৰ ই জানো বিৰাট প্ৰভাব নহয়? আকৌ, কোনো কোনোৱে মনতে প্ৰশ্ন কৰিছে— তেন্তে, অ-মাৰ্ক্সিষ্ট হৈও অৰ্থনৈতিক স্বাধীনতা আনিব পাৰি নেকি? কোনোৱে ভাবিছে, মাৰ্ক্সিষ্টৰ সম্পূৰ্ণ তত্ত্বাবধানত 'যুক্তফ্ৰণ্ট' কৰিলেই নৰক সৰগত পৰিণত হ'ব নেকি? বঙ্গ আৰু কেৰালাত ক্ৰমে আঞ্চলিক আৰু সাম্প্ৰদায়িক দলৰ সৈতে প্ৰেমালিঙ্গন কৰি সৰগ ৰচনা কৰা হৈছে নেকি? কোনোৱে কৈছে— কংগ্ৰেছক আমি আৰু আদৰিব নোৱাৰোঁ। ঘড়ীৰ কাঁটা ওলোটাকৈ নুঘূৰে। পিচে, যি বিকল্প চৰকাৰ পাইছোঁ (অতি সোঁ আৰু অতি বাওঁ দুয়োবিধৰ), সেয়াই জানো ৰাইজৰ সম্পূৰ্ণ মনেবিচৰা উত্তৰ? কংগ্ৰেছৰ ছিণ্ডিকেট বনাম লিবাৰেলিজমৰ সংঘাতে এটি অ-মাৰ্ক্সিষ্ট নতুন পথ দৰ্শায় নেকি? কংগ্ৰেছে ১৯৭২ চনত শেষ নিশ্বাস পেলোৱাৰ আগতে ই মাথোঁ এটি উজ্জ্বল মুহূৰ্ত্তহে নেকি? ভাৰতীয় ৰাইজৰ এটা অংশই মাৰ্ক্সবাদক 'একে অঙ্গতে ইমান ৰূপ' হিচাপেও বিৰাজ কৰা দেখিছে। সোঁ-কমিউনিজম, বাওঁ কমিউনিজম, কানু সান্যালিজম্ আদিৰ সংঘাত যোৱা মে' মাহৰ (১৯৬৯ চন) ঐতিহাসিক কলিকতীয়া ময়দানত দেখি মাৰ্ক্সবাদী-শাসিত বঙ্গৰ ৰাইজৰ বহুতো ব্যক্তিয়ে থমকি ৰৈ ভাবিছে— এতিয়া কি কৰোঁ? সাক্ষৰসকলে কাকত পঢ়ি ভাবিছে — এল্‌বেনিয়া, চীন, পাকিস্তানৰ বন্ধুত্ব শুদ্ধ নে ৰাছিয়া? যুগশ্লাভিয়ান মাৰ্ক্সবাদ শুদ্ধ, নে ৰুমানিয়ান? হাঙ্গেৰীৰ এতিয়া যুক্ত ব্যৱসায় শুদ্ধ — নে চেকোশ্লাভেকিয়ান? চীনাই দেখোন ৰাছিয়াক 'ৰিভিজনিষ্ট' বুলি কয়। কিয়? ৰাছিয়াই নিজ দেশত 'ব্যক্তি-স্বাধীনতা'ক ক্ৰমে 'সন্মান' কৰি অহাৰ বাবেই নেকি? সোঁ-কমিউনিষ্টক 'ৰক্ষণশীল' বোলা শ্ৰীজ্যোতি বসুক পহিলা মে'ত (১৯৬৯চন) দেখোন ময়দানত শ্ৰীকানু সান্যালে আমেৰিকাৰ 'দালাল' বোলে! কিছু বুদ্ধিজীৱীয়ে হয়তো সূক্ষ্ম পাৰ্থক্যসমূহ উপলব্ধি কৰে, কিন্তু ভাৰতৰ সাধাৰণ ব্যক্তিয়ে মাৰ্ক্সিষ্ট জগতত বিৰাজ কৰা এনে অকোৱা-পকোৱা চিন্তাৰ সঙ্গম বা ক্ৰছ্‌-কাৰেণ্টত পৰি স্বাভাৱিকতে ভাবিছে— "মই ক'ত? মোৰ নিজস্ব 'ব্যক্তিত্ব'ৰ ঠাই আছে নে নাই? মই সমাজৰ এটি ইউনিট। মই এজন ব্যক্তি। 'মই' 'সমূহ'ৰ মাজত হেৰাই যাম নেকি? মাৰ্ক্সীয় ধাৰণাত মোৰ ব্যক্তিত্বৰ সত্তাৰ মূল্য কিমান? মোৰ মন, মোৰ তেজ, মোৰ মঙহ, মোৰ 'মই'টোৰ বিষয়ে স্বয়ং কাৰ্ল মাৰ্ক্সে কি ভাবে? সমাজবাদত ব্যক্তি-মানুহৰ অৰ্থ কিমান?" এই প্ৰশ্নসমূহত মাৰ্ক্সবাদত বিশ্বাসীসকল উত্তেজিত হ'ব নেপায়। আজি শান্তভাৱে, নিৰপেক্ষভাৱে, একাডেমিক আলচ কৰি হ'লেও বিশ্লেষণ কৰি চোৱাৰ সময় আহিছে। কাৰণ, ৰাইজক মাৰ্ক্সবাদীসকলেই উত্তৰ দিব লাগিব।

# ব্যক্তি আৰু স্বাধীনতা

আজিৰ গণতান্ত্ৰিক দেশত পুৰীত শঙ্কৰাচাৰ্য্যৰ 'অস্পৃশ্যতা' সমৰ্থন কৰাৰ স্বাধীনতা আছে। পুঁজিপতিৰ দেশত দৰিদ্ৰ ব্যক্তিৰ নেখাই মৰাৰ স্বাধীনতাও আছে, বগাই ক'লাক ঘৃণা কৰাৰ স্বাধীনতাও আছে। সমাজতান্ত্ৰিক দেশত অৰ্থনৈতিক শোষণৰ 'স্বাধীনতা' দিয়া হোৱা নাই বাবেই অ-মাৰ্ক্সিষ্টৰ মতে — সেই দেশবোৰ মুক্ত দেশ নহয়, একেবাৰে 'বন্ধ' দেশ। আমেৰিকাৰ সমাজ বেয়া বুলি ভাবতলৈ আহি আমেৰিকান নাগৰিকৰ হিন্দু-হিপ্পী হোৱাৰ 'স্বাধীনতা' বহুতৰে বোধগম্য। ভাৰতীয় ডাক্তৰে ভাৰত বেয়া বুলি ইংলণ্ডত নাগৰিকত্ব লোৱাৰ 'স্বাধীনতা' বোধগম্য। কিন্তু সমাজতান্ত্ৰিক দেশৰ এজন ব্যক্তিয়ে কিবা কাৰণত (ব্যক্তিগতও হ'ব পাৰে) ইংলণ্ডলৈ গৈ নাগৰিক হ'লেই সেই ব্যক্তিৰ জন্মস্থান সেই সমাজতান্ত্ৰিক দেশখনৰ গোটেইখনেই 'মুক্ত' নহয় বুলি চাঞ্চল্যকৰ বতৰা ওলায়। আমাক হয়তো কোনোবাই সুধিব, এজন ফিজো পলাই ওলাই গ'লেই নাগালেণ্ড এটি বীভৎস ভাৰতীয় কাৰাগাৰ বুলি প্ৰমাণিত হ'ব নেকি? এই 'ব্যক্তি-স্বাধীনতা' কথাটো তুলনাত্মকভাৱে নেচাই যদি আমি সদায় সাধাৰণীকৰণ কৰোঁ, তেন্তে বিপদ হয়। মই নিজে বহু দেশ ঘূৰি তথাকথিত 'মুক্ত সমাজ' থকা হাঁহিৰ লগতে কান্দোন দেখিছোঁ আৰু তথাকথিত 'ৰেজিমেণ্টেশ্বন' থকা দেশতো বহু ব্যক্তিৰ পূৰ্ণ প্ৰকাশৰ স্বাধীনতা দেখিছোঁ। অকল পঢ়ি নহয়, নিজে দেখি কৈছোঁ। এজন ৰাছিয়ানে মস্কোত মোৰ প্ৰশ্ন এটিৰ উত্তৰত কৈছিল— "ষ্টেলিনৰ জীয়েক শ্বেতলানা সকলোৰেপৰাই অসুখী ছোৱালী। দাম্পত্য জীৱনত অসুখী। ৰাছিয়াত এতিয়া পিতৃ ষ্টেলিনৰ মূল্য কমি যোৱাত অসুখী কন্যা অধিক অসুখী হোৱাটো স্বাভাৱিক। আমি জানো শ্বেতলানাক পাছপ'ৰ্ট দিয়া নাই?" আৰু এটি প্ৰশ্নৰ উত্তৰত এজন ৰাছিয়ানে কৈছিল, "টলষ্টয় হ'বলৈ কমিউনিষ্ট পাৰ্টিৰ সদস্য নহ'লেও হয়। পাৰ্টিৰ সভ্য হৈও বহুতো লেখক তৃতীয় শ্ৰেণীৰ লেখক হৈছে। বৰিছ পেষ্টাৰনকক আমি মুক্তভাৱে পঢ়োঁ।" বিখ্যাত প্ৰাগ্ চহৰত এগৰাকী বিখ্যাত চেকোশ্লোভেকিয়ান চিত্ৰ-পৰিচালকে মোক কৈছিল— "আমি অকল 'সামূহিক' সমস্যা এৰি এতিয়া 'ব্যক্তি-নাগৰিক'ৰ বিশেষ ব্যক্তিগত সমস্যা লৈয়ে ছবি কৰিছোঁ।" এইবোৰ জীয়া উদাহৰণ মই দিয়াৰ উদ্দেশ্য এইটোৱেই যে ব্যক্তি-স্বাধীনতা সকলো সমাজতে বিভিন্ন ৰূপত গুৰুত্বপূৰ্ণ হৈ আছে, হৈ থাকিবও। পৃথিৱীত কোনো দেশ এতিয়াও সম্পূৰ্ণ শুদ্ধ হোৱা নাই যে সকলো সময়তে, সকলো সমাজতে সকলো ব্যক্তি, পেটে পেটে সুখী হৈছে। পিচে, অধিকসংখ্যক নাগৰিকক সুখী কৰাটো আদৰ্শ চৰকাৰৰ কৰ্ত্তব্য। পেটৰ ক্ষুধা নিবাৰণৰ যুক্তিসঙ্গত স্বাধীনতাও সমাজবাদভাৱে হোৱাটোতহে সুখৰ পৰিপূৰ্ণতা থাকে, ইয়াক কোনে নুই কৰিব পাৰে? কিন্তু সকলো সমাজতে সেই 'ব্যক্তিগত

স্বাধীনতা' অসীম অনন্ত হ'ব নোৱাৰে। কোনোবা মাৰ্ক্সবাদী দেশত নাগৰিকৰ ব্যক্তিগত স্বাধীনতা যদি কোনো শাসকে সম্পূৰ্ণ নোহোৱা কৰিছে, তেন্তে সেই দেশৰ শাসকসকলে কাৰ্ল মাৰ্ক্সক অসম্মান কৰিছে; সমাজৰ ৰূপান্তৰক নুবুজাকৈ তেনে কাম কৰিছে। কোনোবা মাও-চে-তুঙে যদি সমগ্ৰ দেশকে ব্যক্তিপূজা কৰাইছে, তেন্তে তেনে সমাজত এনে ব্যক্তি ওলাব— যি এদিন ক'ব 'ব্যক্তি-স্বাধীনতা' আৰু 'ব্যক্তি- কেন্দ্ৰিকতা' দুটা পৃথক বস্তু। সম্পূৰ্ণ পৃথক। সমূহৰ মঙ্গলক পদাঘাত কৰা ব্যক্তি-স্বাধীনতা এক প্ৰকাৰৰ হ'লেও সমৰ্থনযোগ্য হ'ব নোৱাৰে; কিন্তু সমূহৰ মাজত থাকিও ব্যক্তিৰ ব্যক্তিত্ব সম্পূৰ্ণ হেৰুওৱা বিধৰ ৰাজনৈতিক 'বাদ'ক আজিৰ পৃথিৱীৰ কোনো সমাজে অন্তৰেৰে স্বীকাৰ কৰিব পৰা নাই। নকৰে। যিকোনো বিধৰ মাৰ্ক্সবাদেও একে সমস্যা সমুখত দেখিছে। মাৰ্ক্সবাদী দেশতো ব্যক্তিয়ে সমূহৰ সৈতে আগুৱাইও নিজৰ ব্যক্তিত্বক সম্পূৰ্ণভাৱে সমূহত হেৰুৱাই নেপেলোৱাৰ সপক্ষে ক্ৰমান্বয়ে চিন্তা কৰি অহা দেখা গৈছে। তাৰ প্ৰকাশো ঠায়ে ঠায়ে হৈছে। এনে ঐতিহাসিক সত্যৰ পটভূমিত চোৱা যাওক সমাজবাদ কিহৰ তত্ত্ব? ব্যক্তিত্বৰ বিকাশৰ চিন্তা আৰু উপলব্ধি, সমাজবাদী সমাজতো হৈছে যেতিয়া, ইয়াক নেতিবাচক দৃষ্টিভঙ্গীৰে নেচাই বৈজ্ঞানিক দৃষ্টিৰে চোৱাহে আমাৰ উদ্দেশ্য। সকলো ধৰণৰ সমাজবাদ জীয়া মানুহৰ তত্ত্ব, নে মানুহ-যন্ত্ৰৰ তত্ত্ব?

## সমাজবাদত মানুহ

'স্বাধীনতা, সাম্য, মৈত্ৰী' — ফৰাচী বিপ্লৱৰ এই মূলমন্ত্ৰত মানৱ সমাজৰ শাশ্বত আকাঙ্ক্ষা প্ৰতিভাত হৈছে। অমানুষিক বাস্তৱতাৰ বিৰুদ্ধে প্ৰতিবাদৰ মাজেৰে, মানুহৰদ্বাৰা মানুহৰ শোষণৰ বিৰুদ্ধে বিদ্ৰোহৰ মাজেৰে, মানৱিক সম্পৰ্কৰ প্ৰতি ঘৃণাৰ মাজেৰে চিৰকাল সমাজবাদী চিন্তাধাৰাৰ উদ্ভৱ হৈছে। শতাব্দীৰ প্ৰৱাহৰ মাজেৰে এই স্বাধীনতাৰ, সাম্যৰ, মৈত্ৰীৰ আকাঙ্ক্ষা বহু-অৰ্থসমন্বিত হৈ উঠিছে আৰু বহুভাৱে ব্যক্তও হৈছে। এনে মনোভাৱৰ উৎস হয়তো আমি বিচাৰি পাম আদিম সমাজৰ মনৰ পুৱতি নিশাৰ সপোনত, শ্ৰেণী-ব্যৱস্থাৰ প্ৰথম বিভেদাত্মক উপাদানৰ বিৰুদ্ধে মানুহৰ সংগ্ৰামৰ মাজত। সি যিয়েই নহওক — ধৰ্মীয় কিম্বা ধৰ্মনিৰপেক্ষ, বৈজ্ঞানিক কিম্বা ইউটোপিয়ান — এইবোৰ সকলো সময়তে আছিল প্ৰতিবাদৰ অভিব্যক্তি। পিচে, এই সকলো অভিব্যক্তি প্ৰতিবাদৰ হ'লেও সকলো সময়তে সংগ্ৰামৰ অভিব্যক্তি নাছিল। আৰু মানুহ, ব্যক্তি? মানুহ, মানুহৰ দুখভোগ, মানুহৰ আশা— এয়ে আছিল প্ৰতিবাদৰ প্ৰধান বিন্দু। আৰু এইবোৰ কাৰণতেই সকলো ধৰণৰ সমাজবাদ যদিও এক ধৰণৰ সুখৰ তত্ত্ব, তথাপি সৰ্বক্ষেত্ৰত এই সুখ অৰ্জনৰ বাবে সংগ্ৰামৰ, প্ৰামাণ্য

সংগ্ৰামৰ তত্ত্ব নহয়। কিন্তু মানুহক যেতিয়া সমাজবাদী আদৰ্শৰ কেন্দ্ৰীয় সমস্যা ৰূপে গণ্য কৰা নহয়, তেতিয়া সেই আদৰ্শই তাৎপৰ্য্য হেৰুৱাই তাৰ অৰ্থ অনুধাৱন কৰা অসম্ভৱ হৈ পৰে। প্ৰশ্ন হৈছে— ভাৰতৰ শাসনত মাৰ্ক্সবাদৰ সক্ৰিয় যুগ আৰম্ভ হ'ল নেকি? যদি হ'ল, ব্যক্তিস্বাধীনতা থাকিবনে? ফঁহিয়াই চোৱা যাওক। এখন, শুনা গৈছে— মাৰ্ক্সবাদ মানেই 'ৰেজিমেণ্টেশ্যন', 'মুক্ত সমাজ মানেই ব্যক্তি-স্বাধীনতা'।

এনে সাধাৰণীকৰণ বা এনে অতিসাৰল্যৰ যুক্তি আছেনে? ইয়াৰ উত্তৰ পাবলৈ কাৰ্ল মাৰ্ক্সৰ নিজৰ অভিমতলৈ যোৱা যাওক।

## ব্যক্তি ঃ তেজ-মঙহৰ মানুহ বিমূৰ্ত্ত জীৱ নহয়

ফটুৱা বা পাৰত গজা 'মাৰ্ক্সবাদী' কিছু আৰু মনীষী কাৰ্ল মাৰ্ক্সৰ মাজত এটি পাৰ্থক্য আছে। কাৰ্ল মাৰ্ক্সে মাৰ্ক্সবাদৰ জন্ম দিছিল। তেওঁ মাৰ্ক্সবাদী সমাজৰ অগ্ৰগতিৰ লগে লগে ব্যক্তিৰ ৰূপান্তৰৰো বৈজ্ঞানিকভাৱে ইঙ্গিত দি গৈছিল। ফটুৱা 'মাৰ্ক্সবাদী'সমূহে ইণ্টাৰপ্ৰিটেশ্যন কৰিবলৈ গৈ সমাজ-বাস্তৱতা হেৰুৱাইছে, শিশুসুলভতা দৰ্শাই বাইজক বিভ্ৰান্ত কৰি অহাও দেখা গৈছে। প্ৰগতিবাদী মানুহৰ মাজত বিভেদ সৃষ্টি কৰা দেখা গৈছে। ফলত, অতি সোঁপন্থী অ-মাৰ্ক্সিষ্টক জাগ্ৰত কৰাৰ সুযোগ দিছে। কাৰ্ল মাৰ্ক্সে কিন্তু সমাজৰ বিপ্লৱত মানুহক মানুহ বুলি গণ্য কৰি গৈছে। তেওঁৰ মতে— মানুহ সমাজৰ সৃষ্টি, মানুহ যি হৈছে, সেইটো সমাজৰে কাৰ্য্যৰ পৰিণতি। এইটো মাৰ্ক্সে গুৰিতেই উপলব্ধি কৰিছিল। অন্ততঃ তেওঁ 'হেগেলীয় আইন শাস্ত্ৰ দৰ্শন'ৰ এটি সমালোচনাত লিখিছিল—

"মানুহ এটি বিমূৰ্ত্ত জীৱ নহয়, মানুহে পৃথিবীৰ বাহিৰৰ কোনো ঠাইত বাস নকৰে। মানুহ হৈছে মানুহ, ৰাষ্ট্ৰ আৰু সমাজৰ এখন জগত।"

মই সন্মান কৰা মাৰ্ক্সীয় ধাৰণাত সম্পূৰ্ণ বিশ্বাসী বিশ্লেষক আদাম শাফৰ মতক পঢ়ুৱৈৰ দৃষ্টিলৈ আনিব খুজিছোঁ। তেওঁৰ হুবহু কথাৰেই কওঁ— 'যিকোনো সমাজবাদৰ পক্ষেই (বৈজ্ঞানিক আৰু ইউটোপিয়ান বা কাল্পনিক— উভয় ধৰণৰ সমাজবাদৰ পক্ষেই) মানুহ আৰু মানুহৰ কাৰ্য্যকলাপ হ'ল কেন্দ্ৰীয় সমস্যা। আৰু এই মানুহ কোনো বিমূৰ্ত্ত মানুহ নহয়, তেজ-মঙহৰ মানুহ — ব্যক্তি-মানুহ। কিন্তু কোনো কোনো অৱস্থাত এই পুৰণি সত্যটোৱেও গুৰুত্বপূৰ্ণ নতুন আৱিষ্কাৰৰ চৰিত্ৰ গ্ৰহণ কৰিব পাৰে। হয়তো এই কথাটো বিপৰীত-কথন যেন লাগিব। এই ব্যক্তি-মানুহৰ কথা বাদ দি সমাজবাদৰ অৰ্থ হৃদয়ঙ্গম কৰা অসম্ভৱ। তাৎপৰ্য্য, কিম্বা তত্ত্বগত জটিলতা উপলব্ধি কৰা অসম্ভৱ।"

## মানুহ আৰু শ্ৰম

মানুহ কি? মাৰ্ক্সৰ মতে? মানৱিক শ্ৰমৰ মাজেৰে, মানৱিক বাস্তৱ ক্ৰিয়া-কৰ্ম্মৰ মাজেৰে (যিবোৰক এনে এটি প্ৰক্ৰিয়া বুলি ধৰা হয়)— যাৰ মাজেৰে মানুহে বস্তুবিশ্বক ৰূপান্তৰিত কৰে আৰু এইভাৱে নিজকো ৰূপান্তৰিত কৰে বুলি কাৰ্ল মাৰ্ক্সে ভবাটো সকলোৰে জ্ঞাত। মানুহ স্বয়ং সৃষ্টি নেকি? হেগেলে যি ধৰণে মানুহৰ স্বয়ং সৃষ্টিৰ ধাৰণা ব্যক্ত কৰিছিল, মাৰ্ক্সে তেনেকৈ সেই কথাটো গ্ৰহণ কৰা নাই। মাৰ্ক্সে এই বিষয়ত ইংৰাজ অৰ্থনীতিবিদ (বিশেষকৈ আদাম স্মিথ) সকলৰ সৈতেও একমত নাছিল। মাৰ্ক্সে ভাবে, ব্যক্তিয়ে অকল চিন্তাই নকৰে, অকল যুক্তিকে নকৰে, ব্যক্তিয়ে সচেতন আৰু যুক্তিসঙ্গতভাৱে কৰ্ম্মতো প্ৰবৃত্ত হয়। শ্ৰমেই হ'ল এই ৰূপান্তৰ কৰ্ম্মৰ মৌলিক ৰূপ —। কাৰণ, মানুহে সাধুকথাৰ দৈৱশক্তিৰ দৰে শূন্যৰপৰা একো সৃষ্টি নকৰে। কিবা এটি উৎসৰপৰাহে সকলো সৃষ্টি কৰে। মানুহে শ্ৰম-বাস্তৱ বিশ্বক ৰূপান্তৰিত কৰে আৰু এইভাৱে মানৱিক বিশ্বত পৰিণত কৰে। আৰু বাস্তৱ বিশ্বক — প্ৰকৃতি আৰু সমাজক পৰিৱৰ্ত্তন কৰিবলৈ গৈ মানুহৰ অস্তিত্বক আৰু তাৰ ফলত জীৱ-জগতৰ এটি শ্ৰেণী হিচাপে নিজকো পৰিৱৰ্ত্তন কৰে। এইভাৱেই মানৱিক প্ৰক্ৰিয়া হ'ল মানুহৰ দৃষ্টিকোণৰপৰা মানুহৰ স্বয়ং সৃষ্টিৰ প্ৰক্ৰিয়া। ঠিক এনেভাৱেই শ্ৰমৰ মাজেৰে নৰগোষ্ঠীৰ জন্ম হৈছিল আৰু শ্ৰমৰ মাজেৰেই মানুহে মানুহক পৰিৱৰ্ত্তিত আৰু ৰূপান্তৰিত কৰি আহিছে। গ্ৰামচিৰ সুন্দৰ ভাষাত ক'ব পাৰি— "আমাৰ সত্তা, আমাৰ জীৱন আৰু আমাৰ ভাগ্যৰ আমিয়েই কৰ্ম্মকাৰ।" মানুহ হৈছে এটি প্ৰক্ৰিয়া— মানুহৰ নিজৰ কাৰ্য্যৰ প্ৰক্ৰিয়া। ব্যক্তি স্বয়ং সৃষ্টিৰ এটি পৰিণত ৰূপ। ইতিহাসৰ স্ৰষ্টা হিচাপে ব্যক্তিৰ বাস্তৱ ক্ৰিয়াকলাপ — এয়ে হৈছে মাৰ্ক্সীয় চিন্তাৰ ভেটি।

## ব্যক্তিত্ব

ব্যক্তিৰ মাৰ্ক্সীয় চিন্তাত ব্যক্তিত্ব অন্তৰ্ভুক্তনে? নিশ্চয়। আদাম শ্বাফৰ অভিমত এই বিষয়ত চিন্তা কৰিলে ভাল হয়। তেওঁ ভাবে, ব্যক্তিত্বৰ বিষয়ে মাৰ্ক্সৰ চিন্তাত এনে থিঅ'ৰীৰ কিছু অংশহে আছে, পূৰাপূৰিভাৱে তেনেকৈ নাই। শ্বাফে কয়— "অতি তৰুণ বয়সৰপৰাই মাৰ্ক্সে তেওঁৰ ব্যক্তিত্বৰ তত্ত্বগত স্থান ক'ত, সেই সম্পৰ্কে পৰিষ্কাৰ ধাৰণা পোষণ কৰিছিল।" তেওঁৰ মতে— ব্যক্তি (Individuality) আৰু মানুহক (Person) পৃথক কৰিব নোৱাৰি। কাৰণ, দুয়োটা একেটি প্ৰকৃত বস্তুৰেই দুটা নাম। ব্যক্তিত্বৰ প্ৰশ্নত মাৰ্ক্সীয় ধাৰণাটি ব্যক্তিৰ তত্ত্বগত অৱস্থানৰ প্ৰশ্নত মাৰ্ক্সীয়

বস্তুবাদী উত্তৰৰ সৈতে ঘনিষ্ঠভাৱে জড়িত। মাৰ্ক্সৰ মতে, ইতিহাসৰ গতিপথত মানৱিক ব্যক্তিত্বৰ পৰিবৰ্ত্তন ঘটে, যেনেকৈ পৰিবৰ্ত্তন ঘটে— যিসমূহ অৱস্থাই ইতিহাসক ৰূপ দিয়ে — সেই সমূহ ক্ষেত্ৰতো।

ব্যক্তি-সত্তাক বৈশিষ্ট্যৰ মাজেৰে, পুনৰাবৃত্তিহীনতাৰ মাজেৰে যদি চোৱা হয়, তেন্তে দেখা যায়, মাৰ্ক্সবাদ আৰু মাৰ্ক্সবাদীৰ মাজত এটি বিতৰ্ক হয়। কিন্তু বিতৰ্কটো বিষয়ৰ ব্যাখ্যা সন্দৰ্ভতহে — মূল বিষয়টোৰ বিষয়ে কিন্তু নহয়। মাৰ্ক্সবাদী তাত্ত্বিকসকলে খোলাখুলিভাৱে নক'লেও ভাবে পূৰাপূৰি স্বীকৃতি দিছে ; সেয়া হ'ল :

"পুনৰাবৃত্তিহীন সমগ্ৰ ৰূপ হিচাপে ব্যক্তিৰ এটি 'মূল্য' আছে আৰু সেইটো বৰ বৈশিষ্ট্যপূৰ্ণ; একমাত্ৰ ব্যক্তিৰ মৃত্যুৰ সৈতেহে সি লুপ্ত হৈ যায়। গতিকে, একক হিচাপে যদিও ব্যক্তি স্বতন্ত্ৰ সত্তা নহয়, বৰং মানুহ সমগ্ৰ বন্ধনত সমাজৰ সৈতে জড়িত আৰু সমাজৰেই এটি সৃষ্টি। তথাপি, মানুহে পুনৰাবৃত্তিৰ সম্ভাৱনাহীন এটি সমগ্ৰতাৰ প্ৰতিনিধি— নিজৰ মাজতে মানুহ এখন বিশ্ব।" (আদম শ্বাফ)

## ব্যক্তি-স্বাধীনতা আৰু সমূহ

ওপৰৰ আলচৰপৰাই আশা কৰোঁ পৰিষ্কাৰ হৈছে যে মাৰ্ক্সবাদত কাৰ্ল মাৰ্ক্সে তেজ-মঙহৰ মানুহ, ব্যক্তি-মানুহ আৰু ব্যক্তিত্বক কাহানিও নুই কৰা নাই। বহু দেশত আজি মাৰ্ক্সবাদৰ অগ্ৰগতিৰ সৈতে, নতুন প্ৰযুক্তিবিদ্যাৰ অগ্ৰগতিৰ সৈতে, মাৰ্ক্সবাদৰ পৰীক্ষাৰ অগ্ৰগতিৰ সৈতে, নিত্য-নতুন চিন্তাৰ সংঘাতৰ ফলৰ প্ৰতিক্ৰিয়াৰ সৈতে মাৰ্ক্সিষ্ট ধাৰণাৰ লোকেও ব্যক্তিত্বক, ব্যক্তিস্বাধীনতাক সন্মান কৰিব লাগিব - কৰি তাৰ প্ৰমাণ বৰ্তমানৰ সমাজ পৰীক্ষাৰ ইতিহাসে দি আহিছে। ব্যক্তিকেন্দ্ৰিকতাৰ অৰ্থনৈতিক প্ৰক্ৰিয়াই পুঁজিবাদী সমাজৰ সংখ্যালঘুক উপকাৰ কৰে। মাৰ্ক্সবাদী সমাজত ব্যক্তিকেন্দ্ৰিকতাই সামূহিক সমাজ মঙ্গলৰ বাধা সৃষ্টি কৰে। কিন্তু ইও সত্য যে ব্যক্তিত্বৰ প্ৰকাশক অৱহেলা কৰি আজিৰ কোনো ৰাজনৈতিক 'বাদ' টিকি থাকিব নোৱাৰে। টিকি ৰখাব পাৰি সামৰিক শক্তিৰেহে। ই স্থায়ী হ'ব নোৱাৰে।

ইতিবাচক (ব্যক্তি-স্বাধীনতা) আৰু নেতিবাচক 'ব্যক্তিকেন্দ্ৰিকতা'ৰ পাৰ্থক্যটো (মাৰ্ক্সবাদ হ'লেও) যি ৰাজনৈতিক 'বাদে' বুজাবলৈ অপাৰগ হয়, সেই নীতিক বা সেই নেতাক সময়েই সংশোধিত কৰিব। কাৰণ, ব্যক্তিক এৰি সমূহ নহয় আৰু সমূহৰ ৰূপান্তৰ হয় ব্যক্তিৰ ৰূপান্তৰৰ সমষ্টিতহে। মাৰ্ক্সবাদীসকলে সঁচাকৈয়ে এই বিষয়ে নতুন পটভূমিত গভীৰ চিন্তা কৰাৰ দিন আহিছে বুলি আমাৰ নম্ৰ বিশ্বাস। বাইজেও তাকেই জানিব বিচাৰিছে।

*(অসম বাণী : ১৫ আগষ্ট, ১৯৬১ চন)*

## অসমত এটি আঞ্চলিক দল লাগেনে?

১৯৪৭ চনৰ ১৫ আগষ্টত ক্ষমতা হস্তান্তৰিত হ'ল। ১৯৪৯-ৰ ২৬ নৱেম্বৰত ভাৰতীয় সংবিধানে ভাৰতক ফেডাৰেল ৰিপাব্লিকত পৰিণত কৰিলে। আনুষ্ঠানিকভাবে অসম 'প্ৰদেশ'ক কৰা হ'ল অসম 'ৰাজ্য'— ভাৰতীয় ৰিপাব্লিকৰ এটি 'অঙ্গ'ৰূপে। তথাপি, এই একুৰি দুবছৰে যদি এটাৰ পাচত আনটোকৈ বুৰঞ্জীৰ পাত লুটিয়াই চোৱা হয়, তেন্তে ই উজ্জ্বল হৈ ওলাই পৰে, বাস্তব ক্ষেত্ৰত অসমে মাথোঁ এখন সন্মানবিহীন অৰ্দ্ধ উপনিৱেশ প্ৰদেশৰ দৰেহে ব্যৱহাৰ পাই আহিছে।

ইমান দিনে (তাহানিৰ গ্ৰুপিঙৰপৰা আজিৰ তেল শোধনাগাৰ আৰু ৰে'লৱে ডিভিজনলৈকে) অসমৰ ৰাইজে তিতা অভিজ্ঞতা প্ৰতি সমস্যাতে পাই আহিছে। সীমাৰ ফালৰপৰা গুৰুত্বপূৰ্ণ, অনুভূতিৰ ফালৰ পৰা আলফুলীয়া আৰু বিপজ্জনক, শিল্পোদ্যোগৰ ফালৰপৰা বিৰাট সম্ভাৱনাপূৰ্ণ, অথচ দুৰ্ব্বলতম অঞ্চল ৰূপে অসমে ভাৰতৰপৰা যি দৃষ্টি পাব লাগিছিল, তেনে ধৰণৰ একোতো নেপালেই — এতিয়াও পোৱা নাই — আৰু এইদৰে থাকিলে কেতিয়াবা যে পাবগৈ, অসমবাসীৰ বেছিসংখ্যক লোকে বিশ্বাস নকৰা হৈছেগৈ। কাৰণ, অসমে যোৱা দুটা দশকত পাই আহিছে মাথোঁ অৱহেলা, উপলুঙা আৰু শোষণ। অসমবাসীৰ সৰলতা আৰু উদাৰতাই ক্ৰমে দুৰ্ব্বলতা আৰু অসহায়তা আখ্যা পাই অহা দেখা গৈছে।

বাস্তৱৰ পৰিপ্ৰেক্ষিতত অসমৰ মৌলিক সমস্যাসমূহত আলোক নিক্ষেপ কৰা হোৱা নাই আৰু ফলত অসমৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক ব্যক্তিত্বই এটাৰ পাচত আনটোকৈ অমাৰ্জিত আঘাত সহি আহিব লগা হৈছে। অসমৰ ৰাইজৰ সত্য সমস্যাসমূহৰ অস্তিত্ব বিভ্ৰান্তিকৰ চিন্তাধাৰাত হেৰাই যাবলগীয়া হৈছে বুলিও আজি সকলো সজাগ। অসমৰ ৰাইজ মানে জানো অকল অসমীয়া ভাবা-ভাষী ৰাইজৰহে কথা কৈছোঁ? নিশ্চয় নহয়।

### অসমবাসী কোন?

অসমৰ বহুতো জ্বলন্ত আৰু জীৱন্ত সমস্যাৰ ৰূপ অন্যান্য ৰাজ্যতকৈ সুকীয়া। নানা জাতি-উপজাতি, নানা-বৰ্ণীয়া কৃষ্টি আঁকোৱালি লৈ সৃষ্টি হৈছে এই আমাৰ

অসম দেশ। নানা ধৰ্ম্ম আৰু বিশ্বাসত বিশ্বাসী এই অসমৰ ৰাইজ। সভ্যতা আৰু উন্নতিৰ বিভিন্ন স্তৰত আছে অসমৰ বিভিন্ন অংশ। সুস্থ আৰু সৃষ্টিশীল আঞ্চলিক আৰু উপ-আঞ্চলিক আৱশ্যকতা আৰু দাবীৰ মৰ্ম্ম বাস্তৱভাৱে আৰু যুক্তিসঙ্গত-ভাৱে সন্মান কৰিব লাগিব।

দুৰণিৰপৰা আহি লুইতৰ পাৰৰে মাটিক 'মাতৃ' বোলা প্ৰতি ভাৰতীয় হ'ল নব-ৰূপান্তৰিত অসমৰ ৰাইজ। অৰ্থাৎ অসমক আপোন বোলা, অসমত বাস কৰা, অসমৰ সুখ-দুখৰ সৈতে identify কৰা সকলো লোকেই অসমৰ ৰাইজ। তেওঁলোকে ভাবিব লাগিব — প্ৰতি অসমীয়া ভাষা-ভাষীও ভাল ভাৰতীয়। আনৰ লগতে অসমীয়া অসমতে নেবাচে যদি ক'তনো বাচিব? থলুৱা আৰু ন-অসমীয়াই স্ব স্ব ভাষা-কৃষ্টি-ধৰ্ম্ম ৰাখিও, একেলগে এই পূৰ্ব্বভাৰতীয় অঞ্চলক নিজৰ হাতে শ্ৰম কৰি গঢ়ি দিব নোৱাৰে জানো?

মন'পলি কেপিটেলিজম সৰ্ব্ব ভাৰততে জনসাধাৰণৰ শত্ৰু। ভি. ভি. গিৰিৰ অপূৰ্ব্ব জয়লাভে প্ৰমাণ কৰে যে ভাৰতৰ জনসাধাৰণে মন'পলি কেপিটেলিজমৰ প্ৰতীকসমূহক ঘিণ কৰে। অসমত আঞ্চলিক দল গঠন যদি কৰা হয়, তেন্তে তাৰ অৰ্থনীতি, মাটি বিতৰণৰ বিষয় আৰু ৰাজনৈতিক সমস্যা আদি সমাজতান্ত্ৰিক হ'ব লাগিব। সংসদী পদ্ধতি মানি ল'লে, পদ্ধতি গণতান্ত্ৰিক হ'ব লাগিব। এই দল গঠিত যদি হয়, তেন্তে অন্যান্য প্ৰগতিবাদী, পৰিবৰ্ত্তনকামী দলৰ সৈতে সংঘাতলৈ নাহি, ন্যূনতম আঁচনিৰ ভেটিতো হাত মিলাই যাব লাগিব নেকি? — লাগিব। এনে দল Positive হ'ব লাগিব, Negative নহয়।

বহু চিন্তা আৰু বিশ্লেষণৰ পাচত, বহু সংযম আৰু ধৈৰ্য্য ৰক্ষাৰ পাচত, এতিয়া অসমৰ লক্ষ লক্ষ নতুন পুৰুষ, ডেকা-গাভৰু, ৰাইজ নিশ্চিত হৈছে যে এতিয়া অসমৰ সমূহ ৰাইজৰ বাবে এনে এটি শক্তিশালী ৰাজনৈতিক দলৰ প্ৰয়োজন হৈছে — যাৰ শিপা অসমতে থাকিব আৰু যি দলে পোনপটীয়া সাৰ আৰু ৰস আহৰণ কৰিব অসমৰ শ্ৰমজীৱী, অসমৰ নিবনুৱা আৰু অসমৰ বুদ্ধিজীৱীবিলাকৰপৰা। আঞ্চলিক অসমতা দূৰ কৰা সংগ্ৰাম কৰিও অসমবাসী বিশ্বপ্ৰেমিক হৈ থাকিব। উগ্ৰ প্ৰাদেশিকতা বা ভাৰতৰপৰা বিচ্ছেদৰ মনোভাব নেথাকিব— যদি ই ইতিবাচক হয়। এনে আঞ্চলিক ৰাজনৈতিক দলৰ চিন্তা বহুতে উল্লেখ কৰিছে বাবেই আমি এই লেখাতো ইয়াৰ উল্লেখ কৰিছোঁ। ইতিমধ্যে অসমত এই বিষয়ে এখন কনভেনশ্যন হ'ব বা হৈ গৈছেই। ই গভীৰ চিন্তাৰ বিষয়। ৰাইজে গ্ৰহণ কৰে নে নকৰে— ই ৰাইজৰহে কথা। যদি গৃহীত নহয় — তেন্তে এই বিষয়ে চিন্তা কৰোঁতাসকলে হয়তো ক'ব— 'চেষ্টা কৰিছিলোঁ, ৰাইজে নল'লে। আমাৰ এতিয়া কোনো দোষ নাই।'

*(আমাৰ প্ৰতিনিধি : ১০ম বৰ্ষ/ ২য় সংখ্যা : অঘোণৰ ১৯৬৯ চন)*



# অসমত যোৱা অক্টোবৰ মাহটো

যোৱা অক্টোবৰ মাহলৈ উভতি চাই পঠিয়াওক। অপূৰ্ব্ব 'মহাত্মা গান্ধী পূজা' অসমেই সবাতোকৈ ভালকৈ কৰিলে।

আইনষ্টাইনে কৈছিল ঃ "পৃথিবীৰ মাটিত এনে এজন জীৱন্ত মানুহে কেতিয়াবা খোজ কাঢ়িছিল বুলি ভবিষ্যতে বিশ্বাস কৰিবলৈকো টান পাব।"

এইবুলি মহামানৱ মহাত্মা গান্ধী হত্যাৰ পাচত বিখ্যাত বৈজ্ঞানিকজনে কৈছিল— এইজনা মহাপুৰুষ জন্মিছিল গুজৰাটত। আহমেদাবাদ কংগ্ৰেছৰ ভেটি। বৰ বৰ অহিংসে নেতাৰ আৱাস, মোৰাৰজীসকলৰ শোৱনী কোঠা তাত অলেখ। গুজৰাটে গান্ধী-শতবাৰ্ষিকী উদ্‌যাপন কৰিলে সাম্প্ৰদায়িক সংঘৰ্ষৰ পাতনি তৰি। সৈন্যবাহিনী অহাৰ পাচত মোৰাৰজীয়ে অনশন কৰিলে! ইও এক অভিনৱ ভুৱা গান্ধীপূজা।

আনহাতে— অসমত আবাল-বৃদ্ধ-বনিতা, জাতি-ধৰ্ম্ম-ভাষা নিৰ্ব্বিশেষে লাখ লাখ লোকে আঞ্চলিক অসমতা দূৰীকৰণৰ বাবে কৰিলে সত্যাগ্ৰহ। ক'তো একো অশোভনীয় ঘটনা নাই। শান্তিপূৰ্ণ সত্যাগ্ৰহ। ভবিষ্যতে ইতিহাস-লেখকে ক'ব লাগিব ঃ অসমৰ থলুৱা বাইজৰ ইমান উত্তেজনা, ইমান বিক্ষোভ, ইমান নোপোৱাৰ বেদনা থকা সত্ত্বেও সত্যাগ্ৰহ ইমান শান্তিপূৰ্ণ আৰু সবল হোৱা কথাটো ভবিষ্যতে বিশ্বাস কৰিবলৈ টান পাব।

ই ইতিহাস হৈ ৰ'ল।

তাৰ পাচত? ডিগবৈত কাৰ্ফিউ হয় কিয়? নামঘৰত এজনৰ পাচত সিজনকৈ অসমীয়া লোকৰ মৃতদেহ দিল্লী নৈত ওলাবলৈ পায় কেনেকৈ? উত্তেজনা সৃষ্টি কৰে কোন un-social লোকে? অসমৰ থলুৱা বাইজ আৰু তথাকথিত উদ্যোগ কেন্দ্ৰবোৰত অ-থলুৱা পাৰতগজা লোকসকলৰ মাজত 'বন্ধুত্ব' নোহোৱা হয় কিয়? তথাকথিত শান্তিৰক্ষক পুলিচসমূহৰ ভয়াবহ অসফলতা কিয় দেখোঁ? অসমৰ বাইজ তৎক্ষণাৎ হিংসাবাদী জানো হয়? ৩০ ছেপ্টেম্বৰৰ (১৯৬৯ চন) দিনা যোৰহাটৰ লাদৈগড়ত তিনিজন থলুৱা ছাত্ৰক এজন অনা-অসমীয়া ট্ৰাক ড্ৰাইভাৰে কৃপাণ ঘূৰাই কটাৰ পাচতো, আমি নিজে গৈ (দুলাল খাউণ্ড, অনিল বৰুৱা, দুলাল বৰুৱা, তিলক গগৈ

আৰু এই লেখক) সেই উত্তেজিত ডেকাসকলক মৰমেৰে বুজাওঁতেই দেখোন শান্তিপূৰ্ণভাৱে ঘৰাঘৰি গুচি গ'ল—। ক'তা? অসমীয়া ডেকাসকলৰ ধৈৰ্য্য নাই বুলি কোনে কয়?

এতিয়া কথা হ'ল : নামৰূপত এতিয়া আগৰ বুৰঞ্জীমূলক হাবি নাই। আছে নানা ঠাইৰপৰা আহি থকা মানুহৰূপী জাৰ্মানী বন। তাত মানুহৰূপী বাঘ ভালুকক অন্ত কৰিবৰ হ'ল। অসম চৰকাৰৰ দায়িত্ব আছে বহুতো। অক্টোবৰৰ এই ঘটনাবোৰ অসমৰ ৰাইজে মনত লিখি ৰাখিছে।

শেষত, আৰু এটি গুৰুত্বপূৰ্ণ ঘটনা হৈছিল। গান্ধী-শতবাৰ্ষিকীৰ প্ৰথমদিনা আৰু বিখ্যাত শোধনাগাৰ সত্যাগ্ৰহৰ শেষদিনাৰ সঙ্গম মুহূৰ্ত্তত জন্ম হৈছে অসমত এটি আঞ্চলিক দল। নাম : জন-গণতান্ত্ৰিক দল। এই দলে অসমৰ থলুৱা সকলো ভাষা-ভাষী ৰাইজৰ অৰ্থনৈতিক উন্নতিৰ কথা ভাবিব। অহা ডিচেম্বৰৰ ভিতৰত দুই লাখ সভ্য কৰাত বিশ্বাসী। অসমৰ ৰাজনৈতিক ব্যক্তিত্বৰ মান বঢ়োৱাৰ বাবে কঠোৰ সংগ্ৰাম কৰিব বুলি কৈ ঘোষণা কৰিছে — ই সমাজবাদী, গণতান্ত্ৰিক আৰু উদাৰপন্থী হৈ আগুৱাই যাব। অৱহেলিত সংখ্যালঘুক নিৰাপত্তা দিব। যোৰহাটৰ অভিবৰ্ত্তনত নানা ভাষা-ভাষী প্ৰতিনিধি আৰু ৰাইজৰ বিপুল সমাবেশ আৰু আগ্ৰহেই প্ৰমাণ কৰে নেকি যে অসমৰ আঞ্চলিক উন্নতিৰ বাবে সঙ্কীৰ্ণ নোহোৱাকৈও সংগ্ৰাম কৰিব পাৰি? দিল্লীত সৰ্ব্বভাৰতীয় দলসমূহৰ ওপৰমহলাই কেন্দ্ৰীয় চৰকাৰৰ ওপৰমহলাক অসমৰ দাবীসমূহৰ প্ৰতি দৃঢ়কণ্ঠে দৃষ্টি আকৰ্ষণ নকৰাৰ গুপ্ত ৰহস্য অসমৰ ৰাইজে এইবাৰ হাতে হাতে ধৰি পেলালে নেকি?

ইও যোৱা অক্টোবৰৰ এটি বিৰাট প্ৰশ্ন আছিল অসমৰ।

তাৰ উত্তৰ ৰাইজেই দিব লাগিব।

*(আমাৰ প্ৰতিনিধি : ১০ ম বৰ্ষ/ ৩ য় সংখ্যা : নৱেম্বৰ ১৯৬৯ চন)*



# প্ৰাইমেৰী শিক্ষকবৃন্দৰ অৱস্থা

## ঘোৰ অন্যায়

মহাত্মা গান্ধী, জাকিৰ হুছেইন, শ্ৰীচাইদাইন, ড° শ্ৰীমালী আদি মহান শিক্ষাবিদে প্ৰাথমিক শিক্ষা, প্ৰাথমিক শিক্ষক আৰু প্ৰাথমিক ছাত্ৰ-ছাত্ৰী উন্নত মানৰ ভৱিষ্যৎ ভাৰতৰ নাগৰিক গঠনৰ প্ৰধান হাতিয়াৰ বুলি কৈ গৈছে। যোৱা বাইশ বছৰে বুনিয়াদী শিক্ষানুষ্ঠানসমূহক গৰুগোহালি কৰা হ'ল। গান্ধীবাদী নেতাসকলৰ শিশুসকলেও চাহাবী স্কুলত পঢ়ি 'মামী-ডেডী' কৰিব পৰা হ'ল। Learning by doing তথ্য মাটিৰে গঢ়া কল, অমিতা আৰু আম হৈহে থাকিল। প্ৰাথমিক শিক্ষকসকলক কৰা হ'ল শিক্ষা বিভাগৰ ডলাৰ বগৰী। তেওঁলোকৰ আৰ্থিক মান বঢ়োৱা নহ'ল।

১৯৬৮ চনৰ নৱেম্বৰ মাহত নিখিল ভাৰত প্ৰাথমিক শিক্ষক ফেডাৰেশ্বনে দিয়া মেমোৰেণ্ডাম অনুযায়ী কোঠাৰী কমিশ্বনে দৰমহা আৰু অন্যান্য নিৰিখ ৰিকমেণ্ড কৰিলে। যদিও ভাৰত চৰকাৰে কেন্দ্ৰীয় সাহায্য আৰু শিক্ষাৰ উন্নতি জাতীয় নীতি ৰূপে মানি ল'লে, তথাপি কোঠাৰী কমিছনৰ পৰামৰ্শ প্লেনিং কমিছন কিম্বা পঞ্চম ফাইনেন্স কমিটীয়ে মানি নল'লে। বাধ্যতামূলক প্ৰাথমিক শিক্ষা-নীতিকো ন্যায় নেযাচিলে। এতিয়া কেন্দ্ৰই ৰাজ্য চৰকাৰলৈ ঠেলি দি দায়িত্বহীনতাৰ পৰিচয় দিলে। প্ৰাথমিক শিক্ষকসকলে আৰ্থিক বিষয়ত মূৰ ঘমাবৰ বাবে আৱশ্যকতা নাই। তাৰ বাবে ফাইনেন্স কমিছনে ভাবক। এতিয়া আন্দোলনমুখী প্ৰাথমিক শিক্ষকসকলে ন্যায়সঙ্গতভাৱেই বিচাৰে পে' স্কেলৰ ৰিভিজন। তাকে কেন্দ্ৰই কৰক, কিম্বা ৰাজ্যই কৰক। এতিয়া অসমৰ প্ৰাথমিক শিক্ষকবৃন্দৰ সংস্থাই ভাৰত চৰকাৰক জনাইছে যে ন্যায়ৰ অন্যথা তেওঁলোকে গণতান্ত্ৰিকভাৱে তুমুল আন্দোলন আৰম্ভ কৰাৰ বাহিৰে অন্য উপায় নাই।

উত্তৰ লক্ষীমপুৰৰ প্ৰাথমিক শিক্ষক সংস্থাৰ সম্পাদক শ্ৰীমাণিকচন্দ্ৰ পাঠকে সংস্থাৰ হৈ কেন্দ্ৰৰ প্ৰধানমন্ত্ৰী, অসমৰ মুখ্য মন্ত্ৰী, বিত্তমন্ত্ৰী, শিক্ষামন্ত্ৰী আদিলৈ তাঁৰ

পঠাইছে তেওঁলোকৰ বিক্ষোভ জনাই। এই গান্ধী-শতবাৰ্ষিকীত 'আমাৰ প্ৰতিনিধি'য়েও এই বিষয়ে চৰকাৰৰ চোকা দৃষ্টি আকৰ্ষণ কৰিছে। অসমৰ প্ৰাথমিক শিক্ষকসকলৰ এই যুক্তিসঙ্গত দাবীক আমি আন্তৰিক শ্ৰদ্ধা জনাইছোঁ আৰু আমিও দৃঢ়কণ্ঠে এই দাবীৰ কথা চৰকাৰক জনাই থাকিমহঁক।

*(আমাৰ প্ৰতিনিধি : ১০ ম বৰ্ষ/ ৪ৰ্থ সংখ্যা : ডিচেম্বৰ ১৯৬৯ চন)*



# ইন্‌চান ইন্‌চান হওক

১৬ ডিচেম্বৰ ১৯৬৯ চন গুৱাহাটীৰ ভৰলুমুখৰ লুইত আৰু ভৰলু নদীৰ সঙ্গমস্থলত থকা ই. এগু. ডি. বিভাগৰ অতিথিগৃহৰ বাৰাণ্ডাত — মই, মুখ্য মন্ত্ৰী চলিহাদেউ আৰু নিৰ্দ্দলীয় এম. এল এ. আক্ৰাম হুছেইন চাহাব। তিনিও নানা কথা পাতিছোঁ। ভিতৰৰ ঘৰ এটিত মাননীয় আব্দুল গফুৰ খাঁ চাহাবে শৰণীয়া আশ্ৰমত ভাষণ দি একাপ চাহ খাইছেহি। এটি মছজিদলৈ গৈ, কটন কলেজলৈ গৈ — নগাঁৱলৈ যাবগৈ। আমি তিনিও কথা পাতোঁতে মই চলিহাদেৱক কৈছিলোঁ— খাঁ চাহাবে অসমত যুগে যুগে চলি থকা হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ কথা এবাৰো নকয় কিয় বাৰু? আমাৰ অসমৰ নেতাসকলে এই কথাটো তেখেতক বুজাই দিয়া নাই নেকি? --- কৰিমগঞ্জ আৰু তিনিচুকীয়াত কিছু দিন আগতে হৈ যোৱা বেয়া কথাবোৰ অসমৰ বাহিৰৰ মানুহে কৰা।

চলিহাদেৱে ক'লে— খাঁ চাহাবক কওঁতে হেনো তেওঁ ক'লে— "ভাল Exception-অৰ বিষয়ে তেখেতে কোৱা নাই! কৈছে— ভাৰতৰ বেয়াখিনিৰ কথাহে। আহমদাবাদৰ ঘটনাই তেখেতক বৰ দুখ দিছে। তদুপৰি খাঁ চাহাবে কৈছে যে অসম ভাৰতৰ এটি মাথোঁ সৰু হিস্যা বা অংশ। গতিকে, অকণমাণ ঠাই ভালে থাকিলেই নহ'ব।"

এনেতে, দিনৰ ঠিক ১১ বাজোঁ বাজোঁ। গফুৰ খাঁ চাহাব কোঠাৰপৰা ওলাল। শ্ৰদ্ধেয় চলিহাদেৱে আৰু অন্যান্য উচ্চ বিষয়াসকলে মোক আগুৱাই দিলে পূৰ্ব্বতে কৰা অনুৰোধ মতে। মই গফুৰ খাঁ চাহাবক চমুকৈ খিতাতে কৈ পেলালোঁ— অসমত যুগ যুগ চলি থকা অসমীয়া হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ কথা। তাৰে প্ৰতীক ৰূপে লক্ষ্মীধৰ শৰ্ম্মাদেৱে ৬০ বছৰীয়া মুছলমান কৃষক ছিৰাজুদ্দিন আহমদ হাজৰিকাক অসমীয়া সাহিত্যত অমৰ কৰি যোৱাৰ কথা। তাকে বোলছবি ৰূপত পুনৰ নিৰ্ম্মাণ কৰি অসমত আৰু বাহিৰত অসমৰ সাম্প্ৰদায়িক সম্প্ৰীতিৰ কথা প্ৰচাৰ কৰাৰ মানসেৰে এই চলি থকা গান্ধী-শতবাৰ্ষিকীৰ বছৰতে ছবিখন মুক্তি দিয়াৰ আমাৰ নম্ৰ পৰিকল্পনাৰ কথা। এই সৰু কামত সাংস্কৃতিক কৰ্ম্মী ৰূপে এই মহান নেতাগৰাকীৰ আশীৰ্ব্বাদ

বাণী এফেৰাৰ প্ৰাৰ্থনা কৰাৰ কথা।

মোৰ কথাখিনি শুনি সু-ব্যক্তিত্বপূৰ্ণ আফগান পৰ্ব্বতৰ উন্নত শৃঙ্গ এটিৰ দৰে খাঁ চাহাবে ক'লে— "যি ছবি কৰিবলৈ ওলাইছা, তাৰ মূল কথাখিনি তোমাৰ যদি নিজৰ ভাল লাগিছে— তুমি যদি তাক মনেৰে উপলব্ধি কৰিছা— তেন্তে তুমি নিৰ্ম্মাণ কৰিব খোজা সজ কামটিও নিশ্চয় ভাল হ'ব।"

— "তুম্‌হাৰা খেয়াল বহোত আচ্ছা হ্যায়। হমকো বহোত আচ্ছা লগা ! কৰতে যাও। ইনচান্ ইনচান্ হ্যায়।"

— মই যেন হাততে মুকুতা পালোঁ। এই আশিস- বাণীৰ কথাখিনি লক্ষ্মীধৰ শৰ্ম্মাৰ ৬০ বছৰীয়া ছিৰাজুদ্দিন হাজৰিকাৰ অমৰ চৰিত্ৰটোৰ সেই সংলাপটোহে যেন — যাক নটসূৰ্য্য ফণী শৰ্ম্মাদেৱে সু-উচ্চ ব্যক্তিত্বৰে প্ৰকাশ কৰিব পুনৰ। ফণী শৰ্ম্মাদেৱে এই বছৰত ৬০ বছৰত ভৰি দি উন্নত শিৰে নাটজগতত বিচৰণ কৰি ফুৰিছে ।

১৮ ডিচেম্বৰত (১৯৬৯ চন) ভাৰতৰ নানা সংবাদপত্ৰ মেলি দেখিলোঁ- গফুৰ খাঁ চাহাবে নগাঁৱত দিয়া ভাষণত কৈছে, "অসমত সাম্প্ৰদায়িক সম্প্ৰীতি দেখি অতি সন্তোষ লভিছোঁ।"

মই তেতিয়া বাৰে বাৰে ভাবিছিলোঁ— মনেৰে বিচৰা এই কথাখিনি দেখোঁ খাঁ চাহাবে সেই ভৰলুমুখৰপৰা গৈ নগাঁৱত ক'লেগৈ। আমাৰ এয়া অসমৰ সুন্দৰ মিলাপ্ৰীতি যেন ভাৰতৰ অন্য অংশৰ বাবে আদৰ্শ হৈ ৰয় --- এয়ে কামনা। অসমত যেন সাম্প্ৰদায়িক ঐক্য অটুট থাকে ।

প্ৰতিজন শিল্পীয়ে যেন এই সম্প্ৰীতি ৰক্ষা কৰাৰ কামত চিৰ সজাগ হয়।

*(আমাৰ প্ৰতিনিধি : ১০ ম বৰ্ষ/ ৫ম সংখ্যা : জানুৱাৰী ১৯৭০ চন)*



# সেমেকা শোষণ

## খেতি ভাল অথচ বজাৰ নাই

'Small deeds done, are better than great deeds planned.' – Peter Marshall.

এইবাৰ 'কালচাৰ'ৰ কথা নকৈ 'এগ্রিকালচাৰ'ৰ কথা কৈছোঁ। কাৰণ, অসমৰ খেতি এইবাৰ প্ৰায়বোৰ ঠাইতে ভাল হৈছে। দিল্লীৰ আকাশবাণীয়ে সৰ্ব্বভাৰতীয় বাতৰিত আমাৰ অসমৰ কৃষিমন্ত্ৰীৰ নাম চিএণ্ডবি চিএণ্ডবি উল্লেখ কৰিছে? তেওঁ হেনো শ্বিলঙৰ সংবাদদাতাক কৈছে, অসমৰ ধান এইবাৰ ভাৰতৰ কেইবাখনো ৰাজ্যলৈ পঠাব। কম আনন্দৰ, কম গৌৰৱৰ কথানে!

কৃষিমন্ত্ৰীয়ে নিজে হাল বাব নেলাগে। কপালৰ ঘাম মাটিত পেলাই হাল বায়, ধান চপায় খেতিয়কে। এইবাৰ প্ৰায় সমগ্ৰ অসমৰ গ্ৰামাঞ্চলত মাঘ বিহুৰ আগে আগে ঘূৰি ঘূৰি সকলোৰে মুখত একে কথা— একে বিক্ষোভৰ কথাকে শুনি আহিছোঁ। কি শুনিছোঁ?

"বোপা, ধান ভাল হ'লে কি হ'ব? কিনোতা নাই। ফুড কৰ্পোৰেশ্বনে নিকিনে দেখোন। আন সংস্থায়ো নিকিনে— (দৰং আৰু নগাঁৱতহে অলপ এপেক্সে কিনিছে হেনো)। চৰকাৰো দেখোন নিমাত। বিৰোধীপক্ষৰ সদস্য-সকলে কৰা প্ৰতিবেদনবোৰো দেখোন চৰকাৰে শুনিও নুশুনা যেন লাগিছে। কোনোবা নেদেখা ঘঁৰিয়ালে আমাক গিলিব খুজিছে" বুলি খেতিয়ক এজনে ক'লে। টংলাতো একে কথাকে শুনিলোঁ। উত্তৰ-লক্ষীমপুৰৰ ধানৰ ভঁৰালৰূপী নাওচলাত খেতিয়ক ৰাইজে ক'লে, "ধানৰ বস্তাত কিবা ইনজেকশ্বন দিয়া মেচিন ওলাইছে। নোহোৱা-নোপোজা কথা! বস্তাত সেমেকা ধান থাকিলে হেনো নিকিনে। বোপা অসমখনেই দেখোন সেমেকা। বতৰ সেমেকা। যোৱা বছৰৰ ধান থকা ভঁৰালত ইনজেকশ্বন দি চোৱাচোন, তাতো সেমেকা ধান পাবা। ইয়াৰ প্ৰতিকাৰ লাগে।"

# এতিয়া আমাৰ বক্তব্য হ'ল

সেমেকা ধান উলিওৱা বুধিটো বাৰু Moisture চোৱা বৈজ্ঞানিক উপায়। বুজিলোঁ। এই কথাষাৰ আগতে অসম চৰকাৰে খেতিয়কক নক'লে কিয়? তেওঁলোকে ধান কাটি যাওঁতেই কোনখিনি শুকান ধান, কোনখিনি সেমেকা ধান উলিয়াই বস্তাত ভৰাবলৈ কৃষিবিভাগে অসমৰ দুখীয়া খেতিয়ক ৰাইজক শিকাই নিদিলে কিয়? এপেক্স আৰু ফুড কৰ্পোৰেশ্বনে মাঘ বিহুৰ আগতে অসমৰ খেতিয়কৰ ধান নিকিনাত খেতিয়কে ৮ টকা, ১০ টকা মোনে ধান বেচিবলৈ বাধ্য হৈছে। নেবেচি উপায় কি? জাৰত কম্বলখন, ৰোগত ঔষধকণ, খাদ্যত নিমখকণ কিনিবলৈ ১০ টকা, ৮ মোনত 'মাজৰ মানুহ'সকলক বেচি চকুলো টোকাৰ বাহিৰে উপায় কি? এই নেদেখা ঘঁৰিয়ালবোৰ পুঁজিপতি মিল-মালিকৰ লগ লগা ধৰণৰ মানুহ নহয়নে? ফুড কৰ্পোৰেশ্বন, এপেক্স আদিয়ে এই শোষণত আওপকীয়াভাৱে ইন্ধন যোগোৱা অসম চৰকাৰৰ চকুত নপৰাকৈ আছেনে? নে জানিও নজনা ভাও জুৰি এই সেমেকা শোষণত অৰিহণা যোগাইছে? এয়ে হ'বলা সমাজবাদী চৰকাৰৰ নমুনা? এয়ে হ'বলা খেতিয়কৰ উন্নতি সধা বক্তৃতাবোৰৰ ফলাফল? ওচৰৰ চাহ-বাগিচাবোৰে চৰকাৰে বান্ধি দিয়া দামত কিনিব খুজিলেও চৰকাৰে অনুমতি নিদিয়া কথাটোও সঁচা। অসমৰ কৃষিমন্ত্ৰীজনে উদাৰ হৈ ধান বাহিৰলৈ পঠাব যে, সেইবোৰ খবৰ ডাঙৰ আখৰেৰে আমাৰ অসমৰ 'নিৰ্ভীক' বাতৰি-কাকতবোৰে ছপায়— কিন্তু এই ধান নিকিনি খেতিয়কক কৰা সেমেকা শোষণৰ কথা দেখোন নছপায়। ছপালেও চতুৰ্থ পৃষ্ঠাত সৰুকৈ? মহাবিপ্লৱী ৰাজনৈতিক দলসমূহেও দেখোঁ খেতিয়কৰ এই কান্দোনটোক লৈ হৈ-চৈ নকৰিলে!

এইবোৰ অদৃশ্য ঘঁৰিয়ালে আৰু সৰহদিন ৰাজত্ব কৰিব নোৱাৰে। কথাৰ ফুলজাৰিৰে অসম চৰকাৰে সমাজবাদ প্ৰতিষ্ঠা কৰিব নোৱাৰে। অসমৰ লক্ষ লক্ষ খেতিয়কে অহাবাৰ তাৰ প্ৰত্যুত্তৰ দিবই— তেতিয়া খেতিয়কৰ নেতৃত্ব খেতিয়কেই কৰিব ক্ৰোধ আৰু বিপ্লৱী দৃষ্টিৰে। মাঘ বিহুত বিহুগীত গাই আনন্দত কিৰিলি পাৰোঁতে অসমৰ খেতিয়কৰ মনৰ পথাৰত এই বিপ্লৱৰ বীজটোৱেও ভালকৈ শিপা মেলিছে। আমাৰ চকুত পৰিছে যে খেতিয়কে 'নিগমে মৰিলোঁ' বুলি কৰা প্ৰকাশত খাদ্য নিগমৰ, স্বাৰ্থপৰ মিলমালিকৰ আৰু অন্য বহু শোষণ-নিগমবো নঙঠা ৰূপ ধৰা পৰি গৈছে। ইয়াৰ প্ৰতিকাৰ লাগে অতি শীঘ্ৰে। কৃষিমন্ত্ৰীগৰাকীয়ে ধান এইবাৰ ভাল হৈছে বুলি বাহ্‌বা লোৱাতে ক্ষান্ত থাকিলে নহ'ব।

*(আমাৰ প্ৰতিনিধি : ১০ম বৰ্ষ/ ৬ষ্ঠ সংখ্যা : ফেব্ৰুৱাৰী,১৯৭০ চন)*



# অসমৰ মাহেন্দ্ৰক্ষণ

দেৱালী গ'লগৈ। আকৌ পোহৰ আহিল! আহিল মাহেন্দ্ৰক্ষণ। ব্ৰহ্মপুত্ৰ আয়োগৰ জয়। উখল মাখল। মথাউৰি ইঞ্জিনীয়াৰসকলৰ জয়। মাটি পট্টনৰ জয়। মহেন্দ্ৰ মোহনে ইন্দিৰা মা কালীক মুহি বিজয়ৰ পৰাজয় আনিলে। দেৱকান্তৰ দেৱত্বক মষিমুৰ কৰিবলৈ লক্ষ্মীপ্ৰসাদক মহাইন্দ্ৰই কান্ধত ৰাখিব নোৱাৰিলে। মৈনুলৰ মৈনুলত্ব আৰু ফখৰুদ্দিনৰ ফখৰৰ বিৰুদ্ধে থাপিলে আতাউৰ আৰু আলতাফক উচ্চতৰ আসনত। প্ৰবীণ-নবীন হ'লেও মন্ত্ৰিত্বৰ ষ্টেট বাছত অহা-যোৱা কৰা ক্ষণত জোকসদৃশ্য মহেন্দ্ৰ লগৰী আছিল বাবেই প্ৰবীণ প্ৰবীণতৰ হ'ল। মহেন্দ্ৰ নাথৰ ৰক্ষণে বেচেৰা নকুলচন্দ্ৰৰ সম্ভাৱনা শেষ কৰিলে। আজীৱন সুখে-দুখে সঙ্গ দিয়া সাংবাদিক নকুলানন্দক মহাইন্দ্ৰই এইদৰে লঘু কৰিব নালাগিছিল। ছত্ৰ সিংহ আৰু ছৈ ছৈ ডিফুৰাজদ্বয় স্ব স্ব স্থানত থাকিল: জয়ভদ্ৰ, ৰমেশচন্দ্ৰ, আব্দুল মতলিবক ৰখে কোনে? ৰণেন্দ্ৰই ৰণ নিজিকিলে কোকৰাঝাৰত আৰু আন সেনাপতিনো কোন? দেনেন্দ্ৰ, ছৈয়দ, ছত্ৰগোপাল ছত্ৰপতি নহ'লেও মহাইন্দ্ৰই সৰ্ব্বদা আশে-পাশে থকা লোক। পদ্ম কুমাৰীৰ পদুমফুলীয়া ব্যক্তিত্বই আহোম টাইৰ উগ্ৰতা কমাব — এয়ে মহাইন্দ্ৰৰ গণনা নিশ্চয়। লক্ষৌৰ চাৰিআলিৰ বৰপুত্ৰ, নিজলিঙ্গাপ্পাৰ বিৰুদ্ধে ইন্দিৰা মাৰ প্ৰিয় 'লৰিইষ্ট' কামাখ্যা প্ৰসাদে প্ৰসাদ লভিবই। ইফালে, বিশ্বদেৱে বিশ্বৰ মহা অধিকাৰীৰ অহোৰাত্ৰি উপদেশাশিসাদি পাইছে যেতিয়া মন্ত্ৰণা উদ্যোগ ফুলিব ফুলিবই। মঙ্গলদৈৰ একমাত্ৰ মঙ্গলকৰ্ত্তা দণ্ডীৰ প্ৰতিদ্বন্দ্বী আনে সাধ্য কাৰ? ছাব্বিশজনীয়া মন্ত্ৰিত্ব অসমৰ বুৰঞ্জীত সৰ্ব্ববৃহৎ অৰ্থাৎ মেগ্নী মন্ত্ৰিত্ব। যদিও বাজেট মাইক্ৰ'মিনি! ৰাইজৰ ৰক্ত বিন্দু বিন্দুকৈ যাওক— মহাইন্দ্ৰৰ এই মহাসভাক নোদোকা কৰিবলৈ অন্ততঃ আৰু কেইটিমান মাহ।

কি মহেন্দ্ৰক্ষণ উপস্থিত।
আমেৰিকা দেখা বনুৱা নেতা
কাজুৰৰ জগন্নাথ সিং
পৰমানন্দ, দুৰ্গেশ্বৰ, শ্ৰীসাধন লামডিং।।
শৰৎচন্দ্ৰ থাংলুৱা আৰু গোলোক পাটগিৰী।।
সবাৰে নামকীৰ্ত্তন কৰি বোলা
হৰি হৰি।।

*(বিন্দু : নৱেম্বৰ-ডিচেম্বৰ ১৯৭০ চন)*



# নতুন পুৰুষলৈ এখনি সৰু চিঠি

মৰমৰ নতুন পুৰুষ,

আজি ২৬ জানুৱাৰীৰ দিনা (১৯৭১ চন) দুটি কথা পাতোঁ একেলগে বহি। 'নতুন পুৰুষ' শব্দ দুটি 'নীলাচল' পত্ৰিকাৰ সুন্দৰ আবিষ্কাৰ। New Generstion-অৰ অনুবাদ মোৰ ভাল লাগে। ভাল লাগে এই বাবেই যে শব্দ দুটাই আমাৰ মানসপটলৈ আনে এখনি নতুন মুখ। এই শব্দ দুটা শুনিলেই, সহস্ৰ সহস্ৰ নতুন মুখ সামূহিকভাৱে লেখো সঁচা; কিন্তু তাৰ মাজৰপৰাই আপোনাৰ এখন মুখ মোৰ সন্মুখলৈ আহে। আপোনাক 'আপুনি' বুলিছোঁ, আপুনি এতিয়া পূৰ্ণবয়স্ক নাগৰিক বাবে। মৰমেৰে 'তুমি' বুলি সম্বোধন কৰিলে আপুনি ক্ষুব্ধ নহয় বুলিও আমি জানো। কিয়নো, এতিয়াও অসমৰ নতুন পুৰুষৰ ৰুচি মাৰ্জ্জিত। ওচৰৰ ৰাজ্য এখনৰ নতুন পুৰুষৰ দৰে নিজৰ পিতৃ বা উপাধ্যক্ষক পিচফালৰ পৰা ছুৰী মাৰি মাৰি হত্যা কৰাক বা অন্য মতাৱলম্বী যুৱকৰ মূৰৰ লাওখোলা বোমাৰে চূৰ্ণ কৰাটো মহাবিপ্লব বুলি অসমৰ আপুনি অন্ততঃ এতিয়াও ভবা নাই। হয়তো কোনোৱে ভাবিছে। তেওঁলোকৰ সংখ্যা নিচেই কম। এইটোও জানো যে নতুন পুৰুষ খঙাল হৈ উঠিছে। এইটোও জানো যে পুৰণি পুৰুষৰ কাৰ্য্যকলাপ, মূল্যবোধ সকলোবোৰতে আপুনি কেৰোণ পাইছে। পুৰণি পুৰুষৰ মাজত যদি কিছু 'ভাল' আপুনি পাইছিলে, তথাপি 'বেয়াখিনিৰ' অনুপাতে ই ইমান কম যে আপুনি সেই ভালকণক গণ্য কৰিবলৈ স্বাভাৱিকতে টান পাইছে। নতুন পুৰুষে এই কথা উপলব্ধি নকৰিলেও নম্ৰভাৱে সোঁৱৰাই দিয়া ভাল হ'ব যে পুৰণি পুৰুষৰ মাজতো এনে অসংখ্য পুৰুষ আছে— যি নতুন পুৰুষৰ এই খঙক সন্মান কৰে। কাৰণ, সেই পুৰণি পুৰুষসকলৰ বিশ্লেষণ-জ্ঞানত এতিয়াও মামৰে ধৰা নাই আৰু আপুনি আজিৰ নতুন পুৰুষ। কাইলৈ আপুনিও হৈ যাব পুৰণি পুৰুষ, আপোনাতকৈ সৰু ভাই-ভনীচামৰ চকুত। এতিয়া থকা ৰাজনৈতিক দলসমূহৰ মতি-গতি, কাৰ্য্যকলাপ দেখিও নতুন পুৰুষ হতাশ হয়। বাকী থাকেগৈ ৰক্তাক্ত বিপ্লৱৰ বাবে হত্যাৰ পথ। আকৌ কুৰঙী মনত পৰে।

১৯২৪ চনৰপৰা ১৯৪৬ চনলৈ সুদীৰ্ঘ একুৰি দুবছৰ ৰাইজক শিকাই শিকাই মাও চে তুঙে চীনত বিপ্লৱৰ বিস্ফোৰণ আনিলে। তাকো সম্ভৱপৰ হ'ল চীনৰ সমগ্ৰ চৰকাৰী সৈন্যবাহিনীক তেওঁৰ পাৰ্টিয়ে হাত কৰি পেলোৱাৰ পাচতহে।

এনে গ্ৰেট মাৰ্চ বা বৃহৎ সমদল এটা মণিপুৰৰপৰা ধ্বাৰকালৈ ভাৰতত এতিয়াই হ'ব পৰা অৱস্থা হৈছেগৈ বুলি সকলো বাস্তৱবাদী ৰাজনৈতিক বিশেষজ্ঞই এতিয়াও ভাবি

উঠিব পৰাগৈ নাই। ভাবিব পাৰি মাথোঁ এইটোহে যে নতুন পুৰুষে ভাৰতৰ এই দুৰৱস্থা শেষ কৰাত নিশ্চয় আগভাগ ল'ব লাগিব। যদি হত্যাৰ পথ আৰু আত্মহত্যাৰ পথ দুটা সকলোৰে বাবে গ্ৰহণযোগ্য নহয় (হোৱাও নাই), তেন্তে সংসদী গণতন্ত্ৰৰ পৰিৱেশত নতুন পুৰুষে মাথোঁ ভোট দি সমাজ সলাব পাৰিব নেকি?

১৮ বছৰ বয়সৰপৰা ভোটাধিকাৰ পোৱা হ'লে ভাৰতৰ নতুন পুৰুষৰ শক্তি বিৰাট হ'লহেঁতেন । ইংলণ্ডৰ দৰে ভাৰতৰ নতুন পুৰুষে এই অধিকাৰ এতিয়াও পোৱা নাই । পাইছে ২১ বছৰ বয়সত পৰা নতুন পুৰুষেহে! ইন্সিটিউট অব পপুলেশ্বন ষ্টাডিজৰ মতে— ভাৰতত এইবাৰ ২৭কোটিজনে ভোট দিব পাৰিব। তাৰে ৪ কোটিজন নতুন পুৰুষ— যাৰ বয়স ২১-ৰপৰা ২৪ বছৰৰ ভিতৰত। এই নতুন পুৰুষৰ অধিক ভাগে ৰোগাক্ৰান্ত সংসদী গণতন্ত্ৰৰ ওপৰত বিশ্বাস বহুখিনি হেৰুৱাইছে, যদিও নিজে ভোটাধিকাৰ পোৱাৰ প্ৰতি সজাগ হৈছে। বিশ্লেষণ কৰিব পৰা নতুন পুৰুষে সেই শক্তিখিনি নিশ্চয় পেলাই নিদিয়ে। যদি পেলাই নিদিয়ে, আমাৰ বিশ্বাস হয়, নতুন পুৰুষে এই নৱলব্ধ গণতান্ত্ৰিক শক্তি ভোটাধিকাৰৰ (পুৰণি পুৰুষৰ বহুতৰে দৰে) নিশ্চয় অপব্যৱহাৰ নকৰে। তেওঁলোকৰ স্মৃতিশক্তিৰ আৰম্ভণিৰপৰা (যাৰ জন্ম ১৯৪৭ চনৰ আশে-পাশে) যোৱা তেইশ বছৰে যি যি সমাজত ঘটা দেখিলে, তাৰ পটভূমিকাত তেওঁলোকে নিজক জুখি চাব পৰা শক্তি আছে। অসমৰ নতুন পুৰুষৰ বিশ্বদৰ্শনো আছে আৰু থলুৱা দৰ্শনো আছে; দুয়োটাৰ নেতিবাচক সংঘৰ্ষ নোহোৱাকৈ আগুৱাব পৰা মন এটাও নিশ্চয় আছে। আপুনি অসমৰ নতুন পুৰুষ, আপোনাৰ ভাষা, কৃষ্টি, ধৰ্ম্ম বেলেগ বেলেগ হ'ব পাৰে, তথাপি আপুনি আমাৰ নিচেই আপোন। আপোনাৰ নোপোৱাৰ বেদনা, প্ৰকৃত শিক্ষা নোপোৱা, প্ৰকৃত চাকৰি নোপোৱা, প্ৰকৃত মথাউৰি নোপোৱা, প্ৰকৃত উদ্যোগ নোপোৱা, শোষণকাৰীৰ হাতৰপৰা মুক্তি নোপোৱা, প্ৰকৃত প্ৰতিনিধি নোপোৱাৰ এই বেদনাসমূহে আপোনালোকৰ কেঁচা পবিত্ৰ মনত যেনেদৰে দুখ দিয়ে, যিদৰে আপোনালোকক ক্ৰোধান্বিত কৰে, যিদৰে ধৈৰ্য্যহীন কৰি তোলে, তাৰ পৰিপ্ৰেক্ষিতত এই ক্ষুদ্ৰ চিঠিখন লিখিলোঁ।

উদ্দেশ্য : উপদেশ নহয়।

উদ্দেশ্য : এটা Loud thinking-হে। এটা বিশ্লেষণহে। পথ আৰু পন্থা আপোনালোকে নিজেই বাছি লোৱাৰ যোগ্য।

আপোনালোকৰ মাজত এলাহ বা হতাশা দেখা কথাটো আমি ভাবিবই নোৱাৰোঁ। বোধ হয় আমাৰ নিজৰ সৰু ভাই-ভনীহঁতৰ চকুত আমি স্বাভাৱিকতে বিচাৰোঁ আগত দিনৰ বাবে চিৰ-উৎসাহী হাঁহি আৰু চিৰ-উদ্যোগী কাৰ্য্যাৱলী। কাৰণ, আপোনালোকেই হ'ল দেশমাতৃৰ মনৰ নতুন জ্যোতি আৰু নয়নৰ উজ্জ্বল মণি।

*(আমাৰ প্ৰতিনিধি : ১১শ বছৰ : ৬ষ্ঠ সংখ্যা : ফেব্ৰুৱাৰী, ১৯৭১)*



# ভোটাৰ

'Vote for অমুক, Vote for তমুক, অমুকৰ জয়েই ৰাইজৰ জয়, তমুকৰ জয়েই আপোনাৰ জয়!' নানা ধৰণৰ পতাকা উৰুৱাই মাইক্ৰ'ফোনৰ মুখেদি চিঞৰা শ্লোগানে আকাশ-বতাহ কঁপাই তুলিছে। জীপ গাড়ীয়ে ধূলি উৰুৱাই গাঁৱৰ পদূলিৰ দূৱৰিবন চেপেটা কৰিছে। বিভিন্ন গাড়ীৰপৰা নানা ধৰণৰ কাকত দলিয়াই দিয়া হৈছে। উলঙ্গ, অৰ্দ্ধাহাৰী গাঁৱলীয়া শিশুৱে লৰৰি লৰৰি সেই কাকত বুটলিছে। পঢ়িব নেজানে। পঢ়িব পৰা সকলে দেখিছে, সেয়া কোনোবা ৰাজনৈতিক দলৰ নিৰ্ব্বাচনী ইস্তাহাৰ। তাত বহুতো প্ৰতিশ্ৰুতি দিয়া হৈছে— ৰাইজৰ ভৱিষ্যৎ তেওঁলোকৰ শাসনতহে উজ্জ্বলতৰ হৈ উঠিব, আন দলে সেই বিষয়ে যোৱা একুৰি চাৰি বছৰে কৰিব পৰা নাই। কোনো কোনো গাঁৱত গড়কাপ্তানী বিভাগে ডাঙৰ পথাৰ এখন একে নিশাতে উৰাজাহাজ পৰিব পৰা স্থানতৈ পৰিণত কৰিছে। হঠাৎ দেখে, তাত পৰিছহি এখন জিএৰৰ দৰে ডাঙৰ উৰাজাহাজ। তাৰপৰা ওলাল শাড়ী পিন্ধা সৰ্ব্বভাৰতীয় নেত্ৰী আৰু শকত-আৱত কোনোবা মন্ত্ৰী। দৰ্শক বহুতো। শ্ৰোতা বহুতো। তাৰ মাজত প্ৰায় আধা হ'ল পুলিচ। কোনোৱে হাতচাপৰি নিদিলেও ক্ষতি নাই। অকল পুলিচ শ্ৰোতাসকলে হাতচাপৰি দিলেই গগন কঁপি যাব।

সেই নেত্ৰীয়ে কৈছে, 'মই প্ৰগতিবাদী হৈ গৈছোঁ।' কোনোৱে সুধিছে, 'কেনেকৈ?' তেওঁ উত্তৰ দিছে, "আমি ৰাজ্যৰ ধন ৰাষ্ট্ৰীয়কৰণ কৰিছোঁ। আমি ৰজা-মহাৰজাৰ মুকুট কাঢ়ি লৈছোঁ।" গাঁৱৰ কোনোবা সমাজ-সচেতন খেতিয়ক ডেকাই কৈছে— "ক'তা মই দেখোঁ চৈধ্য পইচাও ধাৰ পোৱা নাই! ৰজা-মহাৰজাক ৰাইজেই ধ্বংস কৰিব। নতুন ৰজা-মহাৰজা কিছুমান তৈয়াৰী কৰিছে দেখোন তোমাৰ চৰকাৰেই। যাত্ৰাদলৰ ৰজাবোৰৰ মুকুট কাঢ়ি প্ৰগতিবাদী ভাও জুৰিছা কিয়?" নেত্ৰীয়ে কৈছে, "আমি দেখোন আমাৰ মাজত থকা ৰক্ষণশীলসকলক উলিয়াই দিলোঁ আমাৰ মাজৰপৰা। নতুন নতুন প্ৰতীক লৈ আমি দুটা দল হৈ গ'লোঁ যে!" তেতিয়া বৃদ্ধ শিক্ষক এজনে কৈছে— "তোমালোক দুয়ো দলৰে নীতিগত পাৰ্থক্য নাই। জনসাধাৰণ তোমালোকৰ বাবে এটি বৌমাহসদৃশ। কোনটো দলে সেই মাছৰ মূৰটো খাব আৰু

কোনটো দলে ফিছাটো খাব, সেইখিনিতেহে তোমালোক দুয়োৰে পাৰ্থক্য!" ৰাজনীতিৰ অ আ ক খ পঢ়া ডেকা এজনে দেখিছে— তথাকথিত প্ৰগতিবাদী সৰ্ব্বভাৰতীয় দল দুটাই সেই নেত্ৰীৰ সৈতে নিৰ্ব্বাচনী মিত্ৰতা কৰিছে। কোনোবা তথাকথিত সমাজবাদী দলে উগ্ৰ সাম্প্ৰদায়িক দল এটাৰ সৈতে, ৰজা-মহাৰজাৰ দল এটাৰ সৈতে নিৰ্ব্বাচনী মিত্ৰতা কৰিছে।

গাঁৱৰ শিক্ষয়িত্ৰী এগৰাকীয়ে কৈছে, "আমি ৰাজনীতি বুজি নাপাওঁ; কিন্তু এটা কথা দেখি আচৰিত হৈছোঁ। সেইটো হ'ল ঃ কিছু ৰাজনৈতিক দলক দেখোন এগৰাকী নাৰীৰ সৈতে ৰিজাব পাৰি।" কেনে নাৰী? কোনোৱে সোধে। উত্তৰ আছে ঃ "ৰিজাব পাৰি বিবাহিতা নাৰী এগৰাকীৰ সৈতে। সেই নাৰীয়ে এজন পুৰুষক বিয়া কৰিছে, অথচ সহবাস আন এজন পুৰুষৰ সৈতে।" ৰিজনিত সেই পুৰুষ — আদৰ্শ!

সৰ্ব্বসাধাৰণে দেখিছে, ভাৰতৰ প্ৰায়বোৰ দলৰে কোনোবা এটি শিপা দিল্লীত, ৱাশ্বিংটনত, মস্কোত কিম্বা পিকিঙত। নিজৰ নিজৰ অৱহেলিত ৰাজ্যৰ মাটিত সেই দলবিলাকৰ শিপা থকা হ'লে, উভালি পেলালোঁহেঁতেন! এই মনোভাব। আকৌ ইতিবাচকভাৱে কোনোবা যুৱকে চিঞৰি উঠিছে— "নালাগে দিল্লীৰ পুতৌ। আমাৰ ৰাজ্যতে শক্তি গোটাওঁ। ভাৰত যদি যুক্তৰাষ্ট্ৰীয় নহয়, আমি তাৰ প্ৰতিবাদ কৰিম Unitary-ৰ চূড়ান্ত ৰূপ একনায়কত্ববাদত নচলে আৰু। আমি নিজেই শ্ৰমজীৱী আৰু বুদ্ধিজীৱীৰ ৰস-জীপ লৈ আমাৰ অৱহেলিত ৰাজ্যৰ মঙ্গলৰ বাবে আগুৱাই যাওঁ। ই কিন্তু সঁচা সমাজতান্ত্ৰিক হ'ব লাগিব। যুক্তৰাষ্ট্ৰীয় (federal) হ'ব লাগিব। পুঁজিবাদী গণতন্ত্ৰ নহৈ ই যেন শ্ৰমজীৱী জনতাৰহে গণতন্ত্ৰ হওক।" আৱশ্যক হ'লে ভাৰতৰ নোপোৱাৰ বেদনা থকা অঞ্চল বিলাকৰপৰা উদ্ভৱ হোৱা ৰাজ্যিক নেতৃত্বই এইবাৰ দিল্লীলৈ গৈ এক সামূহিক ভাৰতীয় নেতৃত্ব গঢ়ি তুলি সংবিধান সংশোধন কৰি লওক। (এয়া এসময়ৰ বিপ্লৱী, এতিয়াৰ নিৰপেক্ষ ৰাজনৈতিক চিন্তাবিদ পান্নালাল দাসগুপ্ত ডাঙৰীয়াৰো থিছিছ।) কিন্তু ৰাজ্যিক দলবোৰৰ ধন যে নাই! বৃহৎ পুঁজিপতিয়ে তেনে ৰাজ্যিক দলক ধনেৰে সহায় (invest) নকৰে। কাৰণ, পাৰ্মিটৰ ফলাফল ভাল হয় সৰ্ব্বভাৰতীয় দলৰ শাসকসকলক সহায় কৰিলেহে! সংখ্যালঘুসকলে ভাবে, শাসকসকলে আমাক আৰু কিমান দিন ভীতিপ্ৰদৰ্শন কৰি কৰি ভোট আদায় কৰিব নামানো এই ভীতিপ্ৰদৰ্শন। ভাষা-জাতি নিৰ্ব্বিশেষে অসমবাসীৰ কিছু সুকীয়া কথাও আছে। অসমৰ গাঁৱলীয়া ভোটাৰেও জানে, পণ্ডিত নেহৰুৱে আত্মজীৱনীত অসমক এবাৰো উল্লেখ কৰা নাই। 'ডিছক'ভাৰি অব ইণ্ডিয়া'ত ভাৰতৰ সকলো আৱিষ্কাৰ কৰিলে, অথচ অসমৰ কথা উল্লেখ নাই কোনো পাততে। ১৯৪৫ চনত C group-অত ভৰাই অসমক অবিভক্ত বঙ্গৰ সৈতে সাঙুৰি দিছিলে ভাৰতীয় কংগ্ৰেছে। সিহঁতুকৰ

গোপীনাথ বৰদলৈদেৱে ভাগ্যে বচালে! ১৯৬২ চনত চীনা আক্ৰমণৰ সময়ত নেহৰুজীয়ে বিদায় দিলে অসমক — My heart goes with the people of Assam — অৰ্থাৎ অসম বিদায়, তোমাক ৰক্ষা কৰিব নোৱাৰিলোঁ —! ভাগ্যে নেহৰুৰ সেই কান্দোন শুনি চীনা সৈন্য তেজপুৰৰ ওচৰৰপৰা নিজেই উভতি গ'লগৈ। সিফালে নেহৰুৰ অগুহী-বগুহী সেনাপতি কাউলে নেগুৰ দাঙি পলাল আৰু পলাল পশ্চিম ভাৰতীয় পুঁজিপতিসকল, যিসকলে অসমক অকল 'পাম' বুলিহে ধৰে। অসমৰ সৈতে তেওঁলোকে identify নকৰে!

অসমে ইন্দিৰাক কিবা খুজিলেই আন্দোলন কৰিহে খুজিব লাগে। আমাৰ ডেকাসকল সদায় দিল্লীৰ মানত গুণ্ডা। সি তেল শোধনাগাৰেই হওক, কিম্বা ব্ৰহ্মপুত্ৰৰ দলং। প্ৰাপ্য যেন নহয়! ৰত্নগৰ্ভা অসমৰ খনিজ পদাৰ্থৰপৰা উদ্ভৱ হোৱা উদ্যোগৰ ফল থলুৱা তেৰ লাখ নিবনুৱাই নোপোৱাত মনৰ অগনি জ্বলে। তাৰ প্ৰকাশ হয় কেতিয়াবা বাহিৰত। সেইবোৰো ভোটাৰে দেখে। ভাবে যে সৰ্ব্বভাৰতীয় দলবোৰৰ ৰাজ্যিক নেতাই কয় এক কথা, সেই দলবোৰৰ দিল্লীত স্থিত নেতাই দেখোন কয় অন্য কথা। এইবোৰ পৰস্পৰবিৰোধী কথা-বাৰ্ত্তাত ভোটাৰ থমকি ৰয়। বাস্তৱক জানিব খোজে। কিন্তু, ব্যৱসায়ী ৰাজনৈতিক দালালবোৰ যে ঘঁৰিয়ালৰ দৰে ৰাইজ-সাগৰত লুকাই লুকাই আছে! সেয়েহে, এই ভোটযুদ্ধ এটা প্ৰহসন। দালালবোৰে বিকৃত মস্তিষ্কেৰে সৰল সাধাৰণ ভোটাৰক অশান্ত কৰি তোলে। ভীতিপ্ৰদৰ্শন, অবৈধ পন্থা অৱলম্বন চাৰিওফালে বিদ্যমান। ধৰ্ম্ম, জাতি, উপ-জাতিৰ ৰাজনীতিতো আছেই! ইফালে অসমৰ তেৰ লাখ নিবনুৱাই মাৰ্জ্জিত ৰুচি থকা সত্ত্বেও 'গান' নেগাই 'Gun' ল'লেহে ৰক্ষা। ভোটাৰ আজি Cross road-অত থিয় হৈ থমকি ৰৈছে। অথচ, ফলাফল এনে ভোটাৰ-ঈশ্বৰৰ হাতত।

ইও এক প্ৰহসন!

(*আমাৰ প্ৰতিনিধি ঃ ১১ ম বৰ্ষ/ ৭ ম সংখ্যা ঃ মাৰ্চ ১৯৭১ চন*)



# নতুন পুৰুষ নতুন পুৰুষ

অদূৰ অতীতত মই 'নতুন পুৰুষ'ৰ প্ৰতি চিঠি এখন সম্পাদকীয় লিখাৰ পাচত বহু গুণী ব্যক্তিৰপৰা প্ৰশংসামূলক চিঠি পাইছিলোঁ। এজনে লিখিছিল — "আপোনাৰ প্ৰিয় মাধ্যম গীতি-সাহিত্যৰে নতুন পুৰুষক দুআষাৰ মনৰ কথা ক'ব বুলি আশা কৰিলোঁ।" তেখেতৰ কথাই মোক ভবাই তোলাৰ পাচত 'নতুন পুৰুষ, নতুন পুৰুষ তুমিতো নোহোৱাঁ ভীৰু-কাপুৰুষ' বুলি এটি গীত অলপতে লিখিছিলোঁ। অনাতাঁৰ, গ্ৰামোফোন ৰেকৰ্ড আদিৰে প্ৰচাৰ কৰিম— যাতে নতুন পুৰুষে শুনে।

মোৰ নতুন পুৰুষলৈ অনুৰোধ এয়ে যে নিজে কৰি, নিজে শিকি পোৱা অভিজ্ঞতা ভাল। কেতিয়াবা হয়তো নিজৰ বাটত নতুন পুৰুষে উজুটি খাব। তেজ ওলাব। তেজ মচি লৈ হাঁহি পুনু আগুওৱা নতুন পুৰুষহে আদৰ্শনীয়। ভুলৰপৰা অভিজ্ঞতা হয়।

পুৰণি চিন্তাৰ মকৰাজালে নতুন চিন্তাক কেতিয়াবা আবৰি ধৰিলেই সংঘাতৰ সৃষ্টি হয়। তেতিয়াহে সেই সংঘাতৰ পৰা নতুন নতুন ইতিবাচক আৰু সমসাময়িক সমাজ বাস্তৱৰ সৈতে খাপ খোৱা ন ন পন্থা ওলায়। সেই পন্থাহে সুন্দৰ।

মহা মহা পুৰুষে কিছু মহাবাট বান্ধি যায়। সেই মহাবাটত কিছু নতুনেও খোজ পেলায়। পিচে, অৱশেষত সেই মহাবাটেও যেতিয়া আওপাকে গতি সলোৱা দেখে, তেতিয়া নতুন পুৰুষ হয় অভিমানী। বিপ্লৱী। ইও সত্য।

কিন্তু এটা কথা। নতুন পুৰুষক কেতিয়াবা ভীৰু কাপুৰুষে দূৰৰপৰা হাত সাবটি উপলুঙা কৰিব পাৰে। তেতিয়া তেনে কথালৈ ভ্ৰূক্ষেপ নকৰাই ভাল। নতুন পুৰুষৰ ন-কাম দেখি কাপুৰুষে প্ৰমাদ গণক—তাত নতুন পুৰুষৰ কি ক্ষতি!

আজিৰ নতুন পুৰুষ যিহেতু ভীৰু কাপুৰুষ নহয়, তেওঁলোকে হাতে-কামে আজিয়েই পুৰুষালি দেখুৱাব লাগিব। নহ'লে আজিৰ নতুন পুৰুষ যেতিয়া কাইলৈ পুৰণি পুৰুষ হৈ যাব, তেতিয়া আক্ষেপ ৰৈ যাব। সময়ৰ গতি বোৱঁতী সুঁতিৰ দৰে। এবাৰ হেৰুৱালে সময় উভতি নাহে।

মোৰ নতুন গীতটিৰে মই নতুন পুৰুষলৈ অন্তৰৰ সকলো মৰম উজাৰি দি এটি সংজ্ঞা দিবলৈ চেষ্টা কৰিছোঁ। মোৰ মনত নতুন পুৰুষৰ কি ছবি আঁকোঁ?

অগণন উজ্জ্বল ডেকা সুপুৰুষ
আৰু আশা ভৰা দৃষ্টিৰ গাভৰুৰ মুখ
(মোৰ) মানসপটত আজি জিলিকি উঠে,
সেয়ে, মোৰ মৰমৰ নতুন পুৰুষ।।

*(আমাৰ প্ৰতিনিধি : ১১শ বছৰ : ১০ম সংখ্যা : জুন, ১৯৭১)*



# অপাৰেশ্বন ঃ ১৯৭১

## শিৰোনামৰ অৰ্থ কি ?

'অসম ৰাজপত্ৰ' কিম্বা অসম চৰকাৰৰ গেজেটত (২৪ জুন ১৯৭১ চনৰ অসাধাৰণ সংখ্যাত) 'অপাৰেশ্বন ১৯৭১'-ৰ বাবে কেইবাজনো উচ্চ কৰ্ম্মচাৰী লোৱা হ'ব বুলি ঘোষণা কৰা হৈছে। চাকৰিকেইটিৰ নাম হ'ব 'ৰিলিফ এণ্ড ৰিহেবিলিটেশ্বন্ অফিচাৰ' আৰু 'এছিষ্টেণ্ট ৰিলিফ এণ্ড ৰিহেবিলিটেশ্বন্ অফিচাৰ'। তেওঁলোকৰ দৰমহা ক্ৰমে ৩০০-ৰপৰা ৮০০ টকালৈ আৰু ২২৫-ৰপৰা ৬০০ টকালৈ। লগতে থাকিব এলাৱেন্স। তেওঁলোকৰ কাম হ'ব বাংলাদেশৰ পৰা অহা ভগনীয়াসকলৰ বাবে 'ট্ৰেঞ্জিট কেম্প' স্থাপন কৰা। এই কেম্প পতা আঁচনিটোৰ নাম অসম চৰকাৰৰপৰা দিয়া হৈছে ঃ অপাৰেশ্বন ঃ ১৯৭১। চাকৰিসমূহ অস্থায়ী।

## ত্ৰাস ঃ মেঘৰ দেশৰ

এই অপাৰেশ্বনৰ অপাৰেশ্বন কৰিলে কি দেখা পাওঁ? এই চাকৰিসমূহ 'অস্থায়ী' বুলি লিখা হৈছে। কেম্পবোৰৰ নাম দিয়া হৈছে ট্ৰেঞ্জিট কেম্প — অৰ্থাৎ এই আহিল, এই গ'ল। সমস্যাটো আৰু অলপ দকৈ চালে এইকেইটা হিচাপ ওলায়। শিশুৰাজ্য মেঘালয়ত শ্ৰীহট্ট আৰু ময়মন- সিংহৰপৰা অহা ভগনীয়া কিমান জানেনে? মাথোঁ এক লাখ। তেওঁলোকৰ আৰ্থিক অৱস্থা এনেয়ে শোচনীয়। পাহাৰ-হাবিৰে ভৰা মেঘালয়ৰ ক'ত কেনেকৈ কোন ভগনীয়া সোমাল, সেই কথায়ো খাচী-জয়ন্তীয়া আৰু গাৰোসকলৰ মাজত ত্ৰাসৰ সৃষ্টি কৰিছে। এতিয়া মেঘালয় চৰকাৰে ২০০০ জনীয়া এটি ফৌজ তৈয়াৰী কৰি, (জনজাতীয় ডেকাসকলেই ইয়াৰ সভ্য) কেম্পত নাথাকি, অগুহী-বগুহী লোকৰ ঘৰে ঘৰে সোমাই থকা ভগনীয়াসকলক শাৰীৰিক-ভাবে ধৰি আনি কেম্পত থ'বলগীয়া হৈছে। মেঘালয়ৰ জনজাতীয় সকলো লোকে অৰ্থাৎ এক লাখ লোকে ভাবিছে যে বাংলাদেশৰপৰা নতুনকৈ অহা ভগনীয়াই

ৰাজনৈতিক অস্তিত্ব ৰখাত ভৱিষ্যতে বাধা দিবও পাৰে। তদুপৰি, দেশৰ নিৰাপত্তাৰ ফালৰপৰা, সঁচা ভগনীয়াৰ মুখা পিন্ধি ইয়াহিয়া খানৰ দালালবোৰেও ইয়াতে ঘৰ পাতিব বুলিও সন্দেহ কৰাৰ স্থল আছে। এনে কিছু দুৰ্বৃত্ত ধৰাও পৰিছে ইতিমধ্যেই। এনে সংশয়ৰ যুক্তি আছে। বিশেষকৈ, জনসংখ্যাৰ অৰ্থনীতিৰ ফালৰপৰা। উদাহৰণ স্বৰূপে গাৰো পাহাৰৰ বাঘমৰা বুলি গাঁওখনত ৩৫ হেজাৰ ভগনীয়াই বসতি কৰিছেহি। সেই গাঁৱত গাৰো লোকৰ সংখ্যা মাত্ৰ তিনি হেজাৰ। তাতে আকৌ সংক্ৰামক ব্যাধিৰ বাবেও ভয় হৈছে। এই ভগনীয়া সংখ্যাটোৰ সন্দৰ্ভত শ্বিলঙৰ জনজাতীয় ৰাইজৰ আনুভূতিক অৱস্থা বৰ ভাল নহয়। অলপতে বিস্ফোৰণ হৈছেই দুবাৰ। খাচী এজনে প্ৰাণো হেৰুৱাইছে। বহুতে আঘাত পাইছে।

## অসমৰ অৰ্থনীতিত প্ৰভাৱ

অসমৰ কথা ফঁহিয়ালে দেখোঁ যে ১৯৪৭ চনৰপৰা 'পূৰ্ব্ববংগ'ৰ সীমা চেৰাই অহা লক্ষ লক্ষ ভগনীয়া — 'ভগনীয়া' ৰূপে আহি অসমৰ অৰ্থনীতি আৰু ৰাজনীতিৰ ভেটি লৰাই দিয়াত বৰঙনি যোগাইছেহি — একেবাৰে অসমৰ নাগৰিক ৰূপে ইয়াতে থিতাপি লৈ। কোনো কোনো তেনে লোক অসম চৰকাৰৰ কেবিনেট মন্ত্ৰীও হৈছেহি। ১৯৬০ চনৰ ভগনীয়াৰ সোঁতটি আছিল সৰ্ব্ববৃহৎ। যোৱা কেইবছৰত অসম চৰকাৰে আনুষ্ঠানিকভাৱে বাৰ হেজাৰবো ওপৰ ভগনীয়া পৰিয়ালক অসমতে পুনৰ্ব্বসতিৰ সুবিধা কৰি দিছে। ১৯৬০ চনৰ পাচত অহা হেজাৰ হেজাৰ ভগনীয়াক থিতাপি দিবলৈ হেনো এতিয়াও বাকী। এওঁলোকৰ কিছু আছে আগতে পতা শিবিৰবোৰত। তদুপৰি, অসংখ্য সোমাইছে অসমৰ গাঁৱে-ভূঞে, চহৰে-নগৰে, বজাৰে-হাটে। অসমে এতিয়ালৈকে গ্ৰহণ কৰিছে ১,৬২,০০০ নতুন ভগনীয়াক। শিবিৰবোৰৰ বাহিৰত থকাসকলৰ বহুতৰে হিচাপ ইয়াত নাই।

এনে পৰিস্থিতিক আৰু বেয়াৰ ফাললৈ নিছে আৰু এটা অৰ্থনৈতিক সত্যই। অসমৰ খাদ্য উৎপাদন আৰু 'পাৰ কেপিটা ইনকাম'ত পতন দেখা গৈছে। 'গৰীবী হাটাও' মুখাপিন্ধা ভাৰত চৰকাৰৰ অৰ্থমন্ত্ৰী ৰচিত নতুন বাজেটৰ পাচত কৰ নলগোৱাকৈ বস্তুসমূহৰো যি জুই-ছাই দাম বাঢ়িছে, এই বাজেটৰ ঘাটিখিনিৰপৰা উদ্ভৱ হোৱা ভয়াবহ মুদ্ৰাস্ফীতিৰ অজুহাতত ৰাইজে দৈনন্দিন ব্যৱহাৰ কৰা প্ৰতিটো বস্তুৰ দাম ইচ্ছামতে বদমাইছ ব্যৱসায়ীইঁতে যেনেকৈ বঢ়াইছে, তেনে অন্যায়ক বন্ধ কৰাৰ বাবে অসম চৰকাৰ অকল অপাৰগেই নহয় — বৰং অসম চৰকাৰ হৈ গৈছে এই বদমাইছইঁতৰ পকেটত সোমাই থকা নগণ্য ভৃত্যৰ দল।

# ৰাজনীতিৰ খেলা

অসম চৰকাৰে ভাৰত চৰকাৰৰ নেগুৰ হিচাপে যোৱা ২৪ বছৰে টিঘিল্‌ঘিলাই আছে। এতিয়া ইন্দিৰা গান্ধীৰ চৰকাৰে যোৱা লোকসভাৰ নিৰ্ব্বাচনী বক্তৃতাসমূহত প্ৰতিশ্ৰুতি দিয়া মতে কিবা এটিও সুকলমে কৰিব পাৰিছেনে? এনেও নোৱাৰিলেহেঁতেন। এতিয়া অজুহাত দিছে বাংলাদেশৰ ৬ কোটি ভগনীয়াৰ সমস্যাটোক 'পলিটিকেল এমেচাৰ'ৰ দৰে ব্যৱহাৰ কৰি। এই ৬ কোটিৰ বেছিভাগ অসমতে সোমাইছে — অজয় মুখাৰ্জ্জীয়েতো সেই কাৰণতে তেওঁৰ মন্ত্ৰীসভাকে ভাঙি দিলে! অকণ অকণকৈ উৰাজাহা জেৰে উৰাই নি ভাৰতৰ বিভিন্ন ৰাজ্যত থাপিছে। তাতো মতানৈক্য। উৰিষ্যাই প্ৰথমে এজনো ভগনীয়াক উৰিষ্যাত সোমাবলৈ নিদিওঁ বুলি চক্ষুলজ্জাত পাচত কিছু গ্ৰহণ কৰিছে। নাগালেণ্ডৰ ডিমাপুৰত ৩৫ জনমান সোমাওঁতেই বাহিৰ কৰি দিছে।

বাংলাদেশৰ সমস্যাটোৰ ৰাজনৈতিক সমাধানৰো কোনো ইঙ্গিত ক'তো নাই। নাই ইয়াহিয়া খানৰ অনাতাঁৰ বক্তৃতাত। নাই কালি (৫ জুলাই, ১৯৭১) ইন্দিৰা গান্ধীয়ে নতুন দিল্লীত কংগ্ৰেছ পাৰ্লামেণ্টেৰী পাৰ্টিত দিয়া বক্তৃতাত। তেওঁ বাংলাদেশক স্বীকৃতি দিয়াৰো বিপক্ষে আৰু মুক্তিফৌজক অস্ত্ৰ-শস্ত্ৰ দিয়াৰো বিপক্ষে। বেচেৰা চৰণ সিং চাহাবে ৱাশ্বিংটনত কৈ অহাৰ পাচতে ইয়াহিয়া খানলৈ মৰমৰে পঠাই দিলে। মইনুল হক চৌধুৰী আৰু ফকৰুদ্দিন চাহাবে ইছলাম ৰাষ্ট্ৰসমূহ ঘূৰি অহাৰ পাচতে আজি বাতৰি-কাকতত পঢ়িছোঁ ভাৰতৰ বৈদেশিক বিভাগৰ ডেপুটি মন্ত্ৰী সুৰেন্দ্ৰ পাল সিংহৰ বিবৃতি : Arab countries have not come out in support of the Indian view point on events in East Bengal! অৰ্থাৎ আৰব দেশে ভাৰতৰ মতক নামানে! সিদ্ধাৰ্থ শঙ্কৰ ৰায়ক আনুষ্ঠানিকভাৱে আদৰাৰ বাহিৰে আৰু অলপ কলেৰাৰ ইনজেকশ্বন ভাৰতলৈ পঠোৱাৰ বাহিৰে জাপানে বিশেষ একো নকৰিলে। ব্ৰিটেইনে কিছু কৰাৰ চিন দেখা গৈছে যদিও সি তাৰ্কিক ক্ষেত্ৰতহে। মাও-চে-তুঙে মৌলানা ভাছানিক পাত্তা দিয়া নাই বাবে তেওঁ দুখিত। তেওঁৰ বিবৃতিত আমাৰ নক্সালপন্থীসকল আৰু দুখিত! আৱামী লীগক দিনে-নিশাই গালি পাৰিছে বামপন্থীসকলে। নেশ্বনেল আৱামী লীগেহে হেনো আচল যুদ্ধ কৰিছে পাকিস্তানত। বঙ্গবন্ধু মজিবুৰ চাহাবৰ দলে হেনো আলেঙে আলেঙে ঘূৰি ফুৰিছে নিৰাপদ ঠাইবোৰত। ইফালে মুক্তিফৌজে যি জয়লাভ কৰাৰ কথা আছিল, সিও সহজলভ্য হৈ নুঠাৰ ছবি ফুটি উঠিছে। এই বিষয়ে মহান নেতা মজিবুৰ ৰহমান চাহাব আমাৰ মাজত নাই যে উত্তৰ দিব। বিশ্বৰ ৰাষ্ট্ৰৰ অনুভূতি সেমেকা যে বিশ্বৰ ইক'ন'মিক কাউন্সিলত জেনেভাত বাংলাদেশৰ কথাত বিতৰ্ক হ'ব। বিতৰ্ক! এতিয়াও বিতৰ্কহে!

মুঠৰ ওপৰত, এতিয়াও ভাৰত চৰকাৰে নিজেই এই সমস্যাৰ সমাধান নকৰিলে আন কোনো ৰাষ্ট্ৰই হাতে-কামে, বুকু ফুলাই ইয়াহিয়া খানৰ বিৰোধিতা কৰিব পৰা নাই। মানৱতাৰ ফালৰপৰা ভগনীয়াসকলৰ দুৰ্ভাগ্যত আঃ আঃ কৰা আৰু কিছু সহানুভূতি, অনুকম্পা প্ৰকাশ কৰাৰ বাহিৰে কোনো ৰাষ্ট্ৰই লেখত ল'বলগীয়া একো কৰা নাই। নাই কৰা। ত্ৰিপুৰাৰপৰা অসমলৈ ভগনীয়া কঢ়িয়াবলৈ মাৰ্কিন যুক্তৰাষ্ট্ৰই ডাঙৰ ডাঙৰ উৰাজাহাজ পঠাইছে এফালে। আনফালে, বাংলাদেশৰ মুক্তিফৌজক নিধন কৰিবলৈ অস্ত্ৰ-শস্ত্ৰৰ জাহাজ পঠাইছে ইয়াহিয়া জল্লাদলৈ — যাতে ভয়াতুৰ আৰু ভগনীয়া বাংলাদেশৰপৰা আহি অসমত আৰু হেজাৰে হেজাৰে সোমায়হি! কি হাস্যকৰ Contradiction! এৰা, জাহাজ পঠাবই। কিয়নো, ই যে পাকিস্তানৰ অভ্যন্তৰীণ কথা। কিন্তু আমাৰ অসমৰ বাবে ই অভ্যন্তৰীণ নহয়নে? অসমলৈ ভগনীয়াক খেদি পঠাই ইয়াহিয়া খানইতে ভাৰতৰ অঙ্গ অসমৰ অভ্যন্তৰীণ জীৱনৰ সৰ্বদিশত হস্তক্ষেপ কৰা নাইনে?

এইবোৰ কথাত ব্যৱসায়িক পলিটিচিয়ানসকলে কৰিছে কি? এই সমস্যাই অসমৰ ৰাইজৰ মেৰুদণ্ড স্পৰ্শ কৰিছেহি। সেয়েহে, এই লেখকেও নিমাতে থাকিব নোৱাৰি মাথোঁ ফঁহিয়াইছে — যাতে ৰাইজে সমস্যাটোৰ কথা আলচে — অলপ দকৈ।

বৰ লুইতৰ পানী বাঢ়িছে। ব্ৰহ্মপুত্ৰ আয়োগতো ভেঁকোভাওনা হৈয়েই আছে। কে. এল. ৰাৱৰ ভাও টকাৰ তলত। মহেন্দ্ৰ চৌধুৰী, ৰাও মাথোঁ সম্বৰ্ধনা সভাৰ ৰভাৰ তলত। আসন্ন নিৰ্ব্বাচনৰ বাবে ব্যস্ততা আৰু বুকুৰ ধৰ্‌ফৰ্‌ণি আহিলেই।

এই ক্ষেত্ৰত বাংলাদেশৰ ভগনীয়াৰ 'অপাৰেশ্বন — ১৯৭১' আজি ভোটৌঙাই ওলালহি। সমাধানৰ মৰীচিকা দূৰত। 'পৰিবেশ' সৃষ্টি নকৰাকৈ ১ কোটি ভগনীয়াক ইয়াহিয়া খানৰ বলি কৰি ওভতাই পঠাবও নোৱাৰি। পাকিস্তান-ভাৰতৰ যুদ্ধও আমাক নালাগে। আমাৰ পুৰ্ব্বভাৰততে তেতিয়া মহাসমৰৰ স্থল হ'ব। বলি হ'ম আমি! গতিকে উপায়? উপায় ইন্দিৰা গান্ধীৰ মুখলৈ অপলক দৃষ্টিৰে চাই থকা। তেৰেঁই দিব সকলো সমাধান। স্বাভাৱিকতে প্ৰথমতে মানৱীয় ধৰ্ম্ম বুলি গণতান্ত্ৰিক স্বাধীনতা বিচৰা বাংলাদেশৰ দুৰ্ভগীয়া ভগনীয়া আবাল-বৃদ্ধ-বনিতাক দেখুওৱা সহানুভূতি এতিয়া হৈ উঠিছে ভাৰত — বিশেষকৈ অসম, মেঘালয় আৰু ত্ৰিপুৰাৰ বাবে এক বিৰাট প্ৰশ্ন। এই প্ৰশ্নত বাংলাদেশত নিৰাপত্তাৰ পৰিবেশ সৃষ্টিৰ কথা সোমাই আছে — যাতে ভগনীয়াসকল নিজ নিজ ঘৰলৈ উভতি যাব পাৰে।

কিন্তু ভাৰত চৰকাৰে বিশ্বৰ সহায় লৈ সেইটো কৰাৰ পথত আনো প্ৰত্যাশিতভাৱে আগ বাঢ়িব পাৰিছে? ওপৰত আলচ কৰা কথাবোৰৰপৰা প্ৰমাণিত নহয়নে যে পৰা নাই? সমাধান বহু দূৰত। সেয়েই, পাকিস্তানৰ সামৰিক শাসকৰ জয়! যদি সেয়ে হয়, অসম চৰকাৰৰ ২৪ জুনৰ 'ৰাজপত্ৰ' বা গেজেটত, ট্ৰেঞ্জিট কেম্পৰ কাম কৰিবলৈ

ৰিলিফ এণ্ড ৰিহেবিলিটেইশ্বন অফিচাৰৰ চাকৰিৰ বাবে প্ৰাৰ্থী বিচৰা ঘোষণাত, এই চাকৰিবোৰ 'অস্থায়ী' বোলাত কিছু সত্য এয়াই যে অসমৰ ৰাইজে বাংলাদেশৰ ভগনীয়াৰ প্ৰতি সবাতোকৈ উদাৰতা দেখুৱাই আহিছে ১৯৪৭ চনৰপৰা আৰু ১৯৭১ চনতো। বঙ্গবন্ধু মজিবুৰ চাহাবৰ আৰু তেওঁৰ অনুগামীসকলৰ প্ৰতি সম্পূৰ্ণ শ্ৰদ্ধা ৰাখি আৰু দুৰ্ভগীয়া ভগনীয়াসকলৰ প্ৰতি মানৱীয় সহানুভূতি ৰাখিও, ভাৰত চৰকাৰৰ মতি-গতি দেখিহে ক'ব খুজিছোঁ, অসম চৰকাৰৰ 'অপাৰেশ্বন : '৭১' চেৰাই '৭২ চেৰাই বহুদিন — বহুদিন।

*(আমাৰ প্ৰতিনিধি : ১১শ বছৰ : ১২ শ সংখ্যা আগষ্ট ১৯৭১)*



# আঞ্চলিকতাবাদ মানেই সঙ্কীৰ্ণতা নহয়

ঘৰৰ সকলো গভীৰ নিদ্ৰামগ্ন। মহানগৰী স্তব্ধ। লাগ্-বান্ধ নথকা চিন্তাই অলপ আমনি কৰিছে। শীতৰ সেমেকা ৰাতি। আজি ৮ ফেব্ৰুৱাৰীৰ (১৯৭১ চন) নিশা তিনি বাজো বাজো। নানা সভা পাতি গুৱাহাটীৰ নিজৰাপাৰৰ ঘৰ সোমাইছোঁহি অকলে অকলে। 'অগ্ৰদূত'ক কথা দিছোঁ কিবা অলপ লিখিমেই। সময়ৰ অগ্ৰগতিৰ পক্ষীৰাজত (নে জীপত!) উঠি যাওঁ মই কোন দিগন্তলৈ? নিৰ্বাচনী বা 'ভোট'ৰ দিগন্ত। অগতানুগতিক এই জীৱন!! ভাগৰ কিছু লাগে। নিদ্ৰাবিহীন নিশা লিখি ভাল লাগে। ভাল লাগে 'অগ্ৰদূত'ৰ প্ৰথম সংখ্যা পঢ়ি। ভাল লাগে সম্পাদক শ্ৰীডেকাৰ প্ৰগতিবাদী দৃষ্টিভঙ্গী। ভাল লাগে মোৰ শৈশৱ-যৌৱনৰ নিচেই চিনাকি মঙ্গলদৈৰ পৰা এনে সুন্দৰ এখন বাৰ্ত্তালোচনীৰ আবিৰ্ভাব দেখি। 'অগ্ৰদূত' — তুমি লৈ যোৱা বাৰ্ত্তা দেশ-বিদেশৰ, মিছিছিপিৰ পাৰৰ, ভল্গা, নীল, টেম্‌ছৰ পাৰৰ, গঙ্গা, লুইতৰ পাৰৰ আৰু অৱশ্যে বেগাৰ পাৰৰ! নিজৰ অঞ্চলক ভাল পোৱাটো, নিজৰ অঞ্চলৰ ৰাইজৰ আশা-নিৰাশাত আলোক নিক্ষেপ কৰিলে যদি কোনোবাই 'সঙ্কীৰ্ণ' বোলে, বোলকনা! ৰবীন্দ্ৰনাথে বঙ্গক বৰ ভাল পাব জানিছিল বাবেই হৈছিল বিশ্বকবি। অম্বিকাগিৰীয়ে কবিতাৰে বিশ্বভুৱন ঘূৰি দেশৰ মাটিক কেঁচুৱাৰ দৰে আঁকোৱালি অভিমান কৰিছিল। বাৰ্নাৰ্ড শ্ব'ই আয়াৰলেণ্ডক ভাল পায়ো বিশ্বক আপোন বুলিছিল। মাও চে তুঙে হোৱাংহোৰ পাৰত কবিতা লিখি, কিউবাৰ কুঁহিয়াৰ খেতিৰ সেউজ বং ফিডেল কেষ্ট্ৰোৰ অতিকৈ মিঠা লাগিছিল বাবেই স্বৰ্গতো অধিক কিউবা বুলি চিন্তা প্ৰকাশি ডেকা কবি ইভটুশ্বেঙ্কোই মস্কোৰ মিঠা দেওবাৰ এটাৰ মাদকতা প্ৰকাশি একো বেয়া কাম কৰা নাই নিশ্চয়। নিজৰ দেশ, নিজৰ ৰাজ্য, নিজৰ নগৰ, নিজৰ গাঁওখন কিছু বিশেষ ধৰণে ভাল পালে — (সেই চিন্তা নেতিবাচক যদি নহয়) সি দোষণীয় বুলি বৰ্ণনা কৰা যুক্তিতে যে দোষ থাকি যায়। 'আঞ্চলিকতাবাদ' বেয়া কথা। তাক আমি Chauvin- ism বুলি কওঁ। এই ভাব positive নহয়। কিন্তু, এখন দেশৰ এটি বিশেষ অঞ্চল — যিখিনিত তুলনামূলকভাৱে আনন্দৰ সূৰ্য্যৰ কিৰণো নপৰে, যিখিনিয়ে ওপৰৰপৰা পায় মাথোঁ অৱহেলা, যিখিনিৰ ধূলি-বালি-

মাটি জাতিৰ সকলো দিশ মোৰ তেজৰ কণিকাত বেগৱান্, সেই অঞ্চলত আলোক নিক্ষেপ কৰি তাৰ উন্নতিত কিঞ্চিতো সহায় কৰিব খোজা প্ৰচেষ্টা পাপ নহয়। ই এক ইতিবাচক পন্থাহে। ই প্ৰগতিৰ পন্থা। সেই পন্থা অধিক উন্নত হয় — যদি ই হয় সঁচা গণতান্ত্ৰিক, যদি ই হয় সঁচা সমাজতান্ত্ৰিক, যদি হয় ধৰ্ম্মনিৰপেক্ষতাপূৰ্ণ আৰু ই যদি হয় সেই বিশেষ অঞ্চলৰ ৰাজনৈতিক ব্যক্তিত্ব, অৰ্থনৈতিক সত্তা, সাংস্কৃতিক স্বকীয় সুগন্ধক সন্মান কৰা বিধৰ চিন্তা। মোৰ আইক ভাল পাওঁ বুলিলে আনৰ আইক জানো ঘিণ কৰাটো জানো বুজাব? ভাবাবেগ বহু দূৰলৈ ঢাপলি মেলিলে যে৷ বেগা নদীৰ কথা ক'বলৈ গৈ এইবোৰ কি বলকিছোঁ?

বেগা নদী সৰু নদী! মনত পৰিছে বহু কথা। সময়ৰ বেগ তীব্ৰ গতিৰে চলিছে। আমাৰ জীৱনো চাওঁতে চাওঁতে তাহানিৰ বেগা নৈৰ সৰু ঘাটৰপৰা বেছ কিছু দূৰ মাজ পানীলৈ গুচি আহিছে। সিদিনা পক্ষাঘাত ৰোগত পঙ্গু মোৰ মাই হঠাৎ সুধিছে ঃ "ডাঙৰ মইনা, তই বোলে মঙ্গলদৈ লৈ ওলাইছ?" মই ক'লোঁ, "হয় মা, ৰাইজৰ বহুতো নতুন পুৰুষে আৰু কিছু চিন্তাশীল ব্যক্তিয়ে এটা কামলৈ পঠাইছে। মই যাম বুলি কৈছোঁ। এমাহ গভীৰভাৱে ভাবি-চিন্তিহে।" মাই তেতিয়া ক'লে, "মঙ্গলদৈত 'পোনাকা'ক লগ ধৰিবি। সি তোক বৰ মৰম কৰিছিল।" মই বৰ আচৰিত হ'লোঁ। মৃত্যুৰ সৈতে শেষ যুদ্ধ দি কোনোমতে টিকি থকা মোৰ মাৰ স্মৃতিশক্তি মাজে মাজে হেৰাই যায়। ডাক্তৰে সহায় কৰিব নোৱাৰে। তথাপি দেখোঁ, মাই পাহৰিব পৰা নাই সেই মঙ্গলদৈখনিক। মোৰো মনত পৰিছে 'পোনাকা'ক। মোৰ স্বৰ্গীয় দেউতা নীলকান্ত হাজৰিকা মাটিৰ হাকিমৰ গ্ৰীন ৰঙৰ ৰেলি চাইকেলখন ঘৰৰপৰা অফিচলৈ লৈ যোৱা পিয়ন 'পোনাকা'ই আমাকো ধমকি দিছিল। যেতিয়া মই আৰু মোৰ ভাই অমৰে দুটা সৰু বৰশী লৈ বেগা নৈত পুঠিমাছ ধৰাৰ বৃথা চেষ্টা কৰোঁ। বেগা নৈৰ ওপৰত থকা সেই পুৰণি কাঠৰ দলংখন আৰু সেই দলঙৰ ওচৰত আজিও একেদৰে থিয় হৈ থকা সেই কুঁজা ঘৰটো। মনত পৰে সেই ঘৰতে এটি সদ্যোজাত কেঁচুৱাই কান্দি উঠা, — মোৰ মাৰ কোলা শুৱনি কৰি। সেই শিশু হ'ল মোৰ সৰু ভাই জয়ন্ত। মনত পৰে, বঙলাগড়ৰ হাটলৈ যোৱা। মনত পৰে, মঙ্গলদৈৰ হাটত কমলাটেঙা কিনি নাখাই, টেঙাবাৰীৰ গছত ওলমি থকা পকা কমলা নিজ হাতে ছিঙি খাই তৃপ্তি পোৱাৰ কথা। মনত পৰে, কুমুদ বৰাদেৱৰ ছোৱালী এগৰাকীক বিয়া কৰাবলৈ অহা এজন ওখ-ডাঙৰ ডেকা মানুহৰ কথা। আমাৰ দেউতাই এসময়ত শিক্ষকতা কৰোঁতে ছাত্ৰ হিচাপে মৰম কৰা সেই ছাত্ৰজন হ'ল — বিমলাপ্ৰসাদ চলিহা। আমাৰ ঘৰখন যেন দৰাঘৰহে। বেগামুখত ভাওনা হয়। স্বৰ্গীয় দুৰ্লভ দাৰোগাই গীত ৰচে। আমি চাওঁ। বহু আগৰ কথা, তেতিয়া মই হাইস্কুলত পঢ়াই নাই। তেতিয়াও বেগা নৈৰ পাৰত জগবন্ধু বাবুৰ ঘৰৰ কাষত তিনিখন দুৱাৰ

থকা আৰু দীঘলীয়া বাৰাণ্ডা থকা এটা ভাড়াঘৰত আমি থাকোঁ। মোৰ মা গাভৰু। দেউতাই বৰ ইংৰাজী কয়। ওচৰত এডাল ডেৱা গছ। পকা ডেৱা খাওঁ। কেঁচা ডেৱাৰে চিলট মচোঁ। মনত পৰে, ওচৰৰ বালিচৰেদি অহা বুঢ়া মুছলমান খেতিয়কসকলৰ কোনোৱে ডাঙৰ ফুলকবি এটা কম দামতে দি যোৱা কথা। মনত পৰে, সুৰেন দাদাইঁতে লৈ গৈ মোক ক'ৰবাত ক'ৰবাত গীত গাবলৈ ক'লে — মই ভাটৌৰ দৰে গীত গোৱাৰ কথা। মনত পৰে, দাসগুপ্তা, বেনাৰ্জী, ঘোষ আদি পুৰণি পৰিয়ালসমূহৰ শ্ৰদ্ধেয় লোকসকলৰ সৈতে দেউতাৰ বন্ধুত্বৰ কথা। আৰু মনত পৰে, আৰেং গাঁৱৰপৰা কিবা খোৱা বস্তু লৈ আহি আমাৰ মুখত হাঁহি বিৰিঙোৱা 'সৰু কাকা' (যতীনৰ দেউতাক)ৰ কথা। মনত পৰে, শুক্লা পণ্ডিতদেৱ (আয়কৰ বিষয়া ভাগ্য দাসৰ দেউতাক)ৰ কথা। মনত পৰে. টংলা, খাৰুপেটিয়া আদিৰ নানাৰহণীয়া লোকসকলৰ কথা। ছিপাঝাৰৰ হিন্দু-মুছলমান ৰাইজে পতা সংহতিৰ কথা। মনত পৰে বুঢ়াগোসাঁইৰ থানত পৰীক্ষাৰ ভয়ৰপৰা উদ্ভৱ হোৱা ভক্তিৰে মূৰ দোঁৱাই অহাৰ কথা। তাত হেনো ডাঙৰ গছ এজোপাৰ তলত নিশা বুঢ়াডাঙৰীয়া আহিছিল! এছ. ডি. অ'ৰ ঘৰৰ কম্পাউণ্ডত আমি সোমোৱাৰ কথা তেতিয়া ভাবিবই নোৱাৰোঁ। শৈশৱ, কৈশোৰ আৰু যৌৱনৰ আৰম্ভণি কালৰ মোৰ জীৱনটোত মঙ্গলদৈৰ মঙ্গলময়ী মাটিৰ মিঠা পৰশবোৰৰ কথা মই পাহৰিব পাৰোঁ কেনেকৈ? হাটৰপৰা কুকুৰা কণী কিনি লৈ ডাকবঙলাৰ বৃদ্ধ মৰমিয়াল মুছলমান বাবুৰ্চীৰ তালৈ পিচফালেদি গৈ কওঁ ঃ "কাকা, এই কণীটোৰে চাহাবে খোৱা পুডিং এটা কৰি দিবানে?" 'মাষ্টাৰৰ ছলি' ভূপেনক গান এটা গোৱাইছে বৃদ্ধই কণীটো চেনিৰে যেটি মিঠা পুডিং কৰি দিয়ে। সেই মিঠা পুডিঙতকৈও মিঠা দিনবোৰ চৰাই হৈ উৰি গ'লেও, মোৰ মন-সত্তাৰ চৌপাশে কেতিয়াবা ঘূৰি ঘূৰি আমনি কৰে। আজি শ্ৰদ্ধেয় পঢুৱৈ- সকলৰ বাবে কাপ হাতত লৈছোঁ— কাপটো মন-স্ৰোতৰ সৈতে আপোনা-আপুনি চলি গৈছে বগা কাকতকেইখিলাত। আৰু যে কত কথা মনত পৰিছে। সময়ো নাই। নিৰ্ব্বাচন সন্দৰ্ভত এই অঞ্চলৰ চুকে-কোণে সোমাই নতুন পৰ্য্যবেক্ষক ৰূপে যাযাবৰী জীৱন কটাই এইকেইদিন ভাবিছোঁ বহু কথা।

শীতৰ সেমেকা ৰাতি। বস্ত্ৰবিহীন কোনো খেতিয়কৰ ভাগি পৰা পঁজাটিৰ তুঁহজুই একুৰাৰ উমি উমি জ্বলি থকা কিঞ্চিৎ ৰক্তিম উত্তাপ যদি হ'ব পাৰিলোঁহেঁতেন। খাদ্যবিহীন কোনো দিনমজুৰৰ প্ৰাণতে লুকাই থকা ক্ষুধা-অগনিৰ প্ৰচণ্ড প্ৰতাপ যদি হ'ব পাৰিলোঁহেঁতেন! সংখ্যালঘু কোনো সম্প্ৰদায়ৰ ভয়াৰ্ত্ত মনটিৰ নুফুটা আৰ্ত্তনাদ নিজেই প্ৰকাশ কৰি যদি মিঠা নিৰাপত্তা হ'ব পাৰিলোঁহেঁতেন। কণ্ঠৰুদ্ধ কোনো সু-গায়কৰ প্ৰভাত আনিব পৰা, অথচ নোগোৱা এটি অমৰ গীতৰ বাবে যদি সুধাকণ্ঠ হ'ব পাৰিলোঁহেঁতেন! অৱহেলিত এই মোৰ ভাৰতৰ অঙ্গ অসম। ইয়াতাৰু সজিৱ

দিনৰপৰা বৃহৎ পুঁজিপতিৰ গো-চৰণীয়া পথাৰ এই অসম। স্বাধীনতাৰ পাচৰপৰা ভাৰতীয় বৃহৎ পুঁজিপতিৰ মুক্তাঙ্গন এই মোৰ অসম। নানা ধৰ্ম্ম, নানা ভাষা, নানা গোষ্ঠীৰ অসমবাসী শ্ৰমজীৱী আৰু বুদ্ধিজীৱীৰ ৰস-জীপ লৈ (এটি বিশ্বপ্ৰেমৰ দৰ্শন ৰাখিও) অসমাঞ্চলৰ স্বকীয় উন্নতিৰ কথা ভাবিব পাৰি বুলি দেখোন নিশ্চয়কৈ যুক্তি মনলৈ আহে। অসমে প্ৰাপ্যখিনি খুজিলেই দিল্লীশ্বৰসৱে সঙ্কীৰ্ণ বুলি দোষাৰোপ কৰা বন্ধ হ'ব কেতিয়া? অসমৰ অঙ্গ মঙ্গলদৈবাসীৰ নোপোৱাৰ বেদনা প্ৰকাশ কৰিলে চাগৈ 'সৰ্ব্বভাৰতীয়ত্ব'ৰ মহান বিচাৰকে আমাক ফাঁচি-মঞ্চত তুলিব খুজিব'! সেয়ে হাঁহি উঠে। সেয়েহে মনত পৰে, এজন ইংৰাজ লেখকৰ এষাৰ সুন্দৰ কথা 'You cannot love the universe as such. But you can love the universe if you love a patch of it'- (সমগ্ৰ বিশ্বকে তুমি ভাল পাব হয়তো নোৱাৰাঁ, অথচ সমগ্ৰ বিশ্বকে তুমি ভাল পোৱা হয়, যদি বিশ্বৰ এডোখৰ ঠাই তুমি সঁচাকৈয়ে ভাল পোৱাঁ)। এয়া দৃষ্টিভঙ্গীৰ কথা। অগতানুগতিকভাৱে যদি মনৰ লাগ-বান্ধ নোহোৱা কথা ক'লোঁ, মোৰ দোষ নাই। দোষ দিব পাৰে — যদিহে মই হাতযোৰ কৰি নাৰীসুলভতাৰে কান্দি কান্দি এটি পুৰণি গীত গাওঁ এইদৰে ঃ 'হে মাই ইন্দিৰা এ, মাই হেৰে ইন্দিৰা, অসমক লাগিয়া অলপ তোৰ মৰমো নাই।' তেনেকৈ গীত নাগাম আৰু। দিন উকলি গ'ল। অসমৰ তেৰ লাখ নিবনুৱাই এতিয়া 'গান'ৰ পৰিবৰ্ত্তে 'Gun' নল'লেহে ৰক্ষা। ভাৰতৰ নোপোৱাৰ বেদনা থকা অঞ্চল- বোৰৰ প্ৰকাশে যদি কাৰোবাৰ কৰ্ণ নোছোৱে, তেন্তে সেই প্ৰকাশে কেৰেপ নকৰে। সেই কৰ্ণত কেৰোণ লাগিছে। চিকিৎসা? অসমবাসী শ্ৰমজীৱী ৰাইজৰ সাহস আৰু তাৰ নিৰ্ভীক প্ৰকাশহে। 'অগ্ৰদূতে' সেই সাহস যোগাব বুলি আমাৰ দৃঢ় বিশ্বাস হৈছে।

*( অগ্ৰদূত ঃ ৮ ছেপ্তেম্বৰ, ১৯৭১ চন )*



## সৎ কামৰ কাৰণে শিল্পীৰ বৰঙণি

### পেইণ্টিং চুৰ কৰিলে।

নিউয়ৰ্কৰ মেডিছন স্কোৱাৰ গার্ডেনত যোৱা মাহত বিট্‌লছৰ দুজন শিল্পী জৰ্জ হেৰিছন আৰু ৰিঙ্গো ষ্টাৰে গান গালে। জৰ্জে নিজে ৰচনা কৰা গানটো আছিল বাংলাদেশৰ বিষয়ে। তাৰ পাচত, বিখ্যাত গায়ক বব ডায়লানে গালে কেইটামান প্ৰ'টেষ্ট গান। জিৰণিৰ পাচত, ৰবিশঙ্কৰে বজালে চেতাৰ। এই লেখকে ছাত্ৰাবস্থাত মেডিছন স্কোৱাৰ গার্ডেনত বৰ ডাঙৰ ডাঙৰ বক্সিং মেচ দেখাৰ (জো লুই, চুগাৰ ৰে, ৰবিনছন আদি থকা), আৰু ফ্রেঞ্চ চিট্ৰাৰ গীত আদি শুনাৰ সুযোগ পাইছিল। সেইবোৰ অনুষ্ঠানত জনতাৰ দপদোপ হেন্দোলদোপ দেখি ভবধ মানিছিল। কিন্তু বাতৰিৰ মতে -- ৰবিশঙ্কৰ, জৰ্জ, ৰিঙ্গো আৰু ডায়লানৰ এই অনুষ্ঠানত সিদিনা ইমান বেছি মানুহৰ সমাগম হৈছিল যে মেডিছন স্কোৱাৰ গার্ডেনৰ ইতিহাসত হেনো এনে ঘটনা বিৰল। টকা উঠিল কিমান জানেনে? ২,৫০,০০০ ডলাৰ! দর্শক আৰু শ্রোতাসকলো হেনো তাৰকা-পাগল বিধৰ নাছিল। টাইম্ মেগাজিনে লিখিছিল যে মানুহে এই অনুষ্ঠান চাবলৈ আহিছিল সস্তীয়া উত্তেজনাৰে নহয়-- এটি পবিত্র কাৰণক শ্ৰদ্ধা কৰিবৰ বাবেহে। জৰ্জ হেৰিছনে ক'লে ঃ "মই বাংলাদেশৰ ৰাজনৈতিক ফালটোৰ বিষয়ে একো নকওঁ। কিন্তু মানৱতাক সম্মান কৰোঁ।" আমেৰিকাৰ এই সমাজ-সচেতন শিল্পীসকলে ৰবিশঙ্কৰৰ যেতিয়া নাম ঘোষণা কৰি ষ্টেজলৈ লৈ আহে, তেতিয়া হেজাৰ হেজাৰ দর্শকে থিয় হৈ হাতচাপৰি বজালে।

প্ৰেছিডেণ্ট নিক্সনৰ ভাৰতৰ প্ৰতি মনোভাব আৰু আমেৰিকাৰ ৰাইজৰ মনোভাবৰ দেখিছোঁ বৰ পার্থক্য! এয়া গ'ল নিউয়ৰ্কৰ কথা।

এইবাৰ কওঁ বেলজিয়ামৰ কথা। ব্ৰাছেলছ মিউজিয়ামৰপৰা সিদিনা এখন বৰ মূল্যবান পেইণ্টিং কোনোবাই চুৰ কৰিলে। ছবিখনৰ শিল্পী আছিল ভেৰ্মীৰ। ইউৰোপত হুলস্থূল লাগিল—এই বিখ্যাত পেইণ্টিং চুৰ কৰিলে কোনে? ধৰা নপৰাকৈ চোৰেতো পেইণ্টিংখন কোনো মিউজিয়ামত বেচিবও নোৱাৰিব! কি হ'ব এতিয়া? ইয়াৰ উত্তৰ আংশিকভাৱে পোৱা গৈছে। বেলজিয়ামৰ 'LESOR' নামৰ বাতৰি-কাকত এখনে এটি বাতৰি ছপাইছে।

সেই বাতৰিৰ মতে, ভেৰ্মীৰৰ এই বিখ্যাত ছবিখন যিসকলে চুৰ কৰিছে, তেওঁলোক হ'ল— বাংলাদেশৰ ৰাজনৈতিক চেতাৰ আৰু প্ৰকাশৰ প্ৰেমিক। তেওঁলোকে এই ছবিখন ওভতাই দিব, যদিহে তেওঁলোকক ২০০,০০০ ফ্ৰাঙ্ক ধন দিয়া হয়। সেই টকাখিনি তেওঁলোকে বাংলাদেশৰপৰা অহা ভগনীয়াৰ মঙ্গলৰ কাৰণে পঠাব। সৎ কামত সহায় কৰিবলৈ এয়া এক অভিনব পদ্ধতি!



# অসমৰ সাংসদসকললৈ এটি চেলেঞ্জ

## এটি অভিনৱ নিয়ম আকাশবাণীৰ

আকাশবাণীৰ ১৭ জানুৱাৰীৰ (১৯৭২ চন) বাবে তিনিটা নতুন গীত 'গোদাৱৰী নৈৰে পাৰৰেপৰা', 'চেনাই মোৰ অ', 'অসম আমাৰ ৰূপহী আই' আৰু এটি আগতে নোগোৱা জ্যোতি সঙ্গীত 'সেউজীয়া সেউজীয়া' ৰেকৰ্ড কৰিলোঁ। ষ্টেশন ডাইৰেক্টৰে ক'লে— "ভূপেন, দিল্লীৰপৰা এখন চাৰ্কুলাৰ আহিছে। ইয়াৰ মতে মাৰ্চ মাহৰ বিধানসভাৰ নিৰ্ব্বাচনলৈকে কোনো দলৰে কোনো M.L A বা M.P.- ৰ কণ্ঠ প্ৰচাৰ নিষিদ্ধ কৰা হৈছে!" — হয়তো শ্ৰোতা ৰাইজে মোৰ এই গীতসমূহ ১৭ জানুৱাৰীত অৰ্থাৎ আজি নুশুনিব, যদি এই নিয়মে এজন ব্যক্তিৰ দুটা সত্তাৰ পাৰ্থক্য নুবুজে। ৰাজনৈতিক বক্তৃতা আৰু সাৰ্ব্বজনীন কথা থকা গীত দুটা বেলেগ বস্তু। আগৰটো বুজিলোঁ বাৰু। কোনোবা M.P. বা M.L.A যদি কবি হয়, সাহিত্যিক হয়, গায়ক হয়, তেন্তে তিনি মাহ তেওঁক লক্ষ লক্ষ শ্ৰোতাৰপৰা কাঢ়ি অনা নহ'ব জানো? এই নিয়মৰ যুক্তিক প্ৰকাশৰ স্বাধীনতাত বিশ্বাসী সকলো লোকে সন্দেহ কৰাৰ থল আছে। মোৰ কণ্ঠটো তিনিমাহ শ্ৰোতাই নুশুনিলেও মই শিল্পী হিচাপে নিশ্চয় বাচি থাকিম। সেইটো ডাঙৰ কথা নহয়। কিন্তু যিকোনো সৃজনী ক্ষমতা থকা ব্যক্তিক এনেদৰে শ্ৰোতাৰপৰা আঁতৰাই ৰখাটো যুক্তিসঙ্গত হোৱা নাই বুলি অসমৰ পৰা বাছি দিয়া (নিজে গায়ক নহ'লেও) M.P.-সকলে দিল্লীত মাত মাতিব নোৱাৰেনে? শ্ৰীমতী নন্দিনী সৎপথীক (প্ৰচাৰমন্ত্ৰী) প্ৰশ্ন কৰিবলৈ আমাৰ M.P.-সকলে ভয় কৰিবনে? দেখা যাওক, কি কৰে এওঁলোকে। অসমৰ দৈনিক সংবাদপত্ৰসমূহৰ সম্পাদকসকলৰো এটি কৰ্ত্তব্য আছে যেন লাগে। নেফাত ২০ জানুৱাৰীৰ দিনা প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীক লগ পালে নিজেই প্ৰশ্ন কৰিম এই বিষয়ে।

*(আমাৰ প্ৰতিনিধি : ১২ শ বছৰ : ৬ ষ্ঠ সংখ্যা : ফেব্ৰুৱাৰী ১৯৭২ )*



# যৌৱন আৰু ক্ৰোধ

এথেনিয়ান 'ঈশ্বৰবৃন্দক' নমনাৰ অপৰাধত খ্ৰীঃপূঃ চতুৰ্থ শতাব্দীৰ গ্ৰীক দাৰ্শনিক ছক্ৰেটিছক অপৰাধী কৰাৰ কথা সৰ্ব্বজনবিদিত। তেওঁ বিচাৰিছিল, তেওঁৰ নিজৰ নৈতিক সাহসেৰে লাভ কৰা সুযুক্তিক মানিবলৈহে। যুৱ সমাজক 'ক'ৰাপ্ট' বা বেয়া কৰাৰ অপৰাধত তেওঁক হলাহলৰ পাত্ৰ দিছিলে তেতিয়াৰ এষ্টাব্লিশ্বমেণ্টে। সত্যৰ উজ্জ্বল স্বাক্ষৰ নিৰ্ভীকভাৱে লিখিলে তেওঁৰ নিজৰ মৃত্যুৰে। ছক্ৰেটিছ যুৱক নাছিল যদিও তেওঁৰ মৃত্যুৰ পাচতো গ্ৰীচৰ যুৱ সমাজে তেওঁক সত্য প্ৰকাশৰ মহান প্ৰতীক বুলি অভিহিত কৰিছিল আৰু আজিও কৰিছে।

দুহেজাৰ বছৰ পাচত ফৰাচী বিপ্লৱৰ অনুভূতিয়ে ইউৰোপৰ যুৱ সমাজৰ মন জয় কৰাৰ কথাও জনা কথা। ফ্ৰেডেৰিক্ শ্বিলাৰৰ নাটক 'ডন কাৰলছ্'ত যেতিয়া মাৰকুই অব্ প'ছাই ৰজাৰ পিনে চাই চাই চিঞৰি উঠিছিল— 'Sir, Grant freedom of thought', তেতিয়াই তাহানিৰ জাৰ্মেনিত মুক্তিৰ স্পৃহা প্ৰতিবিম্বিত হৈছিল। আনকি, শিল্প বিপ্লৱৰ পূৰ্ব্বতে দাৰ্শনিক হেগেলে এক প্ৰকাৰৰ ডায়েলেক্‌টিকৰ সন্ধান কৰি এই শতাব্দীৰ বিপ্লৱী চিন্তাধাৰাৰ ভেটি নিৰ্ম্মাণ কৰাত নজনাকৈয়ে সহায় কৰি গ'ল।

চিন্তাৰ পাৰ্থক্য, বা চিন্তাৰ সংঘৰ্ষ, মানৱৰ আদিম দিনৰেপৰা লিখা হৈছে। পিতৃৰ আৰু পুত্ৰৰ মাজৰ, বয়স্ক আৰু যুৱকৰ মাজৰ বিভেদ আৰু সংঘাত, মধ্যযুগৰপৰা আজিৰ যুগৰ বুৰঞ্জীবিদে সকীয়াই গৈছে। যুৱ সমাজে সদায়-জীৱন সমুদ্ৰত নামি নতুন নতুন পাৰঘাট বিচাৰিছে নতুন নতুন আদৰ্শেৰে।

আজিৰ ভাৰততো যৌৱনে একপ্ৰকাৰৰ বিদ্ৰোহ কৰিছে। কোনোৱে তীব্ৰভাৱে, কোনোৱে নম্ৰভাৱে, কোনোৱে উগ্ৰভাৱে, কোনোৱে হিংসাৰে, কোনোৱে অহিংসাৰে। — 'নতুন পুৰুষৰ নতুন নায়ক'সকলে পুৰণি চিন্তাধাৰাক, পুৰণি দুৰ্নীতিক, পুৰণি অকৰ্ম্মণ্যতাক, পুৰণি স্বাৰ্থপৰতাক পৰাস্ত কৰি ৰাইজৰ মাজত হাঁহি বিলাব, সম্পত্তি বিলাব, ন্যূনতম সামগ্ৰী দিব— ইমান দিনে একোকে নোপোৱাজনকো।

আমাৰ অসমতো হেনো একে ঘটনাই ঘটিছে। দুকুৰি বছৰৰ তলৰ বয়সৰ

প্ৰতিনিধিসকল মন্ত্ৰী হৈছে, বিধানসভাৰ সদস্য হৈছে, পাব্লিক একাউণ্টছ, এষ্টিমেট কমিটী আদিৰ সদস্য হৈছে।

ইফালে অসমৰ হেজাৰ হেজাৰ নিবনুৱা ডেকাই তেওঁলোকৰ মুখলৈকে চাই আছে আগ্ৰহেৰে — এইবাৰ বোধ হয় কিবা এটা হ'ব। সমাজ পৰিবৰ্ত্তন হ'ব।

কাৰ্য্যকৰী কৰাৰ ক্ষেত্ৰত যদি পুৰণি 'মুখেন মাৰিতং জগৎ' নীতিৰেই আশ্ৰয় লোৱা হয় (ব্যুৰ'ক্ৰেচীয়ে তাত সহায় কৰিব), তেন্তে এইবাৰ বাইজে যুৱ কংগ্ৰেছৰ 'যুৱ' নেতাসকলক দিয়া Blank cheque খন কাঢ়ি আনিবলৈ বেছি পৰ নলʼব।

মনত ৰখা উচিত, সুন্দৰ ভৱিষ্যৎ লুকাই থকা দিগন্তৰ পিনে হাত মেলি বহু নোপোৱাৰ জ্বালা থকা যুৱ সমাজে যুগে যুগে পুৰণি চিন্তাধাৰাৰ পুৰণি দেৱাল সাহসৰ গছকেৰে ভাঙি লণ্ড-ভণ্ড কৰি দিছে। এইবাৰ শাসনৰ গাদী পোৱা যুৱনেতাসকলে যদি কামৰ দ্বাৰা প্ৰমাণ কৰিব পাৰে যে তেওঁলোকে 'কাম' কৰিবলৈকে শাসনভাৰ গ্ৰহণ কৰিছে, তেন্তে ই আনন্দৰ প্ৰভাত আনিব। যদিহে নিৰ্লজ্জ তৈলমৰ্দ্দনকাৰী মাথোঁ হে গাদী ৰখাত ব্যস্ত হয়, তেন্তে বাইজে ক'ব— 'Sir, Thus far and no farther.' এয়েই শেষ। আৰু নিদিওঁ। তেতিয়া প্ৰমাণিত হ'ব যে এই যুৱনেতাসকল নতুন বটলত ভৰোৱা পুৰণি সুৰা মাত্ৰ। তেতিয়া দেশৰ যৌৱনে সেই বটল থেকেচা মাৰি ভাঙি পেলাবলৈ বেছি সময় নলʼব। তেতিয়া সেই সুৰা মিলি যাব ধূলিত। পৰি ৰ'ব মাথোঁ নতুন বটলৰ ভগা অংশবোৰ অৰ্থহীন শামুকৰ খোলাৰ দৰে।

*( আমাৰ প্ৰতিনিধি : ১২ শ বছৰ : ৯ম সংখ্যা : মে' ১৯৭২ )*



# ৰাজধানী প্ৰসঙ্গ

এসময়ত দুজন ভাই-ককায়ে একেটা ঘৰতে বসবাস কৰিছিল। দুয়োৰে মাজত মাথোঁ এহাল বলধ আছিল। সৰু ভায়েকে বিয়া-বাৰু কৰি যেতিয়া বেলেগ হ'ব খুজিলে, সিহঁতৰ সম্পত্তি দুয়োৰে মাজত ভাগ হ'ল। বলধহাল ভগোৱাত প্ৰত্যেকৰে এটা এটা বলধ ভাগত পৰিল। কিছু দিন যোৱাত, ডাঙৰ ককায়েকে আৰু এটা বলধ কিনি (এহাল কৰি) হালত লগাই দিলে। সৰু ভায়েকে কিন্তু তাৰ ভাগত পৰা বলধটোকে খুৱাই-বুৱাইহে ৰাখিলে। এটা বলধ হালততো লগাব নোৱাৰে। আৰু এটা বলধ কিনি আনি (ডাঙৰ ককায়েকে কৰাৰ দৰে) এহাল কৰি হালতনো কেলেই নলগায় বুলি সৰু ভায়েকৰ ঘৈণীয়েকে সুধিলে। সি কিন্তু ঘৈণীয়েকক ক'লে, "ৰহ, তই কি বুজিবি? ককায়ে যি কৰে, তাকে মই কৰিম নে?" ঘৈণী মনে মনে থাকিল কিছু দিন পাচত তাই দেখিলে যে গিৰীয়েকে (সৰু ভাই) বজাৰৰপৰা ৰেতি এডাল আনি বলধটোৰ শিং দুটা (সেই ৰেতিৰে) ঘঁহি ঘঁহি জোঙা কৰিছে। তাই আকৌ সুধিলে গিৰীয়েকক— "এইখন কি কৰিছে?" সি তাইক উত্তৰ নিদি অকলশৰীয়া বলধটোক কৈছে— "হেই বলধ, তই হাল বাব নেলাগে। খাবি। শুবি। থাকিবি বুইছ? — মাথোঁ ডাঙৰ ককাইটোৱে যেতিয়া তাৰ ভাগত পৰা বলধটো আৰু নতুনকৈ কিনি অনা বলধটোৰে হাল বাব — তই মাথোঁ এটা কাম কৰিবি।" তই মাথোঁ ককাইৰ গৰুকেইটাক গৈ খুব খুচিবি। আৰু একো কৰিব নেলাগে।

নানা মিছা অজুহাত দৰ্শাই শ্বিলঙত অসমৰ ৰাজধানী চলিহা আৰু চৌধুৰীয়ে (বিৰোধী পক্ষই দঢ়াই দঢ়াই কোৱা সত্ত্বেও) ৰাখি থ'লে ইমান দিনে। এতিয়া অসম বিধানসভাৰ মন্ত্ৰী, সদস্যসকলক পদে পদে মেঘালয়ে অপমান কৰি আছে। সবিশেষ শুনিলে নিৰ্লজ্জ লোকেও লাজ পাব। সেয়ে এতিয়া নকওঁ। অৰ্দ্ধচন্দ্ৰ দিয়াৰ আগতে নতুন মন্ত্ৰীসভাই ভৈয়ামৰ ঠাই এখনত নতুন ৰাজধানী পতাৰ সময় এতিয়াই। অকল বৰ বৰ প্ৰতিশ্ৰুতিৰে আমুৱাই গৈছে। ইন্দিৰাজীক পইচাৰ বাবে ভিক্ষাপাত্ৰ মাগক সিংহ চৰকাৰে। যুব কংগ্ৰেছে যৌৱন দেখুৱাওক। নহ'লে — সেই শিংজোঙা বলধটোৰ দৰে খুচিব। তেতিয়া কেঁচা তেজ ওলাব।

*(আমাৰ প্ৰতিনিধি : ১২ শ বছৰ : ১০ ম সংখ্যা : জুন ১৯৭২)*



# অসমৰ বিশ্ববিদ্যালয়ত শিক্ষাৰ মাধ্যম

## এটি বিশ্লেষণ

অসম, অৰুণাচল, মেঘালয় আদিত ঘূৰি বহু দিনৰ মূৰত গুৱাহাটীলৈ উভতিছোঁ। অসমৰ গুৱাহাটী আৰু ডিব্ৰু বিশ্ববিদ্যালয়ত শিক্ষাৰ মাধ্যম প্ৰসঙ্গত ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকাত কিছু তপত নিশ্বাসৰ পৰশ পোৱা গৈছে। নানাজনৰ নানা মত প্ৰকাশিত হৈছে। 'আমাৰ প্ৰতিনিধি', এই বিষয়ত নিমাত হৈ থাকিব নোৱাৰে; জয়জয়তে অসমীয়া ভাষা, সংস্কৃতি আৰু ঐতিহ্যৰ কথা উনুকিয়াই থোৱা ভাল হ'ব; অসমীয়া ভাষাৰ যে শিপা শক্তিশালী, অসমীয়া সংস্কৃতিৰ যে স্বকীয় সৌন্দৰ্য্য আৰু গভীৰতা আছে — ই যে পাৰত গজা বিধৰ ভাষা নহয়, সেইখিনি কথাও দোহৰা ভাল হ'ব।

## বুৰঞ্জী

ড° সুনীতি কুমাৰ চেটাৰ্জ্জীয়ে দিয়া বাণীকান্ত কাকতি মেমোৰিয়েল লেকচাৰসমূহ কিতাপ আকাৰত প্ৰকাশিত হৈছে। তাত তেখেতে অসমৰ ভাষা, ইতিহাস, সভ্যতাৰ কথা কি লিখিছে— তাৰ উদ্ধৃতি নিদি, অলপতে সেই কিতাপৰ বিষয়ে যি পৰিচয় প্ৰকাশিত হৈছে 'বুক ৰিভিউজ' শিতানত, তাকে আমি পুনৰ প্ৰকাশ কৰিছোঁ। কিয়নো, সেইখন পঢ়িলেই ওলাই পৰিব ড° চেটাৰ্জ্জীয়ে অসমৰ বুৰঞ্জী আৰু সৌন্দৰ্য্যৰ প্ৰতি কৰা বৈজ্ঞানিক মতসমূহ। বহু দিনৰ আগতে আচাৰ্য্য প্ৰফুল্ল ৰয়ৰ দৰে বঙালী পণ্ডিতে আৰু সিদিনা ১৯৬০ চনৰ পাচত শ্ৰদ্ধেয় অন্নদাশঙ্কৰ ৰায়ে অসমীয়া ভাষাৰ ধনী ঐতিহ্যৰ কথা দোহাৰি আহিছে। ড° চেটাৰ্জ্জীৰ মতৰ বিষয়ে পৰ্য্যালোচনা পাঠকবৃন্দলৈ আগ বঢ়ালোঁ।

**THE PLACE OF ASSAM IN THE HISTORY AND CIVILIZATION IN INDIA by Dr. S. K. Chatterji, University of Gauhati. Assam : Price Rs. 7/-**

Dr. Chatterji's Kakati Memorial Lectures can be regarded as an excellent summary of the long story of the history and civilization in Assam. His assesment of the Bhaskarvarman period is specially noteworthy, so are his observations on Assamese painting, absence of great centres of Sanskrit studies in Assam and exclusive cultural bias of the Assamese middle class. His interpretation of Naranarayan as a cultural link between medieval Assam and Bengal and of Sankaradeva as a great builder and prophet of religious nationalism is significant His tributes to Dhekial Phookan and trio of Jonaki age are in essence an appreciation of the Assamese renaissance in the nineteenth century. He does not fail to recall Bezbaora (Bezbaruah) as one of the most comprehensive spirits in modern Indian Literature. He also assigns an abiding place to Sankaradeva in the hierachy of mediceval Indian religious leaders

Dr. Chatterji's book in many ways reinforces the armoury of middle class Assamese scholarship in defence of their struggle for recognition of Assam's cultural individuality. The Indologists inside as well as outside India are sure to be enlightened by it on many unknown aspects of Assamese history and culture. Dr Chatterji's assertion that, "Assam was the great reservoir of fourth element in the formation of the Indian people (Kiratas) and his view that she was the oldest route for our cultural connection with China should be guidelines for intensive historical and archaeological research

The Assam Government and public are being reminded of their duty of making available to the public of both Assam and outside world the rich literary, historical and artistic treasures collected by scholars, historians and enthusiasts for the old culture of the country. This is well said. But it is equally a responsibility of Central Government and the national scholars.

Dr. Chatterji is an eminent Indologist and National Professor Therefore his views on Assam's place in the history and civilization of India would carry great weights with learned circles outside the state. It is hoped that this will induce national historians to study the subject in depth and to assign a rightful place to Assam in standard historical works. The task has been neglected so far.

**The Assam Tribune**

**4th June; '72**

অসমীয়া বুদ্ধিজীৱীকেইগৰাকীৰ এই চিঠিত প্ৰকাশিত অনুভূতিৰ বাবে অসম উপত্যকাৰ বঙালী বুদ্ধিজীৱী এজনে কি মতামত প্ৰকাশ কৰিছে, সেইটোও পাঠকবৰ্গই জনা উচিত। বঙালী বুদ্ধিজীৱীসকলে অধ্যাপক ভট্টাচাৰ্য্যৰ চিঠিখন বিশেষভাৱে পঢ়া উচিত। এয়া —

Sir,

While appreciating the sentiments expressed by Dr. Minadhar Barthakur and others in their letter (June 3) I cannot but mention that such letters will do more harm than good to the people of Assam by engendering ill feeling among different sections. No rational and sensible minority community residing in the Brahmaputra Valley can ever think of any other Language than Assamese as the medium of instruction at the College Level and no such voice has ever been heard against introducing Assamese as medium of instruction. The Chief Minister has timely issued a press note clarifying his reported speech at Ramkrishna Nagar (Cachar). He has categorically mentioned the Government has nothing to do with the decision of the University which is an autonomous body. The University is free to decide according to the will of the people of Assam without being pressurized from any quarter.

The time has now come when the minority communities of Assam must indentify themselves with the people of the soil in order to make a greater and prosperous state When my parents like many others, twenty years back decided to send me to an Assamese medium school. I do not find any reason why the parents of twenty years later should hesitate to insist on their children learning Assamese. Only they want some time gap. If English be made an associate language for a few years, I think it will reduce their apprehension. I also request the Assam Sahitya Sabha to help in the campaign in a practical manner by publishing some books which will help these people to learn Assamese in a short time – yours etc.

R. Bhattacharjee
Lecturer
Cotton College, Ghy. - 1

(দুয়োখন চিঠি অসম ট্ৰিবিউনত ৬ জুনত প্ৰকাশিত)

(এই চিঠিখন অসমীয়া বুদ্ধিজীৱীৰ)

Sir,

The issue of medium of instruction needs some plain speaking in our state. Assamese, the language of the majority must be made a compulsory language for studies in the secondary school stage, no matter how many languages formula we need and the medium of instruction should be Assamese only with provision of course for English which may remain for about five years for smooth translation in all the district of Assam including Cachar Integration of the country will be a farce as it has already proved so if all the inhabitants of a state do not learn the regional language of the majority Isn't language the primary and the most effective medium of understanding and goodwill among people? It should also be clear that the separate University or a provision of extra territorial jurisdiction of Universities can never be solution to the question of the minority languages in any state in India.

The citizen of the country have every right to move freely and settle down in any state in India, but no community or communities have the right to overwhelm a majority community and make it a minority in their own region by careful manipulation and conspiration. Let our leaders study and interpret the demography of the state during the last one hundred and forty years and come to objective conclusions will our public leaders are to gain from their past experiences shed off their 'generosity' and become true to what they say and do about integration and unity? May we except mature thinking and firm decisions from our academicians?

Yours etc.
S. N. Sarma
G. C. Goswami
Gauhati University

সমস্যাটো — ভাষা চিন্তাৰ বাহন। পিচে, চিন্তা কৰিবলৈ শিকোৱা যন্ত্ৰও হ'ল ভাষা। নিজৰ মাতৃভাষা সবাৰে আদৰণীয়। শিক্ষা মাতৃভাষাত হ'লে উত্তম প্ৰকাশ হয়। গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয় দুখনে ১৯৭২ চনৰ ছেপ্তেম্বৰৰ পৰা Pre-University class-অত আৰু ১৯৭৪ চনৰপৰা Degree class-অত অসমীয়া ভাষা শিক্ষাৰ মাধ্যম ৰূপে দিবলৈ ইতিমধ্যে সিদ্ধান্ত ল'লে — একাডেমিক কাউন্সিলৰ

মাধ্যমে। ডিব্ৰুগড় বিশ্ববিদ্যালয়ে এই সিদ্ধান্ত কাৰ্য্যকৰী কৰিবলৈ সকলো ব্যৱস্থা কৰিলেই বুলি প্ৰকাশ।

এইখিনিতে উল্লেখযোগ্য কথা যে কোন ভাষা-ভাষী ছাত্ৰৰ কিমানে এই বিশ্ববিদ্যালয়ৰ তত্ত্বাৱধানত পৰীক্ষা দিয়ে, তাৰ ৰূপটো চাই লোৱা ভাল। হিচাপ এটা দিছোঁ।

HSLC পৰীক্ষাত ১৯৭২ চনত ব্ৰহ্মপুত্ৰ উপত্যকাৰ সমূহ পৰীক্ষাৰ্থীৰ মাজৰ শতকৰা ৮৭.৬ ভাগ অসমীয়া, ৯.৯ ভাগ বাংলা, ১.৭ ভাগ হিন্দী, ০.৮ ভাগ আন ভাষা-ভাষী। কাছাৰত কিন্তু ৯০.২ ভাগ বাংলা ভাষা-ভাষী পৰীক্ষাৰ্থী। তেনেকৈ Pre-University পৰীক্ষাত যোৱা বছৰত শতকৰা ৮৪.৩ ভাগ অসমীয়া, ১১.২ ভাগ বাংলা আৰু ২.১ ভাগ হিন্দী ভাষা-ভাষী। কিছু লোকৰ মতে, এই হিচাপেই প্ৰমাণ কৰে যে অসমৰ বিশ্ববিদ্যালয়ত অসমীয়া ভাষাৰ বাহিৰে আন কোনো ভাষা শিক্ষাৰ effective মাধ্যম হোৱাৰ কোনো যুক্তি থাকিব নোৱাৰে। ইফালে আকৌ আৰু এটা সিদ্ধান্ত অসমৰ আগৰ শাসকসকলে কৰি থৈ গৈছে। ১৯৬০ চনৰ ৰাজ্যভাষা আইনখনৰ মতে, ব্ৰহ্মপুত্ৰ উপত্যকাত অসমীয়া, কাছাৰৰ জিলা পৰ্য্যায়ত বঙালী আৰু পাহাৰৰ ছাত্ৰসকলৰ বাবে ইংৰাজী ভাষা থাকিব। তদুপৰি আগৰ চৰকাৰে সিদ্ধান্ত লৈছিল যে প্ৰশাসনীয়ভাৱে চৰকাৰে কাছাৰৰ সৈতে যোগাযোগ কৰিব বাংলা ভাষাতহে। গতিকে, কাছাৰবাসীয়ে মুখ্যমন্ত্ৰী শৰৎচন্দ্ৰ সিংহ কাছাৰৰ ৰামকৃষ্ণ নগৰলৈ যাওঁতে তেওঁক কৈছে, সেই ৰাজ্যভাষা আইনৰ স্বাভাৱিক পৰিণতি হিচাপেও অসমৰ বিশ্ববিদ্যালয়ত শিক্ষাৰ মাধ্যম অসমীয়াৰ লগতে বাংলাও থাকিব লাগিব। কাছাৰবাসীয়ে এইটো অৱশ্যে এতিয়াও স্পষ্টকৈ কোৱা নাই যে এনে অৱস্থা অকল কাছাৰ জিলাৰ বাবেহে লাগে নে অসম উপত্যকাৰ বাবেও লাগে। উল্লেখযোগ্য যে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বহুতো 'বঙালী স্কুল' আছে আৰু এনে স্কুল বাঢ়িও আছে। শিক্ষাৰ মাধ্যম অসমীয়া কৰাত পাহাৰৰ ছাত্ৰ-ছাত্ৰীসকলৰ একো অপকাৰ হোৱা নাই। কাৰণ, অসমীয়া ভাষাৰ সৈতে Alternative Provision ৰখা হৈছে ইংৰাজী ভাষাকো। সেয়ে, পাহাৰীসকল নিমাত। অসমীয়াসকলে ভাবিছে অনা-অসমীয়া সকলোৰে কাৰণে ইংৰাজী আছে যেতিয়া তাৰেই হ'ব। বাংলা ভাষাক শিক্ষাৰ মাধ্যম কৰিলে আৰু এটা ভাষাই অসমত অসমীয়াক হেঁচি ধৰিব। কাছাৰৰ বঙালীসকলে ভাবিছে, ৰাজ্যভাষা আইনমতেই বাংলা ভাষাকো শিক্ষাৰ মাধ্যম কৰি ৰাখিব লাগিব।

ইফালে ভাৰতবৰ্ষৰ সাধাৰণ নীতি হিচাপে কলেজিয়েট লেভেলত শিক্ষাৰ মাধ্যমৰূপে ইংৰাজীৰ সলনি আঞ্চলিক মাতৃভাষাকহে ব্যৱহাৰ কৰিবলৈ দিছে। সেই নীতিকে মানি গুৱাহাটী বিশ্ববিদ্যালয়ে ১৯৭২/৭৩ চনৰপৰা Pre-University class-অত অসমীয়া ভাষা ব্যৱহাৰ কৰি আহিছে কিছু বছৰৰ পৰা। তাৰ বাবে ভাষাৰ

উন্নতিৰ আৰু অসমীয়াত পাঠ্যপুথি প্ৰকাশৰো প্ৰচেষ্টা কৰি আহিছে। কাছাৰে কথাটো ভাল পোৱা নাই। কাৰণ, সেই জিলাৰ অধিকাংশই বাংলা ভাষা-ভাষী।

এই বিষয়ে আন এগৰাকী মহিলা বুদ্ধিজীৱীৰ চিঠিৰ একাংশ পঢ়ক। এওঁৰ কাছাৰৰ বিষয়ে মতামত অসম উপত্যকাৰ বহুতৰ সৈতে মিলে — বিশেষকৈ পুনৰ্গঠনৰ পাচত।

Sir,

Assam has already become smaller and poorer with the taking away of large chunks of her territory. What is left of Assam should have only one language as medium of instruction and it must be Assamese. If Assamese is not made the only medium of Assam, then will it be ?

Cachar with her misgivings and apprehensions as represented to the Chief Minister can have her own University, with whatever language she wants as the medium of instruction. If she cannot come to terms with the larger part of Assam and wants to remain aloof from the main stream of Assam's population, let her think and decide accordingly. But there can not be any compromise on the question of medium. This should be clinched once and for all

Yours etc

Nirmal Probha Bordoloi
Chandmari, Ghy-3
Assam Tribune : 6th June '72

## Sensitive কিয় হৈছে

ভাষাৰ ভেটিত ভাৰতক টুকুৰা-টুকুৰ কৰা হৈছে। অপ্ৰিয় সত্য এটা ক'বৰ মন গৈছে। অসমীয়া ভাষাই হেনো কিছু গোষ্ঠীক 'অত্যাচাৰ' কৰে বুলিয়েই (অৰ্থনৈতিক কাৰণত নহয়) দিল্লীৰ মহাপণ্ডিতসকলে আগৰ অসমৰ ৫০ লাখ মানুহ থকা কিছু অংশ কাঢ়ি লৈ কেইখনমান সৰু সৰু ৰাজ্য আৰু ইউনিয়ন টেৰিটৰী সাজি দিছে। নৰ্থ ইষ্টাৰ্ন কাউন্সিলত সেই ৰাজ্যবে কিছুৱে নিজ নিজ গৱৰ্নৰ বিচাৰিছে, হাইকোৰ্ট বিচাৰিছে, মিনিষ্ট্ৰিতো বিচাৰিছেই, বিশ্ববিদ্যালয়ো বিচাৰিব। মেঘালয়ে হিল ইউনিভাৰ্ছিটি পাতিবৰ সকলো ব্যৱস্থা হাতত লৈছেই। মেঘালয় পতাত অসমৰ কাছাৰৰ বঙালী বুদ্ধিজীৱীয়ে (ভাষাৰ ভেটিতেই) সক্ৰিয়ভাৱে সহায় কৰিছিল। এতিয়া মেঘালয়তো কাছাৰৰ এক বৃহৎ সংখ্যক লোকে বসবাস কৰিবলৈ লৈছে যেতিয়া, মেঘালয়ৰ হিল ইউনিভাৰ্ছিটিত

ইংৰাজীৰ লগতে বাংলা ভাষাকো শিক্ষাৰ মাধ্যম ৰূপে বিচাৰি খিলঙৰ পুলিচ বজাৰত আন্দোলন কৰে নে নকৰে নেজানো। যদি কৰে, তাৰ ফলৰ সিদ্ধান্ত ল'ব চাংমা, ৰয়, লিংডো, বাৰেহসকলেহে, চেটাৰ্জ্জী, বেনাৰ্জ্জীসকলে নহয়। ইও সত্য। অৰুণাচলত অসমীয়া ভাষাৰেহে হিন্দী শিকিবলগীয়া হৈছে। কাৰণ, অসমীয়াৰেহে অৰুণাচলৰ এটা গোষ্ঠীয়ে আন এটা গোষ্ঠীৰ সৈতে কথা পাতে। আজিও পাতে। অৰুণাচলৰ বৰ্ত্তমান চীফ কমিছনাৰ কৰ্নেল ৰাজাৰ মতে অসমীয়া ভাষাক অৰুণাচলৰ 'লিংগুৱা ফ্ৰাংকা' বুলি ক'লেও অত্যুক্তি কৰা নহয়। নাগালেণ্ডৰ 'লিংগুৱা ফ্ৰাংকা' নাগামীজ। এই ভাষাত শতকৰা ৮৫ ভাগ অসমীয়া শব্দ আছে। এতিয়া অৰুণাচলত আৰু নাগালেণ্ডত অদূৰ ভৱিষ্যতত যদি নিজস্ব বিশ্ববিদ্যালয় হয় (হ'বই), তেতিয়া অৰুণাচলত আৰু নাগালেণ্ডত বসবাস কৰা অসমীয়া ভাষাপ্ৰেমীসকলে তাত শিক্ষাৰ মাধ্যম কি কৰিব লাগে, সেই ৰাজ্যৰ সংখ্যাগৰিষ্ঠ ভাষা-ভাষীৰ সিদ্ধান্তৰ ওপৰতহে এৰি দিব। তাত থকা অসমীয়াসকলে আন্দোলন নকৰে। এইবোৰ চিন্তা আহিছে যোৱা ২০ জানুৱাৰীৰ (১৯৭২চন) পৰা — যিদিনাৰপৰা পূৰ্ব্বভাৰতক পুনঃসংগঠন কৰাৰ পাচতো (৫০ লাখ লোক গুচি যোৱাৰ পাচতো) ১ কোটি ৪০ লাখ ৫০ হেজাৰ নাগৰিক অসম বোলা সৰু ৰাজ্যখনত ৰৈ গ'লগৈ। কাছাৰবাসীয়ে মেঘালয় পওাত যিমান আগ্ৰহ দেখুৱাইছিল, কিবা কাৰণত তেনেকৈ কিন্তু মেঘালয়ৰ সৈতে বা ত্ৰিপুৰাৰ সৈতে নিজকে সাঙুৰিব নোৱাৰিলে বা নেসাঙুৰিলে আৰু অসমৰ সৈতেই ভৌগোলিকভাৱে থাকিল। আমিও কাছাৰ অসমৰপৰা ওলাই যাওক, এই কথা মনে প্ৰাণে বিচৰা নাছিলোঁ। এতিয়াও নিবিচাৰোঁ। এতিয়া, যিহেতু আগৰ অসম ভাঙি ছিঙি টুকুৰা-টুকুৰ কৰা হ'লেই (ভাষাৰ ভেটিত), এতিয়া ব্ৰহ্মপুত্ৰ উপত্যকাৰ অসমীয়াসকলৰ অনুভূতিৰে চালে (ভাষাৰ ক্ষেত্ৰত) আৰু Supersensitive হোৱাটো স্বাভাৱিক। কাছাৰবাসী বঙালীসকলৰ কিছুৱে অসমৰ নতুন ভাঙোনৰ দুখ উপলব্ধি কৰিলেও, সকলোৱে ইমান দকৈ ভাবিব পৰা নাই। স্বাভাৱিকতে তেওঁলোকে তেওঁলোকৰ মাতৃভাষাত অসমৰ বিশ্ববিদ্যালয়কেইখনত পঢ়িব খোজে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ কিছু বাংলা ভাষা-ভাষীয়ে সুন্দৰকৈ অসমীয়াক সাৱটি লৈছে। (আগতে প্ৰকাশিত অধ্যাপক ভট্টাচাৰ্য্যৰ চিঠি পঢ়িলেই গম পাব)। কিছুৱে কিন্তু অসমীয়া ভাষা-ভাষীৰ মাজত যুগ যুগ থাকিও অসমীয়া নিশিকিলে আৰু কলিকতাকহে তেওঁলোকৰ মানসিক আৰু আনুভূতিক ৰাজধানী পাতি লৈছে। তেওঁলোকৰ কিছুমানৰ শেষ উদ্দেশ্য হ'ল, 'পঞ্চাশ বৎসৰ থেকে, এখন আসাম ছেড়ে দিয়ে, বালীগঞ্জে একখানা বাড়ী বানালাম' আদৰ্শত উপনীত হোৱা। ল'ৰা-ছোৱালীক চাকৰি কিন্তু অসম চৰকাৰে দিব লাগিব। ই অপ্ৰিয় হ'লেও সত্য।

ভাষাৰ ফালৰপৰা সংখ্যালঘু সম্প্ৰদায় আৰু অঞ্চলৰ প্ৰতি সম্মান ৰাখিছে,

অসমত অসমীয়া ৰাজ্যভাষা হ'ল। স্বাভাৱিকতে অসমৰ বিশ্ববিদ্যালয় দুখনত সংখ্যাগৰিষ্ঠৰ মাতৃভাষা অসমীয়া শিক্ষাৰ মাধ্যম হ'বই। হ'ব লাগিবই। এতিয়া প্ৰশ্ন হ'ল— সংখ্যালঘুৰ বাবে কি হ'ব? আমি খাটাংকৈ জানো যে অসমত বহু যুগ ধৰি বাস কৰা নেপালীসকলে, ময়মনসিঙীয়া (বিশেষকৈ) মুছলমান ধৰ্ম্মী- সকলে আৰু চাহ-বাগিচাৰ বনুবাসকলে আৰু লুইতৰ পাৰকে মাতৃ বুলি গ্ৰহণ কৰা নানা দূৰ-দূৰণিৰ ভাৰতীয়ই অসমত নিজকে নতুন অসমীয়া বা ন-অসমীয়া বুলি কৈ অসমীয়া শিকি গৌৰৱ অনুভৱ কৰে। তাৰ প্ৰমাণ অসংখ্য। চকু মুদি থকা পণ্ডিতবোৰেহে সেই উজ্জ্বল উদাহৰণবোৰ নেদেখে বা দেখিও নেদেখে। তেওঁলোকে চকু মেলিবৰ হ'ল।

## প্ৰশ্ন

এতিয়া প্ৰশ্ন হ'ল অসমৰ বিশ্ববিদ্যালয় দুখনত কি কি ভাষা থাকিব শিক্ষাৰ মাধ্যম ৰূপে? অসমীয়াতো থাকিবই লাগিব। ইংৰাজীও ৰখা হৈছে। কাছাৰবাসীৰ বাবে বাংলা ৰখা হ'ব নে নহয়? যুক্তি সকলোৰে আছে।

অসমৰ পুনৰ গঠনৰ পাচত 'কাছাৰ আমাৰ মাজৰ পৰা গুচি গ'লেও যাওক' এই ভাব পোষণ নকৰা অসমীয়া লোক আঙুলিৰ মূৰত লেখিব পাৰি। ইও একেবাৰে সত্য কথা। এই কথাটো কাছাৰবাসীসকলে জনা উচিত। অসমীয়াৰ কিছু লোকে সেই অনুভূতি প্ৰকাশ কৰি এতিয়া কয়, কাছাৰে এখন নিজস্ব বিশ্ববিদ্যালয় কৰি লওক — বঙালী ভাষাক শিক্ষাৰ মাধ্যম কৰি লৈ। অসমৰ কমিউনিষ্ট (সোঁপন্থী) পাৰ্টিয়েও তাকেই কৈ মধ্যবৰ্ত্তী কালত ৰাজ্যভাষা আইনৰ মতে বিশ্ববিদ্যালয়ত ষ্টেটাছ্কো ৰাখিবলৈ প্ৰস্তাৱ দিছে হেনো। তাৰ মানে হ'ল — যেতিয়া কাছাৰে বিশ্ববিদ্যালয় কৰিব — তেতিয়া গুৱাহাটী আৰু ডিবৰু বিশ্ববিদ্যালয়ত অসমীয়া ভাষাহে (ইংৰাজীৰ সৈতে) থাকিব। কাছাৰ বিশ্ববিদ্যালয় হ'লে আকৌ গুৱাহাটী বিশ্ববিদ্যালয়ৰ Territorial right-অত আঘাত পৰিব পাৰে বুলিও কিছুৱে সন্দেহ কৰে।

অসমৰ বিশ্ববিদ্যালয় দুখনত শিক্ষাৰ মাধ্যম অকল অসমীয়া হ'ব লাগে, নে অসমীয়া আৰু ইংৰাজীহে হ'ব লাগে, নে অসমীয়া, বঙালী (বা বাংলা) আৰু ইংৰাজী তিনিওটা হ'ব লাগে, তাৰ বিষয়ে নানাজনৰ নানা মত শুনা গৈছে। প্ৰদৰ্শনী, উত্তেজনা, প্ৰতিবেদন, সন্দেহ প্ৰকাশৰদ্বাৰা ঠায়ে ঠায়ে উত্তপ্ত পৰিৱেশৰ বতাহৰ আৱৰ্ত্তণিও আমাৰ চকুত পৰিছে। তাতে আৰু ইন্ধন যোগাইছে নতুনকৈ শাসনৰ দায়িত্ব গ্ৰহণ কৰা অসমৰ মুখ্য মন্ত্ৰীজনৰ 'বাণী'সমূহে।

শৰৎ সিংহ ডাঙৰীয়াই যেতিয়াই ধুবুৰীত অসম সাহিত্য সভাত ৰাজনৈতিক ক্ষমতা সংৰক্ষণৰ চেতনাৰে ভোজ খায়, তেতিয়া বহু কথা শুনিও নুশুনা হয়

বিশ্ববিদ্যালয় পৰ্য্যায়ত অসমত অসমীয়া ভাষা শিক্ষাৰ মাধ্যম হ'ব লাগে বুলি সৰ্ব্বসন্মতিক্ৰমে যেতিয়া সাহিত্য সভাই প্ৰস্তাৱ গ্ৰহণ কৰে, তেতিয়া সিংহ ডাঙৰীয়াই ভালৰি বোলাই মনে মনে থাকে। অৰ্থাৎ মৌনেন সম্মতি লক্ষণম্। আকৌ যেতিয়া শিলচৰলৈ গৈ কাছাৰবাসীৰ খঙাল প্ৰশ্নবাণৰ সন্মুখীন হয়, তেতিয়া কয়, "গুৱাহাটী বিশ্ববিদ্যালয়ত বাংলা শিক্ষাৰ মাধ্যম হোৱা উচিত।" কোকৰাঝাৰলৈ গ'লে ক'ব হয়তো— "বড়ো ভাষাও থাকিব।" তিনিচুকীয়াত হয়তো ক'ব— "হিন্দীও থাকিব।" সত্য কথা হ'ল, যিকোনো এটা জীৱন্ত, জাগ্ৰত আৰু ঐতিহ্যপূৰ্ণ ভাষাৰ সন্মান এজন বা দুজন খন্তেকীয়া ৰাজনৈতিক ক্ষমতা থকা মন্ত্ৰীৰ 'বাণী'ৰ ওপৰত নিৰ্ভৰ নকৰে আৰু সম্পূৰ্ণ নিৰ্ভৰ নকৰে, বিশ্ববিদ্যালয়ত সেই ভাষা শিক্ষাৰ মাধ্যম কৰিলে নে নাই কৰা— তাৰ ওপৰত। যদিও ই অৱশ্যে নিশ্চয়কৈ সহায় কৰে, সেই ভাষাৰ চৰ্চাত। অসমৰ বিশ্ববিদ্যালয় দুখনত অসমীয়া ভাষাক শিক্ষাৰ মাধ্যম নকৰিলেও অসমীয়া ভাষাক কোনেও মাৰি পেলাব নোৱাৰে, ইমানদিনে বহু অত্যাচাৰ আৰু অপমানৰ সন্মুখীন হোৱা সত্ত্বেও নোৱাৰে। আকৌ ইও সত্য যে অসমৰ বিশ্ববিদ্যালয়ত শিক্ষাৰ মাধ্যম নকৰিলেও বাংলা ভাষা সদায় জীয়াই থাকিবই— যেনেকৈ বাংলাদেশত থাকিলগৈ। অসম উপত্যকাৰ ৰাইজ আৰু কাছাৰবাসীৰ উত্তেজনাও আমাক নালাগে। লাগে মাথোঁ এটি বাস্তৱ দৃষ্টিভঙ্গী বা objective আৰু practical approach। এই কথাখিনি যেন কলিকতীয়া বাতৰি-কাকতবোৰে মনত ৰাখে। তেওঁলোকে দুৰ্ব্বৈপৰাই বহু সময়ত মনে সজা over-wise যুক্তিৰে (অতীতত) অসমৰ বিভিন্ন সম্প্ৰদায়ৰ মাজত বেয়া তেজৰ সৃষ্টি কৰি আহিছে। আকৌ পাচত নিজৰ ভুল বুজি বন্ধুত্বও পাতিব খুজি, নিজ নিজ কাগজ বেচিছে এই অসমতেই। কথা-প্ৰসঙ্গত এইখিনি কথা ক'বলগীয়া হৈছে। কাৰণ, 'আমাৰ প্ৰতিনিধি'য়ে সদায় উদাৰ দৃষ্টিৰে অসমৰ বিভিন্ন ভাষা-ভাষীৰ মাজত মিলা-প্ৰীতিৰ সেতু বন্ধনতহে সহায় কৰি আহিছে— ভঙাত নহয়। এয়া আমি বুকু ফুলাই, উন্নত শিৰে ক'ব পাৰোঁ। সেই বিষয়ত আমি কাৰো উপদেশ বিচাৰিবলগীয়া হোৱা নাই এতিয়ালৈকে।

## বঙালী আৰু অসমীয়া বুদ্ধিজীৱীলৈ গোহাৰি

অস্কাৰ ৱাইল্ডৰ এষাৰ কথা মন কৰিবলগীয়া। তেওঁ কৈছিল, "It is only about things that do not interest one that one can give unbiased opinion, which is no doubt the reason why and unbiased opinion is always valueless."

এৰা, নিজৰ গাত নলগা বস্তুৰ বিষয়েহে সম্পূৰ্ণ নিৰপেক্ষ মতামত দিয়া সম্ভৱ

আৰু সেয়েহে নিঃসন্দেহে ক'ব পাৰি যে একেবাৰে নিৰপেক্ষ মতামত সদায়েই অৰ্থহীন। তেন্তে biased opinion-অৰো আৱশ্যকতা থাকে।

ভাষাই মানুহৰ সৌন্দৰ্য্যবোধ প্ৰকাশত সহায় কৰে, মিলাপ্ৰীতি বঢ়ায়। আকৌ আন ফালে চাবলৈ গ'লে, পেঞ্জটন্ হুডৰ ভাষাত— "When we advance a little into life, we find that the tongue of man creates nearly all mischief in the world."

"জীৱনৰ বাটত কিছু আগ বাঢ়িলে দেখা যায় যে মানুহৰ জিভাখনেই পৃথিৱীৰ নানা অনৰ্থৰ সৃষ্টি কৰে।"

এই ভাষাৰ বিষয়টো লৈ এতিয়া বদৰক্ত চলাচল আৰম্ভ হোৱাৰ সম্ভাৱনা। সেয়ে আমি বিচাৰোঁ, কাছাৰ আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ সুস্থ মনৰ বঙালী আৰু অসমীয়া বুদ্ধিজীৱীসকলৰ পবিত্ৰ কৰ্ত্তব্য হ'ব পৰিস্থিতি শান্ত অৱস্থালৈ আনি বাস্তৱসম্মতভাৱে সকলো যুক্তি আৰু অনুভূতি চালি-জাৰি চোৱাত একাডেমিচিয়ানসকলক সহায় কৰা। এইটো মস্তিষ্কৰ কাম। বিশেষজ্ঞসকলে মুক্ত পৰিৱেশত সমাধান উলিয়াওক। বঙালী আৰু অসমীয়া ভাষা-ভাষীসকলে পৰস্পৰে পৰস্পৰৰ অনুভূতি প্ৰকাশক (অসমক ভাগ ভাগ দিল্লীয়ে কৰাৰ পাচত) বা Perspective-সমূহক বুজিবলৈ চেষ্টা কৰক। এই বদৰক্ত চলাচল ৰাজপথলৈ যেন নানামে।

এই সমস্যাৰ সমাধান যেন ৰাজনৈতিক নেতাসকলৰ হাতত নপৰেহি। অসমত খাদ্যৰ জুই-ছাই দাম, ডেফিচিট বাজেট আদি সমস্যাৰপৰা ৰাইজৰ মন আঁতৰাই নিবৰ বাবে ৰাজধানীৰ স্থান নিৰ্ব্বাচন, বা বিশ্ববিদ্যালয়ত কি ভাষা হ'ব লাগে — এইবোৰ সংঘৰ্ষৰ সহায় লৈ 'নেতাগিৰি' কৰিবলৈ ক্ষমতাত থকা ৰাজনীতিজ্ঞসকলে বৰ ভাল পাব। তেতিয়াই বৰ মস্কিল হয়। পুনৰ কওঁ, ১৯৬০ চনৰ.পুনৰাবৃত্তি আমাক নালাগে।

মুঠতে, ভাষাৰ বাহত মিঠা মাতৰ কুলিও থাকে আৰু অযথা চিঞৰ-বাখৰ কৰি সুস্থ সমাধানত বাধা দিয়া কাউৰীও থাকে। কাউৰীবোৰে যেন লাই নাপায়। এই সম্পাদকীয় লিখি থকা সময়তে গুৱাহাটী মহানগৰীত বাস কৰা বঙালী আৰু অসমীয়া বুদ্ধিজীৱী কেইগৰাকীমানক লগ পাই আমি আলচ কৰিছোঁ — যাতে পৰিৱেশ শান্ত ৰাখিবলৈ এতিয়াই ৰাইজক গোহাৰি জনাব পাৰি। চহী গোটোৱা হ'ব। আৰু এইমাত্ৰ খবৰ পাইছোঁ, শ্ৰীহেম বৰুৱাৰ নেতৃত্বত অসম সাহিত্য সভাৰ প্ৰতিনিধিবৰ্গই গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যক প্ৰতিবেদন দিছে। সমাধান বৰ সহজ নহয়। পিচে, পৰিৱেশক বাস্তৱতাৰ ওপৰত ভেটি কৰি ৰাখিলে সমাধান সম্ভৱপৰ হ'ব— একাডেমিচিয়ান বিশেষজ্ঞসকলৰ বাবে। ফ্ৰেঙ্ক ক্লাৰ্কৰ ভাষাত, "If you can find a path with no obstacles, it probably does not lead anywhere!" বাধাৰ সন্মুখীন

হ'লেহে পথে গন্তব্যস্থান পায়গৈ।

## শেহতীয়া বাতৰি

আজি ৭ জুন, ১৯৭২ চন। কিঞ্চিৎ আগতে খবৰ পাইছোঁ যে গুৱাহাটী বিশ্ববিদ্যালয়ৰ একাডেমিক কাউন্সিলে চূড়ান্ত সিদ্ধান্ত ল'লে। সেইটো হ'ল : অসমীয়া ভাষা থাকিব মাধ্যম ৰূপে। ৰাজ্যৰ অনা-অসমীয়া ছাত্র-ছাত্রীসকলৰ বাবে থাকিব ইংৰাজী। আৰু এটা কথা মন কৰিবলগীয়া। সিদ্ধান্তত লিখা আছে "With an option to write answer scripts in Assamese or Bengali or English. প্রশ্নৰ উত্তৰ দিওঁতে বঙালী ছাত্রসকলে তেওঁলোকৰ মাতৃভাষা ব্যৱহাৰ কৰিব পাৰিব।

প্রকাশ যে একাডেমিক কাউন্সিলৰ কাছাৰৰ সদস্য কেইগৰাকীয়ে ইয়াৰো প্রতিবাদ কৰিছিল আৰু অসম ৰাজ্যভাষা আইনৰ মতে বাংলা ভাষাকো মাধ্যমৰূপে বিচাৰিছিল। কিন্তু সংখ্যাগৰিষ্ঠ সদস্যবৃন্দই Consensus ল'লে আগৰ দৰেই।

অসমৰ প্ৰ'গ্রেছিভ ষ্টুডেণ্টছ ইউনিয়নৰ (তাত নানা ভাষা-ভাষী ছাত্র আছে) ষ্টেট কমিটীয়ে এখন জৰুৰী সভাত কালি প্রস্তাব লৈছে যে অসমৰ অনা-অসমীয়া ভাষাৰ স্কুলসমূহত অতি শীঘ্রে অসমীয়া ভাষা compulsory subject হিচাপে পঢ়োৱা হওক। আৰু বিশ্ববিদ্যালয়ৰ একাডেমিক কাউন্সিলৰ সিদ্ধান্তকে চূড়ান্ত বুলি মানি লোৱা হওক। আৰু এটা কথা কৈছে তেওঁলোকে। সেইটো হ'ল 'কাছাৰে বিচৰা ইউনিয়ন টেৰিটৰীৰ দাবীটোক এই প্রগতিশীল ছাত্রসকলে সমৰ্থন কৰিব।'

৯ জুন, ১৯৭২ চন।

এই বিবৃতিত এঠাইত কৈছে 'In case of employ- ment, all who live in Assam are 'Assamese' but in case of learning the language all are obviously not!' — ই এক আশঙ্কা।

কালি সাতজন ছাত্রনেতাক গ্রেপ্তাৰ কৰা হৈছে। কাছাৰত কি হৈছে, এই সম্পাদকীয় লিখালৈকে গম পোৱা নাই।

এই সম্পাদকীয়ত সমস্যাটোৰ আনুভূতিক দিশটোক বিশ্লেষণ কৰাহে হ'ল। মুঠতে, এই সমস্যাৰ সমাধান একাডেমিচিয়ানসকলৰ হাতত। বুদ্ধিজীবীসকল পৰিৱেশ শান্ত ৰখাত ব্যস্ত।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ প'ষ্ট'গ্রেজুৱেট ষ্টুডেণ্টছ ইউনিয়নে এটি বিবৃতি যোগে পৰীক্ষাৰ প্রশ্নৰ উত্তৰ দিবলৈ তিনিটা ভাষা (অসমীয়া, ইংৰাজী আৰু বাংলা) দিয়াৰ তীব্ৰ বিৰোধিতা কৰি আন্দোলন আৰম্ভ কৰিছেই। বিশ্ববিদ্যালয়ত পিকেটিং কৰা হৈছে। গুৱাহাটীত ১৪৪ ধাৰা প্রবর্তন কৰা হৈছে। ইউনিয়নৰ মতে, বাংলা ভাষাত

উত্তৰ দিয়াৰ ব্যৱস্থা কৰিলে, বড়ো ভাষাতো দিব লাগিব। মণিপুৰী ছাত্ৰসকলে একাডেমিক কাউন্সিলৰ সিদ্ধান্তৰ বিৰোধিতা কৰি কৈছে যে যদি বাংলাত উত্তৰ দিবলৈ দিয়া হয়, তেন্তে মণিপুৰী ভাষাতো উত্তৰ দিবলৈ অনুমতি দিব লাগিব।

গুৱাহাটীৰ ছাত্ৰ ইউনিয়নে বিবৃতি যোগে কৈছে যে উত্তৰ দিবলৈ মাত্ৰ ১৭% ভাগ বাংলা ভাষা-ভাষীক এতিয়া অনুমতি দিলে, পাচলৈ কাছাৰৰ ছাত্ৰৰ উপৰি অসম উপত্যকাৰ বঙালী ছাত্ৰসকলেও তাকে কৰিব আৰু পাচত এই সমস্যাই শিক্ষাৰ মাধ্যম তিনিটা কৰাত সহায় কৰিব। অসমত অসমীয়া ভাষাৰ বিপদ, অশান্তি আহিব। বিষ-বীজ সিঁচা হ'ব।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলৰ Diciplinary- য়ে বিশ্ববিদ্যালয়ৰ চৌহদত কোনো 'Disturbancc' যাতে নহয়, তাৰবাবে কাৰ্য্যসূচী হাতত লৈছে। ই সুখৰ কথা।

## এজন বঙালী বুদ্ধিজীৱীৰ বিবৃতি

গুৱাহাটী, ৮ জুন — গুৱাহাটীৰপৰা প্ৰকাশিত বাংলা সাপ্তাহিক বাতৰি-কাকত 'দেশবাণী'ৰ সম্পাদক শ্ৰীবিশ্ব প্ৰসাদ বসুৱে দিয়া এটা বিবৃতিত কয় যে অসমৰ বঙালী সমাজে অসমীয়া ভাষাক শিক্ষাৰ একমাত্ৰ মাধ্যম হিচাপে গ্ৰহণ কৰাৰ মানসিক প্ৰস্তুতি লৈ যি বলিষ্ঠ পদক্ষেপ দিছে, কাছাৰে যদি তাত বাধাৰ সৃষ্টি কৰে, তেতিয়া হ'লে কাছাৰ জিলাক বাদ দিয়েই অসমীয়া ভাষা-সাহিত্যৰ ভৱিষ্যৎ চিন্তা কৰিব লাগিব। তেওঁৰ বিবৃতিৰ পূৰ্ণপাঠ তলত দিয়াৰ দৰে—

'পুৰুষানুক্ৰমে আৰু দেশ বিভাজনৰ পাচত অসমত বহুতো বাংলাভাষী মানুহৰ বাস। ভাগ্য অন্বেষণৰ উদ্দেশ্যে এদিন বঙালীসকলে অসমৰ মাটিক সাবটি ধৰিছিল আৰু এই মাটিতেই তেওঁলোকৰ ভাগ্য পৰিবৰ্ত্তনৰ মাজেদি ঐতিহাসিকভাৱেই তেওঁলোক আজি অসমীয়া।'

'অসমীয়া ভাষা-সাহিত্য অতি প্ৰাচীন। বাংলা ভাষাৰ সৈতে ইয়াৰ সম্পৰ্ক অতি নিকট। কেৱল ভাষাই নহয়, ধৰ্ম্ম আৰু সামাজিক ক্ৰিয়া-কৰ্ম্মৰ ফালৰপৰাও আমি এক।'

'দেশ বিভাজনৰ পাচত, কাছাৰ জিলা অসমৰ সহযাত্ৰী হৈ আছে যদিও অসমীয়া ভাষা আৰু অসমীয়া জাতিৰ প্ৰতি তেওঁলোকৰ উদাৰতা আৰু মানসিক সততাৰ কোনো প্ৰমাণ ইয়াৰ বাংলাভাষী অসমীয়া সমাজে পোৱা নাই। বৰং বিভিন্ন সময়ত ভাষা, শিক্ষা আৰু অৰ্থনৈতিক ক্ষেত্ৰত কাছাৰ জিলাৰ নেতাসকলে সমগ্ৰ অসমৰ বঙালী সমাজক হাতিয়াৰ হিচাপে ব্যৱহাৰ কৰি কাছাৰৰ বাহিৰৰ বঙালী সমাজক

প্রতি বিশ্বাসভঙ্গৰ বহুতো উদাহৰণ দিছে।'

'বৰ্ত্তমান বিশ্ববিদ্যালয়ৰ পৰ্য্যায়ত অসমীয়া ভাষাক শিক্ষাৰ একমাত্ৰ মাধ্যম হিচাপে গ্ৰহণ কৰাৰ বিষয় লৈ যি বিতৰ্কৰ সূত্ৰপাত হৈছে — অসমীয়া জাতিৰ প্ৰতি নিঃসন্দেহে দুৰ্ভাগ্যৰ বিষয়। বঙলা ভাষাৰ প্ৰসাৰতাৰ ক্ষেত্ৰত সমগ্ৰ পূৰ্ব্বাঞ্চলত (বাংলাদেশ সমন্বিতে) যি ব্যাপক পৰিধি বঙালীয়ে পাইছে, তুলনামূলকভাৱে অসম আৰু অসমীয়া ভাষা-সাহিত্যৰ পৰিধি নিচেই সীমাবদ্ধ। এই পৰিপ্ৰেক্ষিতত অসমত বাস কৰা বঙালী সমাজে অসমীয়া আৰু অসমীয়া জাতিৰ প্ৰতি চৰম আৰু পৰম কৃতজ্ঞতাৰ চিন স্বৰূপে আৰু অসমীয়াৰ সাৰ্ব্বিক উন্নতিৰ কাৰণে শিক্ষাৰ মাধ্যম হিচাপে চৰ্ত্তবিহীনভাৱে আৰু বিকল্পহীনভাৱে অসমীয়া ভাষাক গ্ৰহণ কৰিব।'

'অসমৰ বঙালী সমাজে অসমীয়া জাতি, অসমীয়া ভাষা-সাহিত্যকে আদি কৰি অসমৰ সমাজ-ব্যৱস্থাৰ সৈতে নিজকে ওতপ্ৰোতভাৱে জড়িত কৰি মনে-প্ৰাণে অসমীয়া হৈ অসমীয়া ভাষাক শিক্ষাৰ একমাত্ৰ মাধ্যম হিচাপে গ্ৰহণ কৰাৰ মানসিক প্ৰস্তুতি লৈ যি বলিষ্ঠ পদক্ষেপ আগ বঢ়াইছে — কাছাৰ জিলাই যদি অসমৰ বঙালী সমাজৰ এই ঐতিহাসিক সততাৰ পথত প্ৰতিবন্ধক সৃষ্টি কৰে, তেনেহ'লে কাছাৰ জিলাক বাদ দিয়েই অসমীয়া ভাষা-সাহিত্যৰ ভৱিষ্যৎ চিন্তা কৰিব লাগিব। কাৰণ, বৰ্ত্তমান বিশ্ববিদ্যালয় পৰ্য্যায়ত আৰু দহ বছৰ পাচত প্ৰাথমিক বিদ্যালয়ৰপৰা অসমীয়া ভাষা হ'ব অসমৰ একমাত্ৰ শিক্ষাৰ মাধ্যম। অহা একবিংশ শতাব্দীৰপৰা সমস্যামুক্ত অসমৰ বঙালী সমাজ গঠনৰ ই হৈছে প্ৰাথমিক বিজ্ঞানসম্মত পদক্ষেপ।

*(আমাৰ প্ৰতিনিধি : ১২শ বৰ্ষ : ১১শ সংখ্যা, জুলাই, ১৯৭২ চন)*



# জাতীয় ঐক্যসূত্ৰ দিয়াঁচোন

## ইমপ'ৰটেড্ মহাবাণী আৰু কিমান দিবা?

স্বাভাৱিকতে, সপোন বহুতে দেখে। এম এল এ. নাৰ্জাৰী চাহাবে হয়তো দেখে, বড়ো ৰাজ্য এখনৰ মুখ্য মন্ত্ৰী হোৱাৰ সপোন। (বিষ্ণু ৰাভাদেউ বাচি থকা হ'লে— কি ক'লেহেঁতেন চাগে।) থাওচেন্ চাহাবে এখন উত্তৰ-কছাৰী ৰাজ্যৰ মুখ্য মন্ত্ৰী হোৱাৰ সপোন হয়তো দেখে। কলিকতাৰ বিবেক বাবু, মনোজ বাবু, মেঘালয়ৰ নীলক- মলাদিৰ দয়াশীল উদগনিত সপোন দেখাটো যাৰে-তাৰে ফাণ্ডামেণ্টেল ৰাইট নিশ্চয় নিশ্চয়। এই সপোনসমূহ সৰু সৰু এথনিক গ্ৰুপে দেখে— যেতিয়া তেওঁলোকৰ দোৱানক আৰু কৃষ্টিক দেশে উপযুক্ত মৰ্য্যাদা নিদিয়ে— ইও সঁচা কথা একোখন ৰাজ্যৰ সংখ্যালঘু ভাষা-ভাষীয়ে ধৰি লয়, তেওঁলোকে তেওঁলোকৰ ভাষা হেৰুৱাবগৈ— যদি সংখ্যাগৰিষ্ঠৰ ভাষাটো উচ্চ শিক্ষাৰ মাধ্যম হৈ যায়। সংখ্যাগৰিষ্ঠৰো বহুতে ভাবে যে তেওঁলোকৰ ভাষাটোৰ লগে লগে ইংৰাজী ভাষা নাথাকিলে তেওঁৰ প্ৰদেশখনে বহল পৃথিৱীৰ সৈতে যোগাযোগ কৰিব নোৱাৰিবগৈ। উচ্চ বিজ্ঞান শিকিব নোৱাৰিবগৈ। দোৱান আৰু ভাষাৰ পাৰ্থক্য বুজাবা কাক? কোনেওতো বুজিব নোখোজে। অসম সাহিত্য সভায়ো কোনো থিছিছ ছপোৱা নাই, এইবুলি প্ৰমাণ কৰিছে যে কাছাৰ জিলাৰ ভাষাটো এটা মাথোঁ দোৱানহে! ছপাইছে জানো? কোনো কোনো বঙালী আৰু off the track অসমীয়া ইণ্টেলেক্চুৱেলে গম্ভীৰভাৱে কৈ উঠে, অসমৰ মাধ্যম আন্দোলন অসমীয়া বুৰ্জোৱা মিড্ল ক্লাছৰ আন্দোলন, ইত্যাদি ইত্যাদি। তাৰ পাচত হয় 'ডেমাগগী' ইণ্টেলেক্চুৱেল তৰ্ক। কিছুৱে নাম কৰি পেলায়'' ছোভিয়েট ৰাছিয়াই প্ৰমাণ কৰা সংখ্যালঘু আৰু ৰাজ্যিক ভাষাৰ সমস্যাৰ সমাধানৰ কথা ক'লে কোনোৱে কয় ঃ ইম্প'ৰটেড ছলিউশ্বন নালাগে। কাকনো বুলিবা ককা, সবাৰে দাড়ি-চুলি পকা!

অসমৰ অৰ্থনৈতিক অনিশ্চয়তা, তেৰ লাখ নিবনুৱাৰ সমস্যাৰ সৈতে মাধ্যমৰ ক্ষেত্ৰত হোৱা ক্ৰোধ বা আতঙ্ক জড়িত আছে বুলি জানে। কিন্তু অসমীয়া ভাষাক

অমুকে ঘৃণা কৰে বুলি ক'বহে লাগে — একেবাৰে অৰ্থনীতিৰ প্ৰথম অ-আ-বোৰৰ কথা শিকোৱা আৰম্ভ কৰি দিয়ে কোনো কোনো পণ্ডিতে। এটা জাতিৰ ভাষানুভূতিবো অ-বুৰ্জোৱা দৰ্শনৰ এটা ফাল থাকে!

গতিকে, আমাৰ ভাৰতবৰ্ষখনক চলোৱা হে দিল্লী, তোমালৈ বুলি এবাৰ কথা ক'বৰ মন গৈছে। দিল্লীৰ ৰাজনৈতিক ইণ্টেলেক্চুৱেলসকলে, আমাৰ বিশাল ভাৰতবৰ্ষত এক বৰ্গ ফুট মাটি উলিয়াই দিব পাৰিবনে — যিখিনি বহুভাষিক লোকে গচকা নাই? অৰ্থাৎ, তোমাৰ ভাষাত যি বহুভাষিক নহয়? দিল্লীৰ কোনোবাই যদি এদিন মোক কয় যে, "হেৰা ছ'ভিনিষ্ট অসমীয়া, শুনা— ভাৰতৰ প্ৰতি ৰাজ্যতে সেই ৰাজ্যৰ সংখ্যাগৰিষ্ঠৰ ভাষাটো উচ্চ শিক্ষাৰ মাধ্যম হওক। ইংৰাজীও লগতে দহ বছৰ বা দৰকাৰ হ'লে শত-সহস্ৰ বছৰ 'বৈজ্ঞানিক' মাধ্যম বা সংখ্যালঘুৰ বাবে লা লিংক লেঙ্গুৱেজৰ মাধ্যমো হৈ থাওক। আৰু সেই ৰাজ্যত যিমান সংখ্যালঘু থাকিব, সকলোৱে নিজৰ নিজৰ মাতৃভাষাত (স্বীকৃত কিম্বা অস্বীকৃত দোৱান কিম্বা উপ-দোৱানেই হওক) যদি ইচ্ছা কৰে, পৰীক্ষাৰ বহীত উত্তৰ লিখিব পাৰিব।"

তেতিয়া মই উত্তৰত ক'ম— বৰ উত্তম কথা! বৰ গণতান্ত্ৰিক কথা। তদুপৰি, আপোনালোকে সকলো ভাষা-ভাষীক সন্মান কৰাও হ'ব। আপোনালোকে সকলো ভাষা-ভাষীৰ 'ভোট' পোৱাতো অসুবিধা নহ'ব। আপোনালোকৰ মনৰ উদাৰতাও প্ৰকাশ পাব। সকলো ভাষা আৰু দোৱানৰ টেক্সট বুক কমিটীৰ অনুবাদকসকলে, প্ৰকাশকসকলে ধুমধাম ধন ঘটাৰ সুবিধাও পাব। কিন্তু এটা কথা। প্ৰথমে, কেন্দ্ৰৰ লোকসভা-ৰাজ্যসভাত এই ফৰ্মুলাটোক নৱ কংগ্ৰেছে — 'United Form Language Medium Act For Whole India' কৰি পাছ কৰিব লাগিব। তোমালোকে, হে দিল্লী, পাৰিবাও। মিছেছ গান্ধীয়েতো কৈছেই দেখোন, ভাষাটোনো কি? চিন্তাৰ এটা বাহনহে (আমি যেন আগতে কথাটো নাজানিছিলোঁহে!)। যাহওক, এই Act খন সৰ্ব্ব- ভাৰতৰ বাবে পাছ কৰাই লওক। সমগ্ৰ ভাৰতৰ প্ৰত্যেক ৰাজ্যই সেইখন আইন বাধ্য হৈ মানি লওক। মহাৰাষ্ট্ৰই মানক। বঙ্গদেশে মানক। (কলিকতাৰ বিহাৰীসকলে হিন্দীত পৰীক্ষাৰ কাকতৰ উত্তৰ দিয়াৰ ব্যৱস্থা, তেতিয়া কলিকতা বিশ্ববিদ্যালয়ে মানি ল'ব। কাছাৰে যি পাব, দাৰ্জিলিঙেও তাকে পাব — সেই ফৰ্মুলা বা Act মতে।) সাহস থাকে যদি, দিল্লীৰ ৰাজনৈতিক ভাষা-পণ্ডিতসকলে এনে এখন আইন দিয়ক, আমাৰ অসমেও তেতিয়া সেই আইন মানি ল'ব। এনে মাধ্যম আইন এখন উলিয়াব পাৰিবনে — যিটোক সমগ্ৰ ভাৰতৰ প্ৰত্যেকখন ৰাজ্যতে সমভাৱে ব্যৱহাৰ কৰাব পাৰিব? সাহ আছেনে? যদি নোৱাৰা, তেন্তে অকল অসমক গিনিপিগ বা বগা নিগনি বা পৰীক্ষাগাৰ কৰি, তুমি নিজে নমনা উপদেশবাণীবোৰ শুনাই, নিজৰ নিজৰ মনত লুকাই থকা chauvinism-বোৰ (এই শব্দটো ভাল

ওলাল। অৱহেলিত বা শোষিত অসমীয়া ভাষাই যোগ্যতা- নুসাৰে নিজৰ প্ৰাপ্য স্থান বিচাৰিলেও তাক 'চ'ভিনিষ্ট' বোলা হয়। আচলতে ছুপিৰিয়ৰিটি বেঙ্গুত অহঙ্কাৰী ভাষাবোৰে এইটো ব্যৱহাৰ কৰিলে, মাৰ্ক্সিষ্ট পণ্ডিতসকলে ব্যৱহাৰ কৰা শব্দহে এইটো আছিলে!) –– হে দিল্লী, তোমাৰ পণ্ডিতসবৰ চভিনিজমবোৰে MISA বা মিছা মুখেৰে ঢাকি পাণ্ডিত্য দৰ্শোৱা কাম ফেৰাৰপৰা বিৰত থাকিবা। বুজিছানে? কাৰণ, পুনৰ গঠনৰ নামত অসমখনৰ পুনৰ ভাঙোন তোমালোকেই কৰিছা, হে দিল্লীৰ প্ৰভু আৰু প্ৰভুৰনীসকল! এটা সৰ্ব্বভাৰতীয় মাধ্যম নীতি নুলিওৱাঁকৈ তোমালোকে শুনোৱা মহাবাণীবোৰ অসমে আৰু নুশুনে। পুনৰ ভাঙোনৰ পাচত অৱশিষ্ট থকা অসমক — 'অসম' হোৱাত বাধা দিলে অসমৰ আৰু কোনেও নসহে। ছুপ্ৰীম কোৰ্টৰ ৰায় সন্মুখত পৰি আছে। সাময়িকভাৱে আন্দোলনৰ ছাত্ৰনেতাসকলে স্থগিত ৰাখিছে' জ্বলা জুইত MISA পাণ্ডিত্যৰে ঘিউ নাঢালিবা। এতিয়া শৰৎ সিংহ চৰকাৰে মিছেছ গান্ধীৰ আশিসবাণী লৈ ৰবিশস্যসমূহ সমাজবাদী পথাৰত ৰোৱা আৰম্ভ কৰিলেই 'জনকল্যাণ' হ'ব।

মুখৰ মাতষাৰিনো কি কথা? এটা বাহনহে! মনত ৰাখিবা, হে দিল্লী, ই এটা জাতিৰ সু-চিন্তাৰ আৰু সু-প্ৰকাশৰ, সু-বন্ধুত্বৰ, সু-যোগাযোগৰ, সু-আত্মপ্ৰতিষ্ঠাৰো বাহন। ভাষা মাথোঁ তোমালোকে বিচৰা ভোটৰ বাহন নহয়।।

২ নং কোঠা
চিভিল হস্পিতাল
শ্বিলং ১৫।১১।৭২

*(আমাৰ প্ৰতিনিধি : ১৩ শ বছৰ : ৩য় সংখ্যা : নৱেম্বৰ, ১৯৭২)*



# দিল্লীলৈ মুকলি চিঠি

হে দিল্লী, অতি সাধাৰণ ভাৰতীয় হিচাপে অসমত এইবাৰ সংযমী যৌৱন, মিছা MISA, উপদেষ্টাবিহীন শৰৎ আৰু অশান্ত হেমন্ত দেখি শুনি তোমালৈ এই মুকলি চিঠিখন লিখিছোঁ। আমি বিশ্বৰ সকলো ভাষা-সাহিত্যৰ প্ৰতি প্ৰেম আৰু সন্মান বুকত ৰাখিয়েই এই নিঃকিন ভাবকণ প্ৰকাশ কৰিছোঁ। ভাষা যেনো চিন্তাৰ বাহন। সেয়ে মাতৃভাষা অসমীয়াৰে লিখিছোঁ — ছ'ভিনিষ্ট বুলি আকৌ দায়-দোষ নধৰিবা। তোমালোকেই আমাক শাসন কৰিছাঁতো! এতিয়া ভাবিছোঁ. তেনে মৃতক নহ'লোঁ মই কিয়? লাজ লাগিছে বৰ। আমাৰ জীৱনৰ সূৰ্য্য যেতিয়া আবেলিৰ আকাশ পাওঁ পাওঁ, তেতিয়া বাচি থকাৰ নিৰ্লজ্জ আশাৰে পুৰণি শৰীৰটো মেৰামতি কৰি ল'বলৈ একুৰিবো অধিক দিন শ্বিলঙৰ চিভিল হাস্পতালত পৰি থাকোঁ - অথচ আনপিনে আমাৰ ফুলকুমলীয়া অকণমানি ধন ভাইটি মজাম্মিলে, সুন্দৰ অনিল বৰাই — আৰু তাৰ পাচত ডেকা প্ৰমোদ বৰা, বলেন ৰাজখোৱাসকলে অকালতে নিষ্ঠুৰ হত্যাকাৰীৰ হাতত, অসমীয়া ভাষাক ন্যায্য আসন দিবলৈ, প্ৰাণ দিয়ে। ১৯৬০ চনত ৰঞ্জিৎ বৰপূজাৰী আৰু সূৰ্য্য বৰা— আকৌ সিদিনা পুলিচৰ গুলীত শেষ হৈ গ'ল ডেকা শিক্ষক সাহিত্যসেৱী নৰেন মহন্তৰ জীৱনশলিতা। মজাম্মিলৰ নিৰ্মম মৃত্যুৰ পাচতে সংঘৰ্ষ আৰম্ভ হ'ল। গৃহহাৰা হ'ল বহুতো। বিশেষকৈ, অসমৰ বাহিৰৰ একপক্ষীয়, অ-নিৰপেক্ষ সাংবাদিকে আৰু অসমৰ ভিতৰৰ ক্ষমতালোভী স্বাৰ্থপৰ সৰু সৰু তথাকথিত সংখ্যালঘু নেতাই কলিকতালৈ গৈ বহু মিছা কথা কোৱাৰো সুবিধা ল'লে। বহু নেতাই স্বস্থান-অস্থানে মাৰধৰো খোৱাৰ হেনো সুযোগ পালে। যেৰাও হোৱা কিছু এম-এল-এই কিবাকিবি কাকতত চহী কৰি পাচত সেইবোৰ পাহৰি পেলোৱাৰ সুযোগো ল'লে। অসমৰ ছাত্ৰনেতাসকলৰ এইবাৰৰ অদ্ভুত সংযম, প্ৰখৰ বুদ্ধিদীপ্ত অহিংস আন্দোলনৰ সুপৰিচালনা আৰু ইতিবাচক ভাষা-সচেতনতা দেখি অসমৰ শৰৎ সিংহ চৰকাৰৰ প্ৰতিজন নেতাই তৱধ মানি স্ব স্ব আসনত, বিস্ফোৰণৰ সম্ভাৱনা থকা ভিচুভিয়াছ আগ্নেয়গিৰিৰ উত্তাপ নিতম্বত অনুভৱ কৰিলে।

# এইবাৰৰ ভাষা-ভাওনাত কেতবোৰৰ ভাও

এইবাৰৰ ভাষা ভাওনাত কেইটিমান চৰিত্ৰৰ ভাও অতি দুখলগা। এইবাৰ অসমত পুৰণি সুৰা নতুন বটল কেইটামানত ভৰাই দিয়াৰ দৰে বিধানসভাৰ আসনত যুব নৱবিপ্লবী কংগ্ৰেছীসকলেও শোভা পাইছিল। (অসম এতিয়া প্ৰায় ধান পাৰ্টি ষ্টেট। অৱশ্যে, অসমৰ 'ৰাইজেই' এওঁলোকক বাছিছিল!!) এওঁলোকৰ নেতা আছিল শৰৎ সিংহ (বিখ্যাত Views paper, News paper নহয় 'নীলাচল'ৰ মননশীল সম্পাদক শ্ৰীবৰগোহাঞিৰ মতে শৰৎ সিংহ 'নতুন পুৰুষৰ নতুন নায়ক'।) এই শৰৎ সিংহক নতুন দৃষ্টিভঙ্গী দিব বুলি ভাবিছিলোঁ এই নৱ বিপ্লৱী ডেকা কংগ্ৰেছ টিকটধাৰী কেইজনে। তাৰ মাজৰে মন্ত্ৰী হোৱা কেইজনে নেতাক চাকৰি যোৱাৰ ভয়ত একো ক'ব নোৱাৰে (বাৰু বুজিলোঁ), কিন্তু তেনে এম. এল. এ কেইজন? তেওঁলোকৰ মৌনতাক তেওঁলোকে ডিফেণ্ড কৰে কোন যুক্তিৰে? ছুপ্ৰীম কৰ্টৰ ৰায় (মাধ্যম অসমীয়া, আৰু দহ বছৰৰ বাবে ইংৰাজী সংখ্যালঘুৰ বাবে) যেতিয়া দিয়া হ'ল, তেতিয়া ডেকা ৰঙেৰে ৰাঙলী শৰৎ কালটোৰ আকাশ কিছু ফৰকাল হৈছিল। তেতিয়াই ২৩ ছেপ্টেম্বৰৰ (১৯৭২ চন) বিধানসভাৰ সৰ্ব্বসম্মতিক্ৰমে (তাত মহীতোষ পুৰকায়স্থও আছিল উপস্থিত সৌশৰীৰে।) গৃহীত প্ৰস্তাৱটো (পাচত ভয়তে তাৰ নামকৰণ কৰা হ'ল 'পৰামৰ্শ') 'নাকচ' কৰিবলৈ বা 'পুনৰালোচনা' কৰিবলৈ বিধানসভালৈ, মিছা MISA বোলা এটা ভয়াবহ, মিছা Brute force ৰাইজৰ ওপৰত জাপি দি ক্ৰাছ ফাইভৰ অকণমানি ছোৱালী সত্যাগ্ৰহীক বন্দুকৰ কুন্দাৰে মাৰি অজ্ঞান কৰোৱা হ'ল কিয়? মাজনিশা ছাত্ৰ-নেতাসকলক ধৰি আনি বিনা কাপোৰে মেঘালয়ৰ শীতভৰা জে'ললৈ অনা হ'ল কিয়? (মই নিজ চকুৰে দেখিছোঁ) গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভিতৰত বাক্স পুলিচক সুমুৱাই দিয়া হ'ল কিয়? যদি 'ঘৃণনীয়া মেজমেল' কৰাৰে শৰৎ সিংহৰ উদ্দেশ্য আছিল, তেন্তে MISA-ৰ মিছা যুক্তিৰে ধৰি অনা ছাত্ৰনেতাসকলৰ সৈতে তেওঁৰ জে'লত কথা পতাৰ উদ্দেশ্য আছিল নেকি? ৰাজহুৱা জীৱনত জেদৰ এটা সীমা আছে। বিধানসভাৰ 'মাধ্যম' প্ৰস্তাৱৰ Dignity কেতিয়াবাই নোহোৱা হৈছিল, তেওঁ নিজেই অনাউপৰযোগে কৈছেই। তথাপি, সেই কথাটো আনুষ্ঠানিকভাৱে ঘোষণা কৰোঁতে ইমান পলম কৰিলে কেলেই? ১১ নৱেম্বৰত ছাত্ৰনেতা আৰু শৰৎ সিংহৰ মাজত আমিষ্টিচ হ'ল। কিয়নো, শৰৎ সিংহই ছাত্ৰসকলৰ দাবী মানি ল'লে। কংগ্ৰেছ অফিচত কংগ্ৰেছ পাৰ্লামেণ্টেৰীৰ সভাত ২৩ ছেপ্টেম্বৰৰ প্ৰস্তাৱটো নাকচ কৰাৰ সময়তে তেওঁ যদি ১১ নৱেম্বৰত দিয়া ভাষণটো দিলেহেঁতেন, তেন্তে নকেন মহন্তৰ অকাল মৃত্যু আৰু বহু নিৰ্দোষী ছাত্ৰ-ছাত্ৰী সত্যাগ্ৰহী গুৰুতৰভাৱে আহত নহ'লহেঁতেন আৰু ছাত্ৰসকলেও গণ সত্যাগ্ৰহ পৰিহাৰ কৰিলেহেঁতেন সাময়িকভাৱে।

এই কথাষাৰে নিশ্চয় শৰৎ সিংহৰ সু-বিবেকক গোটেই জীৱন খুলি খুলি খাব। তেওঁ MISA (Maintenance of Internal Security Act) ৰ দোহাই দি নিৰ্দোষী ছাত্ৰনেতাক জধে-মধে ধৰালে। (আজি শুনিছোঁ ৪৩ জন ছাত্ৰনেতাক মুক্তি দিয়া হ'ল। কাৰণ, তেওঁলোকৰ বিৰুদ্ধে কোনো কংক্ৰীট কেছ নাই।) তেন্তে, তেতিয়া ধৰালে কিয়? আনহাতে, অসমৰ বিৰুদ্ধে অল ইণ্ডিয়া ৰেডিঅ' দিল্লীয়ে প্ৰচাৰ কৰা 'স্পট লাইট'ৰ প্ৰচাৰবিদবোৰক আৰু বাহিৰৰ একপক্ষীয় সাংবাদিকবোৰক সাম্প্ৰদায়িক উত্তেজনা বঢ়োৱাৰ অপৰাধত গ্ৰেপ্তাৰ কৰা নহ'ল কিয়? উল্লেখযোগ্য যে শ্বিলঙত জনৈক অনা-অসমীয়া, অ-বঙালী সাংবাদিকে কেন্দ্ৰীয় মন্ত্ৰী ওম মেহতাকে নিজ মুখেৰে ক'ব লগা হ'ল ক্ষমাৰ সুৰেৰে— 'It is unfor- tunate, it will not be repeated in future.' বুলি। তাৰ অৰ্থ হ'ল— দিল্লীৰ আকাশবাণী, মেঘালয়ৰ আকাশবাণী আৰু মেঘালয়ত বহি থকা কলিকতীয়া বাতৰি-কাকতৰ 'অসম বিশেষজ্ঞ' কেইজনো অসম-বিৰোধিতাত দোষী। কেন্দ্ৰীয় মন্ত্ৰীৰ নিজ মুখৰ বাকাৰপৰাই এই কথা প্ৰমাণিত নহয়নে? তেনেহ'লে তেওঁলোকক সাম্প্ৰদায়িক অশান্তিত ইন্ধন যোগোৱা দোষত MISA-ৰদ্বাৰা গ্ৰেপ্তাৰ কৰা নহ'ল কিয়? সমাজবিৰোধী লোকে গোলাধাট আৰু আন ঠাইত কৰা কামবোৰক আমিও নশলাগোঁ। আৰু মজাম্মিল, অনিল, প্ৰমোদ, বলেনক হত্যা কৰা অনা-অসমীয়া কেইজনকো ৰবি ঠাকুৰ বুলি পূজা আমি নকৰোঁ।

## অসমক লৈ দিল্লীত ভাওনা

১৩ নৱেম্বৰৰপৰা দিল্লীত ৰাজ্যসভা বহিছে। যোৱা কেইসপ্তাহ অসমৰ ভাষা সমস্যা সমাধান কৰিবলৈ শঙ্কৰ দয়াল শৰ্মা আহিল। তেওঁ বেচেৰা শিলচৰত মহীতোষৰ ভলণ্টিয়াৰবৰ্গৰদ্বাৰা বোধ হয় অপমানিত হৈছে, অসম উপত্যকাত নাই হোৱা। অসম উপত্যকাৰ ছাত্ৰসকল মাৰ্জিত আৰু সংযমী বুলি শৰ্মাই নিশ্চয় অনুভৱ কৰি গৈছে। তেওঁ APCC-ৰ অকৰ্মণ্যতাক গালি-শপনিও পাৰি গৈছে বুলি প্ৰকাশ। মিৰ্ধা চাহাবে কৈ গৈছে, অসমত বঙালী ভাষা বিশ্ববিদ্যালয়ৰ মাধ্যম হোৱাটোৰ প্ৰশ্ন নুঠে। যাদৱ চাহাবেহে অসমৰ ভাষা সমস্যাটোক পঞ্জাবৰ (চিনেমাগৃহত কাজিয়াৰপৰা উদ্ভৱ হোৱা) সমস্যাৰ সৈতে মিলাই, মস্তিষ্কৰ অপৰিপক্কতাৰ প্ৰমাণ দি হাঁহিয়াতৰ পাত্ৰ হৈ গৈছে। দিল্লীত পৰিপক্ক, অপৰিপক্ক good, bad, indifferent, অজ্ঞ, বেহিজাত্তা 'নেতা'ই অসমক লৈ বৰ চিন্তা কৰি, তাৰ বিষয়ে মহা মহা বাণী প্ৰকাশ কৰি থকা আমাৰ চকুত পৰিছে। এতিয়া কালি বহা লোকসভা-ৰাজ্যসভাতো অসমৰ Chauvinism-অৰ বিৰুদ্ধে পশ্চিম বঙ্গৰ chauvinistic নেতা কেইগৰা- কীমানে বৰ দপদপাইছে। অৱশ্যে পশ্চিম বঙ্গ কংগ্ৰেছৰ প্ৰণৱ মুখাৰ্জীয়ে কৈছে 'Assam had every right to demand Assamese as regional language although

the Government should do something to safeguard bonafide difficulties of other linguistic minorities.' — এয়াহে ভাৰসাম্য থকা ভাষণ। এয়াহে সুমস্তিষ্কবান নেতাৰ অনুভূতি। অন্নদাশঙ্কৰ ৰায়ৰ 'অ' মোৰ চিকুণী দেশ'ৰ দৰে যুক্তিপূৰ্ণ প্ৰবন্ধহে সন্মানীয়, সকলো ভাষা সত্য অন্বেষণকাৰীৰ বাবে। ৰাজ্যসভাত এইবাৰ ভাগ্যে বিপিনপাল দাসে দিয়া কিছু যুক্তি নিৰ্ভীক। নবীন বৰগোহাঁয়ে, 'mediocre Bengalees, who claimed that their language is superior to every other language' — বুলি ভাষণ দিয়া ছ'ভিনিষ্টিক বঙালী নেতাসকলক বাৰুকৈয়ে আক্ৰমণ কৰিছে। (এইবাৰ আমাৰ অসম উপত্যকাৰ এম-পিসকলে বঙালী chauvinism- অৰ, আনকি মহীতোষ পুৰকায়স্থই মন্ত্ৰীসভাত থাকিও পাৰ্টি ডিচিপ্লিন ভঙাৰ বিষয়ে দিয়া বিবৃতিটোক অসমৰ ৰাইজে শলাগিছে। তেনেকৈয়ে যেন তেওঁলোকে বাকী সময়খিনি নিৰ্ভীকভাৱে থকাৰ পৰিৱেশ পায়। এয়ে দিল্লীৰ ঈশ্বৰ-ঈশ্বৰী সবালৈ প্ৰাৰ্থনা!!)

## ভাষাভিত্তিক ৰাজ্য কোনে উলিয়ালে? ইতিকথা সাধুকথা নহয়

এইখিনিতে 'লিঙ্গুইষ্টিক প্ৰভিন্স'-অৰ সমস্যাটো কাৰ সৃষ্টি— পাঠকসকলে জানি থোৱা ভাল। থোৰতে কৈ থওঁ। তাহানি ৰাজাগোপালাচাৰী মাদ্ৰাজৰ মুখ্য মন্ত্ৰী থাকোঁতে অন্ধ্ৰকেশৰী টি প্ৰকাশনৰ সৈতে মতানৈক্য হয়। মাদ্ৰাজৰ তামিল আৰু তেলেগু ভাষা-ভাষীৰ অনৈক্য হয়। তেলেগু ভাষাৰ নেতা শ্ৰদ্ধেয় পট্টি শ্ৰীমুলুৱে আমৰণ অনশন কৰে। উপায় নেপাই মাদ্ৰাজক কাটি তেলেগুভাষী অন্ধ্ৰপ্ৰদেশ বেলেগ ৰাজ্য হয়। ভাষাভিত্তিক ৰাজ্য গঠনৰ এয়ে আৰম্ভণি, ভাৰতৰ স্বাধীনতাৰ পাচত। ইয়াৰ পাচত, বেলগামত নেহৰুক ক'লা পতাকা দেখুৱাই কানাড়ীভাষীসকলে মহীশূৰৰ অতীত বুৰঞ্জী মতে — বোম্বে আৰু হায়দৰাবাদ ৰাজ্য সাঙুৰি এখন কানাড়া ৰাজ্যৰ আন্দোলন চলায়। নেহৰুৱে উপায় নেপাই (পণ্ডিত নেহৰুৱে ক'লা পতাকা বৰ বেয়া পাইছিল।) ছুপ্ৰীম কৰ্টৰ জাজ ফজল আলীৰ নেতৃত্বত ভাষাভিত্তিক ৰাজ্য গঠনৰ কথা চিন্তা কৰিবলৈ এটি সমিতি পাতি দিয়ে। তাৰে অন্যতম সভ্য হৃদয়নাথ কুঞ্জুৰুৱে সেই সমিতিৰ ৰায়ক 'Award' ৰূপে গ্ৰহণ কৰাটো বিচাৰে নেহৰুৰপৰা। নেহৰুৱে উপায় নেপাই গোবিন্দবল্লভ পন্থ আৰু কৃষ্ণ মেননৰ পৰামৰ্শ লয়। পন্থে দেখিলে যে ভাৰতখন ভাগি-ছিগি খানবান হ'ব — যদি ফজল আলী সমিতিৰ ৰায়টো জাতীয় এৱাৰ্ড ৰূপে গৃহীত হয়। পন্থে হায়দৰাবাদ ৰাজ্যখন ভঙাৰ ('A focus of Muslim power' বুলি!) পক্ষপাতী আছিল মনে মনে। সেয়ে, তেওঁ ক'লে,

'ফজল আলী সমিতিয়ে যি ক'লে ক'লে বাৰু, ভাৰত চৰকাৰে এতিয়া ঘোষণা কৰক— "আমি পাচত যি কৰোঁ কৰিম বাৰু।"

নেহৰুৱে অনাতাঁৰ ভাষণত চিএঞৰি উঠিল, 'Surprised at some of the recommendation of the Commission' (ফজল আলী সমিতিৰ)। পিছ আৰু নেহৰুৰ চিন্তাধাৰা বেলেগ বেলেগ। ২৫ অক্টোবৰত নেহৰুৰ সৈতে সান্নিধ্য থকা এজন বিশিষ্ট ভাৰতীয় সাংবাদিক দুৰ্গা দাসে লিখিছিল : 'The danger is the High Command may encourage linguism up to a point, where various group begin to think and function as sub-nationalities. Such a situation would transfer the scene of regional tug-of-war to the Centre. It is only composite states that provide a safe base for a composite union' — ইয়াৰ পাচতে, সৰ্ব্বভাৰততে ফজল আলী ৰিপৰ্টখন তুমুল বিতৰ্কৰ বস্তু হৈ পৰিল। ৰাজা গোপালাচাৰীয়ে বিপদত পৰি নেহৰুক ক'লে, "এই ৰিপৰ্টখন তলা মাৰি ক'ৰবাত সুমুৱাই (Shelf to) থোৱাঁ।" 'ওৱান লেঙ্গুৱেজ, ওৱান ষ্টেট ফৰ্মুলাটো অহা ২৫ বছৰৰ বাবে বন্ধ কৰক' বুলি কিছু সাংবাদিকে লিখিবলৈ আৰম্ভ কৰে। কোনো কোনোৱে ক'লে— সমগ্ৰ ভাৰতক পাঁচটা বা ছটা অঞ্চলত প্ৰশাসনীয়ভাৱে ভাগ কৰিলেহে ভাল। তেতিয়াৰ বিহাৰ আৰু বঙ্গৰ মুখ্য মন্ত্ৰীয়ে (শ্ৰীকৃষ্ণ সিন্‌হা আৰু বিধান ৰায়ে) দুয়োখন ৰাজ্য একে কৰিব খুজিলে এই 'লিঙ্গুইষ্টিক মেডনেছ' বন্ধ কৰিবলৈ। দুয়ো ৰাজ্যৰে ৰাইজে সেই প্ৰস্তাব গ্ৰাহ্য নকৰি মৰামৰি আৰম্ভ কৰিলে। এইবোৰ দেখি-শুনি তবধ মানি নেহৰুৱে ক'বলৈ বাধ্য হ'ল— 'No decision is irrevocable in Democracy' — গণতন্ত্ৰত কোনো সিদ্ধান্ত অপৰিবৰ্ত্তনীয় নহয়। এই কথা কোৱাৰ লগে লগে মাৰাঠী-গুজৰাটীৰ মাজত বেলেগ বেলেগ ৰাজ্য বিচাৰি কটাকটি-মৰামৰি আৰম্ভ হ'ল। (সেইখিনি সময়ত এই লেখক বোম্বেত আছিল। পঞ্চাশৰ দশকৰ প্ৰথম ফালে।) কোনো কোনোৱে বোম্বে চহৰখনক ইউনিয়ন টেৰিটৰি কৰি দিয়াৰ পৰামৰ্শ দিলে। (এতিয়া কাছাৰকো তেনে কৰাৰ পৰামৰ্শ কোনো কোনোৱে দিছে)। ইফালে বহু দিন বিলাতত থকা নেতা কৃষ্ণ মেননে এইবাৰ গৱেষণা আৰম্ভ কৰি বন্ধু নেহৰুক এটা ভাষাৰ ফৰ্মুলা দিলে। সেইটো হ'ল : সমগ্ৰ ভাৰতৰ ৫০০ বা ততোধিক কাউণ্টিত ভাগ কৰি পেলোৱা ঠিক ব্ৰিটেইনৰ দৰে। সেইবোৰৰ ওপৰত কেন্দ্ৰীয় চৰকাৰ Apex হিচাপে থাকিব। তাৰ পাচত সৰ্ব্বভাৰতক পাঁচটা প্ৰেচিডেন্সীত ভাগ কৰা — প্ৰশাসনীয়ভাৱে। শিক্ষাৰ মাধ্যম বাপে থাকক (জাতীয় ঐক্যৰ বাবে) তিনি ভাষাৰ ফৰ্মুলা। প্ৰত্যেক ছাত্ৰই তেওঁলোকৰ স্ব স্ব আঞ্চলিক মাতৃভাষা শিকিব লাগিব। তদুপৰি, হিন্দী আৰু ইংৰাজী শিকিব লাগিব। যদি কোনোবাৰ মাতৃভাষা হিন্দী হয়, তেন্তে তেওঁ আৰু এটি আঞ্চলিক আধুনিক ভাৰতীয় ভাষা শিকিব লাগিব। মেননৰ ভাব আছিল— ভাৰতৰ শাসন

যিমানে বিকেন্দ্ৰীকৰণ কৰা হয়, সিমানে কেন্দ্ৰীয় চৰকাৰ শক্তিশালী হ'ব। তেওঁৰ মতে, কেন্দ্ৰই হাতত লওক— প্ৰতিৰক্ষা, আন্তৰ্জাতিক ৰাজনীতি, যোগাযোগ, আন্তৰ্জাতিক ব্যৱসায়, মুদ্ৰা আৰু বাকীখিনি এৰি দিয়ক ৰাজ্যসমূহৰ হাতত। কেন্দ্ৰই কৰ সংগ্ৰহ কৰি জনসংখ্যা অনুপাতে কিছু টকা ৰাজ্যসমূহক দিব। আকৌ ৰাজ্যসমূহে কিছু কৰ তুলি, তাৰে এটি অংশ কেন্দ্ৰক দিব। 'ৰেচিডুয়েৰী' ক্ষমতা থাকিব কেন্দ্ৰৰ হাতত। নেহৰুৱে মেননৰ কথা নেমানিলে। তাৰ পাচত, মেনন দুবাৰ হাৰিল— কংগ্ৰেছ এৰিলে। বামপন্থীৰ শৰণ ল'লে। ৰাজনীতিৰপৰা লাহে লাহে মেনন সৰি পৰিল।

তাৰ পাচত ৰাজা গোপালাচাৰীয়ে বিচাৰিলে ভাৰতৰ 'Ambassador at large' হোৱাৰ চাকৰিটো। ৰাজাগোপালাচাৰীয়ে (প্ৰথমে তেৱেঁই হিন্দী ৰাষ্ট্ৰভাষা কৰাৰ পক্ষপাতী আছিল) হিন্দীৰ বিৰুদ্ধে আন্দোলন আৰম্ভ কৰিলে। নেহৰু, আজাদ (তেতিয়াৰ শিক্ষামন্ত্ৰী) আৰু পন্থে হিন্দীক 'অফিচিয়েল' ভাষা কৰাৰ ক্ষেত্ৰত অকণো শিথিল নহ'বলৈ মনস্থ কৰিলে। এনেতে, দিল্লী আৰু ইউ. পিত উৰ্দ্দু ভাষাও কিছু লোকে বিচাৰিলে। নেহৰুৱে হঠাৎ ক'লে— উৰ্দ্দু ভাষা দিল্লীয়ে কয়— গতিকে, উৰ্দ্দুও দিব লাগিব। পন্থে সেইটো নিবিচাৰি এটা হিচাপ দিলে— যে উৰ্দ্দু ভাষা-ভাষী তাত মাথোঁ শতকৰা ৬ জনহে আছে। নেহৰুৱে ধমকি দি ক'লে, সেইটো হিচাপ মিছা! নেহৰুৱে উৰ্দ্দুৰ সপক্ষে প্ৰেচিডেন্সিয়েল অৰ্ডাৰ এটি বিচাৰিলে। পন্থে ক'লে, "তেনে কৰিলে ব্ৰিটিছে দিয়া 'কমিউনেল ইলেক্টৰেট' দিয়াৰ দৰে 'বেয়া' কথা হ'ব—। কিয়নো, উৰ্দ্দু মুছলিম ভাষা।" শেষত, নেহৰুৱে সেই বিষয়ে নিমাত থাকিল যদিও পন্থৰ সঙ্কীৰ্ণতাৰ বিৰুদ্ধে খং দেখুৱালে। সেই দুখতে পন্থৰ 'হাৰ্ট এটেক' হ'ল। পন্থে সাংবাদিকক ক'লে, "মই উৰ্দ্দুৰ বিপক্ষে নহওঁ, বৰং দিল্লী আৰু ইউ. পিত উৰ্দ্দু ভাষা দিলোঁহেঁতেন, যদি উৰ্দ্দু ভাষা দেৱনাগৰী আখৰত লিখাটো বাধ্যতামূলক কৰা হয়।" তেওঁৰ মতে— মুছলিমসকলে সৰ্ব্বভাৰতীয় হিন্দী চিন্তাৰপৰা আঁতৰি থাকিব— যদি উৰ্দ্দুভাষীসকলে হিন্দী আখৰ নলয়। হিন্দী যেতিয়া ইউ. পিৰ ৰাজ্যভাষা কৰা হৈছে, মুছলিমসকলেও অৰ্থাৎ উৰ্দ্দু ভাষীসকলেও তাকে শিকিব লাগে। কিন্তু উৰ্দ্দুৰ আৰবী আখৰত ধৰ্ম্ম সনা আছে বাবে মুছলিম ধাৰ্ম্মিক লোকসকলে এই কথা স্বাভাৱিকতে ভাল নেপালে। — সমস্যা হ'ল, এতিয়া আখৰৰ। তেতিয়াৰ হোম ছেক্ৰেটাৰী বি এন ঝাৰ মতে— "যদি হিন্দী ভাৰতৰ সংযোগী ভাষা নোহোৱাৰ বাবে কোনোবা দায়ী, তেন্তে সেইজন হ'ল স্বয়ং জৱাহৰলাল নেহৰু আৰু তেওঁৰ লগৰীয়াসকল।" তাৰ পাচত আমি দেখিলোঁ কি? ১৯৬০ চনৰ অসম। ১৯৬১ চন আহিল। ভাৰতৰ মুখ্য মন্ত্ৰীসকলৰ সভাত ভাৰতৰ ভাষাভিত্তিক ৰাজ্য গঠনৰ প্ৰশ্নটো পুনৰ আহিল। প্ৰেছিডেন্ট ৰাজেন্দ্ৰ প্ৰসাদে পৰামৰ্শ দিলে যে সকলো আঞ্চলিক ভাষা দেৱনাগৰী

আখৰত লিখাৰ সমস্যাটো ভাবিবৰ বাবে তেতিয়াৰ গুজৰাটী জীৱৰাজ মেহতাক ভাৰ দিয়া হওক। তেওঁ মান্তি হ'ল। পিচে, কেৰালাৰ মুখ্যমন্ত্ৰী পট্টাম থানুপিল্লা সেই ভাৰটো ল'বলৈ মনস্থ কৰিলে। এই সভাত এজন লোকে ক'লে, "নহয় নহয়, সকলো আঞ্চলিক ভাষা ৰোমান হৰফেৰেহে লিখিব লাগে।" সেইজন আছিল তাহানিৰ কেন্দ্ৰীয় শিক্ষামন্ত্ৰী হুমায়ুন কবীৰ। কিন্তু তেওঁৰ মতো মনা নহ'ল। পাচত, কেন্দ্ৰীয় কেবিনেট মিটিং এখনত পুনৰ হিন্দী মাধ্যমৰ কথা উঠোতে (সেই প্ৰস্তাৱ পন্তে উত্থাপন কৰিছিল) নেহৰুৱে মহাক্ৰোধত চিঞৰি উঠিল, "What is all this nonsense? It is not possible to have scientific and technological terms in Hindi." (৩৩১ পৃষ্ঠা, From Curzon to Nehru and After কিতাপত)। তাৰ পাচত, পন্ত চাহাব (হিন্দীক অবহেলা কৰাৰ দুখতে।) হাৰ্টফেইলিয়ৰ হৈ ঢুকাল। (তেওঁৰ ছেক্ৰেটাৰীয়ে তাহানিৰ এজন সাংবাদিকক কৈছিল, ভাষা ৰিপৰ্টখন অধ্যয়ন কৰাৰ পাচত পন্ত চাহাবৰ স্বাস্থ্য বৰ ভাগি পৰিছিল) নেহৰুও তাৰ পাচত নিমাত হ'ল সেই বিষয়ে। এয়া ভাষাভিত্তিক ৰাজ্যৰ আৰু মাধ্যমৰ ইতিকথা। এইখিনি কথাই প্ৰমাণ কৰে যে ভাৰতৰ ভাষা প্ৰশ্নটোৰ বীজ ৰোপণ কৰিছিল কংগ্ৰেছে। এতিয়াও দেশ শাসন কৰিছে নব কংগ্ৰেছে। তেতিয়াও এই সমস্যাটোত দেখা পাওঁ দিল্লীৰ ডাঙৰ ডাঙৰ নেতাসকলৰ ব্যক্তিগত খেয়াল, ৰাজনৈতিক দৃষ্টিভঙ্গী। মনতে লুকাই লুকাই থকা তেওঁলোকৰ সাম্প্ৰদায়িক দৃষ্টিভঙ্গী, কনফিউজন, কণ্ট্ৰেডিকশ্বন, প্ৰেষ্টিজৰ অবাধ খেলা। — এইসকলৰে এতিয়াৰ ৰাজনৈতিক বংশধৰসকলে (দিল্লীৰ আৰু অসমৰ) এতিয়াও কনফিউজন কৰি থকা নাইনে?

## অসমৰ উজ্জ্বল ছাত্ৰনেতাসকল

অসমতো এতিয়াৰ সিংহ চৰকাৰে (১৯৬৭ চনৰপৰা ১৯৭১ চনলৈ) নানাজনৰ নানা মতৰ উদ্ধৃতি দি এখন প্ৰচাৰ-পুস্তিকা উলিয়াইছে। পঢ়ি দেখোঁ, তাত আমাৰ বেচৰকাৰী অসমীয়া ইণ্টেলেকচুৱেল কেইগৰাকীমানৰো কথা-বাৰ্ত্তাত ইনকন্‌চিছ্‌টেনচি (ৰাজনৈতিক লেকামৰ বশীভূত হোৱা ধৰণৰ) দেখা যায়। সম্পূৰ্ণ ৰাজনৈতিক ব্যক্তিকেইজনৰ কথা নানাভাষী ভোটৰ লোভ আগত ৰাখি কোৱা যেন লাগে। বৰং (আপুনি যুক্তিক মানক বা নেমানক) ছাত্ৰনেতা- কেইজনে লোৱা প্ৰস্তাৱসমূহৰ আৰু বিবৃতিসমূহৰ উদ্ধৃতিতহে সুন্দৰ কন্‌চিছ্‌টেনচি দেখিবলৈ পোৱা যায়। আচৰিত, আমাৰ অসমৰ নতুন চামৰ নতুন ডেকাসকল দেখোন আমাৰ তথাকথিত পূৰঠ নেতাসকলতকৈ বহুতো অধিক ভাৰসাম্যবান আৰু পূৰঠ। বিষ্ণু মেধি, বিমলা চলিহা, মহেন্দ্ৰ চৌধুৰী, শৰৎ সিংহই তেওঁলোকৰ মহান উপদেষ্টা আই-এ-এছ-সকলক লৈ ইমান দিনে যি সিদ্ধান্তহীন, ৰাজহাড়হীন দৰ্শন লৈ লুকাভাকু খেলিছিল (ভাষাৰ প্ৰশ্নত), এইবাৰ কিছু

উজ্জ্বল মনৰ ছাত্ৰনেতাৰ পৰিচালনাত হোৱা গণ আন্দোলনত সেইবোৰ স্পষ্ট হৈ ধৰা পৰি গ'ল। শাসক আৰু তেওঁলোকৰ ভোটৰ দালালসকলৰ মেকুৰীবোৰ জোলোঙাৰপৰা ওলোৱাত আমাৰ ডেকা-গাভৰুখিনিয়ে বুকুৰ তেজ দি, অহিংস সত্যাগ্ৰহ কৰি, জে'ললৈ গৈ, লাঠী চাৰ্জ, গুলীৰ সন্মুখীন হৈ, অনশন কৰি স্পটলাইট পেলালে। বিশ্বই দেখিলে। দেখি সুমন্তিঙ্কৰানে শলাগিলেও। ৮ নৱেম্বৰৰ নিশা ছাত্ৰনেতা প্ৰসন্ননাৰায়ণ চৌধুৰী আৰু তেওঁৰ সহকৰ্ম্মী অন্যান্য কেইবাগৰাকীও ছাত্ৰনেতাই ৰাজভৱনত প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰ সৈতে আলোচনা শেষ কৰি এই লেখকৰ সৈতে ৰোগশয্যাত দেখা কৰিবলৈ শ্বিলঙৰ চিভিল হস্পিতালৰ দুই নম্বৰ কোঠালৈ আহিছিল। মৰমেৰে। তেওঁলোকৰ উদ্দেশ্য আছিল মাথোঁ এই লেখকৰ আৰোগ্য কামনা কৰা। মই অভিভূত হৈছিলোঁ। ই অপ্ৰত্যাশিত ভিজিট।

তেওঁলোকৰ সৈতে আহিছিল কেন্দ্ৰৰ হোম মিনিষ্ট্ৰিৰ এজন কৰ্ম্মচাৰীও। নিচেই ওচৰৰপৰা এই ডেকাকেইজনৰ উজ্জ্বল মুখ দেখি, তেওঁলোকৰ মাৰ্জ্জিত ব্যৱহাৰ দেখি, তেওঁলোকৰ প্ৰকাশৰ প্ৰিজাইজনেছ দেখি মোৰ অন্তৰ ভৰি উঠিছিল। মই সুধিছিলোঁ— গণ আন্দোলনকাৰীসকল বিভ্ৰান্ত হৈছে নেকি — এতিয়া শেষৰ পিনে? প্ৰসন্নই ছিৰিয়াছ, অথচ প্ৰসন্নভাৱে কৈছিল, "নাই হোৱা"। — পাচত তাৰ প্ৰমাণ ২১ নৱেম্বৰত দেখিলোঁ। কোনো হিংসা কাৰ্য্যত লিপ্ত নোহোৱাকৈ শেষ দিনাও (অৰ্থাৎ আন্দোলন পৰিহাৰ কৰাৰ আগদিনাও) অহিংস শান্তিপূৰ্ণভাৱে ছয়সত্তৰ হেজাৰ গণসত্যা- গ্ৰহীক চৰকাৰে গ্ৰেপ্তাৰ কৰিবলগীয়া হৈছিল। এনে ছাত্ৰনেতা- সকলৰ পৰিচালনাক আৰু সহস্ৰ সহস্ৰ বঙ্গভাষী ছাত্ৰ-ছাত্ৰী, বৃদ্ধ-বৃদ্ধা সত্যাগ্ৰহীক অভিনন্দন নিদি কাক দিম? অসমৰ শাসক কংগ্ৰেছে কয়, "আমাৰ সমাজবাদৰ আঁচনিসমূহত বাধা দিবলৈ ৰক্ষণশীল গোষ্ঠী এটাই মাধ্যমৰ নামত ছাত্ৰক লগাই দিছে।" আনহাতে, প্ৰায় লোকেই কয়, "অসমৰ বৰ্ত্তমান শাসক কংগ্ৰেছে প্ৰতিশ্ৰুতি দিয়া তথাকথিত সমাজবাদী আঁচনিসমূহ তেওঁলোকে ধন-মান লৈ থকা এটি ধনী গোষ্ঠীৰ কাৰণে কাৰ্য্যকৰী কৰিব নোৱৰাৰ বাবেই মাধ্যম সংক্ৰান্ত একাডেমিক সমস্যা এটাক পলিটিকেল কৰি, ছাত্ৰসকলৰ শান্তিপূৰ্ণ আন্দোলনক দোষাৰোপ কৰি নিজৰ অসফলতা লুকুৱাব খুজিছে।" কোনটো সঁচা? পাচৰটো? দিল্লীতকৈ অসমৰ বাইজেহে অনুভৱ কৰিব বেছি।

*(আমাৰ প্ৰতিনিধি : ১৩ শ বছৰ : ৪ ৰ্থ সংখ্যা : ডিচেম্বৰ, ১৯৭২)*



# কেন্দ্ৰৰ মইমতালি আৰু অসমৰ ডেকাচাম

জনজাতিৰ অনুভূতি চাই আৰু সমগ্ৰ পূৰ্ব্বভাৰতৰে সকলো ভাষা-ধৰ্ম্মৰ ৰাইজৰ নিৰাপত্তা আৰু সামূহিক মঙ্গললৈ চাই শীঘ্ৰে অসমক পুনৰ্গঠন কৰাৰ আমি পক্ষপাতী। পিছে তাকে কৰোঁতে অসমৰ ৰাইজৰ গণতান্ত্ৰিক মনোভাবক কেন্দ্ৰই উপলুণ্ঠা কৰাটো আমি সহ্য নকৰোঁ।

এই বিষয়ে ভাৰত চৰকাৰে শেহতীয় আঁচনি আনুষ্ঠানি কভাৱে ৰাইজৰ সমূখত ব্যক্ত কৰাৰ সাহস নকৰি বান্দৰে পিঠা জুখি দিয়াৰ দৰে এবিধ ৰাজনৈতিক খেল খেলাৰ বাতৰি কাকতে-পত্ৰে ইচ্ছাকৃতভাৱে এৰি দিছে ৰাইজৰ মন চাবলৈ। অসম কংগ্ৰেছৰ সৰ্ব্বশ্ৰেষ্ঠ নেতাজনকো 'অকল ভৈয়ামীয়া অসমীয়াকেইজনৰ নেতা' বুলি কেন্দ্ৰই ধৰি লৈহে আলোচনা কৰাও আমাৰ চকুত পৰিছে। সচাৰচৰ দায়িত্বপূৰ্ণ বুলি ভবা সংবাদ এজেন্সীয়ে পঠোৱা বাতৰিসমূহত এই আঁচনিৰ ইঙ্গিত কিছু পোৱা হৈছে। এই বাতৰিসমূহ যদি সঁচা হয় তেন্তে এই প্ৰসঙ্গক বিশ্লেষণ কৰিলে প্ৰথমেই আমাৰ চকুত কেইটিমান কথা ধৰা পৰে। এই আঁচনিৰ ৰাজনৈতিক ব্যৱহাৰিক ফলাফলৰ ভৱিষ্যৎ এনে হ'ব পাৰে বুলি আমাৰ ধাৰণা।

(ক) খাচী, জয়ন্তীয়া, গাৰোসকলে পৃথক ৰাজ্যৰ সকলো শাসনতান্ত্ৰিক স্বাধীনতাৰ সুবিধা পাব। অথচ অসমে 'পৃথক ৰাজ্য দিয়া হোৱা নাই' বুলি নিজকে মিছা সান্ত্বনা দিব লাগিব।

(খ) তদুপৰি এই পাৰ্ব্বত্য ৰাজ্যই অসমৰ বিধানসভাতো প্ৰতিনিধিত্ব পাব। পাৰ্ব্বত্য বিধানসভাত অসম বিধানসভাৰ প্ৰতিনিধিত্ব শূন্য। যুটীয়া বিষয়কেইটিত মনোমালিন্য বা মতবিৰোধ হ'লে আমাৰ মাত নাই। তেওঁলোকৰ ৰঙা চকু আমাৰ বিধানসভাত তেওঁলোকে দেখুৱাব। আমি তাকে চাই ক্ষান্ত থাকিম। আমাৰ কৰ্ত্তব্যৰ কথা তেওঁলোকে আমাক ক'ব অথচ তেওঁলোকৰ কৰ্তব্যৰ কথা আমি সঁকীয়াবৰ থল নাই।

(গ) আইন-শৃঙ্খলা ৰক্ষাত এই পাৰ্ব্বত্য ৰাজ্যই স্বয়ংসম্পূৰ্ণ স্বাধীনতা পাব। তাত অজনজাতীয় লোকৰ নিৰাপত্তাত অসম চৰকাৰ সহায়হীন মৌন দৰ্শক হৈ থাকিব লাগিব। ৰাজ্যপালে হস্তক্ষেপ কৰিব পাৰিলেও, ৰাজ্যপালজনে একদলীয়া পক্ষপাতিত্ব কৰি

অজনজাতীয়ৰ স্বাৰ্থক উপলুঙা কৰাৰো সম্ভাৱনা থাকিব। এই ক্ষেত্ৰত ৰাজ্যপালজনে অধিক শক্তি লৈ অসমৰ বিধানসভাক চেৰাই যাব পাৰিব।

(ঘ) অসম কিম্বা পাৰ্ব্বত্য ৰাজ্যৰ কোনখনৰ সৈতে থাকিব এই বিষয়ে মিকিৰ পাহাৰ আৰু উত্তৰ কাছাৰ পাহাৰৰ সিদ্ধান্ত নিৰ্ভৰ কৰিব নিজ নিজ জিলা পৰিষদৰ সাধাৰণ সংখ্যা গৰিষ্ঠ ভোটৰ ওপৰত। যেনে ২০ জনীয়া পৰিষদত ১২ জনে ভোট দিলেই এটি অঞ্চল কাৰ সৈতে থাকিব তাৰ ভাগ্য নিৰ্ণয় কৰিব। দুই-তৃতীয়াংশ ভোটৰদ্বাৰা নহ'লে এজন লোকৰ মতক সমগ্ৰ জাতিৰ প্ৰতিনিধিত্বৰ প্ৰতীক বুলি ধৰা হ'ব। দেখাত গণতান্ত্ৰিক পদ্ধতি হ'লেও কামত ই ব্যক্তিকেন্দ্ৰিক হ'ব যেন লাগে। এটি মন্ত্ৰিত্ব যাচিলেই এই ভোটী লোভনীয় হ'ব।

কেন্দ্ৰই অসমক আৰু অসমৰ নেতৃবৃন্দক যোৱা কুৰি বছৰে উপলুঙা কৰি অহাৰ প্ৰমাণ বহুতো ৰাইজে পাইছে। সেই উপলুঙা বা অৱহেলাই শীৰ্ষস্থানত উঠি তাণ্ডৱ নৃত্য কৰিছে। প্ৰধান মন্ত্ৰী বিদেশৰপৰা আহি যাদুৰ বলত এই সমস্যাৰ সমাধান কৰিবহি বুলি আমাৰ মনে নকয়। অসমৰ ভৈয়ামৰ ৰাইজক ৰাক্ষস বুলি সাধাৰণীকৰণ কৰি লৈ পূৰ্ব্বভাৰতৰ ৰাইজৰ সামূহিক মঙ্গললৈ নাচাই আঁচনিসমূহ দলিয়াই দিয়াত অভ্যস্ত হৈ পৰিছে। গতিকে এই আঁচনি সংশোধন নকৰাকৈ যদি জাপি দিয়ে তেন্তে ইয়াক আমি গ্ৰহণ কৰিব নোৱাৰোঁ।

অসমৰ ৰাইজ, বিশেষকৈ অসমৰ সচেতন ডেকা-গাভৰুচামে নিৰ্ভীক হৈ শান্তিপূৰ্ণ আন্দোলন কৰিবলৈ সম্পূৰ্ণৰূপে সাজু থাকিব লাগিব। কেন্দ্ৰকো এই বিষয়ে সতৰ্ক কৰি দিয়াটো আমাৰ পৱিত্ৰ কৰ্ত্তব্য।

ভূপেন হাজৰিকা, অসম বিধান সভাৰ নিৰ্দ্দলীয় সদস্য, নিজৰাপাৰ, গুৱাহাটী।

(১৯৭২)



# বিদায় শ্বিলং

অৱশেষত —

তেন্তে, অহা মার্চ মাহত অসমৰ 'ৰাজধানী' সঁচাকৈয়ে হ'বগৈ দিশপুৰ! গুৱাহাটীৰপৰা দহ কিলোমিটাৰ আঁতৰত অসম চৰকাৰ বহিব। আলোচিব, শাসন কৰিব — তাৰেপৰা। ১৮ জানুৱাৰীৰ 'টাইমছ অব্ ইণ্ডিয়া'ৰ প্ৰথম পৃষ্ঠাত এই বাতৰি পঢ়িছোঁ বোধেত। বাতৰিটোত লিখা আছে : দিশপুৰত মন্ত্ৰীসভাই পঞ্চম পৰিকল্পনাৰ 'এপ্ৰ'চ পেপাৰ'ৰ কথা, অসমত ৰবিশস্যৰ বৰ্ত্তমান ভৱিষ্যতৰ কথা, আৰু নানা লাগতিয়াল বিষয় আলচ কৰিছে। পি-টি-আয়ে সৰবৰাহ কৰা এই বাতৰিটোৰ শেষত লিখা আছে : মন্ত্ৰীসভাই ফিল্ম ডেভেলপমেণ্ট কাউন্সিল আৰু ফিল্ম ফাইনেন্স কৰ্পোৰেশ্বন পাতিবলৈ সিদ্ধান্ত লৈছে — অসমীয়া ফিল্ম শিল্পক উদগাবলৈ। বাতৰিটো পঢ়ি বহু কথা মনলৈ আহিছে। বিষ্ণু ৰাভাদেৱে প্ৰায়েই ৰগৰ কৰি কৈছিল : 'দিশপুৰ নামটো 'প্ৰাগজ্যোতিষপুৰ' শব্দটোৰ ভগ্নাবশেষ বা অপভ্ৰংশ' হ'লেও, বেচেৰা দিশপুৰখনে অন্ততঃ 'অস্থায়ী ৰাজধানী'ৰ সন্মান পাই নিশ্চয় আজি গৌৰৱান্বিত। যোৱা পঁচিশ বছৰে ট্ৰাইবেল বেল্ট, অট্ৰাইবেল মাটি আদিত যিসকল সৌভাগ্যবান লোকে মাটি কিনি থৈছিল, তেওঁলোকো নিশ্চয় আজি আনন্দিত। শ্বিলং-গুৱাহাটী ৰাজপথেৰে আগতে মন্ত্ৰীসকলে অহা-যোৱা কৰোঁতে মেডিকেল কলেজৰ পাহাৰটোহে মাথোঁ দেখিছিলে। সেই পাহাৰৰ পিচপিনে যে জ্যোতিপ্ৰসাদ, প্ৰমথেশ বৰুৱা, ৰোহিণী বৰুৱা, পাৰ্ব্বতি বৰুৱা, তিলক দাসৰ আত্মাই অবহেলিতভাৱে 'জ্যোতি চিত্ৰবন'ত উচুপি আছে, সেইটো দেখা নাছিল। কাহিলিপাৰা এতিয়া অসমৰ নতুন ৰাজধানীৰ সোঁশৰীৰত পৰি গ'ল যেতিয়া—মন্ত্ৰীসভাই এতিয়া 'জ্যোতি চিত্ৰবন'ৰ কথা ভাবিবলগীয়া হৈছে। ফিল্ম কাউন্সিল আৰু ফিল্ম ফাইনেন্স কৰ্পোৰেশ্বন আদিৰ কথা বোধ হয় ভাবিবলগীয়া হৈছে। যাহওক, ৰাজধানী গুৱাহাটীলৈ আহিল যেতিয়া মন্ত্ৰীসভাই আগতে মন-কাণ নিদিয়া বহু বহু কথা ভালকৈ আলচ কৰিবলৈ বাধ্য হ'ব।

এতিয়া মোৰ মনত পৰিছে, আমাৰ আগৰ ৰাজধানী শ্বিলঙৰ কথা। ধৰক, উত্তৰ লক্ষীমপুৰৰ ধেমাজিৰ এজন শিক্ষক আহিবলগীয়া হৈছে শ্বিলঙলৈ। উদ্দেশ্য :

তেওঁৰ প্ৰাইমেৰী স্কুলটিৰ নামত যাতে 'ষ্টৰ্ম ডেমেইজ ফাণ্ড'ৰপৰা দুটামান টকা নি স্কুলটো পানী নসৰকা কৰিব পাৰে। সেই শিক্ষকজন শ্বিলং পালেহি বাছেৰে। শীতৰ সেমেকা সন্ধিয়া এটাত পুলিচ বজাৰত নামি বেচেৰাই তৃতীয় শ্ৰেণীৰ হোটেল এটিত কম শীত-বস্ত্ৰেৰে কোনোমতে ৰাতিটো কটালে। তাৰ পাচত, নিজ সমষ্টিৰ এম-এল-এজনৰ ওচৰলৈ যাবলগীয়া হ'ল। তেওঁ থাকে পাইনউড হোটেলত। কিম্বা এচেম্বলী হোষ্টেলত। শিক্ষকজনে তাত বহু পৰ বৈ, এম-এল-এজনৰ চহীটো লৈ ডি. পি আই. অফিচলৈ খোজ ধৰিলে। তাত ডি. পি. আইৰ চেহেৰা তিনিদিন গৈও দেখা নেপালে। শেষত, মন্ত্ৰীৰ ঘৰলৈ গৈ কথাটো ক'ব লাগিল। মন্ত্ৰীৰ ঘৰত সোমোৱাটোও কম কথা নহয়। পালি-পহৰীয়াৰ বেহু পাৰ হৈ কেইবাদিনো মন্ত্ৰীৰ কাষ পাইছিলগৈ। পিচে, তেওঁ পুনৰ ড্ৰি পি. আই. অফিচলৈ যাবলৈ ক'লে শিক্ষকজনক। বহু দিন পুনৰ ডি পি আই অফিচলৈ গৈ গম পালে যে ডি. পি. আইজনক অৱসৰ দিয়া হ'ল। নতুনজন ভাৰতবৰ্ষ ফুৰিবলৈ গৈছে — অন্য ৰাজ্যৰ শিক্ষা পদ্ধতি 'অধ্যয়ন' কৰিবলৈ। নিজ সমষ্টিৰ এম-এল-এ- গৰাকীয়ে শিক্ষকজনৰ হাতত এখন চিঠি লিখি দিলে এডুকেশ্বন ছেক্ৰেটাৰীলৈ। শিক্ষকজনে তেওঁৰ বাসস্থানলৈ গৈ দেখে যে দুৱাৰমুখত এটা প্ৰকাণ্ড এলচেচিয়ান কুকুৰে অতি খঙেৰে তেওঁক আদৰিছে। ঘৰৰ ভিতৰত কিবা ইংৰাজী সুৰৰ হাঁহি-খিকিন্দালি! এগৰাকী আধুনিকা কন্যাই (যি ল'ৰা নে ছোৱালী ধৰিব নোৱৰা পোছাক পিন্ধিছে) আহি শিক্ষকজনক ইংৰাজী ধৰণৰ অসমীয়া ক'লে— "পাপ্পা ফ্লাই কৰিছে দেল্লিলৈ। তাত এডুকেশ্বন গ্ৰাণ্ট্ কাৰণে গৈছে। মিনিষ্টাৰক একমপেনি কৰিছে। তাৰ পাচত পাপ্পা মাম্মীৰ কাৰণে শ্বপিং কৰিবলৈ যাব বোম্বে আৰু কেলকাটা। পাব্লিশ্বাৰৰ গেষ্ট হৈ থাকিব কেলকাটাৰ...পুৰত।' শিক্ষকজনে ৭দিন হাৰাশাস্তি হৈ ধেমাজিলৈ উভতিলে গ্ৰাণ্টবিহীন হাতেৰে! জেপৰ পইচাকেইটাও শেষ!!

—দিশপুৰলৈ ৰাজধানী আহিল যেতিয়া, এতিয়া মন্ত্ৰী, ছেক্ৰেটাৰী, উচ্চ কৰ্ম্মচাৰীৰ ৰাইজৰ প্ৰতি কোৱা কথাৰ সুৰ বেলেগ হ'ব লাগিব। গুৱাহাটীত এতিয়া উচ্চ কৰ্ম্ম- চাৰীসকলে প্ৰায়েই ঘেৰাওৰ সন্মুখীন হ'ব। এজন শিক্ষকৰ বাবে এহেজাৰ শিক্ষকে মাজনিশাও শোভাযাত্ৰা কৰি মন্ত্ৰীৰ ঘৰলৈ গ'লে — এলচেচিয়ান কুকুৰটোৱে নেজ পকাই সুৰসুৰকৈ ভিতৰ সোমাব লাগিব। এজন খেতিয়কৰ মাটিৰ দৰ্খাস্ত পোন্ধৰ বছৰ পেলাই থোৱা বুলি গম পালে পোন্ধৰ হেজাৰ খেতিয়কে ৰাজহমন্ত্ৰীক বাটত ধৰি প্ৰশ্ন কৰিব। চৰকাৰৰ দুৰ্নীতি দিশপুৰলৈ আহিলেই যে ভাল হৈ যাব একে ৰাতিয়ে — সেইটো নহয়। পিচে, সেই উচ্চ কৰ্ম্মচাৰীসকলৰ কথা, নীতি কিছু স্বাভাৱিক হ'ব লাগিব সাধাৰণ ৰাইজৰ প্ৰতি! 'জ্যোতি চিত্ৰবন', 'আৰ্ট গেলেৰী', 'জাতীয় নাট্যশালা'ৰ প্ৰস্তাৱ কামত পৰিণত নহ'লে দহহেজাৰ শিল্পীয়ে, ছাত্ৰ-ছাত্ৰীয়ে

মুখ্য মন্ত্রীৰ ঘৰৰ সমুখত হৰতাল কৰিবগৈ। এম-এল-এসকলে মাখি, মহ, ট্রেড ইউনিয়ন, নানা সংস্থাৰ গণতান্ত্রিক আন্দোলন আদিৰ সমুখীন হ'ব খনাই। এইবাৰ নাটক জমিব। শ্বিলং — তুমি সুন্দৰী আছিলাঁ। তুমি বহু ওপৰত আছিলা। ৰাইজে তোমাৰ সৈতে প্রেম কৰাত অসুবিধা পাইছিল। তুমি উচ্চ কর্ম্মচাৰী, মন্ত্রী-উপমন্ত্রীৰ ৰক্ষিতা হৈ আছিলাঁ। দিশপুৰ এতিয়া —ৰাজধানী নহয়। জনধানী। হে' সুন্দৰী শ্বিলং, বিদায়, বিদায় —।

*(আমাৰ প্রতিনিধি : ১৩ শ বছৰ : ৬ ষ্ঠ সংখ্যা : ফেব্রুৱাৰী, ১৯৭৩)*



# যাদুঘৰৰ কিউৰেটৰ চোৰ?

## ৰজাদিনীয়া মুদ্রাবোৰ কমিছে নেকি?

সুকুমাৰ কলাৰ ক্ষেত্ৰত বহু ধৰণৰ চোৰৰ কথা শুনিছোঁ। সুৰ-চোৰ, গীত-চোৰ, কবিতা-চোৰ, নাটকৰ সংলাপ চোৰ ইত্যাদি। কিন্তু যাদুঘৰৰ ৰক্ষকেই ভক্ষক হোৱাৰ কথা শুনা নাছিলোঁ। ৰাজস্থানৰ জয়পুৰৰ ৰজাদিনীয়া যাদুঘৰৰ কিউৰেটৰ সংগ্ৰাম সিঙক অলপতে গ্ৰেপ্তাৰ কৰা হৈছে। এতিয়া তেওঁ কাৰাৰুদ্ধ। তেওঁক সাতোটা বিভিন্ন দোষত দোষী কৰা হৈছে। ২ বছৰৰ পৰা ৫ বছৰলৈ জে'লবাস আৰু ৮০০ টকা জৰিমনা শাস্তি ৰূপে তেওঁক দিয়া হৈছে।

কিউৰেটৰ সংগ্ৰাম সিংহই হয়তো ভাৰতীয় সুকুমাৰ কলাৰ বিষয়ে কত সুন্দৰ সুন্দৰ প্ৰবন্ধ লিখিছিল দেশী-বিদেশী আৰ্ট জাৰ্নেলত। ভাৰতৰ ঐতিহ্যৰ কথা ইণ্টেলেক্‌চুৱেলি কৈছিল— কলা সমালোচকৰ বা ছেমিনাৰৰ আগত! পিচে, তলে তলে তেৱেঁই এহেজাৰ আঠশ ত্ৰিশখন আপুৰুগীয়া ৰাজস্থানী পুৰণি পেইণ্টিং চুৰ কৰিছে। অৰ্থাৎ, সৰকাই বিদেশীক বেচিছে। সেই পেইণ্টিংখিনিৰ দাম মুঠতে ৭০ লাখ টকা।

এনে চোৰো থাকে তেন্তে প্ৰায় দুবছৰমান আগতে বঙ্গদেশৰ বিখ্যাত মাৰ্জিত ৰুচিৰ চিত্ৰতাৰকা বসন্ত চৌধুৰীয়ে মোক কৈছিল— "ভূপেন, তুমিতো এম. এল. এ. (তেতিয়া আছিলোঁ)। পুৰণি ৰজাদিনীয়া মুদ্রা ফঁহিওবাটো মোৰ বহুদিনীয়া চখ বা হবি। আহোম ৰাজবংশৰ মুদ্রা আৰু নেপালৰ মুদ্রা ভাৰতৰ বিভিন্ন হোটেলত কিনিছোঁ। তুমি চাবাচোন, এইবোৰ অসম আৰু নেপালৰপৰা মুকলি বজাৰলৈ কেনেকৈ সৰকিব পাৰে। ... মই জনাত, তোমালোকৰ অসমৰ ৰজাদিনীয়া মুদ্রাবোৰ দিনে দিনে কমি গৈছে। এনেকৈয়ে বিদেশীয়ে কিনি কিনি নিয়ে। দাম দিয়ে বহুতো। তাৰ পাচত, বিদেশৰ যাদুঘৰত বহু দামত বেচে। অসম চৰকাৰৰ এটা কৰ্তব্য আছে। এই বিষয়ে তদন্ত কৰালে বোধ হয় ভাল।"

কিউৰেটৰক আমি সন্মান কৰোঁ। এতিয়া ৰাজস্থানৰ যাদুঘৰৰ কিউৰেটৰৰ চুৰি-

কাণ্ড শুনি ভাবিছোঁ, লোভত পৰি ৰক্ষকেই ভক্ষকো তেন্তে হ'ব পাৰে! আমাৰ অসমত কিমান ৰজাদিনীয়া মুদ্ৰা পোৱা গৈছিল, তাৰ এটা হিচাপো অসম চৰকাৰৰ হাতত নিশ্চয় আছে। এতিয়া সেই মুদ্ৰা কিমান আছেগৈ, আৰু ক'ত ক'ত কেনেকৈ কোন যাদুঘৰত কিমান, আদি প্ৰশ্ন নিশ্চয় অসমৰ বিধানসভাত কোনোবা সৌন্দৰ্য্যসেৱী এম. এল. এ.-ই সুধিব পাৰে। সোধা ভাল। যদি চৰকাৰে আনুষ্ঠানিকভাৱে কোনোবা বিদেশী চৰকাৰ বা যাদুঘৰত বেচিছে তেন্তে তাৰ সংখ্যা কিমান? যদি বেচিছে, বেচাটো ভাল হৈছে নে? সেইবোৰ সংৰক্ষণৰ বাবেহে ৰখা হয় !!

*(আমাৰ প্ৰতিনিধি : ১৩ শ বছৰ : ৮ম সংখ্যা : এপ্ৰিল, ১৯৭৩)*



# বাঘৰ বাচ্চাৰ দৰে!

কোনোবা পুৰুষৰ সুন্দৰ পুৰুষত্ব বৰ্ণনা কৰিবলৈ আমি কওঁ, মানুহজনলৈ চাচোন, এক্কেবাৰে বাঘৰ বাচ্চাৰ দৰে! জন্তুৰ ভিতৰত কিয় ক'ব নোৱাৰোঁ, মোৰ সবাতোকৈ ভাল লাগে বাঘক। বাঘৰ খোজত মেঘৰ গাম্ভীৰ্য্য, শৰীৰত অপৰূপ ছন্দ, ব্যক্তিত্বত সুৰীয়া বা লিৰিকেল সৌন্দৰ্য্য যেন মই দেখা পাওঁ। গভীৰ হাবিত মই বাঘ দেখিছোঁ। নিশা টৰ্চৰ পোহৰত দেখিছোঁ (অৱশ্যে নিৰাপদ হাতীৰ পিঠিৰপৰা!)। বাঘ মই কেতিয়াও গুলীওৱা নাই। গান গাওঁ যদিও GUN ব্যৱহাৰ কৰিব জানো! কেমেৰাৰেহে শ্যুট কৰাৰ চেষ্টা কৰি কেইবাবাৰো বিফল হৈছোঁ। বিজুলী বেগেৰে বাঘ গুচি যায়। যাহওক, বাঘৰ ব্যক্তিত্ব মোৰ ভাল লাগে। কাৰণ, বাঘৰ দৰে মানুহকো মোৰ ভাল লাগে। শিয়ালপ্ৰেমী মই নহওঁ। বাঘক বিশেষজ্ঞসকলে মূলতঃ 'ইনডিভিজ্যুৱেল এনিমেল' বুলি কয়। বাঘ, সিংহৰ দৰে বংশপ্ৰিয় বা গোষ্ঠীপ্ৰিয় হেনো। সাতদিন বা দহদিন নিৰ্জ্জন ঠাইত প্ৰেমৰ ধেমালি কৰে। এশ তিনিদিন বা তিনিমাহ তেৰদিনৰ পাচত শিশু বাঘৰ জনম হয়। শিশু বাঘৰ চকুত চামনি থাকে বাবেই ই বৰ অসহায়। মাতৃ বাঘিনীয়ে, চকু মেল নোখোৱালৈকে বৰ শান্তিপূৰ্ণ ঠাইত শিশুৰ সৈতে থাকি আলপৈচান ধৰিব লাগে। পিচে, আমাৰ হাবিবোৰত সেই শান্তিপূৰ্ণ ঠাইবোৰ আমি মানুহ জাতিটোৱে ৰাখিছোঁ জানো! নাই ৰখা বোধ হয়। কিয়নো, বন বিশেষজ্ঞসকলে বহু কষ্ট কৰি বিচাৰি-খোচাৰি বিশ্বক কৈছে যে সমগ্ৰ বিশ্বত, ১৯২০ চনত বাঘৰ সংখ্যা আছিল মাথোঁ এক লাখ। ১৯৪০ চনত কমি কমি হ'লগৈ সত্তৰ হেজাৰ। ১৯৬০ চনত সমগ্ৰ বিশ্বত বাঘ থাকিলগৈ মাথোঁ বিশ হেজাৰ। আমি মানুহে মৰাৰ পাচত ১৯৭২ চনত সমগ্ৰ বিশ্বত বাঘৰ সংখ্যা আছেগৈ মাথোঁ দহ হেজাৰ। মন কৰিব, সমগ্ৰ বিশ্বত যদি বাঘ মাথোঁ দহ হেজাৰ আছেগৈ, আমাৰ অসমত কেইটা আছেগৈ— বাৰু? কওঁ ৰ'ব। অসমত এতিয়া মাথোঁ এশ সাতচল্লিশটা আছেগৈ! মেঘালয়ত ৩২ টা, নাগালেণ্ডত ৮০ টা, অৰুণাচলত ৬৯ টা, পশ্চিম বঙ্গত ৭৩ টা, বিহাৰত ৮৫ টা, উত্তৰপ্ৰদেশত ২৬২ টা, মধ্যপ্ৰদেশত ৪৫৭ টা, উৰিষ্যাত ১৪২ টা, ৰাজস্থানত ৭৪ টা, গুজৰাটত ৮ টা, মহাৰাষ্ট্ৰত ১৬০ টা, অন্ধ্ৰপ্ৰদেশত ৩৫

টা, মহীশূৰত ১০২ টা, তামিলনাডুত ৩৩ টা আৰু কেৰালাত ৬০ টা। মুঠতে, ভাৰতত দুহেজাৰৰ বহুতো কম বাঘহে জীৱন্ত অৱস্থাত আছে। — তাৰে মাজত আমাৰ অসমত আছেগৈ মাত্র এশ সাতচল্লিশটা।

মানুহ জাতিটোৰ বংশ বৃদ্ধি হৈয়েই আছে। মালথুচিয়ানেই হওক, কিম্বা মাৰ্ক্সিষ্টেই হওক — দুয়োটা তথ্যতে বিশ্বাস কৰা দেশবোৰেও, পৰিয়াল পৰিকল্পনা কৰা দেখিছোঁ। তথাপি হেনো, মানুহ জাতিৰ সংখ্যা কমোৱাত স্বাস্থ্যমন্ত্রীসকল সফল হ'ব পৰা নাই। বাঘৰ বংশ বৃদ্ধি দূৰত থাওক, আমি মানুহ জাতিয়ে ছালখনৰ লোভত বাঘ মাৰোঁ। কিম্বা মৃত বাঘ এটাৰ ওচৰত বন্দুকটো লৈ আঁঠু কাঢ়ি ফটো এখন লৈ বাহাদুৰি কৰোঁ। ধনী 'মানুহজনী'য়ে (স্ত্রী) বাঘৰ ছালৰ কোট পিন্ধিবলৈকো বাঘ মৰায়। এটা হিচাপৰ মতে, ভাৰতত যিমান বাঘ-বাঘিনী এতিয়া বাচি আছেগৈ, আটাইখিনিকে যদি মাৰি পেলোৱা হয়, তেতিয়াও 'ধনীমানুহজনী'সকলৰ বাবে মাথোঁ ৬০০ টাহে অভাৰকোট হ'বগৈ পাৰে। অথচ দেখোঁ, ধনী নাৰীয়ে আজিও বাঘৰ ছালৰ ন ন কোট কিনিবই লাগিছে। গতিকে, মোৰ দুখ লাগে, যেতিয়াই বাঘ এটা মৰাৰ কথা শুনো। যি বাঘে খেতিয়কৰ গৰু মাৰে, তেওঁলোকৰ বাবেও পুতৌ হয়। কিন্তু বাঘ নথকা ঠাইৰ গ্ৰেজিং ৰিজাৰ্ভবোৰতো এতিয়া আমিবোৰেই দখল কৰিছোঁ। বাঘে গৰু মৰাৰ বাতৰি, কাকতে-পত্ৰে দেখা পোৱা যায়। এশ সাতচল্লিশটা বাঘে যদি অসমৰ মানুহৰ গোটেইখিনিকে খাই পেলাব বুলি ভয় কৰা হয় — আৰু সেয়েহে, সেই বাঘকেইটাক বন বিভাগৰ চকুত ধূলি দি, লুকাই-চুৰকৈ মাৰিবলৈ লওঁ, তেতিয়াহে অসমৰ মানুহখিনি নিৰাপদে থাকিব বুলি ভবা মানুহো কম নহয়। এই ভয়টো হয় তেতিয়াহে, যেতিয়া সমাজৰ মাজত বাঘৰ দৰে পুৰুষত্ব আৰু শক্তি থকা মানুহ নেথাকেগৈ। অসমৰ মানুহ সমাজত সিংহ নাই বাৰু বুজিলোঁ, কিন্তু বাঘতো অন্ততঃ কেইটামান থাকিব লাগে। মই ভাবোঁ, অসমীয়া জাতিটোৰ পুৰুষ নাৰীসকলক বাঘ-বাঘিনীৰ দৰে কৰি তুলিবলৈ সমুখত কিবা এটা আদৰ্শ লাগে। আদৰ্শ হিচাপে, (অসমৰ বন বিভাগে ভালকৈ সংৰক্ষণ কৰিব নোৱৰা) মাত্র এশ সাতচল্লিশটা বাঘ-বাঘিনীক জীয়াই ৰখাটো ৰাইজৰ চিকাৰীসকলৰ কাম নহয় জানো? ধাতুদৌৰ্ব্বল্য নাশি, শক্তিশালী হ'বলৈ খড়্গটোৰ বাবে কাজিৰঙাৰ গঁড়, কোনো কোনো দুৰ্ব্বল পুৰুষে মাৰে বুলি শুনো। অৱশ্যে, তাতো 'পুৰুষ' হোৱাৰ আগ্ৰহ এটা ধৰা পৰে। কিন্তু নিশা নিশা গঁড়ৰ খড়্গ খাই বা তাৰে তাবিজ পিন্ধি নিজেই 'পুৰুষ' হ'বলৈ যোৱা, বা কোনোবা আমেৰিকানক বিক্ৰী কৰি বহু ডলাৰ অৰ্জ্জা 'পুৰুষ'সকল বাৰু কেনে ধৰণৰ পুৰুষ? গঁড়ৰ খড়্গ খালে বা পিন্ধিলে বাৰু ধাতুদৌৰ্ব্বল্য নোহোৱা হয় বুলি বিশ্বাস - কিন্তু বাঘে কি দোষ কৰিলে? বাঘৰ কোনো বিশেষ অংশ শুকাই পিন্ধিলে বা ওলমালে ধাতুদৌৰ্ব্বল্য নোহোৱা হয় বুলিতো কোনো বেজৰপৰা শুনা নাই। অসমৰ মানুহখিনিয়ে, অৰ্থাৎ

আমি, বাঘৰ বাচ্চাৰ দৰে হ'বলৈ আদৰ্শ হিচাপে জীয়া বাঘ কেইটামানক অসমৰ হাবিত নিশ্চিন্তে বিচৰণ কৰিবলৈ দিলে আৰু বংশ বৃদ্ধি কৰিবলৈ দিলে, উপযুক্ত নিৰ্জ্জন পৰিৱেশ দিলে কাৰ পানী খোৱা পুখুৰীত বিহ ঢলা হ'ব বাৰু? অসমীয়া মানুহৰ মাজত বাঘৰ দৰে লোক কমি কমি আহিছে বুলি মোৰ এজন অসমীয়া বন্ধুৰপৰা দুখলগা চিঠি এখন পাইহে অসমৰ বনৰ বাঘৰ দৰে আৰু মানুহৰ বিষয়ে আজি এটা 'বাঘৰ বাচ্চা'ৰ চিন্তা ওলাইছে মোৰ কাপত। হে প্ৰভু, অসমৰ হাবিৰ এশ সাতচল্লিশটা বাঘ যেন বাচি থাকে। হে প্ৰভু, যাতে অসমীয়া জাতিটোৰ চকুৰ আগত থাকি সেই বাঘকেইটাই জাতিটো শক্তিশালী হ'বলৈ অজানিতে প্ৰেৰণা যোগাব পাৰে। হে মনৰ আৰু বনৰ প্ৰভু, আমাৰ এয়ে কামনা।

*(আমাৰ প্ৰতিনিধি : ১৩ শ বছৰ : ১১শ সংখ্যা : জুলাই, ১৯৭৩ )*



# কলেজৰ প্ৰফেছৰ

## তেওঁৰ ভৱিষ্যৎ কি ?

প্ৰাথমিক, এম ই, হাইস্কুল, বেচৰকাৰী, চৰকাৰী কলেজ, কিম্বা বিশ্ববিদ্যালয়ৰ শিক্ষকতাৰ চাকৰি, জীবিকা নিৰ্ব্বাহৰ সবাতোকৈ সৎ আৰু পবিত্ৰ পথ। এই কথা অতীত ভাৰতত ৰজা-প্ৰজাই, শাস্ত্ৰই-ছাত্ৰই মানিছিল। আজিকালি শিক্ষক বিধানসভাৰ দুৱাৰমুখত চৰকাৰী পুলিচে মৰিয়ায়। পাৰ্থক্য ইমানেই।

## 'প্ৰফেছৰ' তিনিবিধ

কলেজৰ 'প্ৰফেছৰো' এক প্ৰকাৰৰ শিক্ষক। বিশ্ববিদ্যালয়ৰ প্ৰফেছৰ তিনি বিধৰ - (১) লেক্‌চাৰাৰ, (২) ৰীডাৰ আৰু (৩) প্ৰফেছৰ। (সাধাৰণ ৰাইজে কলেজৰ সকলো শিক্ষককে 'প্ৰফেছৰ' বোলে।) পষ্ট্‌ গ্ৰেজুৱেট্‌ কলেজত লেক্‌চাৰাৰ শ্ৰেণীক ছিনিয়ৰ লেক্‌চাৰাৰ (অৰ্থাৎ ৰীডাৰ) আৰু লেক্‌চাৰাৰ — এই দুটা ভাগত ভগায়। লেকচাৰাৰ শ্ৰেণীক পুনৰ জুনিয়ৰ স্কেইল্‌ আৰু ছিনিয়ৰ স্কেইলত ভাগ কৰা হয়। আণ্ডাৰগ্ৰেজুৱেট্‌ কলেজত 'ছিনিয়ৰ লেক্‌চাৰাৰ' আসন বা চাকৰি নাই। ধৰক, দিল্লী বিশ্ববিদ্যালয়ৰ কথাকে কওঁ। এই বিশ্ববিদ্যালয়ে তুলামূলকভাৱে অধিক দৰমহা দিয়ে বুলি খ্যাত। লেক্‌চাৰাৰ হ'বলৈ প্ৰথম বা দ্বিতীয় শ্ৰেণীৰ এম. এ. বা তেনে ইকুইভেলেণ্ট্‌ (সমান পৰ্য্যায়ৰ) ডিগ্ৰী থাকিব লাগিব ভাৰতীয় কিম্বা বিদেশী বিশ্ববিদ্যালয়ৰপৰা। বিশ্ববিদ্যালয়ৰ লেক্‌চাৰাৰৰ বাবে মাহে ৪০০্‌-৪০্‌-৮০০্‌ —৫০্‌-৯৫০্‌ টকা হ'ল দৰমহাৰ বিস্তাৰ। পষ্ট গ্ৰেজুৱেট কলেজত ছিনিয়ৰ স্কেইলৰ লেক্‌চাৰাৰৰ মাহে ৪০০্‌ ৩০্‌-৬৪০্‌ —৪০্‌-৮০০ টকা আৰু জুনিয়ৰ স্কেইলৰ লেক্‌চাৰাৰৰ মাহে ৩০০্‌-২৫্‌-৬০০্‌ টকা দৰমহাৰ সীমা।

## ৰীডাৰ

বিশ্ববিদ্যালয়ৰ ৰীডাৰৰ গুণ এম. এ. বা এম. এছ. চি-ৰ উপৰি ডক্টৰেট বা

সমপৰ্য্যায়ৰ গৱেষণা-জড়িত প্ৰকাশিত প্ৰবন্ধাদি (তেওঁ লিখা) থাকিব লাগিব। কমেও পাঁচ বছৰৰ শিক্ষকতাৰ অভিজ্ঞতা থাকিব লাগিব— আটছ কিম্বা পষ্ট গ্ৰেজুৱেট শ্ৰেণীতহে। ৰীডাৰৰ দৰমহাৰ স্কেইল হ'ল মাহে ৭০০-৫০-১২৫০ টকা।

## প্ৰফেছৰ

বিশ্ববিদ্যালয়ৰ 'প্ৰফেছৰ'ৰ আসন বৰ পূজনীয়। তেওঁলোকে স্বাধীনভাৱে লিখা (গৱেষণা-জড়িত) প্ৰকাশিত কিতাপ থাকিব লাগিব। উচ্চ পৰ্য্যায়ৰ কিছু বছৰৰ, পষ্ট গ্ৰেজুৱেট শ্ৰেণীত পঢ়ুওৱা অভিজ্ঞতা থাকিব লাগিব। কিম্বা আনৰ গৱেষণা তত্ত্বাৱধান কৰা অভিজ্ঞতা থাকিব লাগিব কিছু বছৰৰ। এনে 'প্ৰফেছৰ'ৰ দৰমহাৰ বিস্তাৰ হ'ল, মাহে ১১০০-৫০-১৩০০ —৬০-১৬০০ টকালৈকে। এখন বিশ্ববিদ্যালয়ত এক তৃতীয়াংশ, ছিনিয়ৰ স্কেইলৰ প্ৰফেছৰ থাকিব পাৰে— যাৰ দৰমহা মাহে ১৬০০-১০০-১৮০০ টকালৈকে। প্ৰফেছৰ আৰু ৰীডাৰেহে পি এইচ্-ডিৰ ছাত্ৰৰ গৱেষণা তত্ত্বাৱধান কৰিব পাৰে। লেকচাৰাৰে নোৱাৰে।

## প্ৰিন্সিপাল

এখন কলেজৰ প্ৰিন্সিপাল হ'বলৈ প্ৰথম বা উচ্চ দ্বিতীয় শ্ৰেণীৰ মাষ্টাৰ ডিগ্ৰীৰ উপৰি কমেও পোন্ধৰ বছৰে ডিগ্ৰী ক্লাছত পঢ়ুওৱা অভিজ্ঞতা থাকিব লাগিব, কিম্বা পি. এইচ. ডি. কিম্বা সমপৰ্য্যায়ৰ প্ৰবন্ধ-পাতি প্ৰকাশৰ গুণ আৰু কমেও দহ বছৰে ডিগ্ৰী ক্লাছ লোৱাৰ অভিজ্ঞতা থাকিব লাগিব। পষ্ট গ্ৰেজুৱেট কলেজ এখনৰ প্ৰিন্সিপালৰ দৰমহাৰ বিস্তাৰ হ'ল মাহে ৮০০-৫০-১২৫০ —১০০০-৫০-১৫০০ টকালৈকে। আণ্ডাৰগ্ৰেজুৱেট কলেজৰ প্ৰিন্সিপালে পায় মাহে ৭০০-৪০-১১০০ টকালৈকে।

এজন লেকচাৰাৰে এসপ্তাহত ১৮ টাৰপৰা ২১ টা পিৰিয়ড, ৰীডাৰ এজনে সপ্তাহত ১২টা পিৰিয়ড ল'ব লাগে। প্ৰফেছৰ এজনে কিমান পিৰিয়ড লয়, তাৰ কোনো ধৰা-বন্ধা নিয়ম লিপিবদ্ধ কৰা হোৱা নাই। অধ্যাপকসকলক দুবছৰৰ বাবে 'ষ্টাডি লীভ' দিয়াৰো ব্যৱস্থা আছে।

## নিয়োগৰ নিয়ম

চাকৰি খালী হ'লে বাতৰি-কাকতৰ মাধ্যমে বিজ্ঞাপন দিয়া হয়। বিশ্ববিদ্যালয়ৰ

লেকচাৰাৰ নিয়োগ কমিটীত সেন কমিটীয়ে আৰু এষাৰ ভাল কথা কৈছে : বিশ্ববিদ্যালয়ৰে হওক বা কলেজৰে হওক, এনে গুণ থাকিলে, তেনে প্ৰাৰ্থীৰ একে সমহা হ'ব লাগিব। শিক্ষকতাৰ মান বঢ়াবলৈকে এই ব্যৱস্থা হাতত লোৱা হ'ব।

বিশ্ববিদ্যালয় আৰু কলেজৰ অধ্যাপকসকলৰ কাম কৰাৰ বোজা কমকৈও সপ্তাহত ৪০ ঘণ্টা হ'ব লাগে বুলিও কমিটীয়ে ৰায় দিছে। এই ৪০ ঘণ্টা কামৰ ভিতৰত ধৰা হৈছে : লেকচাৰৰ বাবে উপযুক্ত প্ৰস্তুতি, ক্লাছত পঢ়ুওৱা, বহী শুধৰোৱা আৰু পৰীক্ষাৰ বহী চোৱা, গৱেষণা কৰা, টিউটৰিয়েল লোৱা, ছাত্ৰক 'গাইডেন্স' দিয়া, এক্সট্ৰাকেৰি- কিউলাৰ কাৰ্য্য, (অৰ্থাৎ খেলা, তৰ্ক, সঙ্গীত, নাটক ইত্যাদি) প্ৰশাসনীয় দায়িত্ব পালন আৰু 'প্ৰফেশ্বনেল' কাম। প্ৰতিজন অধ্যাপকে প্ৰতিদিনে (বন্ধত নহয়) নিজৰ বিভাগলৈ আহি (ক্লাছ নেথাকিলেও) ছাত্ৰ-ছাত্ৰীক, লাগিলে, উপদেশ দিব লাগিবহি। অৰ্থাৎ সদায় কামলৈ আহিব লাগিব। (ঘৰতে বহি, ৰাঙ্কৰ্নাৰৰ পিচফালে থকা কবি-পুলিবোৰত বন্ধৰ দিনাহে পানী দিব পাৰিব।)

আনন্দৰ কথা যে ভাৰতৰ ইউনিভাৰ্ছিটি গ্ৰাণ্টছ কমিশ্বনে সেন কমিটীৰ এই ৰিপৰ্টত থকা কথাখিনি গ্ৰহণ কৰি ভাৰত চৰকাৰৰ শিক্ষা বিভাগলৈ পঠাইছে। ভাৰত চৰকাৰে শিক্ষা-মন্ত্ৰণালয়ৰ শিক্ষা বিশেষজ্ঞসকলৰ সৈতে আলচ কৰি সেন কমিটিৰ পৰামৰ্শসমূহ কাৰ্য্যত পৰিণত কৰাৰ হেনো সকলো সম্ভাৱনা আছে।

## আমি আশা কৰোঁ

আমাৰ দেশত, বি. এ. পঢ়ি কিছু দিনৰ বাবে 'স্কুলতে কাম এটা কৰি লওঁ' মনোভাব, — বহুদিনৰপৰাই আছে। এম. এ. পাছ কৰি 'কলেজ এখনত কিছু দিন সোমাই লওঁ' মনোভাব এতিয়াও আছে। অৰ্থাৎ পাচত হাকিম, ইনকামটেক্স অফিচাৰ, এক্সাইজ ছুপাৰিনটেণ্ডেণ্ট আদি হ'বগৈ —- সুবিধা পালে — কিম্বা পাব্লিক ছাৰ্ভিচ কমিছন কিম্বা মন্ত্ৰীৰ আশীৰ্ব্বাদ পালে। ইন্দিৰা কংগ্ৰেছৰ টিকট পালেতো একেবাৰে কেন্দ্ৰীয় মন্ত্ৰী!! বহুতৰে ক্ষেত্ৰত সেইফেৰা নহয়গৈ যে! অধ্যাপক সম্বন্ধে বাইজৰ অন্তৰে কিছু ভুল ধাৰণা আছে। অধ্যাপক হোৱা মানেই, বাহিৰৰপৰা দেখিবলৈ 'ভব্যগব্য' হোৱা নুবুজায়। ভাল চুট পিন্ধি, টাই মৰা, কিম্বা দীঘল পাঞ্জাবী পিন্ধি চাদৰ লোৱাও নুবুজায়। অৱস্থাৰ দাস হৈ ছদ্মনামত মাথোঁ হেল্প বুক লিখি দুপইচা খটাব, কিম্বা দুৰ্নীতিবান প্ৰকাশকৰ বাবে আনে ভুলকৈ লিখা টেক্সট্ বুকৰ বাবে ৰচক বুলি নিজৰ নামটো ধাৰে দিয়াও নুবুজায়। কলেজ বা বিশ্ববিদ্যালয়ত 'Just চাকৰি কৰিছোঁ' বুলি ছাত্ৰৰ সৰ্ব্বাঙ্গীণ উন্নতিত কাণসাৰ নিদি মেকানিকেল, ছিনিকেল আৰু হাইন'জড্ হোৱাও নুবুজায়। 'সময়ৰ অভাৱ'ত পৰীক্ষাৰ বহী নিজে নেচাই আনৰ হতুৱাই

চোওৱাৰ পদ্ধতিও নুবুজায়। এখন ফিয়েট, এগৰাকী ৰূপহী ঘৈণী আৰু দেওবাৰে ৰাতিপুৱা এখন ইংৰাজী ছবি চোৱা জীৱনটোও নুবুজায়। সিদিনা ভাৰতৰ শিক্ষামন্ত্ৰী নুৰুল হাচান চাহেবে কৈছে, "ভাৰতৰ ১১খন ৰাজ্যৰ টেক্সট্ বুক অলপতে 'পৰীক্ষা' কৰি দেখা গৈছে যে তাৰে শতকৰা ৩ ভাগৰ ব্যৱহাৰ ততালিকে বন্ধ কৰি দিয়া উচিত; শতকৰা ৯ ভাগৰ কিছু অংশ একেবাৰে বাদ দিয়া উচিত আৰু শতকৰা ২০ ভাগৰ 'ড্ৰাষ্টিক ৰিভিজন' দৰকাৰ!" এই বিষয়ত প্ৰফেছৰসকলে বহুতো অৱদান দিব পাৰে।

কলেজৰ অধ্যাপকসকলে বহু সময়ত ৰাজনৈতিক বা অন্য 'প্ৰেছাৰ গ্ৰুপ'ৰ বলিও হোৱা দেখা যায়। ই অতি বেয়া কথা।

আমাৰ অন্তৰৰ মতে, কলেজৰ শিক্ষকৰ সমাজৰ প্ৰতি যিমান কৰ্ত্তব্য আছে, ঠিক তেনেকৈয়ে সমাজ আৰু চৰকাৰৰো কৰ্ত্তব্য আছে তেওঁলোকক উপযুক্ত মৰ্য্যাদা দিয়া। কলেজৰ কামলৈ মন নিদি, আনফালে চকু দি, ঠিকা লৈ, শ্ৰমিক বাহিনী আদি খুলি গড়কাপ্তানী বা ই. এণ্ড. ডি, এম. এল. এ. আদিৰ সৈতে দুপইচা ঘটাৰ অসৎ পৰিৱেশত পৰিবলৈ নিদি, তেওঁলোকৰ উপযুক্ত দৰমহা দি তেওঁলোকৰ সম্পূৰ্ণ জ্ঞান আৰু আন্তৰিকতা যাতে ছাত্ৰ আৰু কলেজৰ উন্নতি সাধনতে লগায়, তাৰ ব্যৱস্থা কৰা উচিত। সেন কমিটীৰ ৰিপ'ৰ্টটো পঢ়ি আমাৰ আশা হৈছে যে এদিন শহুৰেকে ক'ব —'সৌৱা মোৰ জোঁৱাই, — কলেজৰ প্ৰফেছৰ। গৱেষণাত বৰ নাম কৰিছে, — সমাজে চিন্তাবিদ বুলি সন্মান কৰে —কেবাখনো অ'ৰিজিনেল কিতাপ লিখিছে — ছাত্ৰ-ছাত্ৰীয়ে বৰ আপোন বুলি ভাবে — আৰু (সেন কমিটীৰ মতে) তেওঁ মাহে আঢ়ৈহেজাৰ টকা দৰমহা পায়।' 'আই. এ. এছ' জোঁৱাই বা পুতেকৰ বাবে আজি যিমান গৌৰৱ কৰে, সিমান গৌৰৱ এদিন কৰিব 'প্ৰফেছৰ' বা 'ৰীডাৰ' (১৬০০ টকা মাহে) বা 'লেকচাৰাৰ' হ'লে— কিয়নো, তেওঁলোক তেতিয়া স্বয়ংসম্পূৰ্ণ হ'ব। (অকল আৰ্থিক উন্নতিৰ কথা মই কোৱা নাই। কিন্তু আৰ্থিক উন্নতিও অধ্যাপকৰ মনৰ শান্তিৰ বাবে উলাই কৰিবলগীয়া কথা নহয়।)

অধ্যাপকসকল সমাজৰ চিন্তানায়ক। তেওঁলোকক সেন কমিটীয়ে দিয়া মৰ্য্যাদাখিনি যেন ইন্দিৰা চৰকাৰে অতি শীঘ্ৰে কাৰ্য্যত পৰিণত কৰে। এয়ে আমাৰ আন্তৰিক আশা। অধ্যাপক জাতিটোক মোৰ বৰ ভাল লাগে। তেওঁলোকৰ মনৰ কথা, সুখ, দুখ, অভিমান কিছু বুজি পাওঁ। এসময়ত বিশ্ববিদ্যালয়ৰ শিক্ষক আছিলোঁ বুলিহে নম্ৰভাৱে এই কথা লিখিছোঁ। অসমৰ বুঢ়া, ডেকা সকলো অধ্যাপক মোৰ নিচেই আপোন।

*(আমাৰ প্ৰতিনিধি : ১৩ শ বছৰ : ১২শ সংখ্যা : আগষ্ট, ১৯৭৩)*



# শৰৎ আহিছে বলিৰ পঠা কোন?

আমাৰ সমাজলৈ শৰৎ আহিছে, এইবাৰ কিছু আগতে আহিছে। এইবাৰৰ শৰতেও বনহংসৰ জাক, শেৱালিৰ সুবাস, শুকুলা ডাৱৰৰ কোমলতা আনিছে। পিচে, শৰতে লগে লগে আনিছে জাউৰিয়ে জাউৰিয়ে ভুৱা বক্তৃতা। আনিছে, কেইটামান পচি যোৱা শব্দৰ ইচ্ছামতে পুনৰ পুনৰ ব্যৱহাৰ : যেনে, 'প্ৰতিক্ৰিয়াশীল', 'সমাজবিৰোধী', 'সমাজবাদ', 'নিউ জুডিচিয়েল অৰ্ডাৰ' ইত্যাদি। সেই ছাব্বিশবছৰীয়া পুৰণি গ্ৰামোফোন ৰেকৰ্ডখন নতুন মেথিলেটেড স্পিৰিটেৰে ধুই ধুই বজাবৰ চেষ্টা কৰিলে যেনে শব্দ ওলায়। কিছু শব্দ ওলায় ঠিকেই। পিচে, প্ৰাণহীন আবৰ্জ্জনাই সেই ৰেকৰ্ডৰ গ্ৰুভসমূহ অস্পষ্ট কৰি তোলে। মূল সৌন্দৰ্য্যৰ প্ৰকাশ তাত বিচাৰি পাবলৈ টান হয়। তাতে, ৰেকৰ্ড বজোৱা লোকখিনি যদি নতুন মুখা পিন্ধা, অথচ পুৰণি বাদকৰে সঙ্গী হয়গৈ, তেতিয়াতো আৰু মস্কিল। শ্ৰোতা ৰাইজে সেই কথা কৰ্ণগহ্বৰত স্থান দিবলৈকে টান পায়। অন্তৰত স্থান দিয়াৰ কথা নুঠেই। লাহে লাহে সকলো কথা ক্ৰমে ধৰা পৰি যায়। মেকুৰী জোলোঙাৰপৰা ওলাই পৰে।

দুখীয়া কুমাৰে প্ৰতিমা গঢ়ে। ধানখেৰ অলপ, মৰাপাটৰ ৰছীৰে বান্ধি তাত মাটিৰ লেপ দি প্ৰতিমাৰ আকাৰলৈ আনে। তাৰ পাচত, ৰং, তাৰ পাচত বস্ত্ৰ, অলঙ্কাৰ, তাৰ পাচত চকুৰ কাজল, তাৰ পাচত চকুৰ মণি। প্ৰায় জীৱন্ত হৈ উঠে প্ৰতিমা। কিন্তু পূজাৰ বেদীত আনি ধূপ-ধূনা জ্বলাই, ঢাক-ঢোল বজাই, মন্ত্ৰোচ্চাৰণ কৰি, আৰতি আগ বঢ়ালে যিটো পৰিবেশৰ সৃষ্টি হয়, সেই পৰিৱেশতহে প্ৰতিমাই প্ৰাণ পায়। হয়তো নোখোজাকৈও, তাৰ পাচত পঠা বলি দিবলৈ অনা হয়। পঠাই বেবায়। সেই আৰ্ত্তনাদ যাতে লোকে নুশুনে, তাৰ বাবে প্ৰচুৰ মন্ত্ৰোচ্চাৰণ, ঘণ্টা, শঙ্খ-ধ্বনিৰ, জয় জয় ধ্বনিৰ জাউৰি উঠে। প্ৰতিমা যদি শক্তিৰূপিণী হয়, তেও হয়তো আমি নেদেখাকৈ হাঁহে। আজিৰ শৰতত ৰাইজক মোৰ সেই বলি দিবলৈ অনা পঠাকেইটিৰ সৈতে বিজাবৰ মন গৈছে। কাৰণটোও ক'ব পাৰোঁ। যুক্তিসঙ্গত কাৰণ। ৰাইজক বলি দিবলৈ নিয়া অপ্ৰিয় সত্যটোক ভল পেলাই প্ৰচাৰৰ যান্ত্ৰিক মন্ত্ৰবোৰৰ চিৎকাৰ দুষ্টভাৱে অধিক তাণ্ডৱ কৰা চকুত পৰিছে। শিক্ষিত নিৰনুৱাক

ভালৰি বোলাবলৈ বান থাউজেণ্ড এণ্ট্ৰেপ্ৰেনাৰক 'ধন' দিয়া হ'ব। দিল্লীৰ মোহনসকলক অনাই বক্তৃতা দিয়াব। ৰাইজে ন্যূনতম চাউল আৰু অন্যান্য খাদ্য-সামগ্ৰী নেপাই হাবাথুৰি খালে, আকাশলংঘী দাম দি লাজ ঢাকিবলৈ বস্ত্ৰাদি, ঔষধাদি একোকে কিনিব নোৱৰা হৈ, অৰ্দ্ধমৃত হৈ বাচি থাকিবলগীয়া হ'লে বক্তৃতাসোপা মুখত গুজি দিব। ওপৰৰ ইন্দ্ৰসকলে আৰু ঘোলা পানীখিনি ৰাইজক দি গাখীৰৰ ক্ষীৰখিনি ওপৰতে খাই থোৱা তথাকথিত নৱ নৱ 'নেতা'- সকলে টিঘিল্‌ঘিলাব। ক'লা বজাৰৰ মহা মহা 'দেউ'সকল শৰৎকালৰ বুকুত একোপাহি কাগজৰ শেৱালি ফুল হৈ ফুলিব। গড়কাপ্টানীৰ বাটকেইটিয়ে, জলসিঞ্চন আৰু মথাউৰিৰ পৃথিৱীখনে কাৰোবাৰ নিৰ্ব্বাচনী খৰচ উলিয়াব। অঞ্চলৰ মুখ্য নেতাসকল দিল্লীৰ আঁচলত ধৰা মুৰ্খ অফিচবয়ত পৰিণত হৈছে। পূজাত ইয়াতকৈ আৰু কি লাগিছে? মধ্যবিত্তই লাজ-কাজ, ভোক চোক লুকুৱাই 'চাইক'লজিকেল' 'বেক'ত পৰিণত হৈছে। দুখীয়া গাঁৱলীয়া ৰাইজ গাঁৱে নিউ ক্লাছ এটিৰ অত্যাচাৰত জুৰুলা হৈছে। ধনীখিনি সুন্দৰভাৱে অধিক ধনী হৈ এয়াৰ কণ্ডিশ্বনড্ 'সমাজবাদী' হৈ গৈছে। দুৰ্গাপূজাত ইয়াতকৈ আৰু কি লাগিছে?

শক্তিৰূপিণী আয়ে মহিষমৰ্দ্দিনী হৈ আমাৰ সমাজৰ মহিষাসুৰখিনিক নিধন কৰিব কেতিয়া? যদি তেওঁ মাথোঁ প্ৰতিমাই হয়, তেন্তে অন্ততঃ সেই প্ৰতিমাই শোষিত ৰাইজক প্ৰেৰণা দিয়ক— সমাজৰ দেৱৰূপী 'অসুৰ'খিনিক শাস্তি দিবলৈ প্ৰতিমাই সেই প্ৰেৰণা দিব নোৱাৰে — নে আমি ৰাইজে আমাৰ মূঢ়তাৰ বাবে সেই প্ৰেৰণা ল'ব নোৱাৰোঁহঁক? কোনটো সঁচা? দেখিছোঁ, কোনো কোনো নৰ-নাৰী অনুপ্ৰাণিত হয়। আজিৰ আসাম ট্ৰিবিউনৰ (১৯/৮/৭৩) এটা বাতৰিত প্ৰকাশ : "গুৱাহাটীৰ লাখটকীয়া অঞ্চলৰ এখন ৰেষ্টোৰাঁৰ মালিক শ্ৰীকৃষ্ণদেব তিৱাৰীক গুৱাহাটীৰ ফাৰ্ষ্ট ক্লাছ মেজিষ্ট্ৰেট শ্ৰীমতী কুন্তলা ডেকাই চাৰি মাহ সশ্ৰম কাৰাদণ্ড বিহিছে কিম্বা এহেজাৰ টকা জৰিমনা কৰিছে। শ্ৰীকৃষ্ণদেৱে বিষাক্ত Coaltar Dye বা ৰং ব্যৱহাৰ কৰি মানুহে খোৱা বৰফিবোৰ হালধীয়া কৰিছিল।"

শ্ৰীমতী কুন্তলা ডেকাক আমি আন্তৰিক শাৰদীয় ধন্যবাদ জনাইছোঁ। এই বাতৰি উল্লেখ কৰিছোঁ এই বাবেই যে গোটেই সমাজখনৰ Value বা মূল্যবোধবোৰ যেতিয়া এনেকৈ বিষাক্ত ভুৱাৰে হালধীয়া বা এনিমিক বা ৰক্তবিহীন কৰি তোলে, তেতিয়া সেই নেতৃত্বৰ ধামাধৰা কৃষ্ণদেৱহঁতক শাস্তি দিবলৈ শ শ কুন্তলা ডেকা আমাৰ ৰাইজৰ মাজত নোলায় কেলেই?

এই লেখাত উল্লেখ কৰা পুৰণি ৰেকৰ্ডখনৰ কথালৈ পুনৰ আহোঁ। ২৬ বছৰীয়া পুৰণি ৰেকৰ্ডখন নতুন মেথিলেটেড স্পিৰিটেৰে ধুই ধুই বজাবলৈ চেষ্টা কৰা হৈছে। তাৰে গ্ৰ'ভ্‌বোৰ অস্পষ্ট হৈ যোৱাত ৰেকৰ্ডখনত থকা সেই একে কথাবোৰ, যেনে 'প্ৰতিক্ৰিয়াশীল', 'সমাজবিৰোধী', 'সমাজবাদ', 'নিউ ছ'চিয়েল অৰ্ডাৰ' আদি কথাবোৰ

হাস্যকৰ- ভাৱে বজা দেখিছোঁ।

পিন্‌টো মাজে মাজে 'সমাজবাদ'ৰ গ্ৰ'ভত পিচলি পৰি ওলাব নোৱৰা হৈ যায়। 'সমাজবিৰোধী'ৰ গ্ৰ'ভৰ কোলাত 'নিউ ছ'চিয়েল অৰ্ডাৰ' কেঁচুৱাৰ দৰে শুই আঙুলি চুহিবলৈ ধৰে। শৰতে চাই থাকে — বনহংসৰ পিনে, শুকুলা ডাৱৰত উঠি ধেমালি কৰে, শেৱালিৰ গাত থকা নিয়ৰ-বিন্দু পান কৰি কাব্যিক হৈ যায়। ইফালে ধৰাত, মানুহৰ মূল্য যায় কমি। মানুহ জীয়াই থকা সামগ্ৰীৰ মূল্য যায় বাঢ়ি। কোনো শাসন নাই। কোনো কণ্ট্ৰ'ল নাই। সুনিয়ম নাই। কোনো সুবিদ্ৰোহ নাই। যেন— পাঁচ পেৰৰ বাবে চাবি দিয়া পুৰণি মেচিনটোত বেয়াকৈ বজা পুৰণি পেন্‌পেনীয়া ৰেকৰ্ডখন শুনাই আমাৰ ধৰ্ম্ম!

এই শৰতত এটি কবিতাৰ কথা মনত পৰিছে। দাঘে- স্তানৰ বিখ্যাত মানবধৰ্মী কবি ৰছুল গমজাটৰে লিখিছে ঃ

'Fate has been kind :
I am neither blind nor mad...
Yet still desire
To see the world's bread
Lower priced,
And human life
Priced higher.'

'ভাগ্য ভাল, মই নহওঁ অন্ধ,
বলিয়াও নহওঁ মই —
হিয়াৰ বাসনা মোৰ, দুটা ঃ
ধৰাত মানুহৰ বাবে ৰুটীৰ
হওক মূল্য হ্ৰাস
আৰু মূল্যবৃদ্ধি হওক
মানুহৰ জীৱনৰ ...'

*(আমাৰ প্ৰতিনিধি ঃ ১৪ শ বছৰ ঃ ১ম সংখ্যা ঃ ছেপ্টেম্বৰ, ১৯৭৩)*



# দিল্লীয়ে উদয়াচলৰ কথা কি ক'লে?

'ঠেক মনোবৃত্তিৰ' অসমীয়াৰ 'অত্যাচাৰ আৰু অহঙ্কাৰ'ৰ বাবেই আমাৰ ভৈয়ামৰ 'নিষ্পেষিত' জনজাতীয় 'সকলোৱে' উদয়াচল ৰাজ্য বিচাৰিছে বুলি অসমৰ ভিতৰতে থকা কিছু সাংবাদিক, আৰু কলিকতীয়া কিছু কিছু অসমীয়া ইণ্টে লেকচুৰেল (!) ষ্টাণ্ট্‌ধৰ্ম্মী সম্পাদকে ভাৰতত এটা তপত ৰাজনৈতিক পৰিৱেশৰ সৃষ্টি কৰা আমাৰ চকুত কিছু দিনৰপৰা পৰিছে। কলিকতা মহানগৰীতো কিছু 'প্ৰগতিবাদী' ইণ্টেলেক্‌চুৱেলৰ ছত্ৰছায়াত উদয়াচলপন্থী কিছু নেতাই এই বিষয়ে মনুমেণ্টৰ তলত চিঞৰি চিঞৰি গোচৰ দিয়াৰ বাতৰিও আমি পঢ়িছিলোঁ। উক্ত সাংবাদিকসকলে এই কথাও ভাৰতৰ বাতৰিসমূহত লিখিছিল: 'দিল্লীয়ে উদয়াচল দিবই।' দিল্লীৰ নিজ মুখৰপৰা এই বিষয়ে হয় বা না আমি শুনিবলৈ ব্যগ্ৰ হোৱাও নাছিলোঁ। কাৰণ, পূৰ্ব্বভাৰতৰ মেপখন আৰু খচ্‌ খচ্‌কৈ কাটিব পৰা কেঁচিখন দিল্লীৰ হাতত আছে যেতিয়া, মন গ'লেই দিল্লীয়ে পূৰ্ব্বভাৰতৰ প্ৰতিখন জিলা বা ছাবডিভিজন বা চুবুৰি ভাগ কৰি কৰি এহেজাৰখন ৰাজ্য পাতি দিব পাৰে। ৱান ফাইন মৰ্ণিং, টেলিফোন কৰি দিল্লীৰপৰা পালেই একোখন নতুন নতুন ৰাজ্য হোৱাৰ কথা আমি জানো বা দেখি আহিছোঁ। মেঘালয়খনো তেনেকৈয়ে হৈছিল। নাগালেণ্ড তেনেকৈয়ে হৈছিল। মিজোৰাম তেনেকৈয়ে হৈছিল। কোনো 'আন্দোলন' নোহোৱাকৈ অৰুণাচলো তেনেকৈয়ে হৈছিল। গতিকে, আহোম-টাইলেণ্ড-মিছিংলেণ্ড উদয়াচল, লুইতপাৰত কৈবৰ্ত্তলেণ্ড, শৰৎ সিংহৰ জিলাত ৰাজবংশীলেণ্ড, হোজাইত বাংলালেণ্ড, ফাঁচিবজাৰত মাৰোৱাৰীলেণ্ড, মা-কামাখ্যা হিল্‌ষ্টেট, মৰাপাটলেণ্ড, শ্ৰীভূমিলেণ্ড, মিকিৰ হিলষ্টেট, উত্তৰ কাছাৰলেণ্ড আদিৰ, দিল্লীৰ হোম মিনিষ্ট্ৰিৰ টেবুলত নিতে নিতে সৃষ্টি হৈ গ'লেও বৰ ডাঙৰ 'নিউজ' বা বাতৰি যেন আজিকালি অন্ততঃ নেলাগে। এথনিক গ্ৰুপবিলাকে 'লিবাৰ্টি' পাব। শোষণহীন সমাজ হ'ব!! জনজাতীয়সকলে অসমীয়া 'ছভিনিষ্ট্' মথাৰ অৰ্থনীতি আৰু ভাষা-নীতিৰ 'উৎপাত'ৰপৰা চিৰমুক্তি পাব। পূৰ্ব্বভাৰত ধৰাৰ সৰগ হ'ব। হিলষ্টেটসমূহৰ দুখীয়া ৰাইজৰ বুকুৱে বুকুৱে চিৰ আনন্দৰ নিজৰা ব'ব। কম ভাল কথা হ'বনে? জিৰ্ জিৰ্ জিৰ্ জিৰ্ আনন্দৰ নিজৰা.......

## ধৰক, মেঘালয়খনৰে কথা

M. R. A. আকাশত মেঘে মেঘে খেলা। আকাশে পাহাৰে চুমা-চুমি। কি মনোৰম দৃশ্য! গাৰো, খাচী, জয়ন্তীয়া- সকল ৰজা হ'ব, মন্ত্ৰী হ'ব। ডেপুটি মন্ত্ৰী হ'ব। ১৯৭২ চনৰ ২০ জানুৱাৰীৰ দিনা হ'ল। সকলো হ'ল। তথাপি, এতিয়া মেঘালয়ৰ শাসক, অল পাৰ্টি হিল লিডাৰ্ছ কনফাৰেন্সে কৰা 'সু-শাসন'ৰ বিষয়ে দেখোন আৰু এগৰাকী বিশিষ্ট জনজাতীয় নেতাই অন্য ধৰণৰ কথা কয়?? (ভাৰতৰ লোকসভাৰ ডেপুটি স্পীকাৰ প্ৰফেছৰ ছোৰেল) প্ৰফেছৰ ছোৰেলজন জানো খাচী নহয়! আই ঐ দেহি, তেওঁনো কিয় এইবোৰ 'বলিয়ালি' কৰিছে!! চাংমা-নিকলাছ চৰকাৰে APHLC-ৰপৰা প্ৰফেছৰ ছোৰেলক (এই প্ৰফেছৰজনেই নিজেও মেঘালয় বিচাৰিছিল কিন্তু।) পাৰ্টিৰপৰা বহিষ্কাৰ কৰিছে। কিয়নো, তেওঁৰ নেতৃত্বত মেঘালয়ত জবৰদস্ত এটা 'বন্ধ' সফলতাৰে হৈছিল। পাৰ্টিৰপৰা তোমাকনো কিয় বহিষ্কাৰ কৰিব নেলাগে বুলি সোধাত ছোৰেলে চাহাৰে তেতিয়া বিবৃতি দিছে (১৭.১০.৭৩ ত প্ৰকাশিত বাতৰিৰ মতে—অনূদিত সাৰাংশ) এই বুলি —

('হে চাংমা-নিকলাছাদি শাসকবৃন্দ, তোমালোকে আন ৰাজ্যৰ মন্ত্ৰীয়ে লোৱাতকৈ অধিক দৰমহা লৈছাঁ; (আনে লয় ১৫০০ মাহে, তুমি লোৱা ২৫,০০০ মাহে!) থলুৱা জনজাতীয়ক চাকৰি, ঠিকা, ব্যৱসায় একো নিদিয়া হৈছাঁ। শিলঙৰ বৰবজাৰত অ-জনজাতীয়ক ৰাজপথৰ ওপৰতে দোকান খুলিবলৈ দি সেই অঞ্চল নৰকত পৰিণত কৰিছাঁ; জনজাতীয় খেতিয়কক শোষণকাৰী, মাজৰ মানুহ আৰু দালালমুক্ত কৰিব পৰা নাই; বাংলাদেশত পাণৰ দাম এক বাস্কেটত ৫০০ টকা হোৱা সত্বেও মেঘালয়ৰ সীমান্তৰ জনজাতীয়সকলক বাংলাদেশৰ সৈতে পাণ-ব্যৱসায় কৰিবলৈ নিদিয়াৰ ফলত দুখীয়া জনজাতীয়ৰ পাণ, খেতিয়কৰ পাণ বাৰীতে পচি নষ্ট হৈ গৈছে; সীমান্তৰ জনজাতীয়ক বাংলাদেশৰ ৰিফিউজীয়ে হেঁচা মাৰি ধৰোঁতে তেওঁলোকৰ যি ক্ষতি হ'ল, তাৰ কোনো ক্ষতিপূৰণ তোমালোকে নিদিলাঁ; লেণ্ড-ৰিফৰ্ম কমিটী পাতিলা মাথোঁ খাচীসকলৰ বাবেহে, জয়ন্তীয়া আৰু গাৰোসকলৰ বাবে নহয়! এইবোৰ অন্যায় জানি-বুজি তোমালোকে কৰিলাঁ। জনজাতীয় সৰু সৰু মহাজন আৰু খেতিয়কক কৰমুক্ত নকৰিলাঁ; তোমালোকে মেঘালয় চৰকাৰৰ; মেচিনাৰী, ফাণ্ড আৰু সম্পদৰ অপব্যৱহাৰ কৰিছাঁ। মেঘালয়ৰ সৰু সৰু কয়লা উদ্যোগক কোনো ধৰণৰ সহায় নকৰিলাঁ; সাধাৰণ ৰাইজৰ কি উপকাৰ সাধিলা? একোডাল নাই। বিচাৰিলে কি? পালেনো কি? সেয়েহে, APHLC, তোমালোকে যে মোক দোষাৰোপ কৰি চিঠি দিছাঁ, সেইখনলৈ মই কোনো পৰোৱা নকৰোঁ। 'I therefore treat your letter with the contempt it deserves, and I consign it to the wastepaper basket, to where it properly belongs.'-

ইতি

প্ৰফেছৰ ছোৰেল।

দেখিলেনে কথাটো?

তেন্তে মেঘালয় অসমৰপৰা ফাটি গৈ সৰগ হোৱা নাই নেকি? ছোৱেল চাহাবতো বলিয়া নহয়!! কি যে কৰে!!!

## উদয়াচল

উদয়াচলৰ কথা বেলেগ। উদয়াচল নিশ্চয় সৰগ হ'বগৈ ভৈয়ামৰ জনজাতীয়সকলৰ বাবে। তাতে আকৌ, অসমৰ এটা অ-জনজাতীয় অনা-অসমীয়া সম্প্ৰদায়ে হেনো নিজৰ উৎসৱাদিত চান্দা তুলিলে তাৰে এটা বৃজন অংশ উদয়াচলৰ আন্দোলনকাৰীসকলৰ বাবে মৰমেৰে আছুতীয়াকৈ ৰাখি, পাচত সেই মহৎ কাৰ্য্যৰ বাবে পঠাই দিয়ে। এই কথা বাতৰিত দেখিছোঁ। সেয়েহে, উল্লেখিছোঁ। সেই মৰম তেওঁলোকে অসমতে থাকি মনে মনে, তলে তলে কৰে বুলিও কোনো কোনো সংবাদপত্ৰই লিখা দেখিছোঁ।

মনে মনে কৰি, কিনো বেয়া কামটো কৰিছে? আৰু নকৰিবই বা কিয়? মহান দিল্লী যে অসমীয়াৰ দৰে 'সঙ্কীৰ্ণমনা' নহয়। দিল্লীয়ে উদয়াচল দিবই। যিমানেই 'ৰক্ষণশীল' অপ্ৰগতিবাদী, 'নৃতত্ত্ববিদ্যাত অজ্ঞ' মখাই চিএঙ্কৰক কিয়, দিল্লীয়ে উদয়াচল দিবই। অসমক পুনৰ ভাগ কৰিবই।

## গুৱাহাটী চাৰ্কিট হাউছৰ নাটক মিছেছ্ গান্ধীৰ উক্তি

এই ভাবেৰে, এই চিন্তাৰে সকলো উদয়াচলপন্থী বৈ আছিল। ক'ত—? গুৱাহাটী চাৰ্কিট হাউছত। কেতিয়া? ১৯৭৩ চনৰ সৌ সিদিনা। ১০ অক্টোবৰত। কিয়? তাত সাংবাদিক মেল এখন হৈছিল। তাত উপস্থিত আছিল ভাৰতৰ প্ৰধানমন্ত্ৰী শ্ৰীমতী গান্ধী। উদয়াচলৰ বিষয়ে তেওঁ কি কি ক'লে? ১৭ অক্টোবৰৰ দিনা প্ৰকাশিত বাতৰি মতে, শ্ৰীমতী গান্ধীৰ বক্তব্য এয়া। অনূদিত সাৰাংশ —

**দিল্লীৰ কেন্দ্ৰীয় চৰকাৰৰ কাৰো উদয়াচলৰ সৃষ্টিৰ প্ৰতি সহানুভূতি নাই। —সেই অনুভূতি ভৈয়ামৰ জনজাতিৰ মাথোঁ এটা সৰু অংশৰহে। —প্ৰধান মন্ত্ৰীয়ে ভাবে যে পূৰ্ব্বভাৰতৰ সমস্যা এতিয়াৰ অসমক পুনৰ বিভাজন কৰিলেই সমাধান নহ'ব।**

**দুটা জনজাতীয় প্ৰতিনিধি দলে প্ৰধান মন্ত্ৰীক লগ ধৰিছিল। এটাত আছিল ৮ জন জনজাতীয় এম. এল. এ. আৰু এম. পি.। আনটো প্ৰতিনিধি দল আছিল অসম ট্ৰাইবেল সঙ্ঘৰ। দুয়ো প্ৰধান মন্ত্ৰীক প্ৰতিবেদন দিলে যে উদয়াচলৰ দাবীটো মাথোঁ কিছু অংশ বঢ়ো লোকেহে তুলিছে। অসমৰ আন আন জনজাতীয় গোষ্ঠীয়ে উদয়াচলৰ স্পষ্ট বিৰোধিতা কৰিছে। —ভৈয়ামৰ জনজাতীয়সকলে যোৱা নিৰ্ব্বাচনত মুঠতে ৯ জন এম. এল. এ; এম-পিক জয়লাভ কৰাইছে। তাতে মাথোঁ এজনহে উদয়াচলৰ ভক্ত। বাকী ৮ জনেই এই**

দাবীৰ তীব্ৰ বিৰোধিতা কৰিছে। অসমৰপৰা ভৈয়ামৰ জনজাতি বিচ্ছিন্ন হৈ আন এখন ৰাজ্য পতাতো তেওঁলোকে নিবিচাৰে। —এই আঠজন জনজাতীয় এম. এল. এ; এম-পিয়ে প্ৰধান মন্ত্ৰীক উদয়াচল দাবী প্ৰসঙ্গত তেওঁৰ নিজৰ অভিমতৰ বিষয়ে প্ৰশ্ন কৰাত প্ৰধান মন্ত্ৰীয়ে স্পষ্টভাৱে ঘোষণা কৰিলে যে তেওঁ অসমক আৰু নেভাঙে।

—কাৰ্বি পাহাৰ আৰু উত্তৰ কাছাৰ হিল্‌ছৰপৰাও দুটা প্ৰতিনিধিৰ দলে প্ৰধান মন্ত্ৰীক দেখা কৰে। তেওঁলোকেও তেওঁলোকৰ প্ৰতিবেদনত পৃথক ৰাজ্য বিচৰা নাই। অতি যুক্তিসঙ্গতভাৱে এই দুটা দলে নিজ নিজ পিচপৰা এলেকাৰ উন্নতিৰ বাবে অধিক ধন আৰু সুবিধা বিচাৰিছে মাথোঁ।

প্ৰধান মন্ত্ৰীৰ এই উক্তিয়ে অসমক পুনৰ ভাঙিব খোজা সকলক নিশ্চয় কিছু আঘাত দিলে। বিশেষকৈ, সেইসকল সাংবাদিক, যিসকলে অসমৰ ভিতৰে বাহিৰে প্ৰচাৰ কৰিছিল যে দিল্লীয়ে উদয়াচল দিবই, তেওঁলোকৰ হৃদয়ত নিশ্চয় ভীষণ বেথা। শোকাভিভূত হৈ তেওঁলোকে ভাৰতৰ বহুতো বাতৰি-কাকতত প্ৰধান মন্ত্ৰীৰ এই উদয়াচলবিৰোধী মনোভাবৰ সত্যটো প্ৰচাৰ কৰিবলৈকো পাহৰিলে।।

—মাৰ্ক্সিষ্ট বিপ্লৱী বিষ্ণুপ্ৰসাদ ৰাভাই কৈছিল ঃ 'অসমৰ উপজাতিসকল উপনদীস্বৰূপ। এই উপনদীসমূহে বৃহৎ অসমীয়া জাতিৰ লুইতখন বিশালতৰ কৰি তুলিব লাগে।' এনে ভাব পোষণ কৰা অসমৰ জনজাতীয়, অজনজাতীয় লোকসকলে প্ৰধান মন্ত্ৰীৰ ১০ অক্টোবৰৰ উক্তিক শলাগিলে। ই স্বাভাৱিক। উদয়াচল বিচৰাসকলে আঘাত পাই হয়তো পুনৰ 'আন্দোলন' কৰিব।

## পিচে এটা কথা

অতীতত এই প্ৰধান মন্ত্ৰীৰ পিতৃদেৱ জবাহৰলালেও অসমলৈ আহি 'সকলো মিলি-জুলি একেলগে থাকিব লাগে, অসমক ভাঙিব নেলাগে' ইত্যাদি বক্তৃতা আৰু বিবৃতি দি, হঠাৎ ফোন যোগে অসমক ভাগ ভাগ কৰিছিল। সেই 'ৰাজ্য'বোৰক এতিয়াও দিল্লীয়ে চামুচেৰে খুৱাই আছে— স্পুন্ ফিড্ কৰা শেষেই হোৱা নাই। সেই নতুন ৰাজ্যবোৰৰ দুখীয়া জনসাধাৰণে সেইবোৰ জনজাতীয় চৰকাৰৰ শাসকসকলৰপৰা কোনো ধৰণৰ স্বৰ্গীয় সুখ পোৱা নাই। মেঘালয়ৰ প্ৰফেছৰ ছোৱেলৰ ওপৰত উল্লেখ কৰা বিবৃতিও তাৰে এটি জ্বলন্ত উদাহৰণ।

## ৰাজ্যপাল নে?

***কেইটামান ছ'দাপানীৰ বটল ভঙা শব্দ, কেইটামান উগ্ৰ স্ল'গান, কেইটামান শোভাযাত্ৰা, দিল্লীলৈ কেইবাৰমান অহা-যোৱা, কেইজনমান মন্ত্ৰী আৰু উপমন্ত্ৰীৰ সৃষ্টি, এটা বিধানসভা***

ঘৰ নিৰ্ম্মাণ — এখন সুকীয়া ৰাজ্য — এইকেইটা উপাদানেৰে সমাজত শান্তি আনিব পাৰিলেতো ভাল কথাই আছিল। অসমৰ জনজাতীয়, অজনজাতীয়ৰ কল্যাণ নিহিত আছে ভাৰতৰ সমাজনৈতিক আৰু অৰ্থনৈতিক দিশত বৈপ্লবিকভাৱে অহা বৈজ্ঞানিক আমূল পৰিবৰ্ত্তনতহে।

অসমক ৰি-অৰ্গেনাইজ কৰি, এতিয়া দেখা গৈছে— এজন মানুহৰহে মনত অতি আনন্দ দিয়া হৈছে। সেইজন হ'ল, পূৰ্ব্বভাৰতৰ বৰ্ত্তমান ৰাজ্যপালগৰাকী। তেওঁ দিল্লীৰ হোম মিনিষ্ট্ৰিত চাকৰি কৰাৰ সময়ত পূৰ্ব্বভাৰতৰ মানচিত্ৰখন কেঁচিৰে কাটি-কুটি বহু 'পৰিকল্পনা' কৰিছিল। তাৰ মাজতে বোধ হয় পূৰ্ব্বভাৰতৰ গভৰ্ণৰ হোৱাৰ সপোনো দেখিছিল। এতিয়া শ্বিলং পায়েই চাগে তেওঁৰ মাক বা বাপেকলৈ (যদি বাচি আছে)— চিঠি দিছে-–'মা (বা বাবা), ভাৰতৰ আন গভৰ্ণৰ এখন ৰাজ্যৰহে হয়, মই এসোপা ৰাজ্যৰ গভৰ্ণৰ হৈছোঁ। চৰাই (শৰাই), গাম্‌চা (গামোচা) পাইছোঁ। ই কি কম কথা? আমি কওঁ, হে ৰাজ্যপাল মহাশয়, তুমি এসোপা 'ৰাজ্যৰ' গভৰ্ণৰ হোৱা নাই। তুমি এসোপা আন-ইক'নমিক 'জিলাৰ' জিলাপাল হৈছা। সেই এসোপা জিলাৰ সৈতে আৰু কেইখনমান জিলা কাটি-কুটি, কিবাকিবি 'চল্' বা কিবাকিবি 'লেগু' বাই ল'লেও তুমি এসোপা ৰাজ্যৰ ৰাজ্যপাল বুলি নিজকে ক'ব নোৱাৰিবা। সেই জিলাপালহে হৈ থাকিবা। তোমাৰ 'উন্নতি' কামনা কৰোঁ। দিল্লী তোমাৰ কথা মতে চলিছিল, এতিয়াও চলিব। অসমৰ বাহিৰৰ সাংবাদিকে তোমাক সহায় কৰিব— একো নজনাকৈয়ে। ১০ অক্টোবৰত পতা চাৰ্কিট হাউছৰ নাটক আগতেও বহুবাৰ আমি দেখি আহিছোঁ—। আমাক আৰু কিমান নাটক দেখুৱাবা — দিল্লী।। তুমি কোৰাঁ এটা, কৰাঁ এটা। এদিন মেখেলা-চাদৰ পিন্ধিলেই দিল্লীৰ মন সলনি হোৱাটো নুবুজায়।

*(আমাৰ প্ৰতিনিধি : ১৪ শ বছৰ : ৩য় সংখ্যা : নৱেম্বৰ, ১৯৭৩)*



# এমুঠি চাউলৰ কাহিনী

'মুখেন মাৰিতং জগত' নীতিৰে ৰাজ্য চলাব নোৱাৰি।
ৰাইজ আৰু ৰজাই মিলি কাম কৰিলেহে দেশখন বচাব পাৰি।

এটি গীত।।

পেহী অ' পেহা
এইফালে আহাঁ।
ৰংমন ওচমান
ওচৰতে ৰহাঁ।।
সেৱাৰ গামোচা
কান্ধতে লওঁ।
এমুঠি চাউলৰ
কাহিনীকে কওঁ।।
স্বাধীনতা, ৰাজনীতি সকলো দেখিবা, অন্নমুঠিৰহে তল।
চাউলৰ অমৃত, ৰাইজে নেপালে, সৰ্বনীতি — হলাহল।।
(আজি)কেহনত চাউলৰ কত হাহাকাৰ, মুকলি বজাৰতহে পায়।।
মুকলি বজাৰত জুই-ছাই দাম ধনীয়েহে চাবিবেলা খায়।।
তুমি বোৱা ধান, ঘাম পেলাই, পাব লাগে দাম, শ্ৰমৰ জোখাই।
তেমাক শোষণ, যিজনে কৰে, নৰকতো নেপায় সেইজনে ঠাঁই।।
দুখীয়া খেতিয়কে কৰিব বা কি?
য'তে ধন তাতে ধান বেচিছিলে।
চোৰাং বাককসে, বহু লাভ লৈ, কোনোবা মুলুক পোৱাইছিলে।।
পেহী অ' পেহা
আমলখি কেহা।

মুখা পিন্ধা চোৰবোৰে
কৰে আজি বেহা।।
চাউল নাই,
ধান নাই,
ক'লৈ গ'ল পেহা?
ৰাইজৰ দিনে দিনে ভাগি যায় দেহা!!
(সেয়ে) তোমাৰ চৰকাৰে, ধানৰ ব্যৱসায়,
নিজৰ হাতলে' আনিছে।
(যাতে) খেতিয়কে ধানৰ, উচিত দাম পায়,
এই কথা আজি চিন্তিছে।।
চৰকাৰে ব্যৱসায় লোৱাৰ অৰ্থ, ৰাইজৰ মুঠিতে ব্যৱসায়।
(এই) চৰকাৰখন দেখোঁ, তুমিয়েই পাতিছিলাঁ,
নতুন নীতিৰ গুণ গাই।।
চহৰে নগৰে গাঁৱে তোমাৰেই সমবায়ে,
সেই ধান বিতৰণ কৰিব।
সুলভ মূল্যত সকলোৱে যাতে,
দুবেলা দুমুঠি পাৰে খাব।।
পুৰণি নীতি নিষ্ঠুৰ নীতি
কৃষকৰ মনঃপুত নাছিল সেয়া।
দুখীয়াই ভোকতে, কেঁচা ধান বেচিলেও
দামৰ নিৰিখ পায় বেয়া!!
শতকৰা চাৰে বাৰ, কম টকা দিছিলে,
যদি বেচা আঘোণ মাহত।
চাৰে সাত টকা কম, দিছিলে যদি ধান,
বেচা তুমি পুহৰ শীতত।।
শতকৰা পাঁচ টকা, কম দাম দিছিলে,
যদি বেচা মাঘ মাহত।
আঢ়ৈ টকা কম, দাম দিছিল যদি,
বেচা ধান ফাগুন মাহত।।
আগৰ এই নীতিবোৰ অসুন্দৰ নীতি,
কেঁচা ধানৰ নিদিছিল মূল্য।
(আজি) কেঁচা ধান বেচিলেও,

দাম পাবা পেহাদেউ, শুকান ধানৰে তুল্য।।
সংগ্ৰহ নহ'লে ধান বিতৰণ
কোনেনো কৰিব বাৰু পাৰে?
দেশৰ খেতিয়কে ধান নেবেচিলে
সমবায় কেনেকে' তৰে!!

ৰাইজৰে আশাৰে সমবায় পাতিছে,
সমবায় বচোবাহে কথা।
শুদ্ধ নীতিৰে ৰাইজে চলালেহে,
গুচায় ই ৰাইজৰে বেথা।।
আগৰ নীতিমতে ধানৰ দাম পাবলে',
খেতিয়কে বহুদিন ৰয়।
আজিৰ নীতিমতে নগদ মূল্য
ততালিকে হাতে হাতে লয়।।
ভিন্ ভিন্ অঞ্চলত, প্ৰয়োজন অনুসৰি,
সদা চাউল মজুত ৰাখিব।
তেতিয়াহে সেই অঞ্চলসমূহত,
ধানৰ নাটনি দূৰ হ'ব।।
মন যদি কৰা, কথা এটি কওঁ,
আৰু এটা বেয়া নীতি চলি আছিল।
সংগ্ৰহ কৰা ধান, কলত খুন্দি
চাউলহে বিতৰণ কৰিছিল।।
(পিচে) নতুন নীতি মতে, ধান লাগে য'তে,
তাতে মাথোঁ ধান দিয়া হ'ব।
(আৰু) যি যি অঞ্চলত,
চাউল লাগে চাউলহে যোগান ধৰিব।।
চৰকাৰে যদিও, ধানৰ পাইকাৰী
ব্যৱসায় হাতলৈ নিলে।
তথাপি ক্ষুদ্ৰ ধানবেপাৰীৰ বাবে,
কিছু কিছু স্বাধীনতা থ'লে।।
তেওঁলোকে বেচা-কিনা কৰিব পাৰিব,
সীমা হ'ল : আঢ়ৈ কুইণ্টল।

কিছু কিছু অঞ্চলত বেহা কৰি তৰিব,
বাধা বা বিঘিনি নৰ'ল।।
পুৰণি নিয়মত, খাদ্য নিগমে,
ব্যক্তিক দিছিলে অধিকাৰ।
ধানৰ সংগ্ৰহ ব্যক্তিয়ে কৰিছিল,
ব্যক্তিৰ মহিমা অপাৰ!!
(পিচে) নতুন নীতি মতে,
ধানৰ সংগ্ৰহ,
মাথোঁ সমবায়েহে কৰিব।
তেতিয়াহে ৰাইজৰ,
শ্ৰমৰ মূল্য, ৰাইজৰ হাততে থাকিব।।
এই নতুন নীতি যদি অসফল হয়
লাই পাব শত পুঁজিপতিয়ে
পুনৰ ৰাইজক থিতাতে গিলিব
সিহঁতৰ শোষণ নীতিয়ে।।
ৰাইজৰ সেৱাৰ এই নতুন নীতিক,
ধানচোৰে কৰে উপহাস।
ধানচোৰ বাহিনীক ধ্বংস নকৰিলে,
ৰাইজে কৰিব উপবাস।।
মুখেন মাৰিতং জগত নীতিৰে
ৰাজ্য চলাব নোৱাৰি
ৰাইজে ৰজাই মিলি কাম কৰিলেহে,
দেশখন বচাব পাৰি।।
বিপ্লব, চিএৰি কৰিব পাৰি—
(পিচে) নীৰৱেও বিপ্লব হয়।
খেতিয়ক ৰাইজ মোৰ, ভাবি চোৱাঁ কথাটো
গায়ক ভূপেন্দ্ৰই কয়।।

গীতৰ এই কথাখিনি অকল গায়ক ভূপেন্দ্ৰই কোৱা নাই। সম্পাদক ভূপেন্দ্ৰয়ো একে কথাকে কৈছে। তাতোকৈ আগ্ৰহেৰে কৈছে নাগৰিক ভূপেন্দ্ৰই। 'আমাৰ প্ৰতিনিধি' যদি ৰাইজৰ প্ৰতিনিধি হয়, তেন্তে ৰাইজৰ ভাতমুঠিৰ কথা আমি ভাবিবই লাগিব। বৰ্ত্তমানৰ অসম চৰকাৰৰ যেতিয়া দোষ দেখোঁ, আমি কাকো পৰোৱা নকৰাকৈ সমালোচনা কৰি আহিছোঁ। ভাল কিবা কৰিলে (যেয়ে নকৰক কিয়), ভাল বুলি

কোবাৰ নৈতিকতাও থাকিব লাগে একোজন সম্পাদকৰ। চাউলৰ পাইকাৰী বজাৰ অসম চৰকাৰে লৈ সাহসী কাম কৰিছে। ভাৰতৰ আন ৰাজ্যসমূহে সেই সাহ নকৰিলে। কেৰালাৰ কথা সুকীয়া। অসমৰ পিনে এতিয়া সমগ্ৰ ভাৰতে ৰ লাগি চাইছে। পহিলা নৱেম্বৰৰ দিনা (১৯৭৩ চন) মই অসমত আছিলোঁ। সেইদিনাৰপৰাই দেখিছোঁ, আগৰ ধানচোৰবোৰ, পুঁজিপতি ধানকলৰ মালিকবোৰ আৰু চৰকাৰী-বেচৰকাৰী ধনীৰ দালাল আৰু ঘোচখোৰবোৰৰ টোপনি নোহোৱা হ'ল। খাদ্য নিগমে ধান কিনা ব্যক্তিগত এজেণ্টবোৰৰ মুখ ক'লা পৰি গ'ল। ৩ নৱেম্বৰৰ দিনা মই কামৰূপৰ বেলশৰ বোলা ঠাই এখনৰপৰা গুৱাহাটী অভিমুখে আহোঁতে, বাটত নলবাৰীৰ পুলিচ বিষয়া এজনে থানাত পৰি থকা কিছুমান চাহপাতৰ বাকচ দেখুৱালে। মই সুধিলোঁ, "ক'ত ধৰিলে? এয়া চাহপাত নেকি?" ডেকা পুলিচ বিষয়াজনে ক'লে— "নহয় দাদা, এয়া চাউল। চাহপাতৰ বাকচত! অসমৰ বাহিৰলৈ চোৰাংকৈ পঠাব খুজিছিল।" পাচদিনা অৰ্থাৎ ৪ নৱেম্বৰৰ পুৱা (সেইদিনাৰ আবেলি মই বোম্বেলৈ উৰি আহিছোঁ) মুখ্যমন্ত্ৰী শ্ৰীশৰৎ সিংহ, শিক্ষামন্ত্ৰী শ্ৰীহৰেন তালুকদাৰ আৰু গৃহমন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াৰ সৈতে, মুখ্যমন্ত্ৰীৰ বাসভৱনত মোৰ দেখা হৈছে। শ্ৰীসিংহই নম্ৰ আন্তৰিকতাৰে কৈছিল— "ৰাইজৰ ভাতমুঠি দিয়াৰ পথ আমি পাইছোঁ। পিচে, লক্ষ্যস্থানত উপনীত হ'বলৈ আমাক ৰাইজেই সহায় কৰিব লাগিব।"

আমিও কওঁ, এই ৰাইচ্ টেক্‌অ'ভাৰ নীতিটোক মই নীতি হিচাপে [illegible] ভাল পাইছোঁ। ভাৰতৰ সকলো বামপন্থী দলেই ইয়াৰ শলাগ লৈছে। সোঁপন্থীসকলে, সাম্প্ৰদায়িক দলসমূহে, পুজিপতিসকলে আৰু তেওঁলোকে ভুলকৈ বুজোৱা তথাকথিত 'ৰাইজৰ মানুহ'সকলে এই নিৰ্ভীক নীতিটোৰ পৰাজয় বিচৰাটো স্বাভাৱিক।

সেয়েহে, আমি চাউলৰ পাইকাৰী বজাৰ চৰকাৰে (অৰ্থাৎ ৰাইজেই) লোৱাটোৰ সমৰ্থন কৰিছোঁ। খেতিয়কৰ ধান সমবায়ে কিনিব। সমবায়ে বিতৰণ কৰিব। খাদ্য নিগম, এপেক্স মাৰ্কেটিঙেও সমবায়ৰপৰাহে ধান কিনিব। গতিকে, ৰাইজৰ ধানৰ ধন ৰাইজৰ হাতৰ প্ৰতিষ্ঠানেই লাৰিব-চাৰিব। — এই নীতিক কাৰ্য্যত পৰিণত কৰোঁতে হয়তো কিছু খুঁত ওলাব। খেতিয়কে ধানৰ দাম নিৰিখৰ ক্ষেত্ৰত হয়তো কিছু যুক্তি দেখুৱাব। কিন্তু তথাপি একচেটিয়া পুঁজিপতিৰ হাতত পৰাতকৈ, চৰকাৰে লোৱাটো আমি তুলনামূলকভাৱে (সমাজবাদৰ বিজ্ঞানৰ ফালৰপৰাও) ভাল দেখিছোঁ। পিচে এটা কথা।

চৰকাৰে চেক প'ষ্টবোৰত বেচৰকাৰী লোককো, (স্কুল কলেজৰ ছাত্ৰ, শিক্ষক আদিকো) চাউলচোৰক জব্দ কৰাৰ ক্ষমতা দি থ'ব লাগে।

ঘোচ খোৱা চৰকাৰী অফিচাৰক (শ্ৰীৰবীন ভূঞাক AIG-য়ে ধৰাৰ দৰে) ধৰি পেলাব লাগে। কোনো ধানচোৰে যদি শ্ৰীশৰৎ সিংহক দেখুৱাই 'মিছা সমবায়' পাতি

লৈছে, তেনে লোকক সমবায়ৰ আন সভ্যসকলে ততালিকে বহিষ্কাৰ কৰিব লাগে।

মই এতিয়া বোম্বেৰপৰা লিখিছোঁ। ইয়াৰ এজন মাৰাঠী অধ্যাপক বন্ধুৱে কালি মোক কৈছে ঃ "হাজৰিকা, অসমত যদি চৰকাৰে চাউলৰ পাইকাৰী ব্যৱসায় সফল কৰিব পাৰে, তেন্তে সমগ্ৰ ভাৰতে সেই আৰ্হি লোৱাত সহায় হ'ব। মাৰাঠীয়ে চাউলহে (ভাত) খায়।"

গতিকে, ৰাইজ, ৩ নৱেম্বৰৰ দিনা মই লিখি উলিওৱা এটি গীত প্ৰকাশ কৰিলোঁ। খেতিয়ক ৰাইজৰ বাবে। তাত নতুন নীতিটোৰ আইন-কানুন, 'ক্লজ', 'বাই-ল', 'মইশ্চাৰ কাট্' সকলো, গীতত পৰিণত হৈছে। লেকচাৰতকৈ কিজানি সৰস লাগেই!

'মুখেন মাৰিতং জগত' নীতিৰে সঁচাকৈয়ে ৰাজ্য চলাব নোৱাৰি। চৰকাৰৰ মন্ত্ৰী-বিষয়াসকলেও বেছি লেকচাৰ দিয়া বন্ধ কৰক। কাম কৰক। আৰু বেচৰকাৰী ধোদ, বা পুঁজিপতিৰ দালালবোৰেও 'মুখেন মাৰিতং জগত' নীতি বন্ধ কৰক। ধানচোৰক জব্দ কৰক। নহ'লে কি হ'ব, গানেৰেই কৈছোঁ—

'ধানচোৰ বাহিনীক
ধ্বংস নকৰিলে
ৰাইজে কৰিব উপবাস!'

ৰাইজ আৰু ৰজাই মিলি চাউলমুঠিৰ (উৎপাদন, বিক্ৰী, বিতৰণ আৰু চাউলৰ চোৰাং বেপাৰী আৰু মজুতকাৰীক ধ্বংস কৰা) সমস্যাসমূহ সমাধান কৰক। এই নীতি এতিয়া আৰু অকল শৰৎ সিংহৰ নীতি হৈ নাথাকিল, অসমৰ ৰাইজৰ পেটৰ নীতি হ'ল। ভাৰতে তথা বিশ্বই ইয়াৰ সফলতাৰ পিনে ব্যগ্ৰভাৱে চাই আছে। ফলাফল ৰাইজেই ভোগ কৰিব। মই সাধাৰণভাৱে এইখিনিকে বুজিছোঁ।

(বিঃ দ্ৰঃ — খেতিয়ক ৰাইজ, 'এমুঠি চাউলৰ কাহিনী' গীতটো আপুনি আবৃত্তি কৰিব পাৰে ৰাজহুৱা সভাত।)

*(আমাৰ প্ৰতিনিধি ঃ ১৪ শ বছৰ ঃ ৪ ৰ্থ সংখ্যা ঃ ডিচেম্বৰ, ১৯৭৩)*



# প্ৰসঙ্গ ঃ জ্যোতি চিত্ৰবন

ধৰক, আপুনি অসমৰ এজন ছবি-প্ৰযোজক। টকা, গল্প, শিল্পী লৈ আপুনি এখন ছবি কৰিব খুজিছে। আপুনি জ্যোতি চিত্ৰবনলৈ গৈ অফিচত সোমাই কৰ্ম্মচাৰীক সুধিব— "হেৰি, আমি এখন ছবি কৰিম। প্ৰায় ৪০ দিনৰ শুটিং হ'ব। তাৰে প্ৰায় ২৫ দিন এই ষ্টুডিঅ'ত অন্তৰ্দৃশ্য গ্ৰহণ কৰিম। বাকীকেইদিন বহিৰ্দৃশ্য কৰিম। কোন কোন তাৰিখত আপুনি আমাক ষ্টুডিঅ' দিব পাৰিব? আৰু বহিৰ্দৃশ্যৰ বাবে যন্ত্ৰপাতি কেতিয়াকৈ ভাড়া দিব পাৰিব?" দিনে কিমান ভাড়া দিব লাগিব— ইত্যাদি জানি লৈ আপুনি ষ্টুডিঅ' কৰ্তৃপক্ষৰ সৈতে চুক্তি কৰিব। সেই চুক্তিত আপুনি এইকেইটা কথা বিচাৰিব ঃ

ষ্টুডিঅ'ত Set সাজিবলৈ অভিজ্ঞ মিস্ত্ৰী আছেনে? Set সজা আৰু পেইণ্ট কৰা মানুহ আছেনে? আপোনাৰ কেমেৰামেনে বিচৰাৰ দৰে লাইট আছেনে? লাইট নিক্ষেপ কৰিব পৰা ইলেক্‌ট্ৰিচিয়ান আৰু বনুৱা আছেনে? কেমেৰাটো সোঁ-বাওঁ উত্তৰ-দক্ষিণে চলাই লৈ যাবলৈ (ঠেলিবলৈ) যোগ্য সহকাৰী আছেনে? শব্দগ্ৰহণ কৰিবলৈ শব্দযন্ত্ৰী, তেওঁৰ সহকাৰী আৰু মাইক্ৰ'ফোন পাতি দিব পৰা, চলাই লৈ ফুৰিব পৰা বনুৱা আছেনে? প্ৰত্যেক দিনৰ শুটিঙৰ ফলাফল চাবৰ বাবে ৰসায়নাগাৰ আছেনে? ৰসায়নাগাৰত নিগেটিভ ধোৱা, প্ৰিণ্ট কৰা, ফেড্ ইন, ফেড আউট কৰা, ৱাইপ কৰা, মিক্স কৰা, ছুপাৰ ইম্‌প'জ আদি কৰি দিব পৰা ৰসায়নাগাৰাধক্ষ্য (উপযুক্ত সহকাৰীসকলৰ সৈতে) এজন আছেনে? - সঙ্গীত গ্ৰহণ আৰু আবহ-সঙ্গীত গ্ৰহণৰ বাবে বিশেষ গৃহ আছেনে? টেপত সঙ্গীত গ্ৰহণ কৰি তাক চেলুলয়ডলৈ (অ'পটিকেল) ট্ৰান্সফাৰ কৰাৰ যন্ত্ৰ আছেনে? এডিটিং কৰা যন্ত্ৰ আৰু ঠাই আছেনে? দৃশ্য আৰু শব্দৰ যেতিয়া বিয়া (Married print) হৈ যায়, বা বেলেগে বেলেগেও থাকে, তেনে অৱস্থাত পৰিচালকে চাব পৰা প্ৰজেকশ্বন ৰুম এটা আছেনে? শিল্পী আৰু কলা-কুশলীয়ে জিৰণি ল'ব পৰা, ভাত-পানী খাব পৰা কেণ্টিন আৰু মেক-আপ ৰুম আছেনে? বহিৰ্দৃশ্যলৈ নিব পৰা কেমেৰা, অন্তৰ্দৃশ্যত চলাব পৰা বিধৰ কেমেৰা আৰু অতি আধুনিক লেন্সখিনি আছেনে? ছবিখন শেষ হোৱাৰ পাচত কেইবাটাও চেনেললৈ সংলাপ, বিভিন্ন ধ্বনি আৰু আবহ-সঙ্গীত মিক্স কৰিব পৰা ৰি-ৰেকৰ্ডিং টেবুলখন আছেনে? কমকৈও মুঠতে এইকেইটা বস্তু প্ৰযোজক এজনে বিচাৰে

ষ্টুডিঅ' এটা ভাড়া লোৱাৰ পাচত।

সবাতোকৈ ডাঙৰ কথা হ'ল— এই সকলো বিভাগৰে যন্ত্রপাতিকেইটা সকলো সময়তে ভালে ৰাখিবলৈ বা হঠাৎ মেৰামতি কৰিবলৈ এজন অতি অভিজ্ঞ মেইনটেনেন্স ইঞ্জিনিয়াৰ আছেনে? কাৰণ, যন্ত্রপাতি বেয়া হ'লে প্রযোজকৰ বহুতো লোকচান হয়।

অসমত 'জ্যোতি চিত্রবন'টো পাতিবলৈ কম মানুহে কম চিএৰা নাছিল। এতিয়া হোৱাই-নোহোৱাই সেই বস্তুটো হ'ল বাবেই, হোৱাই-নোহোৱাই অসমীয়া দহখনমান (বছৰে) ছবি নির্মাণ কৰাৰ প্রচেষ্টা (গুবাহাটীতে কেমেৰা পাইছে বাবে) দেখা নগৈছে জানো?

'জ্যোতি চিত্রবন' নোহোৱালৈকে সকলোৱে ষ্টুডিঅ' লাগে, ষ্টুডিঅ' লাগে বুলি চিএৰিছিল। হোৱাৰ পাচত কিন্তু তাক কেনেকৈ ঠন ধৰাব লাগে, কেনেকৈ স্বয়ংসম্পূর্ণ কৰিব লাগে, সেই বিষয়েহে ইতিবাচক চিন্তা লাগে। বিষ্ণুপ্রসাদ, ফণী শর্ম্মা, সর্ব্বেশ্বৰ চক্রবর্ত্তী, চন্দ্র ফুকন আদিৰ দৰে ষ্টুডিঅ'-উপদেষ্টাসকল পাবতগজা শিল্পী নাছিল, আমোলাতান্ত্রিক দৰমহা খোৱা ফিল্ম-কর্ম্মচাৰী বা প্রচাৰবিদ নাছিল। আন্তৰিকতাৰে যুঁজি যুঁজি মৰিছিল তেওঁলোক।

## এতিয়া কি লাগে?

এতিয়া শাসক দলৰ এজন ডেকা ইন্দিৰা কংগ্রেছী শ্রীবিজয় সন্দিকৈ এম. এল. এৰ নেতৃত্বত 'জ্যোতি চিত্রবন'টোক সম্পূর্ণ সক্রিয় কৰিবলৈ চেষ্টা কৰা হৈছে বুলি কাকতে-পত্রে পাইছিলোঁ। ভাল লাগিছিল কথাটো শুনি। নৰেম্বৰত 'চালু' হৈ যাবই বোলা ঘোষণা এটাও বহু কৰি কৰি কোনো কোনো কাগজে ছপাইছিল। মাথোঁ ২ লাখ টকাৰ বস্তু বিদেশী মুদ্রাৰে কিনিব লাগিব বুলিও বাতৰিত কোৱা হৈছিল। পিচে, নৰেম্বৰ দেখোন গ'ল! কি হৈছে? দিল্লীয়ে ৰি-ৰেকর্ডিং টেবুলখন কিনা বিদেশী মুদ্রাখিনি এতিয়াও নাই দিয়া নেকি? ভাৰতৰ প্রচাৰমন্ত্রী গুজৰাল চাহাবক দেখা কৰিবলৈ দেখোন কেবাবাৰো এটাচি বেগ লৈ লৈ, চৰকাৰী মানুহ বৰঝাৰ-চফদৰজঙ্গ এবোড্র'ম কৰিয়েই আছে। TA, DA বোৰ গৈ আছে নহয়। কলিকতাত, বোম্বেত একোজন নাম কৰা কলা-কুশলীয়ে ব্যক্তিগতভাবে কেমেৰা এটা কিনিবলৈ (ডেৰ লাখ টকাৰ) দেখোন তৎক্ষণাৎ বিদেশী মুদ্রা পায়। অসম চৰকাৰক দিয়া নাই নেকি? ইন্দিৰা চৰকাৰে? ধনমন্ত্রী চ্যৱনে? ভাল দৰমহা দি আৱশ্যকীয় কলা-কুশলীকেইজনক চাকৰি দিয়া হৈছে।

সেই বাবেই কওঁ, আধুনিক মনৰ নেতা শ্রীবিজয় সন্দিকৈ আদিয়ে চাব লাগে, যাতে উপদেষ্টা সমিতিৰ সভাবোৰত ডাঙৰ ডাঙৰ পাঁচবছৰীয়া আলোচনাৰ ৰাজনীতিৰ চমকৰ পৰিবর্ত্তে, ততালিকে হৈ থকা জ্যোতি চিত্রবনটোক সক্রিয় কৰিবলৈ, এই প্রবন্ধৰ প্রথমফালে উল্লেখ কৰা ন্যূনতম আৱশ্যকীয় কথাকেইটা বাস্তৱত পৰিণত কৰাহে কথা। কোনোৱাই

যদি দুৰ্নীতি কৰিছিল বা কৰি আছে, তেনে লোকক ততালিকে উলিয়াই দিয়া উচিত হ'ব। দুৰ্নীতি বা গাফিলতি কৰিব পাৰে তেওঁহে, যাৰ আমোলাতান্ত্ৰিক চহী কৰিব পৰা ক্ষমতা থাকে। অবৈতনিক উপদেষ্টাসকলৰ সেই ক্ষমতা নাই। তেওঁলোকে মাথোঁ আন্তৰিকতাৰে উপদেশহে দিয়ে। এই প্ৰবন্ধ লিখোঁতে মই আৱেগৰ বশবৰ্ত্তী হোৱা বুলি কোনোবাই মোক দুষিব পাৰে। দোষক। এইটো দোষণীয় আবেগ নহয়। এই ষ্টুডিঅ'টো যোবা চল্লিশবছৰীয়া অসমীয়াৰ সপোন। এজন-দুজনৰ নহয়। সমগ্ৰ ৰাইজৰ সপোন। মই ব্যক্তিগতভাৱে জানো, অৰুণাচল, মণিপুৰ, মিজোৰাম, ত্ৰিপুৰা, মেঘালয়, অসম চৰকাৰে বিভিন্ন ভাষাত সৰু সৰু শিক্ষামূলক ছবি কৰি থাকিলেও এই ষ্টুডিঅ' অৰ্থনৈতিক ফালৰপৰা সুন্দৰকৈ চলি থাকিব। ই এটা কুটিৰ-শিল্প। ই আইভৰি টাৱাৰত বহি দিয়া মন্তব্য নহয়।

আজি চাব লাগিব, এজন প্ৰযোজকে ছবি কৰিবলৈ চিত্ৰবনত সোমাই ন্যূনতম কি কি বস্তু ভাড়াৰ বিনিময়ত বিচাৰিব। সেইখিনিয়েই আজিৰ মিনিমাম ৰিকোয়াৰমেণ্ট। চৰকাৰী ষ্টুডিঅ' যেতিয়া, সেইখিনিকে চৰকাৰে কৰি দিয়ক। ৰাইজৰ প্ৰতিনিধিসকললৈ অনুৰোধ, যাতে কথা কটা-কটি নকৰি, চৰকাৰৰ ৰঙা ফিতাৰ মেৰ-পাকবোৰহে টুকুৰা-টুকুৰাকৈ কাটি, পৰিৱেশ পৰিষ্কাৰ কৰে।

জ্যোতি চিত্ৰবন আমি অসমীয়া সংস্কৃতিৰ মন্দিৰ বা মছজিদ হোৱাৰহে সপোন দেখিছিলোঁ। জ্যোতি চিত্ৰবনক ৰাজনীতিজ্ঞৰ চমক আৰু বিবৃতিৰ ঠাই কৰি তোলাৰ পৰিকল্পনা কোনো উপদেষ্টাৰ নাছিল। এইখিনিকে সোঁৱৰাই দিয়াৰ উদ্দেশ্যে এই বক্তব্য।

*(আমাৰ প্ৰতিনিধি : ১৪ শ বছৰ : ৫ম সংখ্যা : জানুৱাৰী, ১৯৭৪)*



# নগৰৰ আলি

নগৰতো আলি থাকে। সৰু-বৰ আলি। নিজৰ নগৰ শুৱনি কৰাটো সৌন্দৰ্য্যবোধসম্পন্ন প্ৰতি নাগৰিকৰে কৰ্ত্তব্য। গীত, ছবি, নাচতে মাথোঁ আৰ্ট নেথাকে। নিজৰ নগৰখন কিমান স্বাস্থ্যকৰ আৰু সুন্দৰ কৰি সকলো নাগৰিকে ৰাখিব পাৰে, তাৰেই তেওঁলোকৰ আৰ্টচেন্স জুখিব পাৰি। অসমৰ সৰ্ব্ববৃহৎ গুৱাহাটী নগৰখন মহানগৰী হৈ উঠিছে। মিউনিচিপেল ইলেকশ্বন সিদিনা হৈ গ'ল। নিৰ্দ্দলীয়ৰ জয় হ'ল। ৰাজনৈতিক দলকেইটিমানৰ এমুঠিয়ে জয়লাভ কৰিলে। নব কংগ্ৰেছ, যুব কংগ্ৰেছ য'তে-ত'তে বেয়াকৈ হাৰিল। যিকেইজন জিকিল, তেওঁলোকৰ ব্যক্তিত্বৰ বাবেহে জয় হ'ল, নব কংগ্ৰেছ হিচাপে নহয়। উদাহৰণ ৰাধাগোবিন্দ বৰুৱা। তেওঁৰ গুৱাহাটীক আধুনিক কৰাত থকা বৰঙনি সৰ্ব্বজনবিদিত। যুব কংগ্ৰেছৰ শ্ৰীমুনীন শৰ্ম্মাও জিকিছে আমাৰ চান্দমাৰী অঞ্চলত। ডেকা তেজ আৰু সাহসৰ বাবে তেওঁ ভোট পাইছে। পাৰ্টিৰ বাবে নহয়। কংগ্ৰেছৰ শ্ৰীভবেন চৌধুৰীৰ পৰাজয় লাজলগা। নগৰ কংগ্ৰেছৰ অসাধাৰণ মস্তিষ্কজনকনো সাধাৰণ মিউনিচিপেল ইলেকশ্বন এটাত সাধাৰণ নাগৰিকে এনেকৈ অপমান কৰিব লাগেনে? ইচ্! ইচ্! কংগ্ৰেছ নেতা শ্ৰীৰবীন নবিচ ডাঙৰীয়াৰ পৰাজয়ো বৰ অসুন্দৰ। মই জনাত গুৱাহাটীৰ হৰিজন থকা ঠাইখিনিৰ উন্নতি কৰাৰ কামত এই নেতাগৰাকী যোৱা পঁচিশ বছৰমানৰ পৰা জড়িত আছিল। কংগ্ৰেছৰ যিকেইজন বয়সস্থ মানুহ জিকিলে, তেওঁলোকৰ জিকাটোও একেবাৰে গ্লৰিয়াছ নহয়। কোনোমতেহে জিকিছে কম কম মাৰ্জিনত। 'নগৰৰ আলি' শিতানত এই ইলেকশ্বনৰ কথা ইচ্ছাকৃতভাৱেই মই উল্লেখ কৰিছোঁ এই বাবেই যে গুৱাহাটী মহানগৰীক আমি সকলোৱে মিলি যদি ইতিমধ্যে 'ডাৰ্টিয়েষ্ট চিটি' বুলি থকা বদনামৰপৰা ৰক্ষা কৰি 'মষ্ট বিউটিফুল চিটি' কৰি তুলিব নোৱাৰোঁ, তেন্তে সমগ্ৰ অসমৰ ৰাইজৰ সৌন্দৰ্য্যবোধ নাই বুলি বিদেশী পৰ্য্যটকে ক'ব। গুৱাহাটী অকল গুৱাহাটীয়াকেইজনৰে সম্পত্তি নহয়। কিয়নো, এই পঞ্চতীৰ্থ থকা মহানগৰখন এতিয়া অসমৰ মহাৰাজধানী কৰা হ'ল। এইমাত্ৰ খবৰ পালোঁ শ্ৰীৰাধাগোবিন্দ বৰুৱাদেৱে জয়লাভ কৰি কংগ্ৰেছ পৰিত্যাগ কৰিছে। তেতিয়া হ'লে, তেখেতেই নিশ্চয় মেয়ৰ হ'ব। ই সুখৰ কথা। কংগ্ৰেছৰ

ভিতৰৰ খোৱা-কামোৰাবোৰ শ্ৰীবৰুৱাই বোধ হয় পলমকৈ হ'লেও বুজিলে। গুৱাহাটীৰ মিউনিচি- পেলিটিলৈ (অ' কৰ্পোৰেশ্বনলৈ) নিৰ্ব্বাচিত হোৱাসকলে এতিয়া 'মেয়ৰ' হোৱাৰ অসুস্থ খোৱা-কামোৰা এফলীয়া কৰি, মহানগৰীখন সুন্দৰতৰ কৰাত মন দিয়ক। গুৱাহাটীৰ মিউনিচিপেলিটিয়ে এতিয়া আৰ্ট গেলেৰী এটি আৰু জাতীয় নাট্যশালা এটিৰ কথা চিন্তা কৰিব নোৱাৰেনে? অৱশ্যে, প্ৰথম কৰ্ত্তব্য হ'ব, গুৱাহাটীৰ অসুন্দৰ অস্বাস্থ্যকৰ সৰু-বৰ আলিবোৰ সুন্দৰতৰ কৰি তোলা। নহ'লে, গুৱাহাটীৰ নাগৰিকে নৱ নিৰ্ব্বাচিত সদস্যসকলক ক্ষমা নকৰিব।

(*আমাৰ প্ৰতিনিধি : ১৪ শ বছৰ : ৭ম সংখ্যা : মাৰ্চ, ১৯৭৪*)



# হত্যালীলা ডালিমীৰ দেশত

ডালিমীৰ দেশ। নাগালেণ্ড। চাকাৰমাত ভাৰতৰ ছিকিয়'ৰিটি ফৰ্চৰ শিবিৰ আছে। তাৰ নিচেই ওচৰতে সিদিনা সভা পাতি 'ৰেবেল নাগা'ৰ নেতা হুইৰেই কৈছে-- "নাগালেণ্ডে মুক্তিযুদ্ধ আৰম্ভ কৰাৰ সময় হ'ল। আমি বাংলাদেশৰ দৰে স্বাধীন হৈ যাব লাগিব।" সিফালে লণ্ডন মহানগৰীত আকৌ ফিজোৰ পুত্ৰই প্ৰায় একে কথাকে কৈছে। বিদ্ৰোহী নগাৰ গুপ্ত পাৰ্লামেণ্টৰ নাম 'টাটাৰ হো হো'। এই পাৰ্লামেণ্টৰ অধিৱেশন যোৱা জুলাই মাহত চাকাচাং অঞ্চলত হৈ গৈছে। এই সভাত ব্ৰহ্মদেশৰ কাচিন, কেৰেন, চিন আৰু আৰাকানিজ বিদ্ৰোহীৰ সৈতে মণিপুৰ, নাগালেণ্ড আৰু মিজোৰামৰ বিদ্ৰোহীসকলৰ 'একতা'ৰ কথাও ভবা হৈছিল। যোৱা এপ্ৰিলত ফিজোৱে পঠোৱা এটি আদেশত 'মুক্তি আন্দোলন'ৰ কথা কোৱা হৈছে। গুপ্ত বিদ্ৰোহীৰ নেতৃত্ব এতিয়া গৈছে আইজাক চুৰ হাতলৈ। প্ৰকাশ যে তেওঁ নতুন নেতা হৈয়েই এঘাৰজন ভাৰতীয় পুলিচক হত্যা কৰাইছে। চু আৰু মুইভা টাংখুল মাওপন্থী বুলি লোকে কয়। তেওঁলোকে ৬০০ ডেকাক 'সীমান্তৰ সিফালে' পঠাইছে বুলিও প্ৰকাশ। উদ্দেশ্য ঃ সামৰিক শিক্ষা। ভাৰতৰ বিৰুদ্ধে। আগতে হেনো বিপ্লবী নগা ডেকাসকলক ট্ৰেইনিং দিছিলে ইউনান্ প্ৰদেশত। এতিয়া হেনো নাগালেণ্ডৰ সীমাৰ 'নিচেই ওচৰতে' শিক্ষা দিয়া হ'ব। নাগালেণ্ডৰ ভিতৰতো এনে শিক্ষা গুপ্তভাৱে যে দিয়া হোৱা নাই সেই কথা কোনেও ডাঠি হেনো ক'ব নোৱাৰে। চীনা সামৰিক বাহিনীৰ লোকে, গুপুতে নগা বিদ্ৰোহীক শিক্ষা দিছে নে নাই সেই বিষয়ে মুক্তভাৱে কোনেও একো গম নেপায়। মাথোঁ সন্দেহ কৰা হৈছে।

## ফলত কি হৈছে?

ফলত মিজোৰামৰ বৰ্ত্তমান 'শান্তিপূৰ্ণ' মুখ্য মন্ত্ৰী চুঙ্গাৰ পুত্ৰও ৰেবেল্ হৈছে। সেই পুত্ৰৰ জীৱনৰ উদ্দেশ্য হ'ল, শত্ৰুক ধ্বংস বা লিকুইডেট্ কৰা। তেওঁৰ মনত, শত্ৰু স্বাভাৱিকতে ভাৰত চৰকাৰ আৰু সেই ডেকাৰ বাপেকৰ চৰকাৰ। নাগালেণ্ডৰ,

আগৰ চৰকাৰ এন-এন-অ'ৰ প্ৰায় সকলো নেতা আজিকালি শ্বিলং বা ডিমাপুৰতহে থাকে। ক'হিমাত বেছিকৈ নেথাকে — প্ৰাণৰ ভয়ত। গভৰ্ণৰ এল. পি. সিঙক এটা গোষ্ঠীৰপৰা অলপতে এখন প্ৰতিবেদন দিয়া হৈছে— য'ত ৰেবেলৰ হত্যালীলা আৰু হিংসাকাৰ্য্য দিনে দিনে বাঢ়ি গৈছে বুলি কোৱা হৈছে। সকলো হত্যাৰ কথা প্ৰকাশ কৰিবলৈ দিয়া নহয়।

## এতিয়াৰ বিজ'ল চৰকাৰ ৰেবেলৰ প্ৰিয় নেকি?

নাগালেণ্ডৰ এন-এন-অ'ৰ আগৰ শ্বিলু আওৰ চৰকাৰ কিম্বা পিচৰ হ'কিচে চেমাৰ চৰকাৰ গ'ল। এতিয়া ইউ. ডি. এফৰ বিজ'ল চৰকাৰৰ ৰাজত্ব চলিছে। এওঁলোকৰ হেনো ৰেবেলসকলৰ সৈতে ইমান মধুৰ সম্পৰ্ক আছে যে ভাৰত চৰকাৰ আৰু ৰেবেলৰ মাজত এটা বুজাবুজিত উপনীত হ'ব পাৰিব। কিন্তু যিহেতু জধে-মধে ভাৰত চৰকাৰৰ ছিকিয়ৰিটি পুলিচে ৰেবেলসকলক হত্যা কৰিছে---সেয়ে ইউ-ডি-এফৰ চেয়াৰৰ'মেন ৰাণী চাইজাৰ ৰেবেলসকলক বুজাবলৈ হেনো টান হৈছে। এই কথা ৰাণীয়েও কয়, বিজ'ল চাহাবেও কয়।

পিচে, নাগালেণ্ডৰ খবৰ লৈ আমি গম পাইছোঁ যে এই বিজ'ল চৰকাৰে ৰাজত্ব লোৱাৰ পাচতে নাগালেণ্ডৰ গাঁৱে-ভূঞে প্ৰায় ২০০০ ডেকাক ৰেবেল পৰ্য্যায়লৈ ভৰ্তি কৰোৱা হৈছে— ছলে, বলে, কৌশলে। হেনো ৰাণী চাইজাও মিজোৰ কিবা লগা-ভগা। বিজ'লক ইন্দিৰা চৰকাৰে ধনে, সোণে মূৰৰ ওপৰত ৰাখিছে। এতিয়া কথা হ'ল, বিজ'ল চৰকাৰে স্থায়ী শান্তি প্ৰতিষ্ঠা কৰিব বুলিহে নাগালেণ্ডৰ ৰাইজৰ ভোট পাইছিল। এতিয়া দেখোন তাৰ বিপৰীতটো হ'ল? অলপতে 'নাগালেণ্ড টাইমছ' কাকতৰ সম্পাদক শ্ৰীভট্টাচাৰ্য্যক মাৰপিট কৰিছে কোনো ৰাজনৈতিক দুৰভিসন্ধি থকা দুষ্কৃতিকাৰীয়ে। হত্যা, বিভীষিকা, লুণ্ঠন, সাধাৰণ খেতিয়কৰ প্ৰতি ভীতি প্ৰদৰ্শন আদি বাঢ়িছে। আনফালে শুনিছোঁ, যে ৰেবেল নেতা কইৰেৰ বিজ'লৰ ওপৰত খং এই বাবেই যে তেওঁ ৰেবেলে বিচৰা কথাবোৰ ইন্দিৰা চৰকাৰক ভালকৈ ক'ব পৰা নাই।

ভাৰতৰপৰা বা ভাৰতৰ জাতীয় জীৱনৰপৰা ওলাই গৈ ৰেবেলৰ নোপোৱাৰ বেদনা দূৰ কৰিব পৰা হ'ব বুলি ভবা লোকৰ সংখ্যা নাগালেণ্ডত বাঢ়ি গৈছে। তাৰে কিছুৱে মিজোৰাম, আনকি নৰ্থ কাছাৰ হিলছ, মণিপুৰ আৰু কাৰ্বি পাহাৰতো বিভেদকামী বীজ ৰোপণ কৰাৰ কথা আমি প্ৰত্যক্ষভাৱে জানি আহিছোঁ।

আমি ৰেবেলসকলৰ এজনক লগ পাইছিলোঁ। তেওঁৰ এটা পকেটত থাকে ৰাইফল, আনটো পকেটত থাকে বাইবেল। আৰু আন এটা সৰু পকেটত মাও চে তুঙৰ ৰেড বুকুখন থাকে। কি অভিনৱ সমন্বয়!! এই তিনিটা উপাদানেৰে যে কি

শাসন বন্ধন হ'ব, আমি ভাবিবলৈ টান পাইছোঁ। আমিও ৰাজনীতি বিজ্ঞানৰ অ-আ জনা মানুহ— অজ্ঞ নহওঁ।

মোৰ ধাৰণা যে জনজাতীয় লোকৰ ক্রোধ বা অভিমান, নোপোৱাৰ বেদনাৰ অভিমান। কিন্তু সেইখিনি পাবলৈ ভাৰতৰপৰা বাহিৰ হৈ এখন পৃথক পতাকা তুলিব লাগিব নে? আৰু সেই পতাকা তোলোঁতে মাও চে তুঙে সঁচাকৈয়ে সহায় কৰিব নে? বাংলাদেশক মাও চে তুঙে স্বাধীনতা পোৱাত সহায কৰিছিলনে?

ডালিমীৰ দেশ অসমীয়াৰ প্রিয় দেশ। ডালিমীৰ দেশ অসমীয়াই ভাল পায়। ডালিমীৰ দেশেও অসমীয়াক 'শোষণকাৰী' ৰূপে এতিয়া নেপায। সেযে, অন্তৰৰ মৰমেৰে এইখিনি কথা লিখিছোঁ, ডালিমীৰ দেশৰ আগত সুন্দৰ ভৱিষ্যতৰ কথা ভাবিয়েই।

*(আমাৰ প্রতিনিধি : ১৪ শ বছৰ : ১১শ সংখ্যা : ছেপ্টেম্বৰ, ১৯৭৪)*



# অসমত বিদেশী পৰ্য্যটক

আমাৰ সুন্দৰ অসমত সুন্দৰৰ সক-বৰ আলি বহুতো আছে।

'শ্যাম বৰণীয়া আই ধুনীয়া' ... বুলি আজি বিদেশী পৰ্যটিকে দূৰ, সুদূৰ দেশৰপৰা সেউজীয়া অসম চাবলৈ আহে।

পৃথিবীৰ বিভিন্ন দেশত ভাৰতৰ ৰাষ্ট্ৰদূত আৰু তেওঁৰ কৰ্ম্মীবৃন্দ থাকে। তাতে তেওঁলোকে সুন্দৰ সুন্দৰ পুস্তিকা ছপা কৰি, লেকচাৰ দি চিঞৰি চিঞৰি কয়— 'ৰাইজ ভাৰতলৈ যাওক, তাজমহল চাওক, জয়পুৰ চাওক, কোণাৰ্ক চাওক, কাজিৰঙা চাওক, অমুক চাওক, তমুক চাওক...।' এই তালিকাত অসমখনৰ নাম কোনোমতে পৰিছে । কিয়নো, ভাগ্যে দিল্লীয়ে গম পাইছে যে অসমত কেইটামান গঁড় আছে। টুৰিজিম্ বা পৰ্য্যটন বিভাগ আছে কেন্দ্ৰীয় চৰকাৰত, ৰাজ্যিক চৰকাৰত। অসম চৰকাৰৰ এনে এটা বিভাগ আছে, যিটো বিভাগৰপৰা দিল্লীয়ে এটা কথা আশা কৰে ঃ বিদেশী পৰ্যটিকে ভাৰতলৈ ফুৰিবলৈ আহি আনন্দ পাই যাতে বিদেশী মুদ্ৰা কেইটামান ভাৰতক দি যায়। সেই বিদেশী মুদ্ৰাৰ পাচত দৰিদ্ৰ ভাৰতে যাতে ভাৰতত নোহোৱা, বিদেশী খাদ্য বা যন্ত্ৰপাতি বা কেঁচা সামগ্ৰী কিনিব পাৰে। আৰু এটা কথা। দিল্লীয়ে আশা কৰে, বিদেশী পৰ্য্যটকে যাতে ভাৰতৰ অতীত-বৰ্ত্তমানৰ জীৱন আৰু কৃষ্টিৰ এটি সুন্দৰ আৰু মধুৰ ধাৰণা লৈ ঘৰলৈ উভতিব পাৰে। যাতে গৈ দহজনক কয়গৈ— আৰু যাতে সেই দহজনৰ অন্ততঃ দুজনে ভাৰতলৈ আহি, 'ভাৰত চাই কিছু বিদেশী মুদ্ৰা দি যায়। ভাৰত চৰকাৰৰ ভাষাত— 'Other countries recognise tourism as a major economic force for employment, development and of exchange earnings.'

অসমলৈ বিদেশী পৰ্য্যটক আহি থাকিব ক'ত? অ' ৰ'ব, বিদেশী পৰ্য্যটক অসমলৈ আহিবলৈ প্ৰথমেই যাব লাগে কলিকতাৰ 'অসম ভৱন' বোলা এটা হাস্যকৰ বলিয়া ঘৰলৈ। তাত প্ৰথমেই বিদেশী পৰ্য্যটকে অভ্যৰ্থকসকলৰ বেয়া ইংৰাজী, বেয়া ব্যৱহাৰ, অসহযোগ আদিত ত্ৰাহি ত্ৰাহি দেখে। কিছু কাজিৰঙালৈ নাহে। কিছু আহে। অহাকেইজনে গুৱাহাটীৰ বৰঝাৰত নামি (প্ৰায়েই অনিয়মীয়া উৰাজাহাজত) গুৱাহাটীৰ

এক ডাঙৰ হোটেলত (ভাৰত চৰকাৰে স্বীকৃতি দিয়া একমাত্ৰ ডাঙৰ হোটেল সমগ্ৰ উত্তৰ-পূব ভাৰতত) বহু ধন ভাঙি (তাত স্কচ্ হুইস্কীৰ এক পেগৰ দাম ৩০ টকা, বজাৰত এক পেগৰ ক'লাদাম ১৪০ টকা), কোনোমতে থাকি, কোনোবা ট্ৰেভেল এজেণ্টৰ অনিয়মীয়া কৃপাত কাজিৰঙা পায়হি। স্বৰ্গীয় মহী মিৰিদেৱৰ আৰু তেওঁৰ বন বিভাগৰ সহকৰ্মীসকলৰ অক্লান্ত চেষ্টাত তাহানিৰ ছাৰ ছাদুল্লাৰ দিনতে পতা কাজিৰঙা অভৰায়ণ্যত থকা পৰ্য্যটক আবাসত ভাগ্য থাকিলে থাকিবলৈ পায়, নেথাকিলে অ'ত-ত'ত পৰি থাকে। তাত আকৌ কেতিয়াবা ৰবৰৰ দৰে ছাগলী-মঙহ খাদ্য ৰূপে পায়, কেতিয়াবা আগতীয়াকৈ অৰ্ডাৰ নিদিলে কণীসিদ্ধ এটাও পোৱা নেযায়। ঠাণ্ডা দিনত গা ধুবলৈ পানী পাব লাগিলে মেকানিক আদিৰ বাবে বেছ অপেক্ষা কৰিবলগীয়া হয়। তাত থকা কৰ্ম্মচাৰীসকলক দোষ দি কি হ'ব? দিশপুৰত চৰকাৰে ৰঙা ফিতাৰে বেচেৰা কৰ্ম্মীহঁতক বান্ধি থৈছে যে। কেতিয়াবা বিদেশী পৰ্যটকে হাতীত উঠি গঁড় চাব খুজিলে নিৰাশ হয়। কোনোবা এজনে ক'ব পাৰে : আজি পৰ্য্যটক নাহিব বুলি হাতী চৰাবলৈ পঠোৱা হ'ল। কিয়? যি বিশেষ সময়ত, (পুৱা আৰু দুপৰীয়া) যদি কোনোবা অকল হাতীত উঠিবলৈকে আহে, তেনে অপ্ৰত্যাশিত পৰ্য্যটকৰ বাবে কেইটামান হাতী ওচৰতে ঘাঁহ, কলগছ দি ৰাখিব নোৱাৰিনে? ৰঙা ফিতাৰ মেৰপাক। মই এই প্ৰবন্ধত কোনো চৰকাৰী কৰ্ম্মচাৰীক দোষ নিদিওঁ। তেওঁলোকক দিশপুৰৰ নিয়মে বন্দী কৰি ৰাখিছে যে। কাজিৰঙাত মস্ত হোটেল এটা সজাইছে ভাৰত চৰকাৰে। মই যি অনুমান কৰিছোঁ, সেইটো শেষ হ'বলৈ প্ৰায় পাঁচ বছৰ বাকী। (হোটেলখন বৰ্ত্তমান সম্পূৰ্ণ হৈছে — সম্পাদক) ইফালে ভাৰত চৰকাৰে ঘোষণা কৰিছে : ভাৰত চৰকাৰৰ নিৰ্ম্মীয়মাণ হোটেলসমূহত (পৰ্য্যটকৰ বাবে) ৬০০০ কোঠা বাঢ়িব ১৯৭৪ চনত। আমাৰ কাজিৰঙাতো তাক পাব পৰা নাই নিশ্চয়। কিয়নো, চিমেণ্ট নেপাই ঠিকাদাৰৰকেইজনৰ চুলি পকি গৈছে। ৯ লাখ টকাৰ টেণ্ডাৰ ১৬ লাখ হ'বগৈ সামগ্ৰীৰ মূল্য বৃদ্ধিৰ হেতু। ভাৰত চৰকাৰে পইচা দিছে ঘৰ সাজিবলৈ। তাত ছুইমিং পুল, ৰাস্তা, যুঁজনি কৰিব অসম চৰকাৰে। তাৰ কোনো চিন-চাবেই নাই। মোৰ অভিজ্ঞতাই কয়, নিউয়ৰ্ক বা পেৰিছৰ পৰ্যটকে কাজিৰঙাত ফাইভ-ষ্টাৰ হোটেল নিবিচাৰে, বিচাৰে wild life enjoy কৰিব পৰা Cottage—য'ত Bath room-বোৰ সুন্দৰ, আৰু য'ত পৰিষ্কাৰ পানী পাব পাৰি। য'ত অসমৰ কৃষ্টিৰ কিছু আভাস পাব পাৰি। পৰ্যটকে আৰু বহুতো বিচাৰে, কিন্তু মই উল্লেখ কৰাখিনি ন্যূনতম বা মিনিমাম ৰিকোয়াৰমেণ্ট। প্ৰকৃতি আৰু বনবীয়া প্ৰাণীৰ মুক্ত জীৱনৰ সৈতে এক হৈ বিদেশী পৰ্যটকে আনন্দ কৰিব পৰা পৰিৱেশ থাকিব লাগিব সেই পৰ্যটকগৃহসমূহৰ। ব্যক্তিগত শ্ৰমেৰে কুঠৰীত শ্ৰীজগদীশ ফুকনে নিচেই সৰুকৈ তেনে এটা মাৰ্জ্জিত প্ৰচেষ্টা চলাইছে। সি আদৰণীয়। ব্যক্তিগতভাৱে শ্ৰীফুকনেহে কৰিছে, অসম চৰকাৰে

ভৰা নাই। বা ভৰা অফিচাৰ থাকিলেও বৰমূৰীয়াসকলে ভৰা নাই। বিদেশী কলেজ, বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী পৰ্যটকৰ বাবে কম খৰচত থাকিব পৰা ইউথ হোষ্টেল (অসম টাইপৰে হওক) বা ডৰমিটৰী সজাৰ কথা অসম চৰকাৰে সহজতে ভাবিব পাৰে। মানস বিজাৰ্ভত কি কৰিছে মই দেখা নাই।

ভাৰত চৰকাৰে দিল্লীৰ ৰে'ড-ফ'ৰ্ট, আহমদাবাদৰ সাবৰমতী আশ্ৰম, শ্ৰীনগৰৰ গাৰ্ডেন আদিত নিশা লাইটিং বা আলোক নিক্ষেপ কৰাৰ দৰে শিৱসাগৰৰ ৰংঘৰটোও উজ্জ্বল কৰিব নোৱাৰিনে? তাত মাঘ বিহুৰ সময়ত আন দেশত পৰ্যটকৰ বাবে 'হাৰ্ভেষ্ট ফেষ্টিভেল' পতাৰ দৰে মাঘবিহু ফেষ্টিভেল কৰি চাৰিওফালে ষ্টল ভাড়া দি, পৰ্যটকক আমোদ দিয়াৰ উপৰি আহোম ৰজাৰ দিনৰ সুন্দৰ ঐতিহ্যৰ আভাস বিদেশী পৰ্যটকক দিব নোৱাৰিনে? জীয়া ভৰলীত ফিশ্বিং বা বৰশী বোৱাৰ সুবিধা দি, সাঁতোৰাৰ সুবিধা দি, জামুগুৰিত বাৰেচহৰীয়া ভাওনা বা মুকলি বিহু (য'ত হেজাৰ হেজাৰ ডেকা-গাভৰুৰ বিহু নাচৰ Endurance প্ৰতিযোগিতা হয়) দেখুৱাই ডলাৰ, ৰুবল, ফ্ৰাঙ্ক, মাৰ্ক আদি বিদেশী মুদ্ৰা অসম চৰকাৰে পাব নোৱাৰেনে? অকল গঁড়কেইটাহে অসমত আছেনে? অসমত মানুহ নাইনে? বোধ হয় নাই। নহ'লে ভাৰত চৰকাৰৰ টুৰিজিম্ আৰু অসম চৰকাৰৰ টুৰিজিম্ বিভাগৰ উচ্চ ক্ষমতাসম্পন্ন মানুহখিনিয়ে ইমান গাফিলতি স্বাধীনতাৰ ২৭ বছৰৰ পাচতো কৰিব নোৱাৰিলেহেঁতেন। শেষত আৰু এটা কথা, অসমত সোমাবলৈ বিদেশী পৰ্যটকে নানা আনুষ্ঠানিকতাত সোমাব লাগে। সকলোকে চোৰাংচোৱা বুলি ভবা হয়। এনে সাধাৰণীকৰণ অবৈজ্ঞানিক। কিয়? চৰকাৰৰ এনে কিবা বুদ্ধি নাইনে, এনে এটা বিভাগ নাইনে, যি কোন সঁচা পৰ্যটক, কোন চোৰাংচোৱা, তাৰ পাৰ্থক্য বুজিব পাৰে? বিদেশী পৰ্যটক আহে লক্ষ মাইল দূৰৰপৰা, অসমৰ প্ৰকৃতিৰ মাজত আনন্দ কৰিবলৈ, জিৰণি ল'বলৈ। গঁড়ৰ ছালৰ দৰে ছাল থকা অসমীয়া উচ্চ Rank-অৰ মানুহ প্ৰাণীৰ অজ্ঞতা, পৰিকল্পনাবিহীন মস্তিষ্ক আৰু ৰঙা ফিতাৰ অসভ্য মেৰপাকৰ চিকাৰ হ'বলৈ আহিব নুখুজিব নিশ্চয়। এবাৰ আহিব। ঠগ খালে দুনাই আনকো আহিবলৈ বাধা দিব।

*(সুন্দৰৰ সৰু বৰ আলিয়েদি : গ্ৰন্থ)*



# ককাদেউতা আৰু আইতাৰ শেষ জীৱন

সুন্দৰ সমাজৰ অৰ্থ হ'ল— বয়স নিৰ্ব্বিশেষে সকলো সুখেৰে থকাটো। আমাৰ সাধাৰণতে দেখা অভিজ্ঞতাই কয়, আমি আমাৰ মা-দেউতা বা ককা-আইতাক তেওঁলোকৰ আঁৰত কওঁ— 'বুঢ়া-বুঢ়ী নমৰেও, নজহেও, বুইছেনে, বৰ দিগ্‌দাৰ!' অসমত মই এনে বহুতো ডেকাক দেখিছোঁ, যাৰ দেউতাক বা ককাকে অটব্য হাবি চাফা কৰি, নিজে কোৰ মাৰি, বনৰীয়া হাতী, গঁড়, বাঘৰ সন্মুখীন হৈ, চাহ-বাগিচা খুলি গৈছে ১৯২৫/১৯২৬ চনত। তাৰে জোল খাই এতিয়া ১৯৭৪ চনত, নাতিয়েক-নাতিনীহঁতে এড়মাগুছ্ লৰেটোত পঢ়ি নিজৰ বাপেক-ককাকৰ সূক্ষ্মানুভূতিসমূহ নিৰ্লজ্জভাৱে পাহৰি গৈছে। তেওঁলোকক আঁৰত, তেওঁলোকক উপলুঙা কৰিছে, ল'ৰা-নাতিহঁতে 'চাহ বাগিচাৰ মালিক'ৰ ভেম লৈ ককাকৰ কিম্বা পিতাকৰ সম্পত্তি কোনোবা বেঙ্কত বন্ধক দি বাহিৰত বৰ বৰ কথা কৈ অ'ত-ত'ত ধাৰ কৰি ফুৰিছে। ধাৰ শুজিবৰ মনো নাই। দেউতা বা ককাদেউতাহঁতে আজীৱন কষ্ট কৰাৰ পাচত, পুত্ৰ-কন্যা, নাতি-নাতিনীৰপৰা উপলুঙাৰ ব্যৱহাৰ বৰ অসহ্য। বৃদ্ধ-বৃদ্ধায়ো বুজে। নিভৃতে চকুপানী টোকে। কাকো নকয়।

আমাৰ দেশৰ চৰকাৰী চাকৰি কৰা বুঢ়া বয়সৰ লোকৰ পেঞ্চন আছে সঁচা কিন্তু সেই পেঞ্চনে তেওঁলোকক সম্পূৰ্ণ নিৰাপত্তা দিব পাৰেনে? কিছু দায়িত্বপূৰ্ণ ভাল মনৰ ল'ৰা-ছোৱালী, বেছিভাগ মাক-দেউতা, ককা-আইতাই পুত্ৰ-নাতি আদিৰপৰা নিয়মীয়াকৈ অৱহেলা পাই অহা নাইনে? ই অপ্ৰিয় সত্য। বিয়া-বাৰু কৰাৰ পাচত পুত্ৰহঁতৰ দিগ্‌দাৰিও হয়। এইটোও বুজোঁ।

আন্তৰ্জাতিক উৎসৱত গীত গাবলৈ, যোৱা বছৰত মই জাৰ্মেনীলৈ গৈছিলোঁ। নিমন্ত্ৰণ কৰিছিল জি-ডি-আৰলৈ — বাৰ্লিনত থকা মোৰ বন্ধু লিঅ'ই। বৰ সুন্দৰ টেলিভিজনৰ গীতিকাৰ, সুৰকাৰ তেওঁ। নতুনকৈ বিয়া কৰিছে। এটা কেঁচুৱা হৈছে। কথাই কথাই বহুতো কথা ওলাল। সুধিলোঁ— "লিঅ', তুমি বিয়া কৰাইছা যে, চৰকাৰে তোমালোকৰ বাবে কি কি সুবিধা দিয়ে?" লিঅ'ই কৈ গ'ল : "মই আৰু বাইফে, দুয়ো চাকৰি কৰোঁ বিভিন্ন বিভাগত। বাইফে ৰেডিঅ'ত চাকৰি কৰে। আমাৰ

বয়স ২৬ বছৰৰ তলত। আমাৰ দুয়োৰে যুক্ত আয় ১৪০০ মাৰ্ক (ভাৰতীয় মুদ্ৰা প্ৰায় ২৮০০ টকা) মাহে। আমাক চৰকাৰে ৫০০০ মাৰ্ক (১০,০০০ টকা) ধাৰলৈ দিছে ঘৰ এটি সাজিবলৈ। আমাৰ দেশৰ বুদ্ধিজীৱী, কৃষক, বনুৱা, সকলোৰে বাবে এই নীতি চৰকাৰে মানি লৈছে। চৰকাৰে কৰা বাসগৃহৰ এটা ফ্লেট ল'বলৈ আমি আমাৰ ঘৰমহাৰপৰা কিছু দিব লাগিব। বাকীখিনি চৰকাৰে ধাৰলৈ দিয়ে। এইটো ফ্লেট আমি এনেকৈয়ে লৈছোঁ। আমাৰ বিয়াৰ ১৮ মাহৰ ভিতৰতে এই ধাৰ আমি শুজিব লাগিব। ঘৰটো সম্পূৰ্ণকৈ পোৱাৰ পাচত আমি আৰু ৫০০০ মাৰ্ক (বা ১০,০০০ টকা) আচবাব, চকী-মেজ, পৰ্দাৰ বাবে বিয়াৰ তিনি বছৰৰ ভিতৰত চৰকাৰৰপৰা ধাৰলৈ পাওঁ।" মই সুধিলোঁ— এই ধাৰ কেনেকৈ মাৰিবা?

লিঅ'ই ক'লে— "আমাৰ প্ৰথম সন্তানটো হোৱাৰ লগে লগে ১০০০ মাৰ্ক (বা দুহেজাৰ টকা) ধাৰ মৰা হৈ যাব টকাখিনি নিদিয়াকৈ। দ্বিতীয় সন্তান হ'লে ১৫০০ মাৰ্ক (৩০০০ টকা) পৰিশোধ হৈ যাব - টকা নিদিয়াকৈ। তৃতীয় সন্তানটো হ'লে ২৫০০ মাৰ্ক (৫০০০ টকা) পৰিশোধ হৈ যাব টকাখিনি নিদিয়াকৈ।"

"ইয়াৰ উপৰি, প্ৰতি সন্তান জন্মাৰ লগে লগে আমাৰ চৰকাৰে এহেজাৰ মাৰ্ক (দুহেজাৰ টকা) ঘৰতে দি যায় সকলো যাৱতীয় খৰচৰ বাবে। ডাক্তৰ, হস্পিতাল, শিশু মাতৃৰ খাদ্য, ঔষধ, পোছাক, ফুৰাবলৈ নিয়া গাড়ী, পুতলা আদিৰ বাবে।

মই সুধিলোঁ: "লিঅ', তোমাৰ মা-দেউতা বা ককাদেউতা বাচি আছেনে? অৱসৰপ্ৰাপ্ত তেওঁলোকৰ বাবে চৰকাৰে কি কৰে?"

লিঅ'ই ক'লে: "মোৰ অৱসৰপ্ৰাপ্ত ককা আৰু আইতাৰ বাবেও চৰকাৰে এইকেইটা সহায় কৰে।"

"আমাৰ জাৰ্মান ডেম'ক্ৰেটিক ৰিপাব্লিকৰ অৱসৰ পোৱা বৃদ্ধ-বৃদ্ধাৰ সংখ্যা প্ৰায় ৩০ লাখ। আমাৰ দেশৰ জনসংখ্যা হ'ল এককোটি সত্তৰ লাখ। ১৯৭২ চনৰ এপ্ৰিলৰ ২৭ তাৰিখৰপৰা এওঁলোকৰ পেঞ্চন বঢ়োৱা হৈছে — দেশত হোৱা মূল্যবৃদ্ধিৰ বাবে। ১৫ বছৰ সক্ৰিয় থকাৰ পাচত এওঁলোকে যেতিয়া কামৰ বাবে দুৰ্বল হৈ যায়, তেতিয়া ১৬০ মাৰ্ক (৩২০ টকা) মাহে দিয়া হৈছিল। এতিয়া বঢ়োৱা হৈছে মাহে ২০০ মাৰ্কলৈ অৰ্থাৎ ৪০০ টকালৈ।"

"বৃদ্ধা বিধৱাৰ বাবে কি কৰে?" মই সোধাত লিঅ'ই ক'লে: "বিধৱাৰ বাবে ২০০ মাৰ্ক (৪০০ টকা) মাহে দিয়ে। পিতৃ-মাতৃহীন শিশুৰ বাবে ১৫০ মাৰ্ক (৩০০ টকা) আৰু যাৰ বাপেক কিম্বা মাক ঢুকাইছে, তেনে শিশুৰ বাবে ১০০ মাৰ্ক (২০০ টকা) মাহে দিয়ে। যিসকলে যোৱা মহাযুদ্ধত হাত-ভৰি হেৰুৱাইছিল — তেওঁলোকৰ বাবে আগ বঢ়োৱা হৈছে ২৪০ মাৰ্ক অৰ্থাৎ ৪৮০ টকাকৈ মাহে। (এনে লোকক ১৯৭২ চনৰ আগতে মাত্ৰ ১৬০ মাৰ্ক বা ৩২০ টকা দিয়া হৈছিল।)"

লিঅ'ই লৈ গ'ল তেওঁলোকৰ ককাক-আইতাকৰ ঘৰলৈ। কোঠাটোত ল'ৰা-ছোৱালী, নাতি-পুতিৰ ছবিৰে ভৰা। ৰেডিঅ', টেলিভিশ্বন আছে। মোক আইতাকে ক'লে— "বোপা হাজৰিকা, তোমাক গান গাই থকা দেখিছোঁ টেলিভিশ্বনত।" বুঢ়াই মোক চুমা এটা খালে কপালত। মই ক'লোঁ - "গীত ভাল পায় হ'বলা আপুনি?" বৃদ্ধই ক'লে, "মই নিজেই গীত গাওঁ বোপা।" এই বুলি সৰু মেণ্ডোলিন এটি লৈ বুঢ়া-বুঢ়ীয়ে এটি পুৰণি জাৰ্মান লোকগীত শুনালে ঃ

'বাৰ্লিন, বাৰ্লিন, তোমাক
ভাল পাওঁ— মেঘে আকাশক
ভাল পোৱাৰ দৰে ।'

আৰু ভাৰতত? আমাৰ অসমৰ স্বাধীনতাৰ বাবে বুকুৰ তেজ দিয়া কুশল কোঁৱৰৰ পুত্ৰ হেনো ক'ৰবাত পিয়ন হৈয়ে আছে! হয়নে? লক্ষ লক্ষ দেউতা-মা, ককা আইতাই সৰুসকলৰ দয়া অনুকম্পাত বাচি আছে। পূৰ্ব্ব জাৰ্মানী সমাজবাদী ৰাষ্ট্ৰ। আৰু আমাৰ ভাৰত? সমাজবাদী?? সমাজক সুন্দৰ কৰিবলৈ হ'লে, আমি আমাৰ আগতে জন্মা আৰু আমাক জন্ম দিয়া, কষ্ট কৰি তুলি-তালি ডাঙৰ কৰা চামৰ আৰ্থিক আৰু আনুভূতিক নিৰাপত্তাৰ কথা ভাবিবই লাগিব। সেয়াহে সৌন্দৰ্য্যবোধ --- সেয়াহে দায়িত্ববোধ।



# কুঠৰীলৈ ঘূৰি আহিলোঁ

গাঁৱলৈ আমি ঘূৰি আহিব লাগে--- সঁচা, গাঁওবোৰ আমি সুন্দৰ কৰি তুলিব লাগে।

— প্ৰায়েই মই কুঠৰী গাঁৱলৈ আহোঁ। এইবাৰো আহিছোঁ। ১১ অক্টোবৰ ১৯৭৪ চন। বানপানী তেতিয়াও শুকুৱাই নাই। আমাৰ শ্ৰদ্ধেয় শিল্পী চন্দ্ৰ ফুকনদেৱে প্ৰাণেৰে ৰূপ দিয়া কুঠৰীৰ মৰমী ৰাইজৰ খবৰ ল'লোঁ। খবৰ হ'ল এয়া : বান্দৰডুবী, বাঘমাৰী, দেওপানী, কাৰৈমাৰী, গটঙা আদি প্ৰায় ১০খন গাঁৱৰ প্ৰায় দহ হেজাৰ মানুহক আঠোটা বানপানীৰ লহৰে (এই বছৰতে) হাৰাশাস্তি কৰিলে। তাৰ বিষয়ে খবৰ কাৰো নাই। বাতৰি-কাকততো খবৰ নোলায় হেনো। তিনি চাৰিখন গাঁৱৰ মানুহে হাইবে, স্কুলঘৰ আদি ওখ ঠাইত দুই তিনিমাহে জুৰুলা-জুপুৰা হৈ ভিখাৰীৰ দৰে থকা সত্বেও কোনো ৰিলিফৰ ব্যৱস্থা নাই হোৱা। গৰু-ম'হৰ দুৰৱস্থা আৰু দুখ লগা। বানপানীৰ পাচত কাজিৰঙা অভয়াৰণ্যৰ জন্তু-জানোৱাৰে অৱশিষ্ট খেতি শেষ কৰোঁ কৰোঁ কৰিছে। দুদিন-তিনিদিন লঘোনে থকা মানুহ মই লগ পালোঁ। বৰ্ত্তমান খাদ্য-শস্যৰ উৎকট অভাৱ হোৱা মই দেখি আহিছোঁ। পীড়িত, অৱহেলিতসকলৰ মাজত অসমীয়া, ন-অসমীয়া (ময়মনচিঙিয়া), কাৰ্বিসমাজ, নেপালী, লালুং ভাই ভনীসকল, চাহ-মজদুৰ সমাজ আদি লোকৰ প্ৰতিনিধি- সকলক লগ পাইছোঁ। এজন বৃদ্ধ খেতিয়কে দুখেৰে মোক গোচৰ দিছে— "বোপা, অভয়াৰণ্যৰ দক্ষিণ পাৰৰ সীমাৰ দেখোন একো বিবেচনা নকৰিলে চৰকাৰে? মন্ত্ৰী পদ্মা গগৈয়ে দেখোন আমাক দিশপুৰত দিয়া প্ৰতিশ্ৰুতিৰ এটাও বনবিভাগে নাই মনা! দুজন এম. এল. এ., ইমানবোৰ মানুহ, প্ৰতিনিধিবৰ্গ আমি এনেয়ে পঠালোঁনে? তাৰিখটো আছিল ১৬ মাৰ্চ ১৯৭৪ চন নহয় জানো? কিয়, গুৱাহাটীৰ তোমাৰ ঘৰৰপৰা তোমাকো দিশপুৰলৈ নিওঁতে তুমিও দেখোন মুখ্য মন্ত্ৰী শৰৎ সিংহ, ৰাজ্যমন্ত্ৰী পদ্মা গগৈ, বনবিভাগৰ উচ্চতম বিষয়া আদিক কৈছিলা। তেতিয়া দেখোন সকলোৱে মিঠা মুখে 'তেনে কৰেংগা, তেনে কৰেংগা' বুলি কৈছিল। এতিয়া? ফুচ্‌টো।"

মই সুধিলোঁ— "আপোনালোকৰ বিধানসভাৰ সদস্য- সকলক, কেন্দ্ৰীয় চৰকাৰৰ

আপোনালোকৰ সমষ্টিৰ শ্ৰীবেদব্ৰত বৰুৱা আদিক নকয় নেকি?" চাহ-মজদুৰৰ এজনে প্ৰায় ব্যঙ্গৰ সুৰত ক'লে— "হাজৰিকা চাহাব, মথাউৰি দিবলৈ কোৱা হৈছে ১৯৬০ চনৰপৰা।"

সুধিলোঁ "ক'ত?"

সেওঁ ক'লে "হাৰমতীৰপৰা দেওপানীলৈ (কাৰ্বি আংলঙৰ) ছাৰ্ভে নে কিবা সোপা কৰিলে। আজি ১৪ বছৰে একোডাল নাই। পৰম শ্ৰদ্ধেয় বেদব্ৰত বৰুৱা চাহাবে 'অসম চৰকাৰলৈ মই লিখিছোঁ' বুলি আমাক মাজে মাজে জনাই দিয়ে বহু। এইবাৰ আঠবাৰ পানী আহিল। আমাৰ কথা কোনেও নকয়ো, একো নকৰেও। আমাৰ অৱস্থা দেখি বোধ হয় বনৰ পশু-পক্ষীয়েও চকুপানী টোকে...।"

নেতৃস্থানীয় লোক শ্ৰীশশী ফুকনে ক'লে ঃ "ৰবিশস্যৰ এতিয়া প্ৰচুৰ সম্ভাৱনা থকা সত্বেও কোনো ধৰণৰ জল সিঞ্চনৰ ব্যৱস্থা বা কঠীয়া আদি দি সহায় নকৰি সঁচাকৈয়ে চৰকাৰে এই অঞ্চলৰ সাধাৰণ দুখীয়া ৰাইজৰ প্ৰতি প্ৰচুৰ অন্যায় কৰিছে।"

— মই যেতিয়া কুঠৰী এৰোঁ, তেতিয়া মোৰ কাণত বাজিছে, গান্ধীজীৰ কথা 'গাঁৱলৈ ঘূৰি যোৱা'। এৰা, যাৰ দৰকাৰ পৰে গাঁৱলৈ ঘূৰি যায়। পিচে গাঁৱক আদৰ্শ গাঁও কৰিবলৈ ৰাইজৰ সৰ্বাঙ্গীণ উন্নতি নহ'লে গাঁও সুন্দৰ হয় কেনেকৈ? চৰকাৰ আৰু চৰকাৰৰ তথাকথিত প্ৰতিনিধি- সকলৰ বিবৃতি— 'গাঁৱলৈ যাওক ঘূৰি' আদি কথাৰ ফুলজাৰিৰে জানো গাঁও সজাব পাৰি! কুঠৰীৰ ৮/১০ খন গাঁৱৰ বিলাই-বিপত্তি শুনিও নুশুনাৰ ভাও জোৰা চৰকাৰৰ কথাকাণ্ড দেখিলে আৰু এতিয়া জীয়াই থকা হ'লে মহান শিল্পী স্বৰ্গীয় চন্দ্ৰ ফুকন ককাইদেৱে বোধ হয় লাচিত বৰফুকনৰ দৰে নৰিয়াপাটীৰপৰাই তেওঁৰ দিশপুৰীয়া আৰু দিল্লীবালা 'সৰ্বভাৰতীয় অসমীয়া' ৰাজনৈতিক নতুন নেতা- সকলৰ উদ্দেশ্যে ক্ষোভ-ক্ৰোধ-অশ্ৰু মিশ্ৰিত ভাষাৰে প্ৰশ্নবাণ মাৰি চিঞৰি উঠিলেহেঁতেন— 'হেৰা, তোমালোকে যি গাঁৱৰপৰা 'পাৱাৰ' পাই 'পাৱাৰফুল' হ'লা, সেই গাঁওবোৰকে পাহৰি যাবলৈ তোমালোকৰ লাজ লগা নাইনে?"

*(সুন্দৰৰ সৰু বৰ আলিয়েদি : গ্ৰন্থ)*



# সতর্ক নহ'লে সমস্যা বাঢ়িব

'চ্যমনমেঁ যব কহী হোতা নহী
বাহাৰ কণ জিক্‌কৰ
তো লোগ বীতী বাহাৰোঁকা
বতি কৰতে হ্যঁয় -'

নিজৰ বাগিচাত যাৰ ফুল ফুলোৱাৰ
ক্ষমতা নাই—তেনে লোকেহে অতীতৰ
বসন্ত বাহাৰৰ বৰ্ণনাতে নিজকে
পাহৰাই ৰাখে—

বিখ্যাত উৰ্দ্দু কবি খয়াল কানপুৰীৰ এইফাকি কবিতা মোৰ ধৰ ভাল লাগে।

শীতৰ সেমেকা ৰাতিৰ মাদকতাৰ কথা ভাবিবৰ সময় আছে তেওঁলোকৰহে যাৰ খাদ্য, বস্ত্ৰ আৰু মনৰ আনন্দ এতিয়াও বাস্তৱ জীৱনৰ লগৰী হৈ আছে। যাৰ এইকণ নাই, শীতকাল তেওঁলোকৰ বাবে ভয়াবহ। বস্ত্ৰবিহীন কোনো খেতিয়কৰ ভগা পঁজাত উমি উমি জ্বলি থকা তুঁহজুইকুৰাক ফুৰাহি ফুৰাই দুৰ্বল বুকু দুৰ্বলতৰ কৰাৰ এয়াই বতৰ। খাদ্যবিহীন দিনমজুৰৰ পেটতে লুকাই থকা ক্ষুধা-অগনিৰপৰা উদ্ভৱ হোৱা ক্ৰোধান্বিত চাবনিক বুজাৰ এয়েই বতৰ। নিম্নমধ্যবিত্তৰ লোকেও দৈনন্দিন অভাৱ লুকুৱাই ৰাখি শেঁতা হাঁহি মৰাৰ এয়েই বতৰ।

ভাৰতে খাদ্য দিব পৰা নাই ৰাইজক। অসমে খাদ্য দিব পৰা নাই ৰাইজক আমেৰিকাই খুৱাব নেকি ভাৰতৰ ৰাইজক? নোৱাৰে। যোৱা মাহত ৰোমত অনুষ্ঠিত বিশ্ব খাদ্য সম্মিলনীত কিছিঞ্জাৰে খোলাখুলিকৈ কৈ দিছে যে বিশ্বৰ ভোকাতুৰ দেশবোৰক অকল আমেৰিকাই অন্ন দি থাকিব নোৱাৰে। সেই সম্মিলনীত ব্যক্ত হোৱা কেইটামান সত্য সঁচাকৈয়ে ভয়লগা। উন্নতিশীল দেশসমূহক বিপদত সহায় কৰা যিটো বিশ্বসংস্থা আছিল, সেই সংস্থাই ছয় মিলিয়ন ডলাৰৰ সাহায্য বন্ধ কৰি দিব লগা হৈছে। বিশ্বৰ খাদ্যৰ ভঁৰালত সমগ্ৰ বিশ্বৰ জনসংখ্যাৰ বাবে মাথোঁ ২১ দিনৰ খোৱাকহে আছেগৈ। উন্নতিশীল দেশসমূহে বিশ্বৰ জনসংখ্যাৰ সত্তৰ ভাগ মানুহক

খাদ্য যোগান দিব লাগে। অহা দহ বছৰত এই চাহিদা আৰু পাঁচগুণ বাঢ়িবগৈ। এই শতাব্দীৰ শেষত অৰ্থাৎ ছাব্বিশ বছৰ পাচত বিশ্বই বছৰি বিলিয়ন টন অধিককৈ খাদ্য যোগান ধৰিব লাগিব। ধনী দেশে প্ৰয়োজনতকৈ অধিক খাইছে — পিচ পৰা বা উন্নতিশীল দেশে ন্যূনতমখিনিও পোৱা নাই। বহুপ্ৰচাৰিত সেউজীয়া বিপ্লৱ দেশে দেশে অসফল হৈছে। আনকি ৰুছ দেশেও কেইটামান খাদ্যৰ বাবে ৱাশ্বিংটনৰ সমুখত হাত পাতিব লগা হৈছে। অবৈজ্ঞানিক জলসিঞ্চন, জনসংখ্যা বৃদ্ধি, বতৰৰ অনিশ্চয়তা, প্ৰাকৃতিক দুৰ্য্যোগৰ অৱদানে এই অভাৱক আৰু ভয়াবহ কৰি তুলিছে। আমেৰিকা আৰু ৰাছিয়াই আন্তৰ্জাতিক ক্ষেত্ৰত দুখীয়া দেশক খাদ্য দান কৰা আৰু বন্ধুত্বক পোৱা একেলগে সাঙোৰা কথাটো পুনৰ্বিবেচনা কৰিছে! খাদ্য দিলেহে বন্ধুত্ব থাকিব— এই তথ্য দুয়োখন দেশে লাহে লাহে পাহৰিব খুজিছে। কিছু দিন পাচত নিদিয়া হ'বগৈ। তেতিয়া ভাৰতে কি কৰিব? ভাৰতৰ গণতন্ত্ৰ, সমাজবাদ, আনন্দ সকলো নিৰ্ভৰ কৰিছে ভাতমুঠিৰ ওপৰত। ৰঙা ফিতা, দুৰ্নীতি, চোৰাং বজাৰ, ক'লাবজাৰী আদিক যদি এতিয়াই বন্ধ কৰিব নোৱাৰে, তেন্তে কিছু দিন পাচত প্ৰতিখন গাঁৱত গাঁৱৰ ধনীজনক ক্ষুধাৰ্তসকলে লুট কৰিব। খাদ্য নাপালে ধনীজনক কেঁচাই কেঁচাই কাটি কাটি খাব। মানুহে মানুহক খোৱাটো তেতিয়া স্বাভাৱিক দৃশ্য হৈ উঠিব। সেয়ে, আজিৰ শীতৰ সেমেকা ৰাতি কাব্য কৰাৰ ইচ্ছা নাই। চোৰক সতৰ্ক কৰি দিয়াৰহে ইচ্ছা এই শীতৰে সেমেকা ৰাতি—

'হমে তো মস্তজী তুলাতুম কা
তচ্‌কিৰা হ্যয় পচন্দ
ৱো অওৰ হ্যয় জো
কিনাৰোঁ কি বাত কৰতে হ্যঁয়   (খয়াল কানপুৰী)

মই ধুমুহাৰ উত্তাল ঢৌৰ বৰ্ণনা
দিহে ভাল পাওঁ। তেওঁ আন
কোনোবা—যি মাথোঁ নিশ্চিত
তীৰৰ কাহিনীহে কয়।

(আমাৰ প্ৰতিনিধি : ১৫ শ বছৰ : ১ম-২য় সংখ্যা : নৱেম্বৰ-ডিচেম্বৰ, ১৯৭৪)



# ৰাষ্ট্ৰপতিলৈ মুকলি চিঠি

পৰম শ্ৰদ্ধেয় ফখৰুদ্দিন আলী আহমেদ চাহাব,

আপুনি অসমৰে লোক বুলি আপোনাক নিচেই আপোন আপোন লাগে। কথা পাতিবৰ মন যায়। অসমৰ লোক হিচাপে আপোনাক লৈ আমি গৌৰব অনুভৱ কৰোঁ। আপুনি এতিয়া ভাৰতৰ ৰাষ্ট্ৰপতি। গতিকেই, আপুনি সঙ্কীৰ্ণ দলীয় ৰাজনীতিৰ উৰ্দ্ধত বুলি ভবাৰ থল আছে। অসমলৈ আহিছে। আপোনাক আমি আদৰিম হৃদয়েৰে, মালাৰে, গাৰ্ড-অব্-অনাৰেৰে, অভিনন্দন-পত্ৰেৰে। আপোনাৰ পৰিয়ালৰ সৈতে আগতে কবি গালিবৰ সম্বন্ধ আছিল বুলি আপোনাক মোৰ ভাল লাগি এই চিঠিখন লিখিছোঁ। এইখন চিঠি মই লিখিছোঁ, ৰাইজৰ মাজত বিচৰণ কৰি ফুৰা এজন সাধাৰণ সাংস্কৃতিক কৰ্মী হিচাপেহে। ব্যৱসায়িক ৰাজনৈতিক মনেৰে মই লিখা নাই। কাৰণ, সৌভাগ্যক্ৰমে মই সেইবিধৰ লোক নহওঁ। মাথোঁ, সাংস্কৃতিক কৰ্মীৰ সমাজ-সচেতনতা থকা উচিত বুলি আৰু ন্যায়ক প্ৰশংসা কৰা আৰু অন্যায়ৰ প্ৰতি আঙুলিয়াই দি, তাৰ প্ৰতিকাৰ কৰাৰ বৈপ্লৱিক মনোভাব আৰু আৱশ্যক হ'লে সংগ্ৰাম কৰাৰ সাহস থাকিব লাগে বুলি যুগে যুগে বুৰঞ্জীয়ে সকীয়াই আহিছে বুলিয়েই, ৰাষ্ট্ৰপতিদেৱ, আপোনালৈ এই মুকলি চিঠি। আপোনাক কেইটামান প্ৰশ্ন কৰোঁ শ্ৰদ্ধা সহকাৰে। দাৰিদ্ৰ্য ভাৰতত দূৰ হৈছেনে? আপুনি মিচিকিয়াই হয়তো মোক ক'ব, 'ভূপেন, তুমি ৰেডিঅ', বাতৰি-কাকত, ফিল্মছ্ ডিভিজনৰ প্ৰামাণ্য চিত্ৰবোৰ আৰু টেলিভিশনৰ মাধ্যমে জানো বাতৰি পোৱা নাই যে ভাৰত চৰকাৰে দাৰিদ্ৰ্য দূৰ কৰিবলৈ কিমান মহান নীতি লৈছে, উদাৰ আইন প্ৰণয়ন কৰিছে, পৰিকল্পনা কৰিছে?'

মই সেইবোৰ দেখিছোঁ। শুনিছোঁ। পিচে, সমান্তৰাল- ভাবে মাটিয়ে, পানীয়ে, পথাৰে, বজাৰে, দিনে-নিশাই ৰাইজৰ মাজত ঘূৰি ফুৰা এজন সাধাৰণ গায়ক হিচাপে মোৰ সেই মহান নীতিবোৰক মিথ্যা কৰা-কিতা, নিষ্ঠুৰ অৱহেলা, শূন্য বক্তৃতাৰে লঘিওৱা দেখাৰ দুৰ্ভাগ্য হৈছে যে! আপুনি আজি অসমলৈ আহিব বা আহিছে। আপোনাক জানো কোনো চৰকাৰী মহলে ক'ব যে যোৱা ১৪ জানুৱাৰীৰ দিনা কঢ়াল গাঁৱৰ ধোৰোকা শইকীয়া, ৫২ বছৰ বয়সত নেখাই মৰিছে? আপোনাক জানো

কোনোবাই ক'ব যে ১৫ জানুৱাৰীৰ দিনা তিনিআলি গাঁৱৰ পঞ্চাশবছৰীয়া লেৰেলা গায়ন অনাহাৰত মৰিছে? আপোনাক জানো কোনোবাই অভিনন্দন-পত্ৰত লিখি জনাব যে ১৭ জানুৱাৰীৰ দিনা ৪৮ বছৰীয়া বিশ্বেশ্বৰ শইকীয়াই খাদ্যৰ অভাৱত প্ৰাণ ত্যাগ কৰিছে। সেই মৃত শইকীয়াৰ পত্নী চেনেহী আৰু ১২ বছৰীয়া জীয়েক চন্দ্ৰাই উত্তৰ লক্ষীমপুৰত ধান কাটি, মাজুলীৰ ঘৰলৈ উভতি আহোঁতে লগতে বুকুত সাবটি অনা ১০ কিলোমান ধান পুলিচে জব্দ কৰাত বিশ্বেশ্বৰ পৰলোকপ্ৰাপ্ত হৈছে বুলি আপোনাক জানো কোনোবাই ক'ব? আপোনাক জানো কোনোবাই ক'ব যে ১১ জানুৱাৰীৰ দিনা কঢ়াল গাঁৱৰ ধেনুৰামৰ অকণমান শিশুটি খাদ্যাভাৱত মৰিব বুলিয়েই লক্ষীমপুৰত ধান দাই পাৰিশ্ৰমিক হিচাপে পোৱা ১৫ কিলোমান ধান লগত লৈ অহাত খাবলি নৈৰ ঘাটত (তাত যোৱা ২৮ বছৰে দলং এখন কিয় নহ'ল আজিও বুজিব নোৱাৰোঁ) প্ৰহৰীয়ে জব্দ কৰাত আজি সেই শিশুটো মৰোঁ মৰোঁ। শুদা হাতে আহি ভোগালী বিহুৰ দিনা ধেনুৰামে আধাকিলো আটাৰ সৈতে লাই-লফা শাক মিহলাই শিশুটিক বচাবলৈ আজিও চেষ্টা কৰি থকা দৃশ্য আপুনি দেখিব জানো? সেই একে গাঁৱৰে যোৱাবাৰ বানে নষ্ট কৰা ৬ বিঘা মাটিত এতিয়া চেষ্টা কৰিও একো কৰিব নোৱাৰে (খাবলৈ নাই, বীজ কিনিবলৈ ধন ক'ত?) গোপাল শইকীয়াৰ যে লাহে লাহে মস্তিষ্কৰ বিকৃতি ঘটিছে, সেইটো আপুনি জানো গম পাব? এইবোৰ আপুনি বিশ্বাস যদি নকৰে, তেন্তে সেই গাঁৱৰ গাঁওবুঢ়াক সোধক, পঞ্চায়তক সোধক, প্ৰত্যক্ষদৰ্শী জনমভূমিৰ সংবাদদাতাক সোধক, অনুগ্ৰহ কৰি। মাজুলীখন শঙ্কৰদেৱৰ ঠাই শ্ৰীশ্ৰীপীতাম্বৰ দেৱগোস্বামীৰ দৰে প্ৰগতিবাদী স্বাধীনতা-সংগ্ৰামীৰ ঠাই। অসমৰ সংস্কৃতিৰ মুকুটমণি। লুইতে নিলে। নিব। কাৰণ, ৱৰ্ক অৰ্ডাৰ হৈছে এতিয়াহে। বৰষুণ আহিবই নহয়। যিখিনি থাকিবগৈ বা আছে, তাৰ মানুহখিনি (৯৯ ভাগেই দুখীয়া) ভাৰতীয় নাগৰিক নহয় নেকি? ধৰ্মনিৰপেক্ষতাৰ প্ৰতীক।— আপুনি গালিবৰ গজল, আজান ফকীৰৰ জিকিৰ যিমান ভাল পায়, মাধৱদেৱৰ বৰগীতকো সিমান ভাল পায় বুলি মই জানো।

মাজুলী এটি লুইতৰ বুকুৰ বৃহৎ দ্বীপ বুলি সকলোৱে জানে। চৰকাৰেও জানে যে মাজুলীৰ লোকে খাবলৈ মাজুলীৰ ভঁৰালত এতিয়া চাউল নাই। গতিকে, উত্তৰ লক্ষীমপুৰত মাটি থকা লোকেও নিজৰ ধান দহ কিলো কাটি আনি সেই দ্বীপটোত থকা পো-পোৱালি-স্বামীক অনাহাৰৰপৰা বচাবলৈ কৰা প্ৰচেষ্টাত নিষ্ঠুৰ প্ৰহৰী লগাই দিয়াটো মানৱতাৰ কথানে? মাজুলীৰ সংস্কৃতিতো নিলে নিলেই, আধামৰা মানুহকেইটাকো এতিয়া তিল-তিলকৈ মাৰিব লাগেনে? আপুনি হয়তো মোক আকৌ সুধিব, 'ভূপেন, তুমি নিজে চকুৰে মাজুলীৰ কোনোবা অনাহাৰে মৰা দেখিছানে?'

— 'হয়, দেখিছোঁ। নিজ চকুৰে দেখিছোঁ।'

২৬ জানুৱাৰী, ১৯৭৫ চন। আজি ৩১ জানুৱাৰী। মাথোঁ এসপ্তাহ আগৰ কথা! দোকমোকালিতে উত্তৰ লক্ষীমপুৰৰপৰা মই আহি খাবলিঘাটৰ নাৱত পাৰ হৈ থকা অৱস্থাত বাতৰিত শুনিছোঁ, জনৈক বন্ধুৰ অকণমানি ট্ৰেঞ্জিষ্টৰ ৰেডিঅ' এটাৰ যোগে — তেতিয়া আপুনি ৰাষ্ট্ৰপতি হিচাপে সমগ্ৰ দেশৰ লোকক 'কঠোৰ পৰিশ্ৰম' কৰিবলৈ প্ৰেৰণামূলক বক্তৃতা দিছে। ভাল কৃষি উৎপাদন কৰিবলৈ কৈছে। সেই বিষয়ে চাগৈ চাৰি ফেব্ৰুৱাৰীৰ দিনাখন যোৰহাটৰ বৰভেটাত কৃষি-বিজ্ঞানী ভাইচ্ চেঞ্চেলৰগৰাকীয়ে আপোনাৰ সন্মানাৰ্থে অভিনন্দন পঢ়োঁতে বহু সাৰগৰ্ভ বৈজ্ঞানিক কৃষিজ্ঞানৰ কথা ক'বই নিশ্চয়। কিন্তু এইটো কথা তেওঁ ক'বলৈ পাহৰি যাব বা নেজানিবই যে মাজুলীৰ ১২০০০ বিঘা মাটিত 'ট্ৰেক্টৰাইজেশ্যন' কৰিবলৈ (গৰু বানে মাৰিলে) মাথোঁ এখন ট্ৰেক্টৰ পঠোৱা হৈছিল। আৰু সেই ট্ৰেক্টৰৰূপী বিজ্ঞানৰ প্ৰতীকটোৱে মাথোঁ ৯৫ বিঘা মাটিত চলি চলি পাচত এদিন নোহোৱা হ'ল।

মাজুলীৰ জৰুৰীকালীন কথা ভাবি বীজ আদি দিয়াৰ কথা। পিচে, সৰহভাগ লোকৰ ঘৰত মচিলেও এমুঠি চাউল নোহোৱা অৱস্থাত সেইবোৰ কিনে কেনেকৈ?

যা হওক, মই গড়মূৰ হাইস্কুলত ২৬ জানুৱাৰীৰ গণৰাজ্য পতাকা উত্তোলন কৰিলোঁগৈ — কিছু আগতে শুনা আপোনাৰ উপদেশ 'কঠোৰ পৰিশ্ৰম কৰা'ৰ অনুপ্ৰেৰণাতে। শ্ৰীচাৰু কাকতিদেৱৰপৰা গম পালোঁ বানৰ ভয়াৱহ সত্যসমূহ। গড়মূৰৰপৰা কমলাবাৰী পাওঁতে বাটটো যে পানীয়ে আঠ ঠাইত বেয়াকৈ ভাঙিছিল, তাৰো প্ৰমাণ পালোঁ। কিন্তু এই মাঘ মাহতো তাক মেৰামতি কৰাৰ কোনো চিন ছাব নেদেখি খং উঠিল। ৰঙা ফিতাৰ মেৰপাকৰ কথা বুজিলোঁ। অলপ দূৰ আগুৱাই গ'লোঁ বৰগএৱা ২নং গাঁৱলৈ। সু-সাহিত্যিক আৰু মিচিং কৃষ্টিৰ ওজা তৰুণ পায়েগামক লগ পালোঁ এখন গণৰাজ্যৰ পতাকা উত্তোলন কৰাৰ সময়তে। তেওঁ মোক ক'লে, "হাজৰিকা, ৰাষ্ট্ৰপতিয়ে (অৰ্থাৎ আপুনি) দেশক কঠোৰ পৰিশ্ৰম কৰাৰ কথা সোঁৱৰাই দিছে।" ঠাইখিনি হ'ল খাৰজানপাৰ মধ্য ইংৰাজী বিদ্যালয়ৰ (প্ৰতিষ্ঠা ১৯৬২/ক্লাছ নাইনলৈকে খোলা হৈছে। Ad-hoc মঞ্জুৰীহে পায়।) প্ৰাঙ্গণ ভালকৈ চাই দেখোঁ, যোৱা বছৰত স্কুল ঘৰৰ কংক্ৰীটৰ আধাসজা খুঁটা একেবাৰিতে মহতিয়াই নিছে বানপানীয়ে। খেৰৰ ক্লাবঘৰ এটাতহে স্কুল বহে। তাৰে শিক্ষক আৰু মাজুলীৰ মধ্য ইংৰাজী শিক্ষক সংস্থাৰ সম্পাদক লীলা দাস আৰু গড়মূৰ হাইস্কুলৰ ইংৰাজীৰ শিক্ষক পায়েগামদেৱৰ সৈতে আলোচনা কৰি গম পালোঁ, স্থানীয় ৰাইজৰ শোচনীয় অৱস্থাৰ কথা। উঁৱালৰ ধান নিলে, বিদ্যালয় নিলে, ভোকত আধা মৰি পৰি থকা নতুন পুৰুষৰ মনত শিক্ষাৰ প্ৰতি থকা হেঁপাহ কিন্তু বানে উটুৱাই নিব পৰা নাই। মানুহ মৰি মৰিও জীয়ে। জীয়াই থাকিবলৈ বিচাৰে। এই স্কুলখনলৈ অহা ছাত্ৰ-ছাত্ৰীখিনি অতি পিচ পৰা অনুসূচিত আৰু জনজাতীয় ৰাইজৰ পো-পোৱালি। তথাপি, আজিলৈকে

deficit বা ঘাটি মঞ্জুৰী বাৰু ইমান ডাঙৰ প্ৰাকৃতিক দুৰ্য্যোগৰ পাচতো বিশেষভাবে পাব নেলাগেনে? সেই deficit grant, তাৰ সৈতেনো World inflation (নেতাসকলৰ বক্তৃতাত প্ৰায় শুনো) ইমান জড়িত আছেনে?

ওচৰৰে পথাৰত বৃদ্ধা মিচিং মহিলা এগৰাকীয়ে শুকান মাটিৰ চপৰা টাঙোন এডালেৰে টঙনিয়াইছে। মুখত নিৰাশাৰ ছাঁ। ওচৰৰ বিল এখনত সৰু ল'ৰা এটাই নাও চলাই কিছু হাঁহ-চিকাৰীৰপৰা দুটা পইচা বক্‌চিচ্ পোৱাৰ আশা কৰিছে। এনেতে, শিক্ষক লীলা দাস আহি মোক ক'লেহি— "আপুনি বেগাই আহক। এই পুৱা অনাহাৰত এজন ছাত্ৰ ঢুকাল, চাওকহি।" আনফালৰপৰা কৰতিপাৰ হাইস্কুলৰ শিক্ষক জিনাৰাম বৰুৱাই আহি, "এনেকৈ মাজুলীত অনাহাৰত লোক মৰিয়েই আছে। আমি শিক্ষকসকলে কি কৰিম? ছাত্ৰ-ছাত্ৰীৰ পেটত ভাত নোহোৱাকৈ স্কুললৈ আহি মূৰ ঘূৰাই পৰি যোৱা দেখিছোঁ। বুজি পাই অনাহাৰ ছুটী বা Hunger holiday আমি দিবলগীয়া হৈছোঁ। এয়া pure hunger-অৰ death, আন বেমাৰ নাই, ভূপেনদা" বুলি সজল চকুৰে ক'লেহি। মই লৰৰি গ'লোঁগৈ— কিশোৰ ছাত্ৰজন অনাহাৰত মৰাটো সঁচা হয়নে নহয় চাবলৈ। মোৰ ভৰিৰ জোতাযোৰ খুলি ল'লোঁ। শুদা ভৰিৰে গৈ দেখোঁ, কাকৰিকটা গাঁও। কমলাবাৰী মৌজাৰ অন্তৰ্গত এই দুখীয়া কৈবৰ্ত্ত গাঁওখনিৰ চেহেৰা গৰিবীৰ। গৰিবী কোনেও হটাব পৰা নাই। মোক যোৱা দেখি বৃদ্ধা এগৰাকীয়ে ক'লে, (নাম শুণচি) "বোপাই, বুঢ়া-বুঢ়ীকেইটাক মাৰি পেলালেও ভাল আছিল। আমি তিল তিলকৈ মৰিছোঁ। মাজিজনকনো নিব পায়নে, ৯ বছৰ বয়সতে? ল'ৰাটো বৰ ধুনীয়া আছিল!" — মোৰ বুকু ধপ্‌ধপালে।

অকণমান পঁজা এটিৰ সমুখত ৩৫/৩৬ বছৰীয়া এজন লোক বহি আছে। সুধিলোঁ : "কাৰ ল'ৰা আজি ঢুকাল?" মাটিৰ পিনে মৌনভাৱে চাই থকা সেই লোকজনে মোক সাবটি ধৰি কেঁচুৱা ল'ৰাৰ দৰে ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। নাম তেওঁৰ শ্ৰীধৰ দাস। মাটি অলপ আছে। পিচে, অসুস্থ হৈ হাত-ভৰিবোৰ কঁপে। ৰোগ— অনাহাৰ। মাটিত একোকে কৰিব পৰা নাই। ল'ৰাটোৰ মৃত্যুৰ কাৰণ সোধাত ক'লে, "যোৱা চাৰিদিন ল'ৰাটোৱে ভাত খাবলৈ পোৱা নাই। মই দিওঁ ক'ৰপৰা? উত্তৰ লক্ষীমপুৰৰপৰা খুজি-মাগি আনি চাউল দিবৰো ব্যৱস্থা নাই। পুলিচে ধৰি কাঢ়ি থয়। গাঁৱতো কাৰনো অৱস্থা ভাল? নিজলৈকে নোজোৰে। পুতাই মোৰেই। এনে ভাল ল'ৰা আছিলে। কালি নিশা ৯ মান বজাত সি ইয়াতে কান্দিছিল বুলি" শ্ৰীধৰে ভগা পঁজালৈ সুমুৱাই নিলে। চক চালোঁ। খুদকণো নাই। তিনিটা বাচি থকা ল'ৰা-ছোৱালীক লৈ, শ্ৰীধৰৰ ঘৈণীয়েকে থোকা-থুকি মাতেৰে মোক কিবা ক'ব খুজিছিল নোৱাৰিলে। শ্ৰীধৰে ক'লে, "কালি নিশা ৯ মান বজাত সি ভাত বিচৰাত মই তাক ধমক মাৰি শুই থাকিবলৈ ক'লোঁ। বাপেক হিচাপে মোৰ বেয়া লাগি প্ৰায় নিশা চাৰে

তিনিমান বজাত যেতিয়া তাক মৰম কৰিবলৈ যাওঁ, তেতিয়া দেখোঁ সি শুইয়েই থাকিল— শুইয়েই থাকিল আৰু নুঠিল। ...কি দিন পৰিল ঐ গোসাঁই! মানুহ খাবলৈ নেপাই মৰাৰ দিন আহিল ঐ!" ...তাৰ পাচত মই শ্ৰীধৰক বুকুত সুমুৱাই লৈ আকাশত ধোঁৱা-কোৱা দেখিলোঁ।

শ্ৰীধৰৰ পুত্ৰ মজ্জিন দাসে মৃত্যু সাবটি ল'লে। এনেকৈ মাজুলীত লোক মৰিয়েই আছে। ৰাষ্ট্ৰপতিদেৱ, আপুনি ভালকৈ জানে, দাৰিদ্ৰ্য, মৃত্যু -- এইবোৰে জাতি বিচাৰ নকৰে। বামুণ, শূদিৰ, জনজাতীয়, মুছলমান, সকলোৰে ঘৰে ঘৰে হাহাকাৰ। যদি আপুনি সোধে, 'মাজুলীলৈ কিয় আঙুলিয়াই দিছা ভূপেন?' মই ক'ম, মাজুলীৰ দাৰিদ্ৰ্য, প্ৰাকৃতিক দুৰ্যোগ আৰু মানুহ একেলগে গঢ়া। মাজুলীৰ সমাজ বৈজ্ঞানিকৰ বাবে অন্যায়ৰ Test tube... এটা জ্বলন্ত উদাহৰণ। মাজুলীৰ দৰে Case লক্ষ লক্ষ আছে। অভিনন্দন-পত্ৰত সেইবোৰ নেথাকে। এই দাৰিদ্ৰ্য 'disquieting conscience of the ruling circle which is hardly the voice of the downtroddens... বিবেক আৰু ভুৰা দুটা বিপৰীতধৰ্মী বস্তু। আজি মজ্জিন বা লেবেলাৰ মৃত্যু is a threat to justice everywhere.' ২৮ বছৰীয়া স্বাধীনতাৰ পাচত পইসত্তৰৰ ২৬ জানুৱাৰীৰ এটা দৃশ্য চাবলগীয়া হৈছে। আমি অকল কমপ্লেইন কৰা নাই। সাধ্যমতে গীত গাই বহু ধন তুলি দিছোঁ। দিলে কিডাল হ'ব? সেই ধনবোৰে লেবেলা, বিশ্বেশ্বৰ, ৰহিম, দলে, শৰ্মা, মজ্জিনহঁতক জীৱনৰ ন্যূনতমখিনি দিব পাৰিছেনে?

মাৰ্টিন লুথাৰ কিঙৰ কথাৰে আকৌ আপোনাক সোঁৱৰাই দিবৰ মন গৈছে -

'Men will act on his own for his own liberation... . It will transmit hatred into constructive energy, to seek not only to free himself but to free his oppressor from his sins'... এৰা, নিষ্পেষিত মানুহে নিজৰ মুক্তি নিজে দিবই, কিন্তু শোষককো মুক্তি দিব, তাৰ নিজৰ ইচ্ছাকৃত পাপৰ বাবে... মই যেতিয়া মাজুলী এৰোঁ, তেতিয়া আকৌ সেই ট্ৰেঞ্জিষ্টৰ ৰেডিঅ'টোৰ মাধ্যমে কিবা গণৰাজ্য বক্তৃতাৰ বীণে কৰা হৈছিল। — মোৰ চকু চলচলীয়া হৈছিল। মই ভাবিলোঁ, ৰাষ্ট্ৰপতিদেৱলৈ এই চিঠিখন লিখোঁ, যাতে শাসকৰ disquieting conscience-অৰ কথা দিল্লীলৈ গৈ কয়গৈ। আপুনি ৰৰভেটাৰ অভিনন্দনৰ পাচত নিজে এবাৰ আমাৰ অসমৰ মাজুলীৰ সংস্কৃতিৰ মণিকূটৰ চাঁত পৰি থকা অৰ্দ্ধমৃত মুখকেইখন নিজে চাবগৈনে এবাৰ...? সিহঁত বাচি থাকিবও পায়... সময় পালে যাবচোন। ইমান ওচৰলৈ আহিলেই যেতিয়া।

*(আমাৰ প্ৰতিনিধি : ১৫ শ বছৰ : ৩য় সংখ্যা : জানুৱাৰী, ১৯৭৫)*



# তিনিটা ইঙ্গিত মুখ্য মন্ত্ৰী সিংহৰ সমস্যা

অলপতে মুখ্য মন্ত্ৰী শ্ৰীশৰৎ সিংহৰ সৈতে দিশপুৰত মই কিছু কথা আলোচনা কৰিছিলোঁ। আলোচনা প্ৰসঙ্গত তেখেতে তিনিটা সৰু সৰু উদাহৰণ দিলে। তেখেতে ক'লে ঃ

(১) "ধৰক হাজৰিকা – এজন শিক্ষকে ক্লাছলৈ সোমাই, বোৰ্ডত চকমাটিৰে লিখি ক'লে ঃ ১+১=২। তৎক্ষণাৎ সকলো ল'ৰাই চিঞৰি উঠিল ঃ মাষ্টৰে ক'লেই ১+১=২ হ'বনে? এইটো ভুল কথা।" তেতিয়া আপুনি কি পঢ়াব? কেনেকৈ পঢ়াব? অৰ্থাৎ শৰৎ সিংহদেবৰ সৎ পৰামৰ্শসমূহক অসম বিধান সভাৰ সদস্যসকলে ভালকৈ উপলব্ধি কৰি কামত পৰিণত কৰিব পৰা নাই নেকি?

(২) শ্ৰীসিংহই আৰু কৈছিল ঃ "ধৰক হাজৰিকা, এজন মাষ্টৰে ৪৫ মিনিটৰ এটা ক্লাছ লয়। তাৰ পাচতো ল'ৰাইতে হোমৱৰ্ক কৰিব লাগে, ঘৰত পঢ়িব লাগে কিয় বুলি যদি কোনোবে সোধে, তেতিয়া মাষ্টৰজনে কি ক'ব? মাষ্টৰজনে ক'ব, মইতো ৪৫ মিনিটৰ ক্লাছ এটাত সকলো শিকাই দিব নোৱাৰোঁ, মই মাথোঁ গাইডিং প্ৰিন্সিপলসমূহহে উনুকিয়াই দিব পাৰোঁ! ছাত্ৰই নিজেওতো হাতে-কামে শিকিব লাগে!"

অৰ্থাৎ, শৰৎ সিংহদেৱে দিয়া গাইডিং নীতিসমূহ তেওঁৰ দলৰ আৰু বিৰোধী দলৰ লোকসকলে কিম্বা ৰাইজে বুজিও নুবুজাৰ ভাও ধৰে নেকি?

(৩) শ্ৰীসিংহই আৰু কৈছিল ঃ "ধৰক হাজৰিকা, মোৰ বৃদ্ধ দেউতাৰ গাৰুৰ তলত টকা এশ আছে বুলি মই তেওঁক দহটা টকা খুজিলোঁ। দেউতাই ক'লে, 'দহ টকানো কিয় লাগে? মই বিপদৰ সময়ত খৰচ কৰিবলৈ এই টকা এশ সাঁচি থৈছোঁ।' তেতিয়া মই ক'লোঁ, দেউতা, আপুনি মোক, জনম দিছে। মোক দহ টকা লাগে বিশেষ কাম এটাত। আপোনাৰ পুত্ৰ হিচাপে টকা দহটা লোৱাৰ অধিকাৰ মোৰ আছে। দেউতাই তেতিয়া মোক দহ টকা দিলে — মোৰ অনুৰোধটো যুক্তিসঙ্গত বুলি ভাবি। কিন্তু মই মোৰ দেউতাৰ পৰা যদি ১০০০ টকা আদায় কৰিবৰ বাবে আন্দোলন কৰোঁ — যদিও মই জানো যে দেউতাৰ গাৰুৰ তলত মাথোঁ ১০০ টকাহে আছে, তেতিয়া মোৰ দেউতাৰ অৱস্থা কি হ'ব?"

— অৰ্থাৎ, শৰৎ সিংহ চৰকাৰ যদি বৃদ্ধ দেউতা সদৃশ হয়, আৰু বিধানসভাৰ অন্যান্য সদস্যসকল (সকলো দলৰ) পুত্ৰসদৃশ হয়, তেতিয়া সেই পুত্ৰসকলে উৎপাদন নবঢ়াই, মাথোঁ অধিক লাগে লাগে বুলি আন্দোলন কৰে, তেন্তে বৃদ্ধ দেউতাকে কি উপায়েৰে সমস্যাৰ সমাধান কৰে?

তাৰ পাচত, শ্ৰীযুত সিংহই ক'লে ঃ "হাজৰিকা, মুখ্য মন্ত্ৰীৰ গাদীৰপৰা যুক্তিসঙ্গ ত কথা ক'লেও ক্ষমতা ৰাখিবৰ বাবে কোৱা বুলি ৰাইজে ভাবে। মুখ্যমন্ত্ৰিত্ব এটা মহা ডিজ-এডভাণ্টেজ। মই যদি ৰাইজৰ মাজৰ এজন হ'লো- হেঁতেন, (অৰ্থাৎ মুখ্য মন্ত্ৰী নহ'লোঁহেঁতেন) তেতিয়া ৰাইজে বোধ কৰোঁ মোক বিশ্বাস কৰিলেহেঁতেন! এই তিনিটা ইঙ্গিত দিয়াৰ সময়ত শ্ৰীযুত সিংহৰ চকুৰে-মুখে আন্তৰিকতা ফুটি উঠা মোৰ চকুত পৰিছিল। সেই আন্তৰিকতাৰ প্ৰতি সন্দেহ মোৰ নাই। কিন্তু---

কিন্তু — এই যুগ নোপোৱাৰ যুগ। বিশেষকৈ, খাদ্য নোপোৱাৰ যুগ। সেয়ে, শৰৎ সিংহদেৱে চাউলৰ পাইকাৰী ব্যৱসায় চৰকাৰৰ হাতলৈ আনোতে, ভাৰতৰ সকলো প্ৰগতিবাদী শক্তিয়ে একমুখে চিঞৰি উঠিছিল সাধু সাধু বুলি। আমিও আনন্দত আত্মহাৰা হৈ গীত লিখি পেলাই, আনকি প্ৰশংসাৰে এখন চুটি ছবিও কৰি পেলাইছিলোঁ। এই নীতি সফল হোৱাৰ আৰম্ভণিও আমি দেখিছিলোঁ। এতিয়া দেখিছোঁ, ধান মজুতদাৰ, চাউলৰ চোৰাং বেপাৰী আৰু ৰক্ষণশীল গোষ্ঠী কেতবোৰে চাউলৰ দাম জুইৰ শিখাৰ দৰে বঢ়োৱাত এন্ধাৰৰ আঁৰ লৈ সহায় কৰিছে। শৰৎ সিংহৰ ধান নীতিক পৰাজয় স্বীকাৰ কৰাবলৈ এই এন্ধাৰৰ ৰাক্ষসবোৰে আপ্ৰাণ চেষ্টা কৰিছে। সেই ৰাক্ষসবোৰক নিৰ্ব্বাচনৰ আগে আগে সহায় ভিক্ষা কৰা হয় বাবেও লাই পায়। সিহঁতে গোষ্ঠী কৰি, যুক্তি কৰি, ষড়যন্ত্ৰ কৰি কিছু কিছু নেতাক কিনিও লয়। 'মৌন থাকিবা' বুলি মৌনতা কিনি লয় বহুতো নেতাৰ বিবেকৰপৰা। প্ৰকাশ সেমেকি যায়। ভাৰতৰ কেইখনমান ৰাজ্যত অকংগ্ৰেছী চৰকাৰ থাকিলেও, ভাৰতক শাসন কৰিছে কংগ্ৰেছেই। আজি জনসাধাৰণ কংগ্ৰেছৰ ওপৰত ক্ৰোধান্বিত। যদি কংগ্ৰেছে কয় যে ৰাইজে ৰাইজৰ দায়িত্বখিনি পালন কৰা নাই। খেতিয়কে ভালকৈ উৎপাদন কৰা নাই। মজদুৰে মাথোঁ ধৰ্ম্মঘট কৰি কৰি দেশৰ অৰ্থনীতি জুৰুলা কৰিছে মাত্ৰ। ছাত্ৰ-ছাত্ৰী উচ্ছৃংখল হৈছে। তেন্তে আমিও ক'বলৈ বাধ্য হ'ম ঃ কংগ্ৰেছে ৰাইজক 'ভাল পথে' যাবলৈ যুক্তি দেখুওৱাত বিফল হৈছে। 'ৰক্ষণশীলে' সেয়েহে লাই পাইছে ৰাইজক 'ভুল পথে' নিয়াত।

দোষ দিয়া সহজ। নিজক বিশ্লেষণ কৰা টান। মুখ্য মন্ত্ৰী শৰৎ সিংহদেৱে নিজৰ বাস্তৱক মাজে মাজে বিশ্লেষণ কৰে। কিন্তু তেওঁৰ সহকৰ্মী সকলোকে সেই ছিৰিয়াচনেছ ইনজেক্ট কৰিব নোৱাৰিলেই হয় বিপদ। কেতবোৰৰ বাহিৰে তেখেতৰ সহকৰ্মীৰ সকলোৱেই যে ছিনচিয়েৰ নহয় — এই কথা তেখেতে জানে।

আইনক ফাঁকি দি চৰকাৰৰ নাকৰ তলতে কুকাৰ্য্য কৰা লোক বা কৰ্ম্মচাৰীক (খাদ্য সংগ্ৰহ আৰু বিতৰণৰ ক্ষেত্ৰত) যদি বাৰ্টনৰ ভাষাৰে নিলাজ ভাষাত গালি পাৰোঁ, 'A man that hoards up riches and enjoys them, is like an ass that carrics gold and cats thistles' – তথাপি, তেনে মানুহে আজি বেছিকৈ ঠাই পোৱা কথাটো সঁচা। ই এক মহা মহা বাস্তৱ। এইটো কথা শ্ৰীমতী গান্ধী আৰু শ্ৰীশৰৎ সিংহদেৱেও ভালকৈ জানে বুলি আমাৰ বিশ্বাস।

প্ৰতিকাৰ তেওঁলোকৰ হাততে। ৰাইজে সহায় কৰিব এই ক্ষেত্ৰত তেতিয়াহে, যেতিয়া ক্ষমতাত থকা কংগ্ৰেছে ৰাইজক উদ্বুদ্ধ কৰিব পাৰিব, কনভে' বা কমিউনিকেট্ কৰিব পাৰিব। নহ'লে নীতি আৰু দুৰ্নীতিৰ সমান্তৰাল চৰকাৰ দুফালে চলি থাকিবই মাজতে চিএৱৰ-বাখৰ, হে'ডলাইন, বক্তৃতা ফুটুকাৰ যেন মাথোঁ।..

*(আমাৰ প্ৰতিনিধি : ১৫ শ বছৰ : ৪ৰ্থ সংখ্যা : ফেব্ৰুৱাৰী, ১৯৭৫)*



# তেল খাৰুৱা তেজ পনীয়া

অসমৰ খাৰুৱা তেল হলদিয়ালৈ নিয়াৰ সিদ্ধান্তই অসমৰ ৰাইজৰ আশাত কুঠাৰঘাত কৰিছে। লথিয়াইছে। কিছু বছৰ আগৰ 'তেল নিদিওঁ, তেজ দিম' আন্দোলন অকল অসমীয়াই কৰা নাছিল, সদৌ অসমবাসীয়ে কৰিছিল। অসমবাসী — বঙালী, বিহাৰী, শিখ, জনজাতি, ভাষা ধৰ্ম্ম-ৰীতি-নীতি নিৰ্ব্বিশেষে (অসমত বাস কৰা) 'অসমবাসী' বুলি ঘোষণা কৰি লক্ষ লক্ষ লোকে কাৰাবৰণ কৰিছিল। চলিহাদেৱে সেই আন্দোলনক সন্মান কৰি দিল্লীলৈ সাহসী চিঠি লিখিছিল। দিল্লীৰ সৈতে যুঁজিছিল। তেওঁ দিল্লীৰ সৈতে চুপতি কৰা বিধৰ লোক নাছিল। অসমৰ নেতৃত্ব সদায় দিল্লীক 'তেল' দিয়া বিধৰ হ'লে অসমবাসীয়ে ভাল নোপোৱাৰে কথা। আমি বাৰু খাৰুৱা তেলৰ কথা নাজানো। কাৰণ, আমি অইল ইণ্ডিয়াৰ চেয়াৰমেন নাছিলোঁ। যেনে— শ্ৰীমান প্ৰফুল্ল গোস্বামী, শ্ৰীশৰৎ সিংহ, শ্ৰীদেৱকান্ত বৰুৱা বা শ্ৰীঅজিতনাৰায়ণ দেৱ আমি নহওঁ। পেট্ৰ'লৰ কেন্দ্ৰীয় মন্ত্ৰীও আমি নাছিলোঁ। যিকেইজনৰ নাম উল্লেখিলোঁ — তেওঁলোক বোধ হয় অসমৰে। অসমীয়া বোধ হয় তেওঁলোকে জানে। ভাষাৰ সৈতে তেওঁলোকৰ সম্বন্ধ নাই। অসমবাসীৰ পেটৰ ভোকৰ সৈতে আছে। তেওঁলোকে যদি আমাৰ এই মতবাদক 'প্ৰাদেশিকতা', 'সঙ্কীৰ্ণতা' আদি বুলি ভাবে, তেন্তে এটা অপ্ৰিয় সত্য কৈ দিওঁ।

ছোভিয়েট ৰাছিয়াৰ তেল বিশেষজ্ঞসকলতো অসমীয়া নহয়। তেওঁলোক সিদিনা (তেতিয়াৰ পেট্ৰলিয়াম মন্ত্ৰী শ্ৰীদেৱকান্তৰ সৈতে আহিছিল) অসমলৈ আহি কৈছিল কি? অসমত যথেষ্ট খাৰুৱা তেল আছে। অসমতে ইয়াৰ শোধন কৰা ব্যৱস্থাৰ সম্প্ৰসাৰণ হ'ব পাৰে। এইটো ৰাছিয়ানসকলৰ বক্তব্য, আমাৰ নহয়। যিসকল বিশেষজ্ঞই ভাৰতৰ মাটিৰ তলত কিমান জুলীয়া সোণ আছে, তাৰ বৈজ্ঞানিক হিচাপ ৰাখে, তেওঁলোকে কি কয়? তেওঁলোকে কয় : সমগ্ৰ ভাৰতৰ ভূগৰ্ভৰ খাৰুৱা তেলৰ ৫৮ ভাগ অসমত। গুজৰাটৰ অঙ্কলেশ্বৰত আৰু কয়ালিত যদি গুজৰাটৰ খাৰুৱা তেলেৰে বৃহৎ শোধনাগাৰ হ'ব পাৰে, তেন্তে অসমতো মথুৰা শোধনাগাৰৰ দৰে ডাঙৰ শোধনাগাৰ কিয় হ'ব নোৱাৰে? বা যিটো অসমত এতিয়া আছে, তাৰ সম্প্ৰসাৰণ

কিয় হ'ব নোৱাৰে? আমি ক্ষুদ্ৰ বুদ্ধিৰে প্ৰশ্ন কৰিব খোজোঁ — যদি দিল্লীয়ে বুজায় যে অসমত অধিক খাৰুৱা তেল নাই বাবেই অসমত অধিক শোধনাগাৰ নকৰি হালদিয়ালৈ আনি শোধন কৰাৰ ব্যৱস্থা কৰা হৈছে, তেন্তে ২৫ মিলিয়ন টন (বছৰত) শোধন কৰিব পৰা শক্তি অসমৰ 'কম' খাৰুৱা তেলেৰে হালদিয়াই কেনেকৈ পাব? অসমত পুতলানাচৰ এটি ঐতিহ্য আছে। দিল্লীয়ে বোধ হয় সেইটো জানে। সেয়েহে, পুতলা শোধনাগাৰ দি আমাক দিল্লীয়ে নচুৱাইছে। ১৯৭১-৭২ চনৰ হিচাপ মতে — সমগ্ৰ ভাৰততে শোধন কৰিব পৰা ক্ষমতা হ'ল ১৯৭৫ মিলিয়ন টন। নুনমাটিৰ শোধনাগাৰটোত বছৰত অসমৰে খাৰুৱা তেল শোধিত হয় মাত্ৰ ০.৭৫ মিলিয়ন টনহে। এইটো পুতলানাচৰ দৰে ভুৱা নহয় যদি আন কি? অসমৰ মাটিৰ তলত ভাৰতৰ যিমান খাৰুৱা তেল আছে, তাৰ শতকৰা ৫৮% ভাগ আছেই নহয়! এই সত্যটোত কোনো 'প্ৰাদেশিকতা', 'সঙ্কীৰ্ণতা' নাই। কথা হ'ল ঃ পূৰ্ব্বভাৰতৰ নিবনুৱা সমস্যাৰ কিছু পৰিমাণে সমাধান কৰিব লাগিলে, ঘৰৰ খাৰুৱা তেলেৰেই ঘৰতে শোধনাগাৰ পাতিলে কি মহাভাৰত অশুদ্ধ হ'লহেঁতেন? চাকৰি কৰিবৰ সময়তে 'আমি আটায়ে ভাৰতীয়' হৈ কাম কৰিলোঁহেঁতেন। ভৃত্য, ড্ৰাইভাৰ, সৰু সৰু চাকৰি কেইটিমান অন্ততঃ অসম- বাসীৰ নিবনুৱা ল'ৰা-ছোৱালীয়ে পালেহেঁতেন। পূৰ্ব্বভাৰতৰ লোক দৰিদ্ৰ বা পঙ্গু হ'লে ভাৰতৰ জানো ভাল হ'ব? এই পূৰ্ব্বভাৰত জানো মহাভাৰতৰে অঙ্গ নহয়? দিল্লীক দিয়া ৰাজনৈতিক 'তেল' দেখিছোঁ অসমৰ মানুহৰ তেজ বা খাৰুৱা তেলতকৈ মূল্যবান। পিচৰটো জুলীয়া। আগৰটো পনীয়া। অসমৰ 'নতুন পুৰুষ' নিমাত! আচৰিত! তেল তেল আৰু তেল— ।

*(আমাৰ প্ৰতিনিধি ঃ ১৫ শ বছৰ ঃ ৫ম সংখ্যা ঃ মাৰ্চ, ১৯৭৫ )*



# অধ্যাপকৰ দৰমহা আৰু চাকৰিৰ নিৰাপত্তা

১৯৭৩-৭৪ আৰু ১৯৭৪-৭৫ চনত অসমৰ কিছু ডেফিচিট্ কলেজে নন্ ছেংকশ্বনড্ চাকৰিৰ সৃষ্টি কৰিছিল বিশ্ববিদ্যালয়ৰ ৰিকুইজিশ্বন অনুসৰি। সেইমতে কিছু লোকক চাকৰি (লেক্‌চাৰাৰ পদত) দিয়া হৈছিল। এইসকল লোকক গৱৰ্ণিং ব'ডিসমূহে একেলগে বা কনচ'লিডেটেড ৰূপৰ কিম্বা ইউনিভাৰ্ছিটি গ্ৰাণ্টছ্ কমিছনৰ পুৰণি স্কেইল মতে দৰমহা দিছিলে।

এতিয়া আমি গম পাইছোঁ যে অসম চৰকাৰে ১৯৭৩ চনৰ জানুৱাৰীৰ পহিলা তাৰিখৰপৰা কাৰ্য্যকৰী হোৱাকৈ নতুন বৰ্দ্ধিত দৰমহাৰ নিৰিখ দিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিছে। পিচে, আমি এই কথাও গম পাইছোঁ যে যোৱা দুবছৰে ডেফিচিট্ কলেজসমূহৰ বাবে নতুন পদৰ সৃষ্টি কৰা নাই। ১৯৭৩-৭৪ চনত সৃষ্ট এই নতুন পদসমূহ যদি অনুমোদন বা ছেংকশ্বন নকৰে, (নতুন দৰমহাৰ নিৰিখ নিৰ্দ্ধাৰণৰ সিদ্ধান্ত কাৰ্য্যকৰী কৰাৰ আগতে) তেন্তে, পুৰণি ইউ. জি. চি. স্কেইলত কিম্বা কনছ'লি- ডেটেডভাৱে দৰমহা পাই থকা লেক্‌চাৰাৰসকলৰ প্ৰতি ঘোৰ অন্যায় কৰা হ'ব বুলি আমাৰ বিশ্বাস।

এই অধ্যাপকসকলে তেওঁলোকৰ প্ৰাপ্যখিনিও নেপাব আৰু চাকৰিৰ নিৰাপত্তাও নেপাব। এই অন্যায়ৰ বিৰুদ্ধে শক্তিশালী জনমতো গঢ়ি উঠিছে।

গতিকে, ডেফিচিট্ কলেজসমূহত নন্‌ছেংকশ্বনড্ পদত ইতিমধ্যে লেক্‌চাৰাৰ হৈ থকাসকলৰ প্ৰাপ্য দৰমহা আৰু চাকৰিৰ নিৰাপত্তাৰ কথা অসম চৰকাৰে চিন্তা কৰি, কাৰ্য্যকৰী কৰিবৰ বাবে আমি দাবী কৰিলোঁ। তদুপৰি, অসমৰ কংগ্ৰেছী-অকংগ্ৰেছী সকলো শিক্ষাপ্ৰেমী বিধায়কৰ চোকা দৃষ্টি আকৰ্ষণ কৰিলোঁ।

*(আমাৰ প্ৰতিনিধি ঃ ১৫ শ বছৰ ঃ ৭ম সংখ্যা ঃ মে', ১৯৭৫)*



# পানী বাঢ়িছে

এইটো পানী বঢ়াৰ সময়। সিদিনা ১৭ মে'ৰ (১৯৭৫ চন) 'দেশ' পত্ৰিকাখন হাতত পৰিল। পাত লুটিয়াই দেখিলোঁ, বঙ্গদেশৰ বিখ্যাত আধুনিক কবি সুনীল গঙ্গোপাধ্যায়ৰ শেহতীয়া কবিতা এটি। শিতান ঃ 'জল বাড়ছে'। কবিতাটি মোৰ ইমান ভাল লাগিল, ইমান সুন্দৰ লাগিল যে তৎক্ষণাৎ অসমীয়া অনুবাদ কৰি আমাৰ পাঠক-পাঠিকাৰ ওচৰলৈ আগ বঢ়াবলৈ মন গ'ল। কিন্তু পাচত দেখিলোঁ, সুনীল বাবুৱে যিবিলাক ঠাইত বা নদীত পানী বঢ়া বুলি কৈছে, প্ৰায়বোৰেই পশ্চিম বঙ্গৰ নৈ বা ঠাই। মই ভাবিলোঁ, অসমীয়াত হুবহু অনুবাদ কৰিলেও, অসমীয়াৰ এছ'ছিয়েশ্বন্ অব থট্ থকা, চিনাকি চিনাকি ঠাইৰ নাম বা পানীৰ সোঁতৰ সৈতে জড়িত থকা সমস্যা বা অনুভূতি সন্নিবিষ্ট কৰিলেহে অসমীয়া পাঠক-পাঠিকাৰ মন পৰশিব। 'জল বাড়ছে'ৰ মই যি ৰূপান্তৰ অসমীয়া ভাষাত এতিয়া কৰিবৰ চেষ্টা কৰিম, তাৰ বাবে বঙ্গৰ কবি সুনীল গঙ্গোপাধ্যায় ডাঙৰীয়াইহে সকলো ক্ৰেডিট্ পাব। মই অকল অসমৰ প্ৰতীকেৰে পাঠক-পাঠিকাক 'জল বাড়ছে'ৰ অন্তৰ্নিহিত ভাব কমিউনিকেট কৰিম—

## পানী বাঢ়িছে ...

কোনেও নেজানে, মনে মনে, পানী বাঢ়িছে —!
পানী বাঢ়িছে লুইতত, পানী বাঢ়িছে ভৰলীত
কলং কপিলী নদীত —
পানী বাঢ়িছে, পানী বাঢ়িছে শুকান নদীৰ বুকুত
এতিয়া উন্মাদিনী—
নামি আহিছে পাহাৰী ঢল, উঠি গ'ল পথাৰ
ভাগি পৰিল চাহৰ বাগান
বুৰিছে গাঁও, দিচাংমুখ, মাজুলী, কমলাবাৰী

পানী বাঢ়িছে ৰঙানদীত, পানী বাঢ়িছে দিক্রঙত
আই আৰু পাগ্‌লাদিয়াত

ক্রোধান্বিত বিদ্রোহী পানীয়ে তুলিছে শিৰ
চৰিয়াইছে দুহাত মিলাই
ভাগি পৰিল ধেমাজি, বৰপেটা, কুঠৰী
ঘুমন্ত গাঁৱৰ ওপৰেদি হৰ্‌হৰ্‌কৈ
লৰৰিছে পানীৰ স্রোত
পানী বাঢ়িছে মৰিকলঙত, গদাধৰ নদত
পানী বাঢ়িছে গঙ্গাত পদ্মাত যমুনাত দামোদৰত
পানী বাঢ়িছে পানী বাঢ়িছে
ৰুগীয়া পানী, ক'লা পানী, শোকাতুৰ পানী
কাপুৰুষ, ভীত পানী
বুকুৰ কামীহাড়ৰ দৰে,
টোকাৰীৰ টঙ্কাৰৰ দৰে
উৰন্ত গামোচাৰ দৰে
পানীৰ চকল খেলা
শত শত ভ্ৰমৰীৰ
হঠাৎ দিগন্তলৈ উৰি যোৱা
অন্তৰীক্ষ জুৰি এটি বিৰাট শবদ— যি সঙ্গীত নহয়
গড়মূৰ, ৰঙানদীৰ মথাউৰিত প্রবল হেঁচা দিছে পানীয়ে
যেন লক্ষ লক্ষ বাহু
এইবাৰ সকলো ভাগি পৰিব
পানী উপচি পৰিছে তেজপুৰ, ডিবৰু, ধুবুৰীত
শুনা গৈছে সম্মিলিত গৰ্জন
সিহঁতে নেযায় পিচুৱাই —

পানী বাঢ়িছে, পানী বাঢ়িছে
সকলো নিদ্রা ভাঙি দিব এইবাৰ
পানী সোমাই আহিছে গুৱাহাটীৰ 'জজ' ফিল্ডত
চৌদিশে, চৌদিশৰপৰা চহৰক ঘেৰি
সিহঁত তীব্র বেগে আহিছে —

সৌৰা ৰঙা, নীলা, সেউজীয়া বিভিন্ন ৰঙৰ
পতাকা উৰোৱা অফিচত ধুম্ ধাম্
   পানীয়ে মাৰিছে খুন্দা

কলেজ শিক্ষকৰ কমন ৰুমে ৰুমে পানী বাঢ়িছে ---
নতুন পুৰুষৰ মনে মনে পানী বাঢ়িছে ---
পানী বাঢ়িছে, পানী বাঢ়িছে
এইমাত্র পানী সোমাইছেহি অফিচে অফিচে
চানমাৰীৰ লুইত বন্ধা অফিচে অফিচে
কুশল কনকলতা মজাম্মিল অনিলৰ দৰে
দুৰ্দ্দান্ত সাহসী পানী
জঁপিয়াই পৰিল দলে দলে
সৌৰা জঁপিয়াই পৰিল
দিশপুৰৰ বাৰাণ্ডাই বাৰাণ্ডাই ...

*(আমাৰ প্ৰতিনিধি : ১৫ শ বছৰ : ৯ম সংখ্যা : জুলাই, ১৯৭৫)*



# গভীৰ পানীৰ মাছ

মীন বা মাছ, মৎস্য, বহুতৰ বিশ্বাস মতে মঙ্গলৰ প্ৰতীক। গাভৰুৰ চকু দুটা সুন্দৰ হ'লে কোৱা হয় -- মীনাক্ষী। সমাজত ডাঙৰে মজলীয়াক, আৰু মজলীয়াই সৰুক শোষণ কৰিলে কোৱা হয়, মৎস্যন্যায় কৰা হৈছে। মাছ এবিধ সাঁতোৰা প্ৰাণী। ই কম পানীৰ। সেইবোৰ মাছক ধৰা কঠিন বুলি শুনো। মানুহৰ মাজতো পাচৰ বিধ প্ৰাণী পোৱা যায়। দেশৰ এই জৰুৰীকালীন অৱস্থাত অত্যাৱশ্যকীয় খাদ্যৰ তালিকাত মাছো পৰে। মাছৰ খাদ্যপ্ৰাণ গুণ সৰ্ব্বজনবিদিত। মাছ অসমীয়া আৰু বঙালীৰ প্ৰিয় খাদ্য। অত্যাৱশ্যকীয় খাদ্যৰ ক'লা বেপাৰী, মজুতকাৰীহঁতক ঠায়ে ঠায়ে ধৰা হৈছে।

আন বস্তুৰ দাম ক'ৰবাত ক'ৰবাত চৰিছে, অথচ অসমৰ মাছৰ বজাৰত তাৰ প্ৰভাৱ পৰা আমি দেখা নাই। মাছ মাৰে সৰু মানুহে -- সৰু সৰু দুখীয়া মাছমৰীয়াই তেজক পানী কৰি কৈবৰ্ত্তই মাছ ধৰে। ডাঙৰ ডাঙৰ বিষয়া- সকলে প্ৰায় স্থায়ীভাৱে পানীদাৰী (প্ৰায় জমিদাৰীসদৃশ) কৰি লক্ষপতি কোটিপতি হয়। আয়কৰ, বিক্ৰীকৰ ফাঁকি দিয়াও তেওঁলোকৰ পক্ষে সহজ বুলি শুনো। অসমত হেনো সমবায়ক আৰু ধন থকা ব্যক্তিক মাছৰ ব্যৱসায়ত অনুমতি দিয়ে। কাৰণ, আমাৰ দেশত এতিয়াও মিশ্ৰিত অৰ্থনীতিহে চলিছে। সকলো ধনী মাছৰ বিষয়া যেনেকৈ বেয়া নহয়, তেনেকৈ সকলো সমবায় অনুষ্ঠানো মীনৰ দৰে মঙ্গলময় নহয়। সমবায়বোৰতো মানুহ খৰিয়ালে সৰু মানুহ-মাছক গিলে। চিন থাকেগৈ মাথোঁ টিপচহী আৰু ফাঁকি। সৰু সৰু অসমীয়া কৈবৰ্ত্তৰ মুখৰ ভাতো, নানা ঠাইত, বহু দূৰৰপৰা অনা অনা-অসমীয়া মাছমৰীয়াৰ হতুৱাই কাঢ়ায় — এই ডাঙৰ ডাঙৰ অসমীয়া মাছৰ মহলদাৰবোৰেই। কালিদাসে 'শকুন্তলা' নাটকত এটা দৃশ্য সন্নিবিষ্ট কৰিছিল : ৰজা দুষ্মন্তৰ টেকেলাই বজাৰৰপৰা এজন কৈবৰ্ত্তক ধৰি আনি দোষাৰোপ কৰিছিল, দুষ্মন্তৰ আঙঠি চুৰ কৰা বুলি। তেতিয়া সেই ধীবৰজনে কৈছিল : "মহাৰাজ, মই মাছ এটাৰ পেটতহে এই আঙঠি পাইছিলোঁ। শুনক মহাৰাজ, আমি দিনে-নিশাই কষ্ট কৰি, সাগৰৰ উত্তাল তৰঙ্গ বা নৈৰ খং নেওচি মাছ ধৰোঁ। তাৰে পেট প্ৰবৰ্ত্তাও। আৰু আপোনালোকৰ দৰে ৰজা-মহাৰজা বীৰসকলৰ সুস্বাস্থ্যৰ বাবে মাছৰূপী খাদ্যৰ যোগান ধৰোঁ। আমি চোৰ নহওঁ

মহাৰাজ। দুখীয়া হ'লেও চোৰ নহওঁ।" আঙঠিটো আচলতে স্নানৰতা 'শকুন্তলা'ৰ হাতৰপৰা পানীত পৰি যোৱাত মাছ এটাই গিলিছিল। তাকে ধীবৰে মাছ ধৰি, অপ্রত্যাশিতভাৱে সোণৰ আঙঠি এটি পাই আচৰিত হওঁতেই, ৰজাৰ টেকেলাই ধৰি চোৰ বুলি দোষী সাব্যস্ত কৰিছিল।

এতিয়া কালিদাসৰ দিনো নাই, দুষ্মন্তৰ দিনো নাই। কিন্তু কালিদাসে কল্পনা কৰা কৈবৰ্ত্তজনৰ আত্মবিশ্বাসী প্রকাশখিনি আজিও আছে। আগতে পেটত স্বৰ্ণ আঙঠি পালেহে সেই মাছৰ দাম বাঢ়ে। এতিয়া মাছৰ পেটত আঙঠি নেপালেও, অকল তেজ-মঙহৰ মাছবোৰেই একো-একোটি সোণৰ মাছ। গৰৈ মাছ এটা পুৰিও খাব নোৱাৰে মধ্যবিত্ত মানুহে। বজাৰলৈ গৈ যিকোনো ৰাতিপুৱা চাওকগৈ, (মই চাইছোঁ) মাছবোৰ যেন সোণেৰেহে গঢ়া। শুনা যায়, উত্তৰ লক্ষীমপুৰৰ মাছ আকৌ শিলিগুড়ি পায়গৈ। বিষয়া সকলে হেনো বিশেষ আকাৰৰ জাল নমৰাই, চুঁচি-মাজি সৰু জালেৰে মাছৰ পোনাবিলাক অবৈধভাৱে ধৰি নিজৰ ধনৰ মোনা বঢ়ায় বাবেও মাছৰ উৎপন্ন কমে। মথাউৰি য'তে-ত'তে দিয়াৰ ফলত হেনো আমাৰ নৈ- বিলৰ মাছে কণী পাৰিবলৈ উপযুক্ত ঘুলি নোপোৱা হৈছে।

মাছৰ মহলদাৰ, মাছৰ মহল ফাইনেন্সিয়াৰ, মাছৰ বজাৰৰ দালালৰ ব্যৱসায়ত কাষ্ট হিন্দু, ছিডিউল্ড কাষ্টৰ কোনো পাৰ্থক্য নাই। লাভখিনি উদাৰভাৱে ইণ্টিগ্রেটেড। জাত বিচাৰ তেতিয়া নেথাকে।

এই দুৰ্নীতিপূৰ্ণ নিষ্ঠুৰ অতি লাভখোৰ মাছৰ দালাল, মহলদাৰ বিষয়াবোৰক চৰকাৰে হাতে হাতে ধৰক। মাছৰ এটা যুক্তিপূৰ্ণ দাম বান্ধি দিয়ক।

মাছে পানীত সাঁতোৰে।

পিচে, অতি লাভখোৰ মাছৰ কিছু মহলদাৰ আৰু দালালসমূহ আৰু অধিক গভীৰ পানীৰ মাছ।

সিহঁতক নধৰিলে আমি ক'ম, চৰকাৰী জৰুৰীকালীন ব্যৱসায় সকলোতে চলে পিচে, গভীৰ পানীৰ মানুহৰূপী মাছকেইটা আইনৰ জাল ফালি পলাই সাৰি সাৰি পানী ঘোলা কৰি আছে সমাজৰ। হয়, সমাজবাদী সমাজৰ!! লক্ষ লক্ষ মৎস্যাহাৰী লোক আৰু দুৰ্নীতিবিৰোধী অসমৰ মুখ্য মন্ত্ৰী শৰৎ সিংহ ডাঙৰীয়াৰ জ্ঞাতাৰ্থে এই জৰুৰীকালীন সম্পাদকীয় লিখা হ'ল।

*(আমাৰ প্ৰতিনিধি : ১৫ শ বছৰ : ১০ম সংখ্যা : আগষ্ট, ১৯৭৫)*



# সম্পাদকীয় কি লিখোঁ

কোবা শুনো, এবাৰ বসৰাজ বেজবৰুৱাদেৱে হেনো 'বাঁহী'ৰ সম্পাদকীয়ৰ বাবে একো বিষয়বস্তু নেপাই ঔ টেঙা আঞ্জাৰ বিষয়ে লিখিছিল।

"ভূপেন, এইবাৰৰ বিহু সংখ্যাত তুমি লিখা 'বতৰৰ যৌৱন' শীৰ্ষক সম্পাদকীয়টো পঢ়ি বৰ ভাল লাগিছে।" নম্রভাবে কওঁ, এনে প্ৰশংসা বহুতে আমাক কৰে। পিচে, ভাল লাগে, যেতিয়া ওপৰৰ বক্তব্য আহে, শ্ৰদ্ধেয় বয়োবৃদ্ধ, স্মাৰ্ট ভাষা ব্যৱহাৰ কৰা, শ্ৰীবেণুধৰ শৰ্মা ডাঙৰীয়াৰ দৰে বুৰঞ্জীবিদ্-সাহিত্যিকৰ নিজ মুখৰপৰা। কিছু কিছু সম্পাদকীয়ৰ বাবে আমি শিলগুটি নোপোৱাও নহয়। পিচে, ইংৰাজীত কোৱাৰ দৰে 'ইট ইজ এ পাৰ্ট অৱ দ্য গেইম্'! সকলোকে সদায় সকলো সময়তে সন্তুষ্ট কৰিবও নোৱাৰে কোনেও। আজিৰ কথাকে কওঁ। এয়া, মই জুন মাহৰ সম্পাদকীয় লিখিবলৈ লৈ ভাবিছোঁ : (আজি মে' মাহৰ ৮ তাৰিখ কিন্তু! আমি য'ৰেপৰাই লিখোঁ, সম্পাদকীয় এমাহ আগতে লিখোঁ। প্ৰতি মাহৰ দহ তাৰিখে অহা মাহৰ সম্পাদকীয় কলিকতাৰ প্ৰেছ পাবগৈ লাগিব।) --কি লিখোঁ? বিষয়বস্তুৰ অভাব নাই। বৰং বিষয়বস্তুৰ প্ৰাচুৰ্যইহে আমাক ভবাই তুলিছে। চাওক, এতিয়া কিমান বিষয়বস্তু আছে, যিবিলাকে মানুহৰ মনত তোলপাৰ লগাইছে। আন্তৰ্জাতিক বিষয়বস্তু যদি লওঁ, তেন্তে প্ৰথমেই লিখিব লাগে— কুখ্যাত 'ৱাটাৰগেইট্ স্কেণ্ডেলৰ' বোকাত সোমাই আমেৰিকাৰ বেচেৰা প্ৰেচিডেণ্ট শ্ৰীনিক্সনে কৰুৱকাই থকাৰ কথা। ৰিপাব্লিকান পাৰ্টিৰ নেতা, শ্ৰীনিক্সনৰ ইচাৰাতে হেনো যোৱা জুন মাহৰ নিৰ্ব্বাচনত ডেম'ক্ৰেটিক পাৰ্টিৰ কাগজ-পত্ৰ চুৰি কৰোৱা হৈছিল ৱাটাৰগেইট নামৰ গৃহৰপৰা। এতিয়া শ্ৰীনিক্সনক ইম্পিচ্ কৰাৰ কথাও উঠিছে। বিশ্বৰ নানা কাগজৰ সম্পাদকীয় পঢ়িছোঁ এইকেইদিন। নিউয়ৰ্ক টাইম্ছে গালি পাৰিছে শ্ৰীনিক্সনক। ৱাশ্বিংটন প'ষ্টে গালি পাৰিছে শ্ৰীনিক্সনৰ দুৰ্নীতিক। কিছু কাগজে শ্ৰীনিক্সনক প্ৰেছিডেণ্টৰ আসনৰপৰা স্বইচ্ছাৰে নামি যাবলৈ পৰামৰ্শ দিছে। ফ্ৰান্সৰ Le Monde কাকতে সম্পাদকীয়ত লিখিছে — 'America is perhaps, as Mr Nixon said, the hope of the world. But the political mores of Mr Nixon's friends are America's shame.'।

আমেৰিকা পৃথিৱীৰ আশা হ'ব পাৰে। নিক্সনে কোৱাৰ দৰে। কিন্তু, শ্ৰীনিক্সনৰ

গোষ্ঠীৰ ৰাজনীতি ৱাটাৰগেইট আমেৰিকাৰ লজ্জা! — এই বিষয়ে সম্পাদকীয় এটাকে লিখোঁ বুলি 'বিচাৰি চালোঁ, ৰাছিয়া আৰু চীনেনো কি কৈছে শ্ৰীনিক্সনৰ ৱাটাৰগেইট আৱৰ্জ্জনাত 'ফচি' যোৱাটোৰ বিষয়ে। বিচাৰি হাবাথুৰি খালোঁ। ৰাছিয়াৰ 'প্ৰাভদা' বা 'ইজভেস্তিয়া' কাকত দেখোন নিমাত! ভাবিলোঁ, কিয়? দেখিলোঁ শ্ৰীব্ৰেজনেভে বন্ধু বন্ধুভাৱে অলপতে শ্ৰীনিক্সনক লগ ধৰিবলৈ ৱাশ্বিংটনলৈ যাব যে! এৰা, আন্তৰ্জাতিক ভদ্ৰতা বোলা এটা কথা আছে। পিকিঙে এই বিষয়ে মাত মাতিছেনে? নাই মতা। পিকিঙৰ পিপল্‌ছ ডেইলিও নিমাত। শ্ৰীনিক্সন আৰু শ্ৰীমাও চে তুঙৰ মাজত কিছিঞ্জাৰে পাতি দিয়া ৰাজনৈতিক পিংপং, মিঠা মিঠা বন্ধুত্বক যে শ্ৰদ্ধা কৰিবই লাগিব। নহয় জানো? 'আমাৰ প্ৰতিনিধি' এখন সাহিত্য-সংস্কৃতিসম্পৰ্কীয় পত্ৰিকা বুলি কোনো কোনোৱে কয়। গতিকে, ৱাটাৰগেইট স্কেণ্ডেলৰ বিষয়ে লিখিম জানো!

ইফালে, ভাৰতলৈ চকু ফুৰাই চাওঁ, ছুপ্ৰীম ক'ৰ্টৰ প্ৰধান বিচাৰকৰ পদটো নোপোৱাত তিনিজন বয়োবৃদ্ধ বিচাৰকে পদত্যাগ কৰা খবৰটো বৰ তপত।

ছিনিয়ৰিটিৰ কথা নেওচি 'নতুন সমাজ নিৰ্ম্মাণৰ দৃষ্টিভঙ্গী'ৰ জুনিয়ৰ বিচাৰক শ্ৰী এ. এন. ৰায়ক প্ৰধান বিচাৰকৰ পদ দিয়াৰ বাবে শ্ৰীমতী গান্ধীয়ে— একনায়িকাবাদ চলোৱা বুলি নবকংগ্ৰেছবিৰোধীসকলে বিৰাট আৱাজ তুলিছে। শ্ৰীমতী গান্ধী আৰু ওলাই যোৱা বৃদ্ধ বিচাৰককেইজনৰ মাজৰ কাজিয়া বৰ অমাৰ্জ্জিত ধৰণৰ। তথাপি, 'জুডিচিয়েৰী'ৰ স্বাধীনতা কিম্বা ইজ্জৎ লৈ সমগ্ৰ ভাৰততে এটা বিতৰ্কৰ সুযোগ ওলাইছে। পিচে, আমি ভাবোঁ যিকোনো ক'ৰ্টলৈ যাওক, ধন থকা মানুহেহে কেচ জিকে। আমাৰ আইন দুখীয়াৰ বাবে নহয়। শ্ৰীমতী গান্ধীয়ে এজন বিচাৰক সলনি কৰিলেই জানো বিচাৰ একেদিনাই সমাজবাদী হৈ যায়? ই এক মহাপ্ৰশ্ন। গতিকে, এই মহাপ্ৰশ্নৰ বিষয়ে এইবাৰৰ মহা সম্পাদকীয় নিলিখোঁৱেই বা!

'আমাৰ প্ৰতিনিধি' অসমীয়া পত্ৰিকা। অসমৰ ৰাজনীতিলৈ যদি চাই পঠাওঁ, তেন্তে সবতকৈ ডাঙৰ ঘটনা এটা ঘটা মই নিজ চকুৰে দেখি আহিছোঁ ২৯ এপ্ৰিল '৭৩ ৰ দিনা। অসমৰ মুখ্য মন্ত্ৰী শ্ৰীযুত শৰৎ সিংহদেৱে ফিল্ম-পৰিচালক শ্ৰীশিবেন্দ্ৰ সিন্‌হা (যোৱা বছৰৰ অতি মাৰ্জ্জিত হিন্দী বোলছবি 'ফিৰভী'ৰ বাবে ভাৰতৰ সৰ্ব্বশ্ৰেষ্ঠ পৰিচালক বুলি ৰাষ্ট্ৰপতি পুৰস্কাৰ পোৱা বুদ্ধিজীৱী) আৰু মোক মৰম কৰি চাহ খাবলৈ মাতিছিল। প্ৰায় এঘণ্টাকাল শ্ৰীশৰৎ সিংহদেৱে আমাক আন্তৰিকতাৰে নানা কথা কৈছিল। মই মন কৰিছিলোঁ যে মুখ্য মন্ত্ৰীৰ বাবে সজা বা তেওঁ নিজেই বাছি লোৱা চিৰ অস্থায়ী ৰাজধানী দিশপুৰৰ ঘৰটি আকাৰত তেনেই অকণমান। সমাজবাদী মুখ্য মন্ত্ৰীৰ ঘৰটো তেনে হোৱাই উচিত বুলি আমাৰ বৈপ্লৱিক মনটোৱে আমাক অৱশ্যে ক'লে। অকণমান দুটা কোঠা। বিছনাত ডানলপিলো নাই। এয়াৰ কণ্ডিশ্বনড নহয়। চাৰিজন মানুহক চাহ দিবলৈ অকণমান এখন বাৰাণ্ডা। কোমল কোমল কাৰ্পেটৰ প্ৰাচুৰ্য্য নাই। এই বিষয়ে শিৱেন্দ্ৰ আৰু মই প্ৰশ্ন কৰাত

শ্ৰীসিংহই ক'লে ঃ "বিশ্বামিত্ৰই নতুন পৃথিৱী সৃষ্টি কৰাৰ মানসে ধ্যান কৰাৰ সময়ত, ৰূপহী মেনকাক পঠোৱা হৈছিল ধ্যানভঙ্গৰ বাবে। আমি দুখীয়া ভোটাৰৰ মুখ্য মন্ত্ৰী। গতিকে, সৰু ঘৰত থকাহে বাঞ্ছনীয়। ঘৰ এয়াৰ কণ্ডিশ্বন কৰি লোৱাতকৈ, গ্ৰীষ্মত শীতলতা আৰু জাৰত উত্তাপ অনুভৱ কৰিব পৰা ক্ষমতা নিজৰ চিন্তাতহে থাকিব লাগে। নহ'লে খেতিয়ক আৰু শ্ৰমিকৰ দুখ আমি বুজিম কেনেকৈ? এই বাবেই, মিঃ সিন্‌হা আৰু হাজৰিকা, মোলৈ নতুন মেনকা পঠোৱা হয় মাজে মাজে। মই অৱশ্যে বিশ্বামিত্ৰ নহওঁ। তথাপি, নতুন সমাজ বা নিউ অৰ্ডাৰ অৱ্ ছ'চাইটি গঢ়িম বুলি আমি দৃঢ়প্ৰতিজ্ঞ।" আমি দুয়ো আচৰিত হোৱাত, শ্ৰীশৰৎ সিংহদেৱে, চকুত অলপ মিছ্‌চিভাছ হাঁহি লৈ ক'লে, "খুজিছে ডাঙৰ ডাঙৰ অফিচাৰবোৰ আহি প্ৰায়েই কয়হি মোক, ছাৰ, আপোনাৰ ঘৰটো মস্ত ডাঙৰ কৰি দিওঁ, ছাৰ। মুখ্য মন্ত্ৰী থকা ঘৰ সম্মানীয় ধৰণৰ হ'ব লাগে ছাৰ। কোমল কাৰ্পেট, এয়াৰকণ্ডিশ্বনিং, ডাঙৰ ডাইনিং হল ছাৰ, ইত্যাদি থাকিব লাগে। ছাৰ, আপুনি ডানলপিলোত নুশুলে গাত দুখ পাব ছাৰ, ইত্যাদি ইত্যাদি .. । হাজৰিকা এইবোৰেই হ'ল আজিৰ নতুন নতুন মেনকা!!"

এই নৱসমাজ গঢ়োঁতা, সাধাৰণ ৰাইজৰ মানুহ, বিশ্বামিত্ৰ দৰ্শনত বিশ্বাসী, শ্ৰীশৰৎ সিংহদেউ আৰু নৱ নৱ মেনকাৰূপী, ডাঙৰ গৃহত বিশ্বাসী অফিচাৰসকলৰ মাজত যি দাৰ্শনিক টাগ অৱ্ ৱাৰ চলিছে, সেই খেলত কোন মেনকাৰ জয় পৰাজয় কিমান দিনলৈ হয়গৈ, তাৰ বাবে বাট চোৱা যাওক বুলিয়েই এই বিষয়টোৰ বিষয়ে সম্পাদকীয় নিলিখোঁ বুলি ভাবিলোঁ—অন্ততঃ এইবাৰ।।

*(আমাৰ প্ৰতিনিধি : ১৬ শ বছৰ : ৫ম সংখ্যা : মাৰ্চ, ১৯৭৬)*



# এই বান্ধোন কটকটীয়া
# এই বান্ধোন বহুদিনীয়া

ষ্টেলিনৰপৰা ব্ৰেজনেভৰ ৰাছিয়াক বহু পৰিবৰ্ত্তনৰ মাজেদি আগুওৱা আমি দেখি আহিছোঁ। ১৯৭১ চনৰপৰা ১৯৭৬ চনলৈকে পাঁচবাৰ বিভিন্ন কাৰণত আৰু বিভিন্ন সংস্থাৰ আমন্ত্ৰণত এই লেখকে নিজ চকুৰে ছোভিয়েট ৰাছিয়াৰ চুকে-কোণে ভাৰত-প্ৰীতি অনুভৱ কৰি আহিছে। সমগ্ৰ ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনৰ কালতো ৰাছিয়াৰ সহানুভূতি এটি ঐতিহাসিক সত্য।

## ঐতিহ্য

জৱাহৰলাল নেহৰুৰ আন্তৰ্জাতিক দৃষ্টিভঙ্গীৰপৰা আজি শ্ৰীমতী গান্ধীৰ দৃষ্টিভঙ্গীলৈকে আমি ৰাছিয়াৰ সৈতে বান্ধোনৰ এটি জীৱন্ত বুৰঞ্জীৰ সুঁতি দেখি আহিছোঁ। ভাৰতৰ যিকোনো বিপদৰ সময়তেই ৰাছিয়াই বন্ধুত্বৰ হাত আগ বঢ়াই দিয়া কথা ভাৰতৰ ৰাইজে নোৱাৰে পাহৰিব। দুয়োখন দেশৰ সাংস্কৃতিক বিনিময়ে এই বান্ধোনক জীয়াই ৰাখিছে আৰু অধিক মিঠা কৰি তুলিছে।

১৯৭১ চনত দুয়োখন শান্তিপূৰ্ণ দেশৰ মাজত মৈত্ৰী, শান্তি আৰু সহযোগিতাৰ চুক্তি স্বাক্ষৰিত হোৱাটো এক উল্লেখযোগ্য ঘটনা।

এই মাহত প্ৰধান মন্ত্ৰী শ্ৰীমতী গান্ধীৰ সৈতে মস্কোৰ ক্ৰেমলিনত ছোভিয়েট নেতৃবৃন্দৰ চাৰিদিনীয়া পৰ্য্যালোচনা সমাপ্তিত যি যুটীয়া ঘোষণাপত্ৰ স্বাক্ষৰিত হৈ গ'ল, তাত দুয়োখন দেশৰে ইতিমধ্যে উজ্জ্বল হৈ থকা মৈত্ৰীক অধিক দৃঢ়, অধিক শক্তিশালী কৰি তোলাৰ সঙ্কল্প লোৱা হৈছে।

## বৰ্ণবিবোধ

আন্তৰ্জাতিক নীতিত এনে কিছুমান ঘটনা ঘটে— য'ত — দেশৰ মাজত

থকা মৈত্রীৰ অৱস্থাসমূহত প্ৰভাৱ পৰে। ভাৰতে চীনৰ সৈতে কূটনৈতিক নীতিৰ ক্ষেত্ৰত ৰাষ্ট্ৰদূত বিনিময়ৰ যি ব্যৱস্থা গ্ৰহণ কৰিছে, চীনৰ নেতৃবৃন্দয়ো তাকে মানি লৈছে। আমাৰ চুবুৰীয়া চীন দেশৰ সৈতে বন্ধুত্ব পুনৰ স্থাপন হ'লে দুয়োখন দেশৰ জনগণৰেই উপকাৰ হ'ব। ৰণং দেহি মনোভাৱে সৈন্য আৰু ৰণৰ আহিলাত খৰচ বঢ়ায়। যুদ্ধ সকলোৰে বাবে সদায়েই বেয়া। পিচে, ৰণৰ প্ৰস্তুতি এটা শ্ৰেণীৰ বাবে লাভজনক। ৰণ-সঁজুলি বিক্ৰী কৰি ধনী হোৱা দেশবোৰে ৰণ প্ৰস্তুতিৰ বাবে আৰু ধনী হোৱাটোও সঁচা। ভাৰত সদায়েই শান্তিপ্ৰিয় দেশ। সেয়ে, চীনৰ সৈতে বন্ধুত্বৰ হাত বঢ়োৱাটো উত্তম কথা হৈছে। কিন্তু এই কথাটোৱে ছোভিয়েট ৰাছিয়া আৰু ভাৰতৰ মাজত হোৱা এই জুন মাহৰ বন্ধুত্বত কিবা প্ৰভাৱ পেলাইছে নেকি? নাই পেলোৱা। মস্কোৰ প্ৰেছমেলত শ্ৰীমতী গান্ধীয়ে কৈছেই— "চীনৰ সৈতে ভাৰতৰ কূটনৈতিক সম্পৰ্কই ভাৰত-ছোভিয়েট সম্পৰ্কত কোনো ধৰণৰ ব্যাঘাত নজন্মায় বুলি ছোভিয়েট নেতৃবৃন্দ প্ৰত্যয় গৈছে।"

## উলানবাটোৰ

তদুপৰি, আৰু এটা বাতৰি পঢ়ি এই মনোভাৱৰ আৰু এক প্ৰমাণ পোৱা যেন লাগিছে — আওপকীয়াভাৱে। উলানবাটোৰ নামৰ ঠাই এখনত এই জুনৰ (১৯৭৬ চন) চৈধ্য তাৰিখে ছোভিয়েট কমিউনিষ্ট পাৰ্টিৰ ছেক্ৰেটাৰী আৰু পলিটব্যুৰৰ সদস্য ফিঅ'ডৰ লুকাল'ভে পুনৰ ঘোষণা কৰিছে এই বুলি ঃ We reaffirm our country's readiness to normalise and improve relations with China but we will continue to wage an uncomprom- ising struggle against Maoism. (Tass)। এই ঘোষণাত ৰাছিয়াই মাওবাদক সমালোচনা কৰিছে যদিও চীন দেশৰ সৈতে তেওঁলোকৰ সম্বন্ধত এটি উন্নততৰ স্বাভাৱিকতা অনাৰ বিষয়ে স্পষ্ট মত পোষণ কৰিছে। এই কথাই প্ৰমাণ কৰে যে ভাৰত-ৰাছিয়াৰ এই জুন মাহৰ বন্ধুত্বত ভাৰত-চীনৰ ৰাষ্ট্ৰদূত বিনিময়ৰ কথাটোৱে কোনো ধৰণৰ নেতিবাচক প্ৰভাৱ পেলাব নোৱাৰে।

## দকৈ শিপালে

আমাৰ ভাৰতৰ সৈতে চুবুৰীয়া ৰাষ্ট্ৰসমূহৰ সম্বন্ধ উন্নততৰ হোৱাটো নিতান্ত বাঞ্ছনীয় আৰু সেই নীতিকে মানি লৈ, গোষ্ঠী প্ৰভাৱমুক্ত হৈ ভাৰতে পাকিস্তান, বাংলাদেশ, নেপাল আৰু চীনৰ সৈতে সম্বন্ধও উন্নত কৰাৰ আন্তৰিক প্ৰচেষ্টা চলাইছে।

আৰু এই নীতিক ৰাছিয়ায়ো প্ৰকাশ্যভাৱে আদৰণি জনাইছে।

সেয়ে, এই জুন মাহত হৈ যোৱা ভাৰত-ছোভিয়েট মৈত্ৰী ঘোষণা মাত্ৰ এটা ডিপ্ল'মেটিক কাৰ্টেছী বুলি ধৰিলে ভুল কৰা হ'ব। এই দুইখন মহান দেশৰ যুগ যুগৰ এনাজৰীক আৰু শক্তিশালী কৰিলে, বৃহত্তৰ ভেটি দিলে, শিপাবোৰ অধিক গভীৰতালৈ নিলে আৰু বান্ধোন কৰিলে কটকটীয়া। আমি এই বান্ধোনক আদৰিছোঁ।

*(আমাৰ প্ৰতিনিধি ঃ ১৬ শ বছৰ ঃ ৮ম সংখ্যা ঃ জুন, ১৯৭৬ )*



# কথাৰে নহয় বন্ধু, কামত পৰিচয়

## সংহতিৰ বাবে সাত দফা কাম

নতুন দিল্লীত ২৮ নৱেম্বৰৰ ১৯৭৩ চন দিনা জাতীয়-সংহতি সম্পৰ্কিত সমীক্ষা গোষ্ঠীয়ে সাম্প্ৰদায়িক সম্প্ৰীতিৰ বাবে সাত দফা কৰ্ম্মসূচী উদ্ভাৱন কৰা কথাটো দেশৰ বাবে গুৰুত্বপূৰ্ণ সিদ্ধান্ত। প্ৰধান মন্ত্ৰীয়ে এই বিষয়ে দুটা গোষ্ঠী পাতি দিছিল-তাৰ মাজৰ এই উল্লেখ কৰাটো, আৰু আনটো গোষ্ঠীৰ নেতৃত্ব কৰিছে শিক্ষামন্ত্ৰী নুৰুল হাচানে।

সাম্প্ৰদায়িক সম্প্ৰীতি সম্পৰ্কত, কুসংস্কাৰাচ্ছন্ন উগ্ৰপন্থীসকলৰ প্ৰভাব ভাঙি নোহোৱা কৰিব লাগিব বুলি কোৱা হৈছে। সংখ্যালঘুসকলেও সকলো সন্দেহ এৰিব লাগিব, বিশাল জাতীয়তাত মিলিব লাগিব।

ছাত্ৰ সংঘৰ্ষৰ সম্পৰ্কত কোৱা হৈছে যে শিক্ষাৰ বাহিৰৰ ব্যৱহাৰত আৰু কাম-কাজত ছাত্ৰসকলক সাঙুৰি পেলোৱাৰপৰা ৰাজনৈতিক দলসমূহ বিৰত থাকিব লাগিব।

শিল্প সম্পৰ্কত কোৱা হৈছে যে শ্ৰমিক আৰু পৰিচালনা কৰ্তৃপক্ষৰ যুক্ত পৰিষদ গঠন আৰু লে-অফ্ আৰু লক্ আউট্ বন্ধত আইন প্ৰণয়নৰ ফলত ভাল ফল পোৱা গৈছে। পিচে, উৎপাদন বঢ়াবলৈ আৰু গণ্ডগোল বন্ধ কৰিবলৈ একোটা শিল্পত মাথোঁ একোটা ইউনিয়নহে গঠন কৰাৰ বাবে প্ৰচেষ্টা চলাব লাগিব।

উগ্ৰপন্থী সংঘৰ্ষৰ প্ৰসঙ্গত কোৱা হৈছে, খণ্ডজাতি এলেকাৰ উন্নয়নৰ ওপৰত নতুনকৈ জোৰ দিয়াৰ ফলত এনে ধৰণৰ গণ্ডগোলৰ সম্ভাৱনা বহুগুণে দূৰ হৈছে। কিন্তু সমিতিয়ে এই কথাও মানি লৈছে যে যিসমূহ এলেকাত উন্নয়ন তেনেকৈ হোৱা নাই, সেইবোৰ এলেকাত উন্নয়নৰ বিশেষ ব্যৱস্থা লোৱাটো আৱশ্যকীয়।

সংখ্যালঘু আৰু কৰ্ম্মসংস্থানৰ ক্ষেত্ৰত সংখ্যালঘু সম্প্ৰদায়ৰ ছাত্ৰক নামকৰা আৰু প্ৰগতিশীল শিক্ষা প্ৰতিষ্ঠানত যোগদানৰ সুযোগ দিব লাগিব। তেওঁলোকৰ চাকৰিৰ বিষয়ত অসাম্প্ৰদায়িক সংস্থাসমূহো আগুৱাই আহিব লাগিব।

হৰিজন : হৰিজনৰ কল্যাণত পঞ্চম যোজনাত খৰচ কৰা হৈছে ১৫০ কোটি

টকা। প্ৰথম যোজনাত খৰচ কৰা হৈছিল মাত্ৰ ৭ কোটি টকা।

আঞ্চলিক বৈষম্য ঃ চতুৰ্থ যোজনাত আৰু আগৰ যোজনাসমূহত বিশেষ যত্ন লোৱা সত্বেও, আঞ্চলিক বৈষম্য ৰৈ গৈছে আৰ্থিক উন্নয়নত।

## আমাৰ কথা

আমাৰ মতে, ওপৰৰ এই আলোচনাসমূহত বেছ যুক্তিপূৰ্ণ বিশ্লেষণ কৰা হৈছে। জাতীয় ঐক্য অকল মনৰ কথা নহয়। অকল অৰ্থৰ কথাও নহয়। এজন বামুণ আৰু এজন হৰিজন। ধৰক, দুয়ো দুখীয়া। আৰ্থিকভাৱে দুয়োৰে অৱস্থা একে। পিচে, হৰিজনজনে তিল তিলকৈ (উচ্চ জাতিৰ দৈনন্দিন অপমানসূচক ব্যৱহাৰত) একপ্ৰকাৰ মানসিক কষ্ট পায় যি কষ্ট দৰিদ্ৰ বামুণজনে নেপায়। সেয়ে, জাতীয় ঐক্যৰ সমস্যাটোক মানসিক আৰু আৰ্থিক দুয়ো দিশৰপৰা আক্ৰমণ কৰিব লাগিব। ভাষাৰ বাবে জাতীয় ঐক্য ভাল হোৱাও দেখিছোঁ আৰু বেয়া হোৱাও দেখিছোঁ। ভাষাৰ ক্ষেত্ৰত সংখ্যাগৰিষ্ঠৰ মইগুৰ ভাব যেনেকৈ বেয়া, তেনেকৈ সংখ্যালঘুৰ মই সৰু ভাবো অনিষ্টকৰ। সাম্প্ৰদায়িক সম্প্ৰীতিৰ সম্পৰ্কত সমিতিৰ বক্তব্যই যুক্তিপূৰ্ণ পৰিৱেশৰ সৃষ্টি কৰিব লাগিব, য'ত সংখ্যালঘুসকলেও সকলো সন্দেহ দূৰ কৰি বিশাল জাতীয়তাত মিলি যাব পাৰে। খণ্ডজাতিসমূহ বাস কৰা অঞ্চলত যদি আৰ্থিক উন্নয়ন নহয়, তেতিয়াও উগ্ৰপন্থী সংঘৰ্ষ হোৱা আমি দেখি আহিছোঁ। তাক শুধৰাব লাগিব। অৰ্থাৎ পিচ পৰা অঞ্চলৰ উন্নতিৰ কথাক আগ ভাগ দিব লাগিব। শিল্প সম্পৰ্কত ঃ একোটা শিল্পত মাথোঁ একোটা ইউনিয়ন পতাৰ প্ৰচেষ্টা কৰিব লাগিব বুলি কোৱা কথাটো নিশ্চয় নিৰ্ভৰ কৰিব, শ্ৰমিকসকলৰ সিদ্ধান্তৰ ওপৰত, যি সিদ্ধান্তই শ্ৰমিকক সঁচাকৈ পৰিচালনা কৰ্তৃপক্ষৰ সৈতে উৎপাদনৰ ক্ষেত্ৰত সঁচা অংশীদাৰৰ অধিকাৰ দিব। ছাত্ৰ-সংঘৰ্ষৰ বিষয়ে সমিতিয়ে কৈছে যে ৰাজনৈতিক দলসমূহে ছাত্ৰক ৰাজনীতিত 'সাঙুৰি পেলোৱাৰ'পৰা বিৰত থাকিব লাগে। অথচ আনহাতে সমিতিয়ে কৈছে, 'প্ৰধান মন্ত্ৰীৰ কুৰি দফা কৰ্ম্মসূচীৰ ৰূপায়ণ যথাযথভাৱে কৰিব লাগিব।' (আনন্দবাজাৰ পত্ৰিকা, ২৮ নৱেম্বৰ, প্ৰথম পৃষ্ঠা)। বহুতো ছাত্ৰই বোধ হয় এতিয়া প্ৰশ্ন কৰিব যে কুৰি দফা জানো ৰাজনীতি নহয়? তাৰ উত্তৰ দিব লাগিব কংগ্ৰেছেহে, আমি নোৱাৰোঁ। কাৰণ, ন-নেতা সঞ্জয় গান্ধীয়ে গুৱাহাটী কংগ্ৰেছত সিদিনা ঘোষণা কৰিছে ঃ 'যুব কংগ্ৰেছ (য'ত লাখ লাখ ছাত্ৰ-ছাত্ৰী আছে) (ডাঙৰ) কংগ্ৰেছৰ নেগুৰ নহয়।' (জৱাহৰনগৰ, ১৯ নৱেম্বৰ, ১৯৭৬ চন) আমাৰ মতে, আৰ্থিক উন্নয়ন জাতীয় সংহতিৰ সৰ্ব্বপ্ৰথম ভেটি। মানসিক দিশ তাৰ পাচত আহে। আৰু সেই পৰিবৰ্ত্তনৰ ফালে কুসংস্কাৰাপন্নক ঠেলি দিয়ে আৰ্থিক উন্নয়নেহে। তেতিয়াহে পৰিবৰ্ত্তনৰ সামগ্ৰিক প্ৰভাৱ পৰিলক্ষিত

হয়। কুৰি দফাক যদি ৰাজনীতি বুলি ধৰি নলৈ সমগ্ৰ জাতিৰ নোপোৱাৰ বেদনা থকা লোকশ্ৰেণীৰ আৰ্থিক উন্নয়নৰ অস্ত্ৰ ৰূপে ধৰা হয়, তেতিয়া সেই কুৰি দফাত ছাত্ৰসকলে হাতে-কামে লাগক — পঢ়া-শুনাৰ উপৰি। গুৱাহাটী কংগ্ৰেছত সিদিনা প্ৰধান মন্ত্ৰীয়ে ব্যঙ্গ কৰি কৈছিল, "যেয়ে-সেয়ে কথাই কথাই কুৰি দফাৰ কথা মোক কয়। ময়েই এতিয়া বুজি নোপোৱা হৈছোঁ... কুৰি দফা মানে কি? আমাৰ ভাৰতত কিবা এটা শ্লোগান দিবহে লাগে, বুজক নুবুজক, একেবাৰে মন্ত্ৰৰ দৰে জপিবলৈ আৰম্ভ কৰে।" (এই কথাখিনি মই বোম্বেত টেলিভিশ্বনত নিজে শুনিছোঁ, দেখিছোঁ, ২৩ নবেম্বৰত।) ছাত্ৰসকলে সঞ্জয় গান্ধীৰ পাঁচ দফা লয় নে প্ৰধান মন্ত্ৰীৰ কুৰি দফা লয়, নে সকলো দফা ল'বলৈ সময় নেপাই মাথোঁ এক দফা (গছপুলি ৰোৱা, বা তেনে যৌতুক নোলোৱা) কিবা লয়, সেইটো ছাত্ৰ-ছাত্ৰীসকলৰ মনৰ ওপৰত নিৰ্ভৰ কৰক। পৰীক্ষাৰ বাবে পঢ়াৰ লগতে, একুৰি পাঁচ বা পাঁচ আদি সংখ্যাত্মক শ্লোগানেৰে ছাত্ৰ-ছাত্ৰীৰ মনক ভাৰাক্ৰান্ত নকৰাই ভাল হ'ব। তাৰ ঠাইত ভাৰতৰ শিক্ষাৰ ক্যৰিকিউলাম — কৰ্ম্মভিত্তিক বা ভ'কেশ্বনেল কৰিলেই ভাৰতৰ আৰ্থিক উন্নতিৰ সহায় হ'ব — আৰু তেতিয়া অসমীয়া, হিন্দু-মুছলিম, কছাৰী, হৰিজনে খোজ কঢ়া ভেটিটোত সংহতিৰ কাৰেং সাজিবলৈ সহজ হ'ব। পাকিস্তানে বা চীনে আক্ৰমণ কৰাৰ সময়ত সেই কেইদিনৰ বাবে আমি গোটেই মানুহ বিভেদ পাহৰি ভাৰতীয় হওঁ সঁচা — কিন্তু তাৰ মানে এইটো নহয় যে আমি আঞ্চলিক বৈষম্য দূৰ নকৰিম। সমিতিয়ে ঠিকেই কৈছে যে ভাৰতৰ আঞ্চলিক বৈষম্য এতিয়াও ৰৈ গৈছে। আমাৰ পূৰ্ব্ব-ভাৰতত আমাৰ জনজাতীয় অঞ্চলসমূহত, আমাৰ অসমত আঞ্চলিক বৈষম্য এতিয়াও আছে। সেইবোৰ দূৰ হ'ব লাগিব। তেতিয়াহে আমি জনজাতীয়তাৰ বিশালতাত মিলি যোৱাৰ মানসিকতা ভালকৈ পাম। তেতিয়াহে অৱহেলিত অনুভৱ নকৰিম। অৱহেলিত বুলি অনুভৱ কৰিলেই খং উঠে আৰু সেই খং নোহোৱা কৰিবলৈকে এই জাতীয় সংহতি সমিতিৰ স্থাপনা। ৰঙা ফিতাৰ মেৰ-পাক দেখুৱাই কুসংস্কাৰপূৰ্ণ ব্যুৰ'ক্ৰেটিক অফিচাৰসকলেও জাতীয় সংহতিত বহু সময়ত বাধা দি আহিছে। তেনে কৰ্ম্মচাৰীক চৰকাৰে নিষ্ঠুৰ হাতেৰে, 'বহল মন'ৰ কৰি তুলিব লাগিব, সেই কৰ্ম্মচাৰী যি জাতিৰে নহওক, যি ভাষাৰেই তেওঁ কথা নকওক, যি নামেৰেই তেওঁ ঈশ্বৰক নেমাতক, তেওঁ কিন্তু প্ৰথমেই 'ভাৰতীয়' হৈ ল'ব লাগিব। সেয়ে কওঁ, কথাৰে নহয় বন্ধু, কামত পৰিচয়।

*(আমাৰ প্ৰতিনিধি : ১৭ শ বছৰ : ১ম সংখ্যা : নৱেম্বৰ, ১৯৭৬)*



# নদাই-ভদায়ে কি বিচাৰিছে

## কথা কামতকৈ বেছি হৈছে নেকি?

নদাই-ভদায়ে বিচাৰিছে এনে এখন সমাজ — য'ত মানুহ বেছি নহয়, অন্ততঃ সাধাৰণ মানুহৰ নিচিনা বাচি থাকিব পাৰে। দেশখন ইমাৰ্জেঞ্চীৰ পাচত প্ৰগতিৰ পথত আগ বাঢ়িছে। হয়। য'তে-ত'তে প'ষ্টাৰ দেখোঁ। — পিচে, আৰু এটা বস্তুৱে বৰ ক্ষিপ্ৰ গতিৰে প্ৰগতিৰ পথত আগ বাঢ়িছে। সেইটো হৈছে অত্যাৱশ্যকীয় বস্তুৰ — দাম। দাম। জুই-ছাই দাম। যোৱা বছৰৰ তুলনাত প্ৰত্যেকটো অত্যাৱশ্যকীয় সামগ্ৰীৰ দাম এইদৰে বাঢ়িছে। এয়া চৰকাৰৰেই হিচাপ। মোৰ মনেসজা দাম নহয়। দাইল, মাংস, মাছ, কণী, শাক-পাচলি, ফলৰ দাম বাঢ়িছে শতকৰা ১৯ ভাগ। যোৱা বছৰৰ নৱেম্বৰৰ তুলনাত কাপোৰৰ দাম বাঢ়িছে শতকৰা ২.৫ ভাগ। পাণ, চুপাৰি, ধপাতৰ ১,৭% ভাগ। ঔষধ-পাতিৰ ১% ভাগ। কাঁহি-বাটি আৰু অন্যান্য সাধাৰণ পাত্ৰৰ দাম বাঢ়িছে ১.৪% ভাগ।

ভাৰতৰ অৰ্থমন্ত্ৰী সুব্ৰমনিয়মে আক্ষেপ কৰি কৈছে যে শিল্পপতিসকলে জৰুৰী কালত পোৱা সুবিধাবোৰ অধিক উৎপাদনত লগোৱা নাই। শিল্পপতিসকলে এই সুযোগবোৰ (concession) যথেষ্ট নহয় বুলি কয়। তেওঁলোকে কয়— ৰেফ্ৰিজাৰেটৰ আৰু মটৰগাড়ী মানুহে বৰ বেছিকৈ কিনা নাই। তেওঁলোকে এইটো সৈ নেকাঢ়ে যে চৰকাৰে দিয়া 'সুযোগ'ৰ উপকাৰ তেওঁলোকে ৰাইজক দিব নোখোজে।

এই শিল্পপতিবোৰ হ'ল ধনলোভী। কোন নদাই-ভদায়ে মটৰগাড়ী বিচাৰে? কেইজনে ৰেফ্ৰিজাৰেটৰ বিচাৰে বাৰু? তেওঁলোকক লোহা নেলাগে, চিমেণ্ট নেলাগে। নদাই-ভদায়ে বিচাৰে — মাথোঁ সুলভ মূল্যত কিছু পুষ্টিকৰ খাদ্য, ঘৰত দৈনন্দিন ব্যৱহাৰ কৰা কিছু অপৰিহাৰ্য্য সামগ্ৰী বাল্টি, চাকি, লেম বা সাধাৰণ ষ্টভ বা এটা জুইশলাৰ বাকচ।

ভাৰতৰ গাঁও বা নগৰৰ গলিত থকা শতকৰা অধিকভাগ লোকৰ প্ৰতিজনে মাহে আৰ্জ্জে মাথোঁ ১০০ টকাকৈ। নতুনকৈ মুক্তি পোৱা বণ্ডেড লেবাৰে তাতোকৈ

কম আৰ্জ্জে। এই অপ্ৰিয় সত্যটো কোনে নুই কৰিব পাৰিব?

তেন্তে, এই শিল্পপতিসকলে কি উৎপাদন কৰিছে? মটৰগাড়ী? শীততাপ নিয়ন্ত্ৰণ যন্ত্ৰ? টেৰিলিন? কিয়? অত্যাৱশ্যকীয় সামগ্ৰীখিনিৰ উৎপাদনত সিহঁতে মন-কাণ দিয়া নাই -- আন্তৰিকভাৱে? ষ্টাইলিছ বস্তুবোৰৰ কাৰখানা কাৰ টকাৰে চলাই, সিহঁতে এই ডিচেম্বৰত কোট-টাই পিন্ধি ডিনাৰ খালে, নাচিলে, গালে বা কোনোবা ব্যৱসায়ী সংস্থাত ডাঙৰ সমাজবাদৰ কথা ক'লে? ৰাইজৰ টকাৰেহে এই অভিজাত শিল্প কাৰখানাবোৰ চলে। মই অনুভূতিৰে এই কথাবোৰ ক'লে মোক কোনোবাই ভুগৰীয়া কৰিব। মই নেলাগে ক'ব। কৈছে - ভাৰত চৰকাৰৰ ৰিজাৰ্ভ বেঙ্কৰ স্বয়ং চেয়াৰমেন শ্ৰীকে আৰ পুৰীয়ে। কি কৈছে তেওঁ? কৈছে "It is now largely the people's money that is employed in industries, whether it is capital bank credit or loans. It is essential therefore that the rupee which is a scarce resource is fully utilised and just not frittered away. ."

মুঠতে, বেছিভাগ শিল্প ৰাইজৰ ধনেৰে চলিছে। ধাৰ কৰিছে বেঙ্কৰপৰা। কেপিটেল বেঙ্ক ক্ৰেডিট হওক বেছিভাগ people's money! তাৰ জোল খাইছে শিল্পপতিয়ে। ইফালে দামত প্ৰগতি—।

১৯৭৬-ৰ ডিচেম্বৰৰ ১৫ তাৰিখৰ 'বিজিনেছ ষ্টেণ্ডাৰ্ড' কাকতত শ্ৰীকেবল শৰ্মাৰ প্ৰবন্ধত পঢ়িলোঁ :

'Share markets are now only dignified casinoes for what are known as bulls and bears. The capital for the private sector has to come mainly from financial institutions and internal surpluses of the companies.'

১৯৭৭ আহিল। নদাই-ভদায়ে বক্তৃতা বহুতো শুনিছে। শুনিলে। বহুতো কথা পাছ, বে'লৰ গাত লিখি থোৱাও দেখিছে। সেইবোৰেৰে পেট নভৰে। এমবেছেডৰ নবনাই বিৰলাই বাছ আৰু মিনিবাছ বনাওক অধিককৈ। ধনীৰ সুৰা শীতলাবলৈ ফ্ৰিজিডিয়াৰ নবনাই, বনাওক আবতৰত শাক-পাচলি, মাছ-মঙহ শীতলাই থ'ব পৰা বৃহৎ শীত-যন্ত্ৰ—য'ৰপৰা নদাই-ভদায়ে সস্তাতে বাচি থাকিবলৈ অত্যাৱশ্যকীয় কেঁচা খাদ্যখিনি পায়। নেলাগে ১০০ টকীয়া ছাৰ্ট আৰু ২০০ টকীয়া পেণ্ট বনাব। কাপোৰৰ মিলবিলাকে বনাওক সুলভ মূল্যৰ ছাৰ্ট , পাঞ্জাবীৰ কাপোৰ, ধুতী, সাধাৰণ শাৰী বা পুৰিয়া বা মেখেলা।

অত্যাৱশ্যকীয় অৰ্থাৎ যিবিলাক নহ'লে ভাৰতৰ অধিক ভাগ মানুহৰ দৈনন্দিন জীৱন নচলে, সেইবিলাক মানুহে বলে পৰা মূল্যত কিনিব নোৱাৰিলে — ক'ৰ সুন্দৰ সমাজ হ'বগৈ। কেতিয়া হ'ব? যদি বহুপ্ৰচাৰিত ইমাৰ্জেন্সীৰ মাজতে নহয়?

এই কথা মই আজি চিঞৰিব নেলাগে। ভাৰতৰ ৰাষ্ট্ৰপতিৰপৰা নদাই-ভদাই সকলোৱে চিঞৰি কৈছে— হেৰৌ দাম দেখোন চৰা হৈ গৈয়েই আছে — সাধাৰণ বস্তুকণৰো। জীয়াই থাকোঁ কেনেকৈ? এই চৰা দামে জনসাধাৰণৰ মাজত আনি দিব নৈতিক পতন, কিম্বা চৰিত্ৰৰ স্খলন।

মানুহৰ জীৱন ধাৰণৰ ন্যূনতম সামগ্ৰী, আয়ৰ জোখাৰে হাততে নেপালে সমাজ সুন্দৰ হ'ব নোৱাৰে। জ্যোতিপ্ৰসাদে সেয়ে বিচাৰিছিল— শাসনত সৌন্দৰ্য্যবোধ। শিল্পীসুলভ মনেৰে সেয়ে মই চিঞৰিছোঁ — বন্ধ কৰক শিল্পপতিহঁতৰ ৰাইজৰ প্ৰতি অৱহেলা কৰা শিল্প। দিয়ক ৰাইজক — বাচি থকা সামগ্ৰী। নহ'লে দুষ্কৃতিকহে প্ৰশ্ৰয় দিয়া হ'ব। এনেকৈ দাম চৰিলে কোনো কথাই কাকো প্ৰেৰণা দিব নোৱাৰে। তেতিয়া, কোন মন্ত্ৰীসভাৰ কোন গোষ্ঠী প্ৰগতিবাদী, কোন মন্ত্ৰীসভাত সলনি আহিব, এইবোৰ উত্তেজনাতকৈ অধিক গুৰুত্বপূৰ্ণ কাম হ'ল -- অত্যাৱশ্যকীয় খাদ্যৰ দাম কমোৱাটো। ১৯৭৭ চনটোত এইকণ আশা কৰাটো যদি পাপ হয় — হওক। যদি দেশদ্ৰোহিতা হয়, তেন্তে ৰিজাৰ্ভ বেঙ্কৰ চেয়াৰমেনজনো দেশদ্ৰোহী। দুখীয়া ৰাইজৰ হাঁহি, দুখীয়া ৰাইজৰ আশাবাদক যদি উজ্জ্বলতৰ কৰিব নোৱাৰি, তেন্তে সংস্কৃতিৰ কথা কৈ, গাই-বাই ফুৰিলে আমাক বিশ্বই হাঁহিব। ১৯৭৭ চনটোত স্বাৰ্থপৰ শিল্পপতিবোৰক আমি বাধ্য কৰাব লাগিব -- নদাই ভদাইৰ পেটত দুমুঠি নিমখ-ভাত, গাত দুখন ডাঠ কাপোৰ আৰু মূৰৰ ওপৰত এখন চালৰ সুব্যৱস্থা কৰা শিল্পত মন দিবলৈ। তেতিয়াহে জ্যোতিপ্ৰসাদৰ ভাষাত ক'ব পাৰিম - প্ৰগতিৰ শিখৰ যিমান ওখ হ'ব, সাধাৰণ ৰাইজৰ মাজত প্ৰগতিৰ ভেটিটো সিমান বিস্তৃত হ'ব। — তেতিয়াহে পৃথিৱীখন সঁচা শিল্পীয়ে বিচৰা পৃথিৱীত আগুৱাই যোৱাৰ সম্ভাৱনা। প্ৰগতি হওক আনন্দত। প্ৰগতি দামত নহয়।

ৰাইজলৈ আৰু ৰজালৈ নতুন বছৰৰ শুভেচ্ছাৰে।

*(আমাৰ প্ৰতিনিধি : ১৭ শ বছৰ : ৩য় সংখ্যা : জানুৱাৰী, ১৯৭৭ )*



# আহ্ আহ্ ওলাই আহ্ সজাগ জনতা

সিদিনাৰ এটা ঘোষণাই প্ৰতিজন ভাৰতীয়ৰ মনত চাঞ্চল্যৰ সৃষ্টি কৰিছে। ঘোষণাটি কৰিছে শ্ৰীমতী ইন্দিৰা গান্ধীয়ে। মাৰ্চত ভাৰতীয় লোকসভাৰ বাবে নতুন নিৰ্ব্বাচন হ'ব। বিৰোধী বৈধ দলৰ কেইগৰাকীমান নেতাক মুক্তি দিয়া হৈছে। জৰুৰীকালীন কঠোৰতা শিথিল কৰি দিয়া হৈছে। সকলো বৈধ দলকে নিৰ্ব্বাচনী প্ৰচাৰৰ বাবে মুক্ত সুবিধা দিয়া হ'ব বুলি কোৱা হৈছে।

বিৰোধী পক্ষৰ কেইটামান ৰক্ষণশীল সোঁপন্থী দল 'একেটা সূত্ৰ'ত বান্ধ খাইছে। কিছুৱে কৈছে— 'নিৰ্ব্বাচনৰ বাবে মুক্ত পৰিৱেশ দিব লাগিব শাসকসকলে।'

উত্তৰত চৰকাৰে প্ৰেছৰ স্বাধীনতা পুনৰ দিছে। প্ৰেছ সুস্থতৰ হ'ব লাগিব। গুণ্ডামি, হিংসা, ভীতিপ্ৰদৰ্শন বন্ধ হ'ব লাগিব।

বিৰোধীসকলে কৈছে— 'আমাৰ অমুক অমুকক মুক্তি দিব লাগে।' ই সঁচা কথা যে বিৰোধী দলে প্ৰচাৰৰ বাবে সময় নিচেই কম পালে। শাসক কংগ্ৰেছেই Sweeping Victory (জয়লাভ) কৰিব বুলি বহুতৰে ধাৰণা। গণতন্ত্ৰত সুস্থ বিৰোধিতা লাগে। নহ'লে Check & balance নোহোৱা হয়। সচেতন ভোটাৰ ৰাইজে এই কথা জানে। এইবাৰ সকলো দলেই যুব নেতাসকলক আগুৱাই দিব বুলি আমাৰ ধাৰণা হৈছে। যুৱকসকলৰো দায়িত্ব বাঢ়িছে সমাজলৈ নতুন দৃষ্টিভঙ্গী অনাৰ।

শাসক কংগ্ৰেছে ইমাৰ্জেন্সীত পোৱা Gainসমূহ কামত লগাব পাৰিব। বিৰোধীসকলৰ বাওঁপন্থীসকলৰ সৈতে বুজাবুজিত খেলিমেলি দেখিছে ৰাইজে। চি. পি. আই. আৰু কংগ্ৰেছৰ এইবাৰ বুজাবুজি হ'ব যেন লাগিছে। CPM-অৰু অন্যান্য নিৰ্ব্বাচন বিশ্বাসী বামপন্থী দলসমূহৰ কি বুজাবুজি হয়, আজিও সঠিক হ'ব পৰা নাই। বিদেশৰ কাগজসমূহে শ্ৰীমতী গান্ধীয়ে নিৰ্ব্বাচন হ'বলৈ নিদিয়ে, ডিক্টেটৰশ্বিপহে বিচাৰে আদি বুলি কৰা সমালোচনাৰ ওৰ পৰিছে। নিৰ্ব্বাচন তেনেহ'লে আহিলেই।

নিৰ্ব্বাচনৰ জ্বৰৰ উত্তাপ সকলোৰে গাত লাগিছেই। প্ৰতিশ্ৰুতিৰ বহুতো কামত পৰিণত হ'বলৈ বাকী। বহু নোপোৱাৰ বেদনাক পোৱাৰ প্ৰাচুৰ্য্যত পৰিণত কৰিবলৈ কোন কোন ওলায় দেখা যাওক।

সমাজ-সচেতন শিল্পী-সাহিত্যিকসকলেও সমাজ পৰিৱৰ্ত্তন কৰিবলৈ বিচাৰে। তেওঁলোকে নিশ্চয় অহা নিৰ্ব্বাচনত দূৰৰপৰা দৰ্শক হৈ বহি নেথাকে।

চৰকাৰ চলাবলৈ এইবাৰ 'মানুহ' বছা হওক।

'আহ্ আহ্ ওলাই আহ্ সজাগ জনতা

ৰামৰে দেশতে থকা ৰাৱণ বধোঁতে

যায় যদি যায় জীৱনটো যাক!'

বুলি সজাগ জনতা ওলাই আহক নিৰ্ব্বাচনী পথাৰলৈ।

(*আমাৰ প্ৰতিনিধি : ১৭ শ বছৰ : ৪ৰ্থ সংখ্যা : ফেব্ৰুৱাৰী*, ১৯৭৭)



# অকল ভাতেৰে নহয়

জৰুৰীকালীন দুৰৱস্থাত আমি লিখিছিলোঁ—
'মুক্তিকামী লক্ষজনৰ মৌন প্ৰকাশ শুনিছাঁনে নাই?
কাল ৰাত্ৰিৰ বুকুতে লুকাই আছেই প্ৰভাত বুজিছাঁ নে নাই?'

সমগ্ৰ পৃথিৱীৰ জনমতে আজি ভাৰতৰ কোটি কোটি সাধাৰণ ভোটাৰক নমস্কাৰ জনাই কৈছে, "হে ভাৰতৰ ভোটাৰ, তুমি সমগ্ৰ পৃথিৱীৰ আদৰ্শ, তুমি গণতন্ত্ৰৰ শকতি দেখুৱালা নিৰ্ভীকভাৱে।" এইবাৰেই প্ৰথমবাৰৰ বাবে জাতি-ধৰ্ম্ম-বৰ্ণ নিৰ্ব্বিশেষে ভোটাৰে বেলট পেপাৰত মোহৰ মৰাৰ মূল্য বুজি, মৌনভাৱে বিপ্লৱ কৰি, চিঞৰি দিলে — Not by bread alone! যোৱা ডেৰকুৰি বছৰে এদলীয় ক্ষমতাৰ অহঙ্কাৰে, ভাৰতৰ ৰাইজক জুৰুলা কৰিছিল, জৰুৰীকালীন ক্ষমতাৰ অপব্যৱহাৰে ৰাইজৰ কণ্ঠৰুদ্ধ কৰিছিল — এটা পৰিয়ালৰ ডেৰটা ব্যক্তিৰ উদ্ভণ্ডালি অসহ্য হৈ উঠিছিল। এওঁলোকৰ 'চেলা-চামচা'বিলাকৰ একচেটিয়া ব্যৱসায়ী-ৰাজনীতিয়ে ৰাইজক অপমানিত কৰিছিল। বুদ্ধিজীৱীৰ প্ৰকাশৰ স্বাধীনতাৰ টেঁটুত টিপা মাৰি ধৰিছিল দেশ প্ৰগতিৰ নামত ৰসাতললৈ গৈছিল। প্ৰমাণ লাগে? 'In her (ইন্দিৰা গান্ধীৰ) time another 160 million people went below the poverty line thus making the impressive total of 68 percent of our population'(Kuldip Nayar.) আৰু বহুতো প্ৰমাণ আছে। মাটিৰ পট্টা??

—বক্তৃতা, শ্লোগান, সভা, গেইট, ঢোল-দগৰেৰে অমুকদফীয়া, তমুকদফীয়া ভুৱাবোৰক ফোঁপোলা কামেৰে দাঙি ধৰা হৈছিল— গণতন্ত্ৰৰ মুখা পিন্ধি একনায়কত্ব বা ডেৰনায়কত্বক বচাই ৰাখিবৰ বাবে।

ভাৰতীয় ভোটাৰ এতিয়া মেজৰ হ'ল। প্ৰৌঢ় হ'ল। যিসকল বুদ্ধিজীৱীয়ে 'ইন্দিৰা ইজ ইণ্ডিয়া — ইণ্ডিয়া ইজ ইন্দিৰা' বুলি কবিতা লিখিছিল, তেওঁলোকে এতিয়া লিখক — ইন্দিৰা ইণ্ডিয়াৰ কিয়, ৰায়বেৰিলিৰো নহয়। সঞ্জয় ইণ্ডিয়াৰ যুৱ-প্ৰৌঢ়ৰ নেতা হোৱা দূৰৰ কথা, আমেথিৰেই নহয়।

আমি আমাৰ আগৰ তিনিমাহৰ সম্পাদকীয়ত এই বিষয়ে সতৰ্ক নকৰাকৈ থকা

নাছিলোঁ। — আকাৰে-ইঙ্গিতে। কিয়নো, চেঞ্চৰ হৈছিল আমাৰ লিখা। (আমি যেন দেশদ্ৰোহী। তেওঁলোকেই যেন দেশপ্ৰেমৰ এজেন্ট!) আজি খোলাখুলিকৈ ক'বলৈ সাহস দিছে বুদ্ধিজীৱীসকলক ভাৰতৰ অগণন ভোকাতুৰ ভোটাৰে।

নতুন যিসকলে ক্ষমতা পালে, তেওঁলোকে এতিয়া প্ৰতিশ্ৰুতি ৰক্ষা কৰক। কাৰণ, ভাৰতীয় ভোটাৰে কৈ দিছে ঃ

'আমি এতিয়াৰপৰা কোনো ব্যক্তি বা দলৰ ব্লেংক্‌ চেক সন্মান নকৰি লথিয়াই দিম। মনত থাকে যেন।'

আমি ইমাৰ্জেন্সীত গাইছিলোঁ --

'কিমান পালাঁ, নেপালাঁ কিমান?
হিচাপ নকৰিবা, কোনো ক্ষতি নাই!
আহিব সময় গণনাৰো দিন
কৰিবা প্ৰকাশ, কোনো ত্ৰাস নাই।।
কাল ৰাত্ৰিৰ বুকুতে লুকাই
আছেই প্ৰভাত, বুজিলানে নাই?

যথাসময়ত গণনাৰ দিন আহিল--- অহংকাৰীৰ শিৰৰ মুকুট ধূলিত বাগৰি পৰিল... 'ৱেভ' এজন বা ডেৰজন মানুহৰ বাবে নাহে। নেপ'লিয়নৰ যদি ৱাটাৰলু আছিল, ইন্দিৰাৰ ৱাটাৰলু হ'ল সঞ্জয় বোলা এজন মটৰ বৈজ্ঞানিক — যি এতিয়া মটৰ নিৰ্ম্মাণ কৰাত মনোনিৱেশ কৰা উচিত—

যদি পাৰে---

গণতন্ত্ৰত সাধাৰণ ভাৰতীয় ভোটাৰে নিকাকৈ প্ৰথমবাৰৰ বাবে ধুই পেলালে অ গণতান্ত্ৰিকতা-- এইবাৰহে চিন্তাৰ সংঘাতৰ আচল বিহু হ'ব! চ'তৰ পাচত ব'হাগ আহিল—

নতুন চিন্তাধাৰাৰ কপৌফুল ফুলিল— খঙাল বৰদৈচিলাই বৰষিলে—

নতুনৰ বৰষুণ—

সৃষ্টিকামী বৰষুণ —

*(আমাৰ প্ৰতিনিধি ঃ ১৭ শ বছৰ ঃ ৬ষ্ঠ সংখ্যা ঃ এপ্ৰিল, ১৯৭৭)*



# তৃণমূলত পানী ঢালক

## অসমত শাসক সলনিৰ আখৰা?
## ৰিণিকি ৰিণিকি ... সুদূৰৰপৰা শুনিবলৈ পাওঁ

ভাৰতৰ আন ৰাজ্যৰ দৰে, অসমৰ ৰাজক্ষমতাও হেনো নতুন দলৰ মুঠিলৈ আহিবই? অহা বিধানসভাৰ নির্বাচনত? 'আমাৰ প্রতিনিধি' প্রধানতঃ সাহিত্য-সংস্কৃতিৰ পত্রিকা হ'লেও, এই বিষয়ে সজাগ, কিয়নো কোনো শিল্পী সাহিত্যিকে, অন্ততঃ আজিৰ দিনত, সমাজ-পৰিবর্তনৰ বিষয়ে নভবাকৈ, গজদন্ত মিনাৰত হাত সাবটি, চকু মুদি, কাণ বন্ধ কৰি, বহি থাকিব নোৱাৰে। যদি কোনোবাই তেনেকৈ থাকেও, তেন্তে তেওঁলোকে নিজৰ আগত ভৱিষ্যতৰ 'ৰিস্ক'-তহে তেনে কৰিব পাৰিব! কিয়? মহিমাময়ী, ইন্দিৰা ৰাজত্বৰ দিনত শিল্পী-সাহিত্যিকক পাৰ্ছনেলিটি আৰু পাৰ্ছনেলিটিৰ নেগুৰহঁতৰ ভৃত্য কৰিব খোজাৰ প্রচেষ্টা দেখা পোৱা নাছিলোঁনে? দিল্লীৰ আগৰচাম শাসকৰ পতন হৈছে। লোকসভাত মুখথেকেচা খাই পৰিছে। বিধানসভাতো। আমাৰ অসমৰ ওচৰৰে ভাই, অৰুণাচলতো মন্ত্রীসভাই এনবুক ৰাজনৈতিক পৰিবর্তন কৰি পেলাইছে। মেঘালয়, নাগালেণ্ড, মণিপুৰ আদিৰ গতিবিধিৰ পৰিবর্তনো নিশ্চয় লক্ষ্য কৰিছে আপোনালোকে। আমাৰ অসমত কি হৈছে? লোকসভালৈ মাত্র চাৰিজন বিৰোধী লোক পঠাইছে। কেন্দ্রৰ নতুন শাসন পোৱা দলৰ অসমৰ প্রতি দৃষ্টি আছে। থাকিবও। বুজিছোঁ। মৃত কংগ্রেছক ইনজেকশ্বন দি বচাই ৰখাৰ দিন আৰু নাই। অক্সিজেন আৰু ব্লাড দি লাভ নাই। একোটা দেহ কিছু সময়লৈহে বচাব পাৰি। তাৰ পাচত, সেই দেহ লুইতৰ পাৰত পুৰি পেলাব লাগিবই। সেই শব নিজৰ দেউতাৰ হওক কিম্বা মাৰ হওক কিম্বা পেহী-মাহীৰেই হওক কিম্বা ভাগিনহঁতৰ হওক! কিন্তু যি নতুন আহিছে, তাৰ মহিমা কেনে হ'ব? বঙ্গদেশৰ বাইজৰ পূৰঠ ৰাজনৈতিক দৃষ্টিভঙ্গীলৈ চাওক। বঙ্গদেশৰ ৰাইজে দিল্লীলৈ পঠালে এটা দলক। বিধানসভাত নিৰঙ্কুশ সংখ্যাগৰিষ্ঠতা দিলে আন এটি দলক। এতিয়া কেন্দ্র আৰু ৰাজ্যৰ দুটা বিভিন্ন দলৰ মাজত বিনিময়ৰ, মতাদৰ্শৰ, বিভেদৰ ভাবসাম্য যদি দুয়োটা দলে ৰাখিব

নোৱাৰে, তেন্তে বঙ্গদেশৰ বাইজে উপযুক্ত সময়ত দুয়ো শাসকক পশ্চাদ ভাগত লথিয়াব। এইটো চাই থাকিব! বামপন্থী মৰ্চ্চা আৰু জনতাৰ আসনৰ মাজত বুজাবুজি নোহোৱা কথাটো লৈ চন্দ্ৰশেখৰ আৰু প্ৰফুল্ল সেনৰ কাজিয়া হাস্যকৰ হৈ উঠিছে। অসমত আৰু হাস্যকৰ কথা। বৰ্ত্তমান কংগ্ৰেছবিৰোধী লোক অসমত শতকৰা নিৰানব্বৈ ভাগ। কিন্তু সেই নিৰানব্বৈ ভাগে চাই আছে জনতাৰ মঙ্গলৰ অৰ্থে কাম কৰিবলৈ আগ বাঢ়ি অহা তথাকথিত দলকেইটাক। কিম্বা বহু দলৰ ঐক্যত হোৱা সেই বিশেষ দলটোক। তাত আমি কি দেখিছোঁ? তেওঁলোকে দিল্লীলৈ গৈ মাথোঁ চিঞৰিছে : আগৰ দলটোৱে জনতাৰ অমুক অন্যায় কৰিছে— তমুক টকা খাইছে — অমুক সভাৰ নামত, ইত্যাদি। দিল্লীৰ শাসক দলটোৰ চন্দ্ৰ-সূৰ্য্যসৱে পঠাইছে অমুক নানাক, তমুক জৰ্জক বিশ্লেষণৰ বাবে। কিন্তু সেয়াই সকলোনে? আমাৰ নঙঠা কথা হ'ল :

অসমত অহা বিধানসভাৰ নিৰ্ব্বাচনত শৰৎ কালৰ তথাকথিত শুকুলা মেঘ নুৰে। হিতৰ মৰম লগা ঈশ্বৰসকলৰ আৰু গিৰিৰ বুধিয়ক ইন্দ্ৰসকলৰ মাথোঁ মিঠা বক্তৃতাত জনতা ভোল নাযায়। ক্ষীৰৰ নিজৰা আৰু ভৰৰ ইন্দ্ৰসকলৰ ভুৱা সমাজবাদত গুৱাহাটীৰ জনতা ভোল নাযায়। উপ ইন্দ্ৰ সকলোতো পৰিবৰ্ত্তনৰ বানপানীত উটি যাবই। গজৰ ইন্দ্ৰসকলৰ মিছা স্বাৰ্থপৰ কথা, চাহ বাগিচাৰ ৰংমন লছমী চামেলি ৰংতুইতে ধৰা পেলাইছেই। দেৰগাঁৱৰ আজান ফকীৰৰ গীত গোৱা ফাতেমা পেহী আৰু বৰপেটাৰ ন-অসমীয়া, মৈমনসিংহৰ গীতিকা গোৱা ফয়াজ মৌলবীয়ে ধৰি পেলাইছে — কোন প্ৰতিনিধিক এইবাৰ দিশপুৰত আমাৰ প্ৰতিনিধি কৰি পঠাব। সুৰমা উপত্যকাতো কথা একেই!!

কিন্তু এইটোও ঠিক কথা যে জনতাৰ মঙ্গলৰ নামত আমাৰ, মোৰ, আপোনাৰ অসমত কিছু স্বয়ং নিৰ্ব্বাচিত নেতা ওলাইছে, যি নিজৰ মাজতে লাজ লগা কাজিয়া বা খোৱা-কামোৰা কৰিছে, ৰাজনৈতিক মতাদৰ্শৰ একতাৰ বিশ্লেষণৰ পৰা বিৰত আছে — কংগ্ৰেছ যাবই যেতিয়া, আমি, মই অমুক মিনিষ্টাৰ হ'ম — মই তমুক ক্ষমতা পাম — আদিৰ নিৰ্লজ্জ লোভবোৰ জনসাধাৰণৰ আগত দাঙি ধৰিছে। লাজ লগা কথা যে দিল্লীৰ জনতা কল্যাণকামী- সকলেও অসমৰ ৰাজনৈতিক পৰিবৰ্ত্তনক সেইদৰেই অৱজ্ঞা কৰিছে — যিভাৱে আগৰ দিল্লীৰ শাসকসকলে অৱজ্ঞা কৰিছে।

আমাৰ শেষ কথা হ'ল :

হে অসমৰ নিজে পতা জনতা কল্যাণকামীসকল। একে ৰাতিতে দল সলালেই, ৰাইজৰ মন নাপায় আপোনালোকে। ইন্দিৰা-সঞ্জয়-বংশী-বৰুৱা-শুক্লাবোৰ আৰু সিহঁতৰ নট'ৰিয়াছ আহত সৈন্যবোৰ একেবাৰে মৰি যোৱা নাই — টলকা মাৰিহে আছে — অসমত। গতিকে, যিসকলে, ৰাইজে বিচৰা সমাজত পৰিবৰ্ত্তন আনিব খুজিছে আৰু ওপৰত উল্লেখ কৰা 'ককাছ'ৰপৰা ৰক্ষা কৰিব খুজিছে, তেওঁলোক জনতাৰ মাজত

সোমাওক। জনতাৰ মাজৰ পৰা জনতাক বচোৱাৰ আন্তৰিক উপায় কৰক। নিজেই নিজকে বাছি নেতা হোৱাৰ দিন গ'ল। দিল্লীৰ চন্দ্ৰৰ শেখৰবোৰেও ওপৰৰপৰা ৰছী টানি নচুওৱা পুতলাক অসমৰ জনতাই নেতা বুলি মানিবই যে, এনে দুৰাশাকে বা কৰোঁ কেনেকৈ? এই সত্য অপ্ৰিয় হ'লেও অতি সত্য। ই নিৰ্ভীক প্ৰকাশ। আগতে Grass root-অৰ সেৱা আৰম্ভ কৰক। Grass root অত পানী ঢালক

*(আমাৰ প্ৰতিনিধি : ১৭ শ বছৰ : ১০ম সংখ্যা : আগষ্ট, ১৯৭৭)*



# ভাৰ্গিজ কমিটী আৰু অসম

'আকাশবাণী' আৰু 'দূৰদৰ্শন'ক স্বয়ংচালিত প্ৰতিষ্ঠান কৰিব লাগে নে নালাগে, এই বিষয়ে মতামত ল'বলৈ ভাৰ্গিজ কমিটী অসমলৈ আহিছিল।

তাৰ আগতে, ১৫ নৱেম্বৰত (১৯৭৭ চন) এই লেখকক কলিতকতাৰ আকাশবাণী ভৱনলৈ নিমন্ত্ৰণ কৰি অভিমত লৈছিল। সেইদিনা শ্ৰীপ্ৰমোদ মিত্ৰৰো সাক্ষ্য লয় — বঙ্গদেশৰ বিষয়ে। মই দৃঢ়ভাৱে কিছু কথা কৈছিলোঁ। 'আসাম ট্ৰিবিউন'ত ওলাইছে।

আদৱানী চাহাবে ১৯৮২ চনলৈ অসমক টেলিভিশ্বন নিদিয়ে বুলি কৰা ঘোষণাই অসমৰ আৰু উত্তৰ-পূৰ্ব্বাঞ্চলৰ ৰাজ্যৰ ৰাইজক নিৰাশ কৰিছে বুলি কোৱা হৈছে।

এই লেখকে প্ৰতিবেদনত কৈছিল, সদ্যহতে ইণ্টাৰিম পিৰিয়ডৰ বাবে ৰীলে টিভি ষ্টুডিঅ' এটি গুৱাহাটীত পাতি ভিডিঅ' টেপ কৰাৰ ব্যৱস্থা কৰিলে উত্তৰ-পূৰ্ব্বাঞ্চল উপকৃত হ'ব। এই অঞ্চলৰ জীৱনধাৰা ভাৰতৰ অন্যান্য ষ্টেশ্বনৰপৰা টেলিকাষ্ট কৰিলে কৃষ্টিৰ প্ৰচাৰ হ'ব। ভাৰতখন পূৰ্ব্বদিশত কলিকতাতে শেষ নহয় বুলি অন্ততঃ ভাৰতখনে জানিব।

ছেটেলাইট প্ৰোগ্ৰেমৰপৰা উত্তৰ-পূৰ্ব্বাঞ্চলক বঞ্চিত কৰা হোৱাটোকো তীব্ৰভাৱে সমালোচনা কৰিছিলোঁ। কাৰণ, এই Site প্ৰোগ্ৰেমৰ পৰিধিত (Contour) উত্তৰ-পূৰ্ব্বাঞ্চল পৰাটো বৈজ্ঞানিক সত্য। পূৰ্ব্বদিশৰ নেতৃত্বৰ অভাৱেই এই অৱহেলাৰ কাৰণ বুলিও এই লেখকে ভাৰ্গিজ কমিটীক কৈছিল।

শেষত আকাশবাণী আৰু দূৰদৰ্শনক অকল অটোনমাছ কৰিলেই নহ'ব। দিল্লীৰ সম্পূৰ্ণ ভৃত্য নহৈ আঞ্চলিক আকাশবাণী আৰু দূৰদৰ্শনে আঞ্চলিক অটোনমিও পাব লাগিব।

কমিটীয়ে এই লেখকক উত্তৰ-পূৰ্ব্বাঞ্চলৰ আকাশবাণী কেন্দ্ৰসমূহত জাতীয় ঐক্যৰ বাবে কৰা কাৰ্য্যালয়ৰ বিষয়ে সোধাত উত্তৰ দিছিল।

আগতে এই অঞ্চলৰ আকাশবাণীসমূহৰ শক্তি বঢ়াওক। নহ'লে ইয়াৰ মানুহে দিল্লী নুশুনি অকল পিকিং আৰু ঢাকাহে শুনিব। সৰু সৰু ৰাজ্যত অকণ অকণ

ৰেডিঅ' ষ্টেশ্বন দিয়াত আঞ্চলিক ভাষা উপকৃত হৈছে যদিও পূৰ্ব্বাঞ্চলৰ সকলো ষ্টেশ্বনতে এটি Co-ordinated Chain up প্ৰোগ্ৰেম নোহোৱাত সংহতি স্থিতিশীল হৈছে। যেনে, শিলচৰ কেন্দ্ৰৰ পৰা 'অসমীয়া নিউজ'ও বাঁলে নোহোৱাটো। এৰা-ধৰা থাকিব লাগে।

'আকাশবাণী' আৰু 'দূৰদৰ্শন' চৰকাৰৰ ভৃত্য নহৈ অঞ্চলৰ ৰাইজৰ ভৃত্য হোৱাটোকে এই লেখকে বাঞ্ছা কৰে।

*(আমাৰ প্ৰতিনিধি : ১৮ শ বছৰ : ২ য় সংখ্যা : ডিচেম্বৰ, ১৯৭৭)*



# চাৰিওফালে হুলস্থূল

যোৱা বছৰটো গোলমলীয়া বছৰ। এই বছৰত শিল্পী-সাহিত্যিকৰ ভৱিষ্যৎ নিৰ্ণয় কৰা 'শাসন' আহিব। অকল শিল্পী-সাহিত্যিক নহয়, ৰাইজৰ নতুন শাসনকৰ্ত্তা আহিব ক'ৰ শাসনকৰ্ত্তা তেওঁলোক? আগন্তুক বিধানসভাৰ নিৰ্ব্বাচনত ৰাইজেই বাছিব সেই 'শাসনকৰ্ত্তা'সকল। ৰাজনৈতিক ছবিত মূৰ ঘমোৱা বিধৰ লোক আমি নহওঁ, কিন্তু কোনে আমাক 'শাসন' কৰিব, কোনে আমাৰ বিধান ৰচিব, এই বিষয়ে আমি সবাৰে হৈ সজাগ নহ'লে, আমাক লোকে নপুংসক আখ্যা দিব পাৰে।

কংগ্ৰেছ -— মহান ঐতিহ্যপূৰ্ণ কংগ্ৰেছ দুটা হ'ল। অফিচ ঘৰকেইটি লৈ, ৰেড্ডী কংগ্ৰেছ, ইন্দিৰা কংগ্ৰেছ দুয়ো টিকা ঠেলাঠেলি কৰিছে। অসমত সুন্দৰ 'বাৰে-চহৰীয়া ভাওনা' হৈছে মহান কংগ্ৰেছৰ মাজতো! 'জনতা'ৰ ঘৰখনতো খোৱা-কামোৰা, বৰবৰা, বেজবৰুৱা, শৰ্ম্মা, বৰুৱা, ভট্টাচাৰ্য্য, গোস্বামীৰ কত ধৰণৰ ৰেহৰূপ চাবা। চন্দ্ৰশেখৰ, মধুলিমায়ে আহিল, গ'ল। দুয়ো অসমৰ জনতাৰ খেল দেখি তবধ মানিলে, নে চিজিল লগাই গ'ল? পাচৰটো হ'লেই ভাল। দাস, গোস্বামীয়ে চৌধুৰীক শিৰত তুলিছে — বৃদ্ধ বয়সত। সিংহ, শইকীয়া স্তব্ধ। বহু কথা নিৰ্ভৰ কৰিছে চি. পি. এম. আৰু জনতাৰ সম্বন্ধৰ ওপৰত। আমি ভবিষ্যৎ বাণী কৰা লোক নহওঁ। কিন্তু এটা কথা কৈ দিছোঁ। বিৰোধী পক্ষৰ বাবে ১৯৭৮ চনটো যোৱা ১৯৬৭তকৈ ভাল। অহা বিধান- সভাৰ নিৰ্ব্বাচনত কোনো এটি বিশেষ দল সংখ্যাগৰিষ্ঠ দল হৈ আহিব নোৱাৰে। শ্ৰীমতী গান্ধীয়ে যিমানেই আশা নকৰক। কৰ্ণাটক অসম নহয়। অসমো কৰ্ণাটক নহয়। অসমৰ ৰাইজ যদি সমাজসচেতন হয়, তেন্তে তেওঁলোকে দেখুৱাই দিব, অসমৰ ৰাইজৰ সিদ্ধান্তক কোনো ৰাজনৈতিক ব্যক্তি বা ব্যক্তিত্বই অপমান কৰিব নোৱাৰে। ৰাইজেই অসমৰ ৰজা হওক।

*(আমাৰ প্ৰতিনিধি : ১৮ শ বছৰ : ৪ৰ্থ সংখ্যা : ফেব্ৰুৱাৰী, ১৯৭৮)*



# অসমৰ নতুন চৰকাৰলৈ প্ৰশ্ন

## শিশুৰ বাবে কি প্ৰকাশ কৰোঁ ?

সাহিত্যিকসকলে জানেই, পুথি প্ৰকাশনৰ সমস্যা জটিল। প্ৰতি বছৰে বহুতো সাহিত্যিক আৰু প্ৰকাশক লৰৰি আছে এই কামলৈ। পিছে, কোনো কোনোৱেহে সফলতাৰ মুখ দেখে। কিয় ? শিশুৰ বাবে যিসকলে পুথি প্ৰকাশ কৰে, তেওঁলোকৰ সমস্যা জটিলতৰ। দিল্লীত অলপতে অনুষ্ঠিত Third World Book Fair অত এই সমস্যাৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰা হৈছে। আলোচনা হৈছে। সমস্যাসমূহ প্ৰকটভাৱে দাঙি ধৰাও হৈছে।

ভাৰতবৰ্ষ বিশাল দেশ। শিশুৰ সংখ্যাও বিশাল ৰূপৰ। অথচ, সেই অনুপাতে ভাৰতৰ শিশুৰ বাবে পুথি প্ৰকাশৰ সংখ্যা আঙুলি মূৰত লেখিব পাৰি।

প্ৰথম কথা : সৰহভাগ ভাৰতীয় লোক কিতাপমুখী (Book-minded) নহয় বুলি প্ৰায় প্ৰকাশকে উপলব্ধি কৰিছে। বিক্ৰীস্থল কম। গতিকে, শিশুৰ পুথি বিক্ৰয়ৰ বাবে সম্পূৰ্ণৰূপে নিৰ্ভৰ কৰিব লাগে স্কুল আৰু পুথিভঁৰালৰ ওপৰত। তদুপৰি, শিশু-সাহিত্যৰ কিতাপৰ মানৰ ওপৰত ভেটি কৰি সকলো স্কুল আৰু পুথিভঁৰালে এনে কিতাপ ক্ৰয় কৰা দেখা নাযায়। তলে তলে বহুত কথা হয়! নোকোৱাই ভাল।

দ্বিতীয় কথা : পূৰ্ণবয়স্ক লোকৰ বাবে কিতাপ প্ৰকাশ কৰাত যিমান ধন লাগে, দেখা গৈছে যে শিশুৰ বাবে কিতাপ উলিওৱাত তাতোকৈ বেছি ধনৰ আৱশ্যক হয়। মনস্তাত্ত্বিক আৰু সৌন্দৰ্য্যবোধৰ ফালৰপৰা শিশু-পুথিৰ বিষয়-বস্তুৰ বাছনি, ছপাৰ মানৰ বাছনি, শিশুৰ উপযোগী ছবি আঁকিব পৰা চিত্ৰশিল্পীৰ বাছনি আদি নানা কথাত একোজন প্ৰকাশকে বহু শ্ৰম কৰিবলগীয়া হয়। গতিকে, শিশু-পুথি আৰু প্ৰকাশনক যদি আগুৱাই দিব লাগে, তেন্তে আমাৰ দেশত অভিভাৱকসকলে নিজৰ শিশুৰ বাবে তেনে ভাল কিতাপ কিনাৰ অভ্যাসটোক বঢ়াব নালাগেনে?

তৃতীয় কথা : আমাৰ দেশৰ স্কুল, পুথিভঁৰাল আৰু অন্যান্য ক্ৰেতা অনুষ্ঠানসমূহে শিশুৰ উপযোগী পুথি অকল গুণগত মানৰ ওপৰত ভেটি কৰিহে কিনিব লাগিব।

ৰাজ্যৰ ডিৰেক্টৰেট অব এডুকেশ্বনে এনেকৈ কিতাপ কিনা কাৰ্য্যত এই অনুষ্ঠানসমূহক বাধ্যবাধকতা দিয়াৰ ক্ষমতা পৰিহাৰ কৰিব লাগিব। ডিৰেক্টৰেটে 'অনুমোদন' কৰিলেহে এনে কিতাপ তেওঁলোকে কিনিব পাৰিব -- এই নিয়ম উঠাই দিব লাগিব। ই শিশু সাহিত্য প্ৰকাশনৰ অন্যতম অন্তৰায় বুলি শিশু সাহিত্যৰ প্ৰকাশকসকলে বাৰুকৈয়ে উপলব্ধি কৰিছে। ই বহুত সময়ো নষ্ট কৰে।

প্ৰকাশকে 'অনুমোদন'লৈ বাট চাই বহুতো সময় খেদাব লাগে আৰু শেষত তথাকথিত 'অনুমোদন' সৌভাগ্যক্ৰমে পালেও পুথিভঁৰালৰ বজাৰত দিবলৈ বহুত পলম হৈ যায়। ভাৰতৰ বহুতো প্ৰকাশকে অনুভৱ কৰিছে যে পাশ্চাত্য দেশত শিশুৰ পুথি ছপাশাললৈ যোৱাৰ সময়তে (আগতীয়াকৈ) স্কুল পুথিভঁৰালসমূহে গুণগত মান অনুসৰি কিনি পেলায়। কাৰণ, সেই দেশসমূহত ৰাজ্যৰ ডিৰেক্টৰেট অব এডুকেশ্বনৰ অনুমোদন কৰা নকৰা ক্ষমতা নাই। Third World Book Fair-অত শিশু-সাহিত্য প্ৰকাশনৰ বাবে উঠা এইকেইটা সমস্যা আমাৰ অসমতো বিদ্যমান। আমি ভাবোঁ, অসমৰ শিশু-সাহিত্যৰ প্ৰকাশকক যদি আমি উল্লেখ কৰা সমস্যাৰপৰা বচাব নোৱাৰোঁ, তেন্তে এনে প্ৰকাশকে এই কামত আগ বাঢ়িব নোৱাৰে, উদগনি নাপায়। শিশুৰ মনৰ দিগন্তক মিঠা মিঠা অৰ্থপূৰ্ণ পুথিৰে সুন্দৰতৰ কৰা প্ৰত্যেক দেশৰে সমাজ, অভিভাৱক আৰু চৰকাৰৰ পবিত্ৰ কৰ্ত্তব্য নহয় জানো?

*(আমাৰ প্ৰতিনিধি : ১৮ শ বছৰ : ৫ম সংখ্যা : মাৰ্চ, ১৯৭৮)*



# দিশপুৰে বৰণ সলায়

সুদীৰ্ঘ ত্ৰিশ বছৰ পাচত অসমৰ সমাজে চিত্ৰ সলালে...

বিষ্ণু ৰাভাদেৱে কৈছিল, 'প্ৰাগজ্যোতিষপুৰ' সময়ত ক্ষয় গৈ গৈ গৈ গৈ 'দিশপুৰ' হ'লগৈ।

দিশপুৰ ৰাজধানী হ'ল।

এইবাৰ দিশপুৰত বহি অসম চলোৱা বহু পুৰণি মুখ দেখা পোৱা নেযাব..

অসমৰ ৰাইজে এইবাৰ শৰৎকালৰ পৰিৱৰ্তে বিচাৰিলে এক নতুন ব'হাগ।

কপৌ ফুলৰ লগে লগে নতুন এপাহ গোলাপ ফুলিল।

গাঁৱৰ বিহুৱা মন বুজা দুলাল বৰুৱা আহিল ন-দায়িত্ব লৈ— গাঁৱে-ভূঞে বাট উলিয়াবলৈ।

তাহানিৰ 'সন্ত্ৰিয়া সন্মিলনী'ৰ দিনৰেপৰা কুমাৰ ভাস্কৰ নাট্যমন্দিৰ খনমুকলমাই থকা লক্ষ্যধৰ চৌধুৰী আহিল গণ-ভাওনাৰ সূত্ৰধাৰ হৈ।

গীতিকাৰ অনিল আহিল সংসদৰ দিহা দিবলৈ ..

আৰু কত ন ন মুখ।

ন ন দৃষ্টিভঙ্গী লৈ।

এই নতুন মুখ নতুন ব্যক্তিসমূহৰপৰা অসমৰ ৰাইজে বহু নতুনত্ব বিচাৰিব।

এই ব'হাগ তেওঁলোকৰ বাবে নতুন পথ লোৱাৰ ব'হাগ হওক।

দিশপুৰৰ এই নতুন বৰণে অসমৰ সমাজক নতুন ৰূপ দিয়ে নে নিদিয়ে, সেইটো নিৰ্ভৰ কৰিব অসমৰ ৰাইজৰ একতাৰ আৰু নতুন নেতাচামৰ সাহসৰ ওপৰত।

*(আমাৰ প্ৰতিনিধি : ১৮ শ বছৰ : ৬ষ্ঠ সংখ্যা : এপ্ৰিল, ১৯৭৮)*



# সাংবাদিক আৰু শাসক

সাংবাদিকতাৰ শকতি আৰু নৈতিকতাৰ কথা পাচত। এতিয়া দেখা গৈছে, ৰাজনৈতিক নেতাক শাসনৰ বাবে লাগে বাতৰি-কাকতৰ সাহায্য আৰু সাংবাদিকক লাগে ৰাজনৈতিক নেতাৰ পৃষ্ঠপোষকতা। সাংবাদিকে ৰজা গঢ়িব পাৰে, আৰু তেনে ৰজা গঢ়ি লৈ, সেই ৰজাৰ শাসনৰ সময়ত সংবাদিকে ক্ষমতাৰ ৰ'দ পুৱাব পাৰে। দুয়ো দুয়োকো এৰিব নোৱাৰে।

ইন্দিৰা গান্ধীয়ে নিষ্ঠুৰ জৰুৰীকালীন নিয়ম কৰি বাতৰি-কাকতক হাতৰ মুঠিত ৰাখিবলৈ বিচাৰিছিল। তাৰ ফল হাতে হাতে পালে। জনতা চৰকাৰে বাতৰি-কাকতক দিলে এক প্ৰকাৰৰ অবাধ মুকুতি। পিচে, এই 'অবাধ মুকুতি'ও জনতাৰ বাবেই অপকাৰী হৈ উঠিছে নেকি? বিশেষকৈ, যেতিয়া জনতাৰ ওপৰ মহলত নানা মতৰ নানা বিভেদ প্ৰকট হৈ ওলাই পৰিছে — বাতৰি-কাকতৰপৰাই! সেয়ে মোৰাৰজী দেশায়ে সৰ্ব্বভাৰতীয় বাতৰি-কাকতৰ সম্পাদক সম্মিলনীত সাংবাদিকক কৈছে, "তোমালোকে ইন্দিৰাৰ ফাঁকিবোৰ ধৰি প্ৰকাশ নকৰা কিয়? আমি অৰ্থাৎ জনতা চৰকাৰে জানো প্ৰেছ্ চেন্সৰ কৰিছোঁ।"

নিশ্চয় কৰা নাই। নহ'লেনো আৰু চৰণ সিং আৰু জগজীৱনে 'ব্লিট্জ' আৰু 'কাৰেন্ট' কাগজেৰে বাইজৰ আগত চুলিয়াচুলি কৰে নে? নহ'লেনো জগজীৱনে মেনকা গান্ধীৰ 'সূৰ্য্য'ৰ মাধ্যমেৰে কয় নে, 'মুক্ত নিৰ্ব্বাচন হ'লে ময়েই প্ৰধান মন্ত্ৰী হ'লোহেঁতেন' বা 'The general impression is that the Janata party is a party of the landed aristocracy.' এৰা, স্বাধীনতা ৰাজনৈতিক নেতায়ো লয়। নহ'লে 'ছানডে' কাকতৰ মাধ্যমে ড° সুব্ৰমনিয়ম স্বামীয়ে অটল বিহাৰী বাজপেয়ীৰ পিচত লাগেনে? পিচত লগা মানে হ'ল — going at somebody. মোৰাৰজীয়ে অলপতে AINEC-অত কৈছে Unlimited freedom-অৰ অপব্যৱহাৰ নকৰিবা। আৰু 'The P.M. advised members not to indulge in criticism that amounted to going at somebody'। পিচে, going at somebody-অত যে দেশৰ একে দলৰ ৰৰ ৰৰ নেতাসকলেই অবাধ স্বাধীনতা লৈছে, তাৰ বাবে দায়ী

বাতৰি-কাকত, নে নেতাসকল নিজেই? নে ৰাইজৰ অধিকাৰ আছে, এই নেতাসকলৰ মাজত হোৱা খোৱা-কামোৰাৰ কথা জনাৰ? নে বাতৰি কাকতৰ নৈতিকতা হ'ল শাসনকৰ্তাসকলক expose কৰাটো? কোনটো?

## এৰা, কোনটো?

আদবানীয়ে অলপতে কাশীত কৈছে, অমুক এজেন্সীয়ে 'While reporting was politically editorialising the events' অৰ্থাৎ ঘটনা প্ৰকাশত ৰাজনৈতিকভাৱে সম্পাদনা কৰি যায় সেই এজেন্সীয়ে। মোৰাৰজীয়ে কয়, উচ্চ নৈতিকতাৰ আদৰ্শ দেখুৱাব লাগে বাতৰি কাকতে। 'Lofty ideals' অৰ কথা কয় তেওঁ। 'অৰ্গেনাইজাৰ' কাকতৰ সহকাৰী সম্পাদকৰ দায়িত্বত থকা আদবানীয়ে আৰু কিছু জ্ঞান দিব পাৰে, পিচে, মোৰাৰজীয়ে বোম্বেত মুখ্য মন্ত্ৰী থকা কালত 'টাইমছ অব্ ইণ্ডিয়া'ৰ স্বাধীনতাৰ সৈতে কম যুদ্ধ কৰিছিলনে? মোৰাৰজী তেওঁৰ ডেকা কালত ডেপুটি কলেক্টৰহে আছিল, সাংবাদিকতাৰ সৈতে কোনো দিনেই কোনো সম্বন্ধ জনো নাছিল, উপদেশ দিয়াৰ বাহিৰে?

উপদেশ দিয়া বৰ সহজ। নেতাসকলে ডাক্তৰ এজনৰ ছাৰ্জেৰীৰ বিষয়ে উপদেশ দিব নোৱাৰে -- কিন্তু সাংবাদিকক উপদেশ দিবৰ বাবে সদায় সাজু। শুনিছোঁ, ৰিচাৰ্ড নিক্সনে কৈছিল, "মোৰ সবতকৈ ভাল লাগিলহেঁতেন, যদি মই এখন ডাঙৰ বাতৰি কাকতৰ প্ৰথম পৃষ্ঠাত বাতৰিখিনি মোৰ মতে সজাব পাৰিলোঁহেঁতেন।" ঠিক এনে বাইয়ে হেনো সজাইছিলেই ইংলণ্ডৰ প্ৰধানমন্ত্ৰী লৰ্ড কাৰ্জ্জ হেনো কৈছিল, "মই প্ৰধান মন্ত্ৰীৰ দায়িত্ব এৰি দিলোহেঁতেন -- যদি 'দি টাইমছ' কাগজৰ সম্পাদকৰ চাকৰিটো পালোঁহেঁতেন with a decent contract." যেন সাংবাদিকতা বৰ উজু কাম!!

এইসকলক কওঁ, এটি বিশেষ গুণৰ আৰু জ্ঞানৰ অধিকাৰী হ'লেহে সুসাংবাদিকতা কৰিব পাৰি। সকলো কামতে, নজনাকৈয়ো উপদেশ দিব পৰা লোক হ'লেই ৰাজনৈতিক নেতা হ'ব পাৰি।

(*আমাৰ প্ৰতিনিধি : ১৮ শ বছৰ : ৮ম সংখ্যা : জুন, ১৯৭৮*)



# ৰাজহুৱা সম্পত্তিৰ সংৰক্ষণ
# বঙ্গদেশতঃ অসমত?

## উদয়শঙ্কৰৰ ব্যক্তিগত সম্পত্তিৰ সংৰক্ষণ

বিশ্ববিখ্যাত নৃত্যশিল্পী ভাৰতগৌৰৱ 'উদয়শঙ্কৰৰ স্ত্ৰী শ্ৰীমতী অমলাশঙ্কৰে ভাৰতৰ শিক্ষামন্ত্ৰী পি. চি. চন্দ্ৰক গতাই দিছে উদয়শঙ্কৰৰ এশ সঙ্গীতযন্ত্ৰ আৰু নৃত্যত ব্যৱহাৰ কৰা (তেওঁৰদ্বাৰা পৰিকল্পিত) সকলো সাজ-পোছাক। এই আপুৰুগীয়া সম্পত্তি এতিয়াৰেপৰা সংৰক্ষণ কৰা হ'ব ভিক্টোৰিয়া মেমোৰিয়েলত কিম্বা কলিকতাৰ যাদুঘৰত।

## আৰু অসমত জ্যোতিপ্ৰসাদৰ গৃহ
## জ্যোতি ভাৰতী'ৰ অপব্যৱহাৰ

'এয়া চোৱা ভূপেন' বুলি আঙুলিয়াই দিলে শ্ৰীকমলাপ্ৰসাদ আগৰৱালাদেৱে তেজপুৰৰ 'জ্যোতি ভাৰতী'ত প্ৰস্ৰাৱ কৰি থকা এজন লোকলৈ। মানুহজন বজাৰ কৰা মানুহ। তেজপুৰ বজাৰৰ কাষতে 'জ্যোতি ভাৰতী'ৰ খোলা কম্পাউণ্ড। মানুহ-দুনুহ নাই। এৰাবাৰীসদৃশ কম্পাউণ্ড। গতিকে, কি ভয়? সোমাই গৈ যেয়ে-সেয়ে তাত প্ৰস্ৰাৱ কৰা সহজ। খন্তেকে সোমাই গ'লোঁ। ঘৰটো খোলা পৰি আছে। অদ্ভুত ধৰণৰ বং সনা। জ্যোতিপ্ৰসাদৰ কিছু প্ৰতিকৃতিৰ পেইণ্টিং এটা কক্ষত যেনি-তেনি পৰি আছে। জ্যোতিপ্ৰসাদৰ আইনাখন কোনোবাই হেনো নিছিলে। এতিয়া আকৌ আনিছে। কাম কৰা 'ল'ৰা এজনক কেইমাহমান হ'ল চাকৰি দিছে। তেওঁ ক'লে, "কি কৰিম দিয়ক, কিমান মানুহৰ লগত কাজিয়া কৰিম! সবেই দেখোন ইয়াতে আহি প্ৰস্ৰাৱ কৰে!" সুধিলোঁ, "আৰু কোনো অবিচাৰ নাই নেকি?" "গা ধুইছে।" মই শুচি আহিলোঁ বুকুত এটা প্ৰচণ্ড ক্ৰোধ লৈ। কিছু সময়ৰ পাচত জোনাকী চিনেমাত মোক লগ ধৰিলেহি এজন ডেকা ল'ৰাই। চিনাকি দিলেহি—তেওঁ 'জ্যোতি ভাৰতী'ৰ

এডমিনিষ্ট্রেটিভ অফিচাৰ। সেই ডেকাজন গুণী। কলিকতীয়া কোনোবা এখন প্ৰাইভেট সঙ্গীত প্ৰতিষ্ঠানৰ শ্বিলং শাখাত কিছু সঙ্গীত-শিক্ষা লাভ কৰিছিল। "কি কি কৰিছা এই জ্যোতি ভাৰতীত" বুলি মই প্ৰশ্ন কৰাত ক'লে : "এইখন কন্দ্ৰ বৰুৱাস্থৰে টাইপ কৰি পঠাইছে।"

কি টাইপ কৰি পঠাইছে, মই বাইজক পাচত জনাম। পৰিকল্পনা কৰত। বেচেৰা এই অফিচাৰজনে যে সকলো কথা বুজিছে — তাত সন্দেহ হয়।

আৰু কন্দ্ৰ 'ছাৰে'ও যে লিখাখিনি ভালকৈ বুজিছিল, তাতো সন্দহ হয়। এতিয়া সাংস্কৃতিক মন্ত্ৰীগৰাকীয়েও নম্ৰভাৱে হেনো কৈ আহিছে, তেজপুৰত যে 'আগৰ চৰকাৰে এই ঘৰ কিনিলে — এতিয়া আমাৰ চৰকাৰৰ ভালুকৰ সাঙ্গিহে হ'ল।'

এইবোৰ কথা যে সঁচা তাৰ প্ৰমাণ হ'ল : 'জ্যোতি ভাৰতী'ত কোনো activity নাই। ই মৰিশালিসদৃশ হৈ আছে। তাত দুজন চকীদাৰ আছে — এজন কাম কৰা ল'ৰা আৰু আনজন অফিচাৰ। তেওঁলোকৰ বেচেৰা কোনো দোষ নাই। দোষ দিশপুৰত নেকি? আমাৰ কথা হ'ল, চৰকাৰে যদি এইটো এনেকৈ ৰাখে, তেন্তে তেজপুৰৰ ৰাইজক ঘূৰাই দিয়ক — তেজপুৰৰ ৰাইজে সুন্দৰকৈ চলাব পাৰিব। অসমৰ জনতা পাৰ্টিৰ এম. এল. এ-মন্ত্ৰীকেইজনাৰ চকুত পৰা নাইনে 'জ্যোতি ভাৰতী'ৰ এই বিলৈ? ই জাতীয় কলঙ্ক নহয়নে? জ্যোতিপ্ৰসাদে জানো মিডিঅ'কাৰ মানুহৰ দয়াত বাচি থাকিব খুজিছিল! ৰাইজৰ মানুহ 'জ্যোতি'ক ৰাইজেই জীয়াই ৰাখিছে— ৰাখিবও।

(আমাৰ প্ৰতিনিধি : ১৮ শ বছৰ : ১৬ সংখ্যা : জুলাই, ১৯৯৮)



# কেন্দ্ৰ-ৰাজ্যৰ আৰ্থিক সম্বন্ধ

## অসমৰ এটি উদাহৰণ

আজিৰ (১৩ ৭ ৭৮) ষ্টেটছমেন কাগজত সম্পাদকলৈ চিঠি'ৰ শিতানত শ্ৰী এইচ সিনহাই অসমৰ পৰ্বতপুৰৰপৰা লিখা চিঠি এখন প্ৰকাশিত হৈছে। বিষয়বস্তু অসমৰ বাবে গুৰুত্বৰ বুলি ভাবি, কিছু ভাবৰ অনুবাদ আৰু উদ্ধৃতি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ। চিঠিখন এয়া :

মহাশয়,

যোৱা ২/৩ জুলাইত হোৱা ছেমিনাৰৰ ('Major issues in federal finance' আছিল বিষয়) ৰিপ'টৰ সন্দৰ্ভত ক'ব খোজোঁ যে জোৰা টাপলি নিদি কেন্দ্ৰৰ আৰু ৰাজ্যৰ অৰ্থনৈতিক সম্বন্ধটোৰ একেবাৰে নতুন গাঁথনিহে কৰা উচিত। তেনে ব্যৱস্থাৰহে আৱশ্যকতা আছে।

'A fresh approach is called for with special attention being to pricing and indirect taxation of specialized products of particular states, division of facilities, the rule of public sector undertaking and public utility bodies and so on.'

উদাহৰণ স্বৰূপে : Joint stock undertaking (কিন্তু শীঘ্ৰেই Public sector enterprise হ'ব লগা) অইল ইণ্ডিয়াই নেচাৰেল গেছৰ দাম ১০০০ কিউবিক ফিটত ৪ টকা ১০ পইচাৰপৰা বঢ়াই ১১ টকা ৭৬ পইচা কৰিলে। এই বৰ্দ্ধিত দামৰ প্ৰভাৱ ৰাক্‌কৈয়ে পৰিছে অসমৰ চাহ- বাগিচাসমূহৰ খৰচত, ফাৰটিলাইজাৰ প্লেণ্টত আৰু ষ্টেট ইলেক্‌ট্ৰিচিটি বোৰ্ডসমূহত। যুক্তি থাকিলেও ইয়াৰ ফলাফল বিস্তৃত হ'ব। এই বৰ্দ্ধিত ধনৰপৰা ৰাজ্যই কিটো পাব? আকৌ আছোঁ, প্ৰতি KWH বিদ্যুৎ শক্তিত দুপইচাকৈ আবকাৰী কৰ লগোৱা প্ৰস্তাৱৰ কথালৈ। ষ্টেট ইলেক্‌ট্ৰিচিটি বোৰ্ডে generate কৰা প্ৰতি KWH শক্তি ৩ পইচাকৈ বেচিব। এই ধন সংগ্ৰহ কৰিব ইলেক্‌ট্ৰিচিটি বোৰ্ডসমূহে। এই ব্যৱস্থাই কেন্দ্ৰ আৰু ৰাজ্যৰ Fiscal Relation-অক

স্পৰ্শ নকৰে। কিন্তু এটা কথা পাহৰা উচিত নহ'ব যে ইলেক্ট্ৰিচিটি বোৰ্ডসমূহে Power rate বঢ়াবলৈ অনুমতি বিচাৰি আছে।

শ্ৰী এইচ্. সিন্হাৰ এই প্ৰশ্ন আৰু সন্দেহে আমাকো ভবাই তুলিছে। ইয়াৰ উত্তৰ আছে অসমৰ জনতা চৰকাৰৰ অৰ্থনৈতিক অধিকাৰ আৰু দায়িত্বৰে নতুনকৈ প্ৰস্তুত কৰা সুচিন্তিত নীতিৰেহে এটি বিশেষ অঞ্চলৰ উপকাৰ সাধিব পৰা হয়।

অন্যান্য চৰকাৰে কেন্দ্ৰৰ সৈতে যুঁজিছে নিজ ৰাজ্যৰ প্ৰাপ্যৰ বাবে পশ্চিম বঙ্গৰ ফালে চালেই হ'ল।

(*আমাৰ প্ৰতিনিধি : ১৮ শ বছৰ : ৯ম সংখ্যা : জুলাই, ১৯৭৮*)



# আঞ্চলিক অৰ্থনৈতিক বৈষম্য

## এটি গোহাৰি সম্পৰ্কে আমাৰ অভিমত

"অসম তথা ভাৰতৰ ৰাজনীতিত স্থানীয় আৰু আঞ্চলিক সমস্যাসমূহে পুনঃ পুনৰ্ৰূপ গা কৰি উঠা দেখা যায়। স্থানীয়ভাবে অৰ্থনৈতিক, জাতিগত, ভাষিক, ধৰ্মীয় আদি নানা ৰূপত এনে বিক্ষোভবোৰ ঘনীভূত হ'লেও, এই কথা কোনেও নুই কৰিব নোৱাৰে যে মূলতঃ এই বিক্ষোভবোৰৰ উৎস অৰ্থনৈতিক-সামাজিক সমস্যাসমূহৰ ঐতিহাসিক কাৰণসমূহ উদ্‌ঘাটন কৰি, তাৰ বিজ্ঞানসম্মত সমাধান আগ বঢ়াবলৈ কোনো বিপ্লৱী দল সক্ষম নোহোৱা বাবে এই বিক্ষোভসমূহ সময়ে সময়ে ঘোৰ প্ৰতিক্ৰিয়াশীল হোৱা দেখা যায়। সেয়ে, সকলো বিপ্লৱী দল, গোষ্ঠী, ব্যক্তি আৰু স্বাধীনতাপ্ৰেমী গণতান্ত্ৰিক ৰাইজৰ কৰ্ত্তব্য স্থানীয় আৰু আঞ্চলিক সমস্যাসমূহ সমাধানৰ বিজ্ঞানসম্মত পথ দেখুৱাই দিয়া আৰু এই সমস্যাসমূহ সমাধানৰ বাবে যথাসাধ্য প্ৰচেষ্টা কৰা। অসমত বিশেষভাবে — শিল্পায়ন, চাকৰিৰ নিশ্চয়তা আৰু নিৰাপত্তা, ভাষিক বৈষম্যৰ অবসান তথা সাংস্কৃতিক স্বাধীন বিকাশৰ দাবী নানাভাৱে গা কৰি উঠি আহিছে। এই দাবীসমূহৰ মূল উৎস অনুসন্ধান কৰিলে আমি দেখা পাওঁ, চৰম অৰ্থনৈতিক সঙ্কট আৰু নিষ্পেষণৰ ফলত এই অঞ্চল তথা সমগ্ৰ ভাৰত জুৰুলা হৈছে আৰু প্ৰকৃত বৈপ্লৱিক সমাধানৰ পথ বিচাৰি নাপাই মানুহে নানাভাৱে বিক্ষোভ সংগঠিত কৰিছে।

অৰ্থনৈতিক অনগ্ৰসৰতাৰ কাৰণসমূহ বিশ্লেষণ কৰিলে, অৰ্থনৈতিক বৈষম্যৰ অন্তৰায়স্বৰূপ যিবোৰ শক্তি আমাৰ আগত ওলাই পৰে, সেইবোৰ হ'ল — সাম্ৰাজ্যবাদ, সামাজিক সমাজবাদ, দেশীয় দালাল শ্ৰেণী আৰু গাঁও অঞ্চলৰ আধাসামন্ত তথা কৃষক শ্ৰেণী। সামগ্ৰিকভাবে সমগ্ৰ ভাৰত তথা আধা সামন্ততান্ত্ৰিক এই শক্তিসমূহেই হ'ল বিকাশৰ মূল অন্তৰায়।

অসমৰ কথা বিশেষভাবে পৰ্য্যালোচনাৰ মাজলৈ আনিলে আমি দেখা পাওঁ কি? ব্ৰহ্মদেশ চৰকাৰৰ লগত হোৱা সন্ধিৰ অজুহাতত চক্ৰান্তমূলকভাবে অসম দখল

কৰা সাম্ৰাজ্যবাদী ইংৰাজৰ দিনত পোনপটীয়াভাৱে অসম লুণ্ঠিত হৈছিল। ইংৰাজৰ পাচৰ যুগত অৱশ্যেই সাম্ৰাজ্যবাদৰ প্ৰভাৱ অৰ্থনৈতিক আৰু সামাজিকভাৱে এই দেশত থাকি গৈছে। সাম্ৰাজ্যবাদী ইংৰাজৰ লুণ্ঠনৰ ৰাজনীতিৰ ফলত যি অসম (Imbalanced) বিকাশৰ অৰ্থনৈতিক প্ৰক্ৰিয়া সৃষ্টি হৈছিল, সেই প্ৰক্ৰিয়া বৰ্তমান অৱস্থাতো অপৰিবৰ্তিতভাৱে আছে। সাম্ৰাজ্যবাদী শক্তিসমূহৰ লগতে ভূতৰ ওপৰত দানহ পৰাদি আজি সামাজিক সাম্ৰাজ্যবাদীয়েও সমগ্ৰ দেশতে শোষণৰ জাল বিস্তাৰ কৰিছে। এই বিদেশী শক্তিসমূহৰ থলী দেশখনত দালাল শ্ৰেণী আৰু আধা সামন্তসকল সিহঁতৰ বিশ্বস্ত সহযোগী। লুণ্ঠিত, নিষ্পেষিত এই দেশত সেয়ে অনগ্ৰসৰতাৰ অৱসান তথা স্যামগ্ৰিক বিকাশৰ দাবী, আধা সামন্ততান্ত্ৰিক শোষণ, দালাল শ্ৰেণী আৰু সাম্ৰাজ্যবাদ - সামাজিক সাম্ৰাজ্যবাদী শোষণ বিৰোধী।

অসম তথা উত্তৰ পূব ভাৰতৰ সামগ্ৰিক শিল্পায়নৰ দাবীৰ লগতে এই অঞ্চলত গা কৰি উঠিছে নগা, মিজো, বড়ো আদি জাতিসমূহৰ স্বনিয়ন্ত্ৰণৰ দাবী। এই নিষ্পেষিত জাতি উপজাতিসমূহ মূলতঃ ইংৰাজৰ দিনত সাম্ৰাজ্যবাদৰ দ্বাৰা লুণ্ঠিত, প্ৰতাৰিত আৰু অৱদমিত আৰু ইংৰাজৰ পাচৰ যুগৰ সমস্ত দালাল পুঁজিপতি-ব্যৱসায়ী আৰু আধা সামন্ত শ্ৰেণীৰ দ্বাৰা পুষ্ট কৃষক জাতি-উপজাতি। এই নিষ্পেষিত জাতি উপজাতিসমূহৰ স্বনিয়ন্ত্ৰণৰ সংগ্ৰাম সেয়ে মূলতঃ কৃষক জাতি উপজাতিৰ শোষণবিৰোধী সংগ্ৰাম। স্বনিয়ন্ত্ৰণৰ ধাৰণা এই জাতি-উপজাতিসমূহৰ মাজত বাহিৰৰপৰা জাপি দিয়া ধাৰণা নহয়। স্বাধীন অৰ্থনীতি আৰু সংস্কৃতি গঢ় দিওঁতা জাতি উপজাতিসমূহ চিৰদিন জাতিসত্তা হিচাপে স্বাধীন আছিল। সেয়ে, এই জাতি উপজাতিসমূহক দমন, পীড়ন কৰাৰ অধিকাৰ কাৰো নাই। অথচ আমি দেখিছোঁ, তথাকথিত ৰাষ্ট্ৰীয় স্বাৰ্থৰক্ষাৰ নামত এই জাতি উপজাতিসমূহক বৰ্বৰভাৱে নিপীড়িত কৰা হৈছে, জাতি হিচাপে ধ্বংস কৰি দিবলৈ তথা বৃহৎ জাতিৰ অৰ্থনৈতিক শোষণ আৰু সংস্কৃতি জাপি দিবলৈ চক্ৰান্ত কৰা হৈছে।

স্বনিয়ন্ত্ৰণৰ দাবী, অনগ্ৰসৰতাৰ অৱসান তথা সামগ্ৰিক অৰ্থনৈতিক বিকাশৰ দাবী পূৰণৰ ক্ষেত্ৰত আমি দেখা পাওঁ মূল বাধা একেটাই, সি হ'ল বৰ্বৰ পাহাৰৰ দৰে থিয় দি থকা সমাজবাদ, সামাজিক সাম্ৰাজ্যবাদ, দালাল আৰু আধা সামন্তগুটৰ স্বাৰ্থৰক্ষা কৰা বৰ্তমানৰ ৰাষ্ট্ৰযন্ত্ৰ। সেয়ে, সামগ্ৰিক অৰ্থনৈতিক বিকাশৰ দাবী কৰা অসমৰ বাইজৰ লগত নিষ্পেষিত জাতিসমূহৰ স্বনিয়ন্ত্ৰণৰ দাবীৰ সঙ্গতি বৰ্তমান।

অনগ্ৰসৰতা যে কেৱল অসমতহে আছে আৰু জাতি-উপজাতিৰ সমস্যা কেৱল উত্তৰ ভাৰততে আছে, এনে নহয়, আধা-ঔপনিবেশিক ভেটিৰ ওপৰত বৰ্তি থকা ভাৰতৰ বিভিন্ন ঠাইত নানা অতি অনগ্ৰসৰ এলেকা আছে। উদাহৰণ স্বৰূপে উত্তৰ বঙ্গ, উত্তৰ বিহাৰ, উৰিষ্যা, মধ্যপ্ৰদেশ আদি। এই অঞ্চলসমূহ কেঁচা সামগ্ৰীৰ যোগান

ধৰোঁতা অতি অনগ্ৰসৰ, দৰিদ্ৰ মানুহৰ বাসস্থানলৈ পৰ্য্যবসিত হৈছে। ঠিক সেইদৰে নগা, মিজোৰ দৰেই কাশ্মীৰী, গোৰ্খা, ছোটনাগপুৰী আদিৰ জাতিগত সমস্যাসমূহ অমীমাংসিত সমস্যা হিচাপে থাকি গৈছে। এই কথা অতি গুৰুত্বপূৰ্ণ যে নানা ক্ষুদ্ৰ জাতি-উপজাতি অধ্যুষিত এলেকাবোৰ অনুন্নত অনগ্ৰসৰ এলেকা। আৰু এইবোৰৰ অৱস্থান অন্যান্য নিষ্পেষিত এলেকাবোৰৰ সমীপৱৰ্ত্তী। সাম্ৰাজ্যবাদী পুঁজিৰ ঘাটিস্বৰূপ শিল্পকেন্দ্ৰসমূহৰ এইবোৰ হ'ল উৎপাদিত সামগ্ৰীৰ বজাৰ আৰু কেঁচা সামগ্ৰীৰ যোগান ধৰোঁতা অঞ্চল। সেয়ে, আজি জনগণৰ বিক্ষোভ এনে এলেকাবোৰত অনগ্ৰসৰতাবিৰোধী, তথা জাতীয় স্বনিয়ন্ত্ৰণৰ দাবীত হোৱা আন্দোলনলৈ ৰূপান্তৰিত হৈছে।

মাৰ্ক্সবাদ লেনিনবাদৰ সাধাৰণ শিক্ষাই বৰ্ত্তমান সহজবোধ্য কৰি তুলিছে যে 'এটা জাতিক শোষণ কৰি আন কোনো জাতি স্বাধীন হ'ব নোৱাৰে'। শোষক জাতিসমূহৰ শ্ৰমিক কৃষক শ্ৰেণী শোষক নহয়। এওঁলোকো নিষ্পেষিত হয়। শোষক হয় দালাল, পুঁজিবাদী, ব্যৱসায়ী আৰু আধা সামন্তশ্ৰেণী। সেয়ে, নিষ্পেষিত জাতিৰ স্বনিয়ন্ত্ৰণৰ দাবীক সকলো জাতিৰ শ্ৰমিক-কৃষকে সমৰ্থন কৰে। অসম তথা উত্তৰ-পূব ভাৰতৰ অৰ্থনৈতিক অগ্ৰসৰতাৰ অৱসানৰ দাবীত হোৱা আন্দোলন আৰু জাতি-উপজাতিসমূহৰ আন্দোলন দীৰ্ঘকাল ধৰি মাৰ খোৱাৰ আৰু সময়ে সময়ে বিপথে যোৱাৰ কাৰণ হ'ল শত্ৰু শ্ৰেণী সম্পৰ্কে সঠিক ধাৰণাৰ অভাৱ আৰু মিত্ৰ সম্পৰ্কে সুস্থ ধাৰণাৰ অভাৱ। সেয়ে এই বিষয়সমূহ সঠিকভাৱে আলোচনা কৰা প্ৰয়োজন।

জাতিসমূহৰ স্বনিয়ন্ত্ৰণৰ প্ৰসঙ্গত 'প্ৰথমে স্বাধীনতা লাভ আৰু তাৰ পাচত সম্মিলিত বা যুক্তৰাষ্ট্ৰ' --এটা সৰ্ব্বজনস্বীকৃত মতত পৰিণত হৈছে। কেৱল জাতিদম্ভত মত্ত শোষক শ্ৰেণী আৰু এই শ্ৰেণীৰ সহযোগীসকলেহে স্বনিয়ন্ত্ৰণৰ এই পদ্ধতি মানি নলয়। স্বনিয়ন্ত্ৰণ মানি লোৱা দূৰৰ কথা, এই বৃহৎ জাতিসুলভ দম্ভত অহঙ্কাৰী শোষক শ্ৰেণীয়ে নিষ্পেষিত জাতি-উপজাতি অধ্যুষিত অঞ্চল আৰু অনগ্ৰসৰ অঞ্চলসমূহৰ উন্নয়নৰ দাবীও অস্বীকাৰ কৰে। 'ৰাষ্ট্ৰীয় স্বাৰ্থ' (নিঃসন্দেহে শোষক শ্ৰেণীৰ ৰাষ্ট্ৰ) 'মহান ভাৰতীয়তা' (শোষক শ্ৰেণীৰ ভাৰতীয়তা) আদিৰ শ্লোগানেৰে এওঁলোকে প্ৰকৃততে শোষক শ্ৰেণীসমূহৰ স্বাৰ্থকে পূৰণ কৰে।

সকলোবোৰ কথা মোটামুটিকৈ পৰ্য্যালোচনা কৰি আমি দেখা পাইছোঁ যে বৰ্ত্তমান আমাৰ নিষ্পেষিতসকলক এনে এটা পথ লাগে — যি পথে জাতীয় সমস্যা সমাধানৰ বাবে আৰু স্থানীয়, আঞ্চলিক অগ্ৰসৰতা দূৰীকৰণৰ বাবে বলিষ্ঠ আৰু দৃঢ় পদক্ষেপ দিয়া সম্ভৱ। এনে পথ বিচাৰি উলিওৱাটো নিশ্চয় সম্মিলিত নিষ্পেষিত শ্ৰেণী আৰু স্বাধীনতাপ্ৰেমী ৰাইজৰ প্ৰতি আমাৰ সেয়ে আহ্বান — তেনে এক ঐক্যবদ্ধ প্ৰচেষ্টা হাতত লওক।

সেয়ে, আমি বিশেষভাৱে নিম্নোক্ত বিষয় দুটাৰ ওপৰত আপোনালোকৰ বক্তব্য বিচাৰিলোঁ। আপোনালোকৰ মতামত পোৱাৰ পাচত আমি বহুলভিত্তিক এখন আলোচনা-চক্ৰ পাতি এই বিষয়সমূহ আলোচনা কৰাৰ আশা ৰাখিলোঁ। আমি মতামত বিচৰা বিষয়সমূহ :

(১) উত্তৰ-পূৰ্ব্বাঞ্চলৰ আৰ্থিক-সামাজিক অনগ্ৰসৰতাৰ কাৰণসমূহ আৰু সমাধানৰ পথ।

(২) বৰ্ত্তমান ভাৰতৰ জাতি সমস্যাৰ স্বৰূপ আৰু তাৰ সমাধানৰ পথ।

ওপৰত প্ৰকাশ কৰা এই গোহাৰি আমালৈ পঠাইছে 'সমাজ অধ্যয়ন কেন্দ্ৰ'ই (Centre for Social Studies) মাৰফৎ যোগানন্দ গোস্বামী, চোলাধৰা, যোৰহাট - ১, শিৱসাগৰ, অসম।

## আমাৰ মতামত

অসমত আৰু পূৰ্ব্বভাৰতত বিশেষভাৱে, যি অনিশ্চয়তা, সংশয় আৰু উগ্ৰানুভূতিয়ে দেখা দিছে, তাৰ মূলতে আছে অৰ্থনৈতিক সঙ্কট। উন্নত অঞ্চলৰদ্বাৰা অনুন্নত আন এটি অঞ্চলৰ শোষণৰ মনোভাৱৰপৰা উদ্ভৱ হোৱা এই সমস্যা সমূহৰ বৈপ্লৱিক আৰু বৈজ্ঞানিক সমাধানৰ পথ বিচাৰি উলিওৱাটো অতি আৱশ্যকীয় হৈ পৰিছে। ভাষা, চাকৰি, শিল্পায়ন, নিৰাপত্তা আদিৰ ক্ষেত্ৰত দেখা দিয়া বৈষম্যই পূৰ্ব্বভাৰতত বহুতো মাখিছাল পৰশা তথাকথিত 'আন্দোলন'ৰ সৃষ্টি কৰিছে যদিও, আচল দোষৰ উৎসৰ ফালে বহুতৰে মন-কাণ নাই। নতুন চৰকাৰকেইটিয়ে নিজ নিজ ক্ষমতাৰ ফুলজাৰি উকওৱাতে ব্যস্ত যেন দেখা গৈছে। সকলো থৰকবৰক।

উত্তৰ-পূৰ্ব্বাঞ্চলৰ আৰ্থিক, সামাজিক অধঃপতনৰ কাৰণসমূহ আৰু তাৰ সমাধানৰ পথ উলিওৱা আৰু বৰ্ত্তমান ভাৰতৰ জাতি সমস্যাৰ স্বৰূপ বিশ্লেষণ কৰাৰ গধুৰ দায়িত্ব আছে এই অঞ্চলৰ ৰাজনৈতিক, অৰাজনৈতিক চিন্তাবিদ সকলৰ।

আমাৰ মত হ'ল-- এই আলোচনা-চক্ৰ হ'ব লাগে শীঘ্ৰেই। চিন্তাবিদসকলে নিজ নিজ মতামত দাঙি ধৰিলে পথৰ সন্ধান নোপোৱাৰ কোনো অৰ্থ নাই।

বিভিন্ন মতামত খৰচি মাৰি প্ৰকাশ কৰাটোহে আজি এই গণতন্ত্ৰৰ যুগত শোভনীয় হ'ব। আশা কৰোঁ, এই আলোচনা চক্ৰ সফল হয়। এনে আলোচনা-চক্ৰ শুভ আৰম্ভণি।

*(অসম প্ৰতিনিধি : ১৮ শ বছৰ : ১২শ সংখ্যা : অক্টোবৰ, ১৯৭৮)*



# যেনিয়েই চাওঁ হেড হান্টিং

"বাতৰি-কাকত হাতত ল'বই নোৱাৰি। অমুক লেণ্ডৰ সীমাত তমুকক ঘপিয়ালে। অমুক চৰৰ অমুক ঘাটত সংখ্যালঘুক তমুকে মৰিয়ালে। কাৰণ-অকাৰণ পাচৰ কথা। জামছেদপুৰত মানুহে দুবাৰ-খিৰিকী মাৰি ত্ৰাসত দিন কটাইছে। দেশৰ বাহিৰলৈ চাওঁ, ইৰানত দিনে-নিশাই হত্যালীলাৰ তাণ্ডব। কোনে কাক ফায়াৰিং স্কোৱাডেৰে খতম কৰিলে, তাৰ সীমা-সংখ্যাকে নাই। আফগানিস্তানত ৰাছিয়ান পৰিয়ালক হত্যা কৰা নাটক চলিয়েই আছে। ভিয়েটনামলৈ চাব, নে কাম্পুচিয়ালৈ চাব? তাতো হত্যাৰ খবৰ। ইউগাণ্ডাৰপৰা লিবিয়ালৈ নেজ দাঙি পলোৱাৰ আগতে নৰখাদক ইডি আমিনে হেনো কেইবাহেজাৰো মানুহ গুলীয়াই থৈহে গৈছে। পাকিস্তানত ভুট্টোক দাঙি নি ফাঁচি দিয়াৰ পাচতো হত্যালীলা চলি আছে। দক্ষিণ আফ্ৰিকাতো ফাঁচিৰ পৰ্ব্ব। কোনফালে চাওঁ? এই হত্যালীলাৰ কাৰণ-অকাৰণ পিচৰ কথা। হত্যা কিন্তু সত্য। এই যে হত্যাৰ কিৰিলি, ভয়াবহ মৃত্যু-লীলা— এইবোৰ সভ্য মানুহৰ কাম, নে আদিম মানুহৰ? তাহানিতে নাগালেণ্ডত হেড হান্টিং চলিছিল হেনো: সেয়াও হেনো আছিল কৃষ্টিৰ লগৰীয়া বস্তু। কিন্তু এতিয়া যিবোৰ হত্যা পৃথিৱীৰ চাৰিওফালে চলিছে, সেইবোৰ কৰা লোকসকলতো আদিম নহয়।

তেওঁলোক সভ্য মানুহ। কোনোৱে ফৰাচী, কোনোৱে ইংৰাজী কয়— কোনোৱে লংপেণ্ট পিন্ধে; অৰ্থাৎ কোনো নিৰক্ষৰ, উলঙ্গ মানুহ নহয়।

এইবোৰ দেখি-শুনি, আমাৰ আমেৰিকাত ছাত্ৰাবস্থাত থকা কালত, বিখ্যাত মহিলা নৃতত্ত্ববিদ মাৰ্গেৰেট মীডে কোৱা এষাৰ কথালৈ মনত পৰিছে। তেখেতে এই লেখকক নিউৰ্য়কৰ 'মিউজিয়াম অব্ নেচাৰেল হিষ্টৰী'ত কৈছিল : "ভূপেন, তোমাৰ দেশ ভাৰত। অসম তোমাৰ প্ৰদেশ। তাতে আছে নাগালেণ্ড। হেড হান্টিং তাত হৈছিল। পিচে, এনথ্ৰপ'লজিৰ ৰূপ সলনি হৈছে। হেড হান্টিং বিচাৰি নাগালেণ্ডলৈ বা আফ্ৰিকালৈ বা অষ্ট্ৰেলিয়ালৈ আমি যাব নালাগে। এতিয়া হেড হান্টিং হ'ব বা হৈছে তথাকথিত সভ্য দেশৰ সভ্য ৰাজধানীবোৰৰ ৰাজপথত। সমাজৰ সকলো ক্ষেত্ৰতে জুভেনাইল ডেলিঙ্কুৱেন্সী দেখা গৈছে। এতিয়া নিউৰ্য়ক, পেৰিছ, লণ্ডনৰ দৰে চহৰতো

হেড হাণ্টিং হ'ব। আধুনিক মানুহে বাটে-পথে নৰমুণ্ডৰ ফুটবল খেলি আদিম মানুহৰ দৰে নৃত্য কৰি কিৰিলিয়াব। তাকে দেখি, আনে হাঁহি হাঁহি হাতচাপৰি দিব। এতিয়া নৃতত্ত্ববিদসকলৰ গৱেষণাৰ স্থল হ'ব — শিক্ষিত 'সভ্য মানুহ'।" এৰা, সেয়েহে বোধ হয় যেনিয়েই চাওঁ, তেনিয়েই হেড হাণ্টিঙৰ খেলা -।

*(আমাৰ প্ৰতিনিধি : ১৯ শ বছৰ : ৫ম সংখ্যা : মে', ১৯৭৯)*



# প্ৰচাৰ মাধ্যম ঃ অনাতাঁৰ ঃ দূৰদৰ্শন

## স্বায়ত্ত শাসনৰ স্বৰূপ

অসমৰ অনাতাঁৰ কেন্দ্ৰৰ অৱস্থা জনা আছে। তদুপৰি, অসমত দূৰদৰ্শনৰ নাম-গোন্ধেই নাই। দিল্লীত অসমৰ নেতৃবৃন্দৰ প্ৰতিনিধিত্ব কৰাৰ যোগ্যতা নথকাৰ বাবেই আজিলৈকে পূৰ্ব্বাঞ্চলৰ ৰাজ্যকেইখনৰ বাবে দূৰদৰ্শনৰ এটাও কেন্দ্ৰ স্থাপন নহ'ল। উৰিষ্যাই এটা নহয়, দুটাকৈ দূৰদৰ্শন কেন্দ্ৰ লাভ কৰিলে। অসমৰ বাইজে আন্দোলন কৰিব নেজানে বুলি ক'লে ভুল কোৱা নহ'ব। ই অপ্ৰিয় সত্য। যাহওক জনতা চৰকাৰে নিৰ্ব্বাচনী প্ৰতিশ্ৰুতি দিছিল অনাতাঁৰ আৰু দূৰদৰ্শনক স্বায়ত্ত শাসন যচা হ'বই। অৰ্থাৎ এই শক্তিশালী প্ৰচাৰ মাধ্যম দুটা চৰকাৰৰ নেগুৰস্বৰূপ কৰি ৰখা নহ'ব। স্বাধীনতা দি কৰ্পোৰেশ্বনৰ ৰূপ দিব। তাৰ বাবে ভাৰ্গিজ কমিটী পতা হ'ল। তাত আমিও ভাগ লৈছিলোঁহক।

'ভাৰ্গিজ কমিটীৰ মতেই' এই বিষয়ে এখন বিল উত্থাপন কৰা হৈছে সংসদত। পিচে, বিলখনত উল্লিখিত বিধি-ব্যৱস্থাসমূহ ভালকৈ অধ্যয়ন কৰিলে বুজা যায়, বাহিৰৰ ৰেহৰূপ স্বাধীন যেন লাগিলেও চৰকাৰী শাসন বজ্ৰকঠোৰ। আওপকীয়াভাৱে। যি ৰূপত ভাৰ্গিজ কমিটীয়ে স্বাধীনতা বিচাৰিছিল— কৰ্ম্মীগোষ্ঠীৰ সুপৰিসৰৰ সৈতে এই ৰূপৰ বহুতো পাৰ্থক্য।

অভিযোগ সম্পৰ্কিত এই বোৰ্ডৰ কৰ্ম্ম পদ্ধতিৰ ক্ষেত্ৰতো এই বিলত বহুতো পাৰ্থক্য। অনুষ্ঠান সূচীৰ বিষয়ত গোচৰ আপত্তি জনোৱাৰ অধিকাৰ জনসাধাৰণৰ ওপৰত দিয়া হৈছে যদিও চৰকাৰে এটা ৰক্ষাকৱচ ৰাখি থৈছে। এই গোচৰ বোৰ্ডে যি ঠিক কৰিব, তাক নাকচ কৰাৰ ক্ষমতা দিছে আদালতক। তেতিয়া হ'লে বোৰ্ডৰ ক্ষমতা থাকিলেগৈ কি? বিলখনৰ অঙ্গে অঙ্গে ৰক্ষাকৱচ, যেনে— গভৰ্নিং ব'ডিত মনোনয়ন। বিলখনত বাৰে বাৰে যদিও ৰাষ্ট্ৰপতিৰ নাম উল্লেখ কৰা হৈছে, তথাপি আমি জানো নাজানো যে ৰাষ্ট্ৰপতি শাসকসকলৰ হাতৰ পুতলা? 'গণতান্ত্ৰিক পদ্ধতি'ত চৰকাৰে যি কৰিব, তাতে হয় বুলি ক'ব লাগিব ৰাষ্ট্ৰপতিয়ে। ৰাষ্ট্ৰপতিৰ নাম কৰি

শাসনৰ আচল চাবি ৰাখি থ'ব মন্ত্রীসভাৰ জেপত!

ধৰি ল'লোঁ বাৰু, বৰ্ত্তমানৰ মন্ত্রীসভাৰ সকলো ধৰ্ম্মত যুধিষ্ঠিৰ। কিন্তু ভৱিষ্যতৰ সকলো মন্ত্রীসভা তেনে নহ'বও পাৰে। বা বৰ্ত্তমানৰখিনি আদি অনন্তকাল শাসনত যে থাকিব, তাৰেই বা কি গেৰাণ্টি আছে!

যি কৰ্পোৰেশ্বন গঢ়ি উঠিব, তাৰ দৈনন্দিন কামৰ বাবে পোনপটীয়াকৈ সংসদৰ ওচৰত জবাবদিহি কৰিবলৈ বাধ্য থাকিব। ওপৰচকুৱা হৈ চালে, ব্যৱস্থাটো নিৰ্দ্দোষ, পবিত্র, গণতান্ত্রিক যেন লাগিব পাৰে; কিন্তু ইয়াৰ সুযোগতে অভ্যন্তৰীণ হেঁচাৰ সৃষ্টি কৰাই চৰকাৰৰ স্বাৰ্থপৰ, মতলব কৰাৰ যথেষ্ট কায়দা থাকি নাযাবনে? অতীতত সকলো চৰকাৰৰ আমোলত দেখা গৈছে প্রচাৰ মাধ্যমকেইটাক হাতৰ মুঠিত ৰখাৰ আপ্রাণ প্রচেষ্টা। ইন্দিৰা গান্ধীৰ দিনত এই স্বাৰ্থপৰতা চৰম পৰ্য্যায়ত উঠিছিলগৈ। তাৰ ফলাফলৰ কথাও বাইজে দেখা পাইছিল। জনতা চৰকাৰেও প্রথম ভাগত মুখত 'নিৰপেক্ষতা'ৰ কথা কৈও আচলতে এতিয়া সঁচা স্বাধীনতা দিবলৈ টান পাইছে।

এই বিল পাছ কৰাৰ আগতে এই কথাবোৰ সংসদত বিশ্লেষণ কৰা উচিত হ'ব। চাব লাগিব যাতে এই কৰ্পোৰেশ্বন কোল ইণ্ডিয়া বা ষ্টেইল আদিৰ দৰে ডিক্তিত চৰকাৰী পঘা থকা কৰ্পোৰেশ্বনৰ শ্রেণীয়া নহয়গৈ। প্রচাৰমন্ত্রী আদৱাণী চাহাবে এতিয়া ডিৰেক্টৰ জেনেৰেল পদটোলৈ আনিছে চৰকাৰৰ এজন 'Yes man' জাতীয় ওপৰৰ মানুহ। (উল্লেখযোগ্য যে বৰ্ত্তমানৰ D.D.G. (I) শ্রীউবেইদুল লতিফ বৰুৱাক প্রাপ্য সন্মান দি, D.G. কৰি ননাৰ বাবে সংসদত আদৱাণী চাহাবৰ তীব্র সমালোচনা হৈছে আৰু ভাৰতৰ বিখ্যাত বাতৰি-কাকতসমূহে সম্পাদকীয়ৰ মাধ্যমেও ইয়াৰ সমালোচনা কৰিছে।) এয়েই প্রমাণ কৰে, চৰকাৰৰ এই প্রচাৰ মাধ্যমক জেপত সুমুৱাই ৰখাৰ প্রবল কায়দা। অন্ততঃ কৰ্পোৰেশ্বন হোৱাৰ সময়লৈকে। এতিয়া এই বিলখনে আকাশবাণী আৰু দুৰদৰ্শনক স্বায়ত্ত শাসন দিছে, নে ডমিনিয়ন ষ্টেটাছ দিছে? নে অবাধ স্বাধীনতা দিছে, নে হোমৰুল দিছে? তাক চিঁহিয়াই চোৱাৰ সময় আহিছে ভাৰ্গিজ কমিটীয়ে নাম দিছিল 'আকাশ ভাৰতী'। আদৱাণী চাহাবে কৰিলে 'প্রসাৰ ভাৰতী'। নামে কি কৰে, গুণেহে সংসাৰ তৰে। আমাৰ 'প্রসাৰ ভাৰতী' বাৰু আমেৰিকাৰ (যুক্তৰাষ্ট্রৰ) দৰে স্বাধীন কৰিব নোৱাৰি, বুজিলোঁ। কিন্তু 'ব্রিটিছ ব্ৰ'ডকাষ্টিং কৰ্পোৰেশ্বন'ৰ দৰে 'স্বাধীনতা'কণ দিব নোৱাৰিবনে? যদি নোৱাৰে - কিহৰ ভয়ত? আমি এই বিলখন লৈ চিন্তিত।

(আমাৰ প্রতিনিধি ঃ ১১ শ বছৰ ঃ ৫ম সংখ্যা ঃ মে', ১৯৭৯)



# পুলিচ! পুলিচ! পুলিচ!!!

— পুলিচ জানো নাগৰিক নহয়?

১৯৭৯ চনত ভাৰতত চিপাহী বিদ্ৰোহ? আৰু এক চিপাহী বিদ্ৰোহৰ কথা মনত আছে? তাহানিৰ ১৮৫৭ চনৰ? সাম্ৰাজ্যবাদী ইংৰাজ শাসক শক্তিক সেই বিদ্ৰোহে বিপৰ্য্যস্ত কৰি তোলাত ভাৰতীয় সমাজত শৃঙ্খলা স্থাপনৰ বাবেই এখন পুলিচ আইন প্ৰণয়ন কৰা হৈছিল, ১৮৬১ চনত।

আজি ১৯৭৯ চনতো বৰ্ত্তমানৰ ভাৰতীয় পুলিচ ব্যৱস্থা পৰিচালিত হৈছে সেই এলাহুকলীয়া এশ ওঠৰবছৰীয়া আইনেৰে। আচৰিত কথা! ১৮৬০ চনৰ পুলিচ কমিছনত এটা আশা ব্যক্ত কৰা হৈছিল। — কি সেই আশা? পৰৱৰ্ত্তী সময়ত সমাজত শান্তি আৰু স্থিৰতা দেখা দিলে পুলিচ ব্যৱস্থাৰ আৱশ্যকীয় পৰিবৰ্ত্তন অনা হ'ব। গ'ল ৪২ বছৰ। একো পৰিবৰ্ত্তন নাহিল। তাৰ পাচত আহিল ১৯০২ চন। সেই বছৰত সৃষ্টি হয় দ্বিতীয় পুলিচ কমিছনৰ। এই কমিছনৰ প্ৰতিবেদনতো সেই পুৰণি আশাৰ প্ৰতিধ্বনি শুনা গৈছিল। গ'ল ৭৭ বছৰ। কত পানী বাগৰি গ'ল; কিন্তু আজিও এই ১৯৭৯ চনতো — সেই পৰিবৰ্ত্তনৰ কোনো জিলিকনি দেখা পোৱা নগ'ল। পুলিচৰ খং নুঠিব?

আজিৰ ভাৰতত ব্যাপক পুলিচ বিক্ষোভে কেন্দ্ৰৰ স্বৰাষ্ট্ৰ মন্ত্ৰী পেটেল চাহেব আৰু ভাৰতৰ সকলো ৰাজ্যৰ মুখ্য মন্ত্ৰীসকলৰ আসন অস্থিৰ কৰি তুলিছে। ৬ জুনত নতুন দিল্লীত এইসকলে আলচ কৰিছে। অকল দণ্ড দানেৰে এই ব্যাপক বিদ্ৰোহ দমন কৰিব নোৱাৰি। ৰাজ্যৰ কৰ্ণধাৰ- সকলে বুজা উচিত যে ভাৰতীয় পুলিচৰ ভাবমূৰ্ত্তিত এতিয়াও কলঙ্ক সানিছে অপৰিবৰ্ত্তিত পুলিচ কমিছনৰ আইনে।

স্বাধীন আৰু গণতান্ত্ৰিক সমাজত পুলিচৰ ভূমিকাৰ বিষয়ে শাসক আৰু ৰাইজৰ এটি ইতিবাচক আৰু স্পষ্ট ধাৰণা থকা উচিত। এই ভূমিকা হোৱা উচিত : নাগৰিকৰ নিৰাপত্তা ৰক্ষাৰ অভিভাৱকত্ব গ্ৰহণ।

কিয় আজিও পুলিচ মাথোঁ অপাংক্তেয়? কিয় আজিও পুলিচ ঘৃণিত? কিয় আজিও পুলিচ অশ্ৰদ্ধেয়?

একোজন পুলিচে চাকৰি ৰাখিবলৈ কি কি কৰিব নেলাগে? উচ্চতম কৰ্ম্মচাৰীৰ গোলামী, ৰাইজৰ অভিশাপ গ্ৰহণ, ক্ষমতাসীন এম. এল. এ., এম. পি-ৰ সেৱা, শাসনত অধিষ্ঠিত চৰকাৰৰ ভৰিৰ গচকক বাধ্যতামূলকভাৱে সন্মান কৰাৰ অপমান।

— এই সকলোবোৰৰ মাজেদি বিচৰণ কৰোঁতে একোজন পুলিচে মনস্তাত্ত্বিক স্তৰত যথেষ্ট ভুগিবলগীয়া হয়। এই বিষয়ে আশু সমাধান এতিয়াই দৰকাৰ। কেন্দ্ৰ আৰু ৰাজ্যৰ কৰ্ম্মকৰ্ত্তাসকলে গম পোৱা উচিত যে আজিৰ ব্যাপক পুলিচ বিক্ষোভ নিজৰ দৰমহা বৃদ্ধিৰ সংগ্ৰাম নহয়।

অসমৰ পুলিচ? তাহানিৰ মণিৰাম দেৱান, হৰনাথ দাৰোগাৰ দিনৰেপৰা আজিলৈকে গুৱাহাটীত কম দৰমহা পোৱা পুলিচসকলৰ 'হাউছিং' অৰ সুব্যৱস্থা হোৱা নাই! ইয়াতকৈ লাজৰ কথা কিবা হ'ব পাৰেনে? এই লেখকে গুৱাহাটীৰ পুলিচে শুকান খেজুৰৰ পাতৰ কুটিৰত থাকি চাকৰি কৰাও দেখিছে কিছু বছৰৰ আগতে। আৰ্থিক সুব্যৱস্থা নেথাকিলে দুৰ্নীতিয়ে অঙ্কুৰ মেলেই। তথাপি কওঁ, ভাৰতৰ এই পুলিচ বিক্ষোভ মাথোঁ আৰ্থিক দৈন্যক কেন্দ্ৰ কৰিয়েই মূৰ দাঙি উঠা নাই। পুলিচসকলৰ পোছাকৰ তলত লুকাই থকা সাধাৰণ নাগৰিকজনৰ আৰ্থিক-সামাজিক সন্মান নোপোৱাৰ যি বেদনা, সিও এক বিৰাট কাৰণ। স্বৰাষ্ট্ৰমন্ত্ৰী পেটেল চাহেবে পৰহি কৈছে :

"পুলিচৰ কামত ৰাজনৈতিক হস্তক্ষেপ যে বদ অভ্যাস — এই বিষয়ে মুখ্যমন্ত্ৰীসকল একমত।"

যদি সেয়ে হয়, বন্ধ কৰক এই অন্যায়। ন্যায় দিয়ক ভাৰতৰ পুলিচসকলক।

পুলিচো নাগৰিক—।

পুলিচো মানুহ—।

*(আমাৰ প্ৰতিনিধি : ১৯ শ বছৰ : ৭ম সংখ্যা : জুলাই, ১৯৭৯)*



# বিন্দু মাত্র

বিন্দু। এটি মাথোঁ বিন্দু। বিন্দুমাত্র। বিন্দুমাত্র শব্দটোক উলাই কৰিব নোৱাৰি। বাক্য ৰচাত সহায় কৰে। যুক্তিত ই শক্তি দিয়ে। যেনে আমাৰ বিন্দুমাত্ৰও সন্দেহ নাই যে অসম চৰকাৰৰ সৰ্ব্ববৃহৎ উদ্যোগ হ'ল বক্তৃতা উদ্যোগ। অসমত প্ৰায় তেৰ লাখ নিবনুৱা আছে। বৰ্তমানে। ই ক্ৰমবৰ্দ্ধমান। চৰকাৰৰ বক্তৃতা উদ্যোগে এই নিবনুৱাসকলৰ ১/৩ ভাগকো চাকৰি দিব নোৱাৰিব অহা পাঁচ বছৰত। আমাৰ বিন্দুমাত্ৰও সন্দেহ নাই যে এই পৰিস্থিতিয়ে ভয়াবহ ৰূপ ধৰি লিভায়াথন হৈ বক্তৃতা উদ্যোগসমূহক খাই পেলাব। আমাৰ বিন্দুমাত্ৰও সন্দেহ নাই যে আমাৰ শিক্ষিত নিবনুৱাই শ্ৰমক মৰ্য্যাদা দিয়ে। নহ'লে, এম. এ. পাছ অসমীয়া ডেকাই অটোৰিক্সা নচলালেহেঁতেন। এনে ডেকাসকললৈ আমাৰ অভিনন্দন। আমাৰ বিন্দুমাত্ৰ সন্দেহ নাই যে আগৰ দৰে এইবাৰো বানপানীত নতুন মথাউৰি নিৰ্ম্মাণতকৈ পুৰণি অবৈজ্ঞানিক মথাউৰি মেৰামতি কৰাত অধিক টকাৰ খেলিমেলি হ'ব। শ্ৰাদ্ধ হ'ব। আমাৰ এটা কথা কোৱাত বিন্দুমাত্ৰও সংশয় নাই যে অসমৰ খলুৱা মাটিহীন লোকে অসমৰ মাটি পোৱাত বাধা পাব, বিশ্বপ্ৰেমিকসকলৰপৰা। 'বিন্দুমাত্ৰ' শব্দটোৰ ব্যৱহাৰৰ কথা ক'বলৈ গৈ এইবোৰ কি কৈছোঁ? ছিৰিয়াছ হৈ গৈছোঁ দেখোন। আমাৰ বিন্দুমাত্ৰও সন্দেহ নাই যে কোনো গুৰুত্বপূৰ্ণ কাৰণতহে যোৱা মে' দিবসত পিকিঙত মাও চে তুঙে এটি মিচিকি হাঁহি মাৰিলে, ভাৰতীয় চাৰ্জ দ্য এফেয়াৰ্ছলৈ চাই। মাও চাহাবে দুটি কথাও পাতিলে ভাৰতীয় দূতজনৰ সৈতে। দিল্লীৰ বৈদেশিক মন্ত্ৰণালয়ত গৱেষণা আৰম্ভ হ'ল হুলস্থূল। মাও চাহাবে কেনেকৈ হাঁহিলে। কিমানখিনি হাঁহিলে। কিয় হাঁহিলে। য়াহায়া খাই মস্কোত পোৱা এইবাৰৰ মৰমটোৰ সৈতে সমান্তৰাল কৰি ইয়া পিকিঙীয়া হাঁহি নহয়তো এইটো? ভাৰত-চীনৰ মাজত গোট মাৰি যোৱা বৰফ গলাব পাৰিবনে এই হাঁহিয়ে? কলিকতীয়া কাকত এখনে অভিমত দিলে : ই মনালিছাৰ হাঁহি। আমাৰ কিন্তু বিন্দুমাত্ৰও সন্দেহ নাই যে ই মনালিছাৰ হাঁহি নহয়। ই মানালিছাৰ হাঁহি। আমাৰ বিন্দুমাত্ৰও ভয় নাই ক'বলৈ যে 'বিন্দুমাত্ৰ' কথাটোক সম্পাদকীয়ৰ বিষয়বস্তু কৰি আমি একো দোষ কৰা নাই। আমাৰ বিন্দুমাত্ৰও সন্দেহ নাই যে আমাৰ আজিৰ

ডেকা-গাভৰুচামে সাজ-পোছাকত অধিক সৌন্দৰ্য্যবোধ আৰু উদাৰতা ৰাখিছে স্বাস্থ্যৰ সবলতাক প্ৰকাশ কৰিবলৈহে। সোলোক ঢোলোক বস্তাসদৃশ সাজ পোছাকত যুক্তিসঙ্গতভাবেই আজিৰ ডেকা-গাভৰুচামৰ বিন্দুমাত্ৰও বিশ্বাস নাই। এগৰাকী ৰূপহী গাভৰুৰ গালত এটি ক'লা বিন্দু আঁকি দিয়ক। আমাৰ বিন্দুমাত্ৰও সন্দেহ নাই যে ৰূপত বৃদ্ধি কৰিব।

*(বিন্দু : জুলাই, ১৯৭৯)*



# ভোটাধিকাৰ অৰ্জ্জন কৰাৰহে প্ৰশ্ন ঃ কাঢ়ি লোৱাৰ নহয়

এটি নগুঠা বিষয়ৰ আলোচনা কৰা যাওক।

এটি সূত্ৰৰপৰা গম পোৱা গৈছে, ভাৰতৰ গৃহ-মন্ত্ৰীয়ে অসমৰ মুখ্য মন্ত্ৰীক কৈছে, "আপোনালোকে ইমান যদি অভাৰতীয় বহিৰাগতক পাইছেই, তেন্তে কুইট্ ইণ্ডিয়া নোটিচ নিদিয়ে কিয়? আপোনালোকৰ পুলিচ বিভাগে কি কৰিছে?" শুনিছোঁ, এজন পুলিচ বিষয়াই তেওঁৰ ওপৰৱালাক গোচৰ দিছে : ছাৰ, জনৈক এম. এল এ ই গাঁৱত বক্তৃতা দি ফুৰিছে এই বুলি--- "এই গাঁৱৰপৰা যদি 'বহিৰাগত'ক উলিয়াই দিবলৈ কোনোবা পুলিচ আহে, তেন্তে আপোনালোকে তেওঁক গৰু বন্ধা পঘাৰে বান্ধি থ'ব।" তেতিয়া ওপৰৱালাজনে সেই পুলিচ অফিচাৰক কৈছে : আপুনি যদি গাঁৱত বান্ধ খোৱাৰ ভয় কৰে, তেন্তে অসমৰ ৰাজবাটত অসমবাসী যুৱকসকলে বাটত বান্ধি পেলাব। পৰিস্থিতি এতিয়া এনে : নিৰ্ব্বাচন আহিছে। গতিকে, সকলো দলকে ভোট লাগিবই। নেতাসকলে সকলো অসমবাসীৰ, সকলো ভাষাৰ, সকলো ধৰ্ম্মৰ ভোটদাতাসকলৰ সমুখত নতশিৰে দয়াৰ ভিক্ষা-পাত্ৰ আগবঢ়াব। যেয়ে ভালৰি বোলাব, সেয়ে লোকসভালৈ, বিধানসভালৈ যাবই আজিকালি ভাৰতত (অসমতো) দলৰ সংখ্যাৰতো সীমা-সংখ্যা নোহোৱা হৈছে। আঞ্চলিক, সৰ্ব্বভাৰতীয়, সোঁ, বাওঁ, সাম্প্ৰদায়িক, অসাম্প্ৰদায়িক সকলো দলেই, ইটোৰে-সিটোৰ 'বন্ধুত্ব' বিচাৰি ৰাজনীতিৰ খহি যাব খোজা ঘৰটো কোনোমতে থিয় কৰি ৰখাৰ প্ৰচেষ্টা কৰিছে। অসমীয়া জাতিটোৱে ভাবিছে, অসমত ইমান অনা-অসমীয়া হ'ল। আমি দেখোন ঘৰতে ভগনীয়া হ'লোঁ। বাংলা ভাষা-ভাষীসকলে ভাবিছে, অসমীয়া জাতিয়ে আমাক খাব। হিন্দুসকলে ভাবিছে, মুছলমান মানুহ বাংলাদেশৰপৰা ইমান আহিছে যে তেওঁলোকহে সংখ্যাগৰিষ্ঠ হ'বগৈ। মুছলমানসকলে কৈছে, বাংলাদেশৰপৰা হিন্দু ভগনীয়াহে অধিক আহিছে। কোনোৱে কৈছে, ভোটাৰ লিষ্টৰপৰা একেবাৰে নতুনকৈ অহা লোকৰ নাম কাটি দিয়া হওক — আৰু ধৰাজালৈ পঠাই দিয়া হওক। জিঅ'লজিষ্টসকলে কৈছে, অসমত আগামী চনত এটি প্ৰচণ্ড ভূমিকম্প আহি দেশখন ধ্বংস কৰিব। এতিয়া দেখা গৈছে,

সেই প্ৰাকৃতিক ভূমিকম্প আহে-নাহে নেদেখাজনেহে জানে, কিন্তু ৰাজনৈতিক অসমত ৰাজনৈতিক ভূমিকম্প এটিৰ প্ৰস্তুতিৰ কিছু কিছু লক্ষণ দেখা গৈছেই। এই প্ৰস্তুতিক মিঠা বা ডিপ্লোমেটিক ভাষাৰে প্ৰলেপ দি নেথাকি খৰচি মাৰি ইয়াৰ প্ৰতিকাৰ কৰাহে উচিত বুলি বাস্তৱবাদীসকলে ৰায় দিছে। অৰ্থনীতিবিদসকলে কৈছে ই মূলতঃ অৰ্থনৈতিক কথা— ইয়াৰ অৰ্থনৈতিক সমাধানহে দৰকাৰ। অসমীয়া ভাষা ভাষীসকলে কৈছে, অসমৰ এই ৰণেই শেষ শৰাইঘাট। এইবোৰ দেখি শুনি কেইটামান কথা মনলৈ আহিছে।

প্ৰথমেই, সমস্যাটোৰ বিষয়ে এটি সম্পাদকীয়লৈ আঙুলিয়াওঁ ৫ অক্টোবৰৰ (১৯৭৯ চন) 'দৈনিক অসম'ৰ সম্পাদকীয়ত পঢ়িছোঁ : "অসমত বাংলাদেশ আৰু নেপালৰ নাগৰিকৰ অনুপ্ৰবেশ আকস্মিকভাৱে হোৱা নাই। এইখন ৰাজ্যত বিদেশী নাগৰিকে অন্ততঃ দুটা সাধাৰণ নিৰ্ব্বাচনত ভোট দানৰো সুযোগ পাইছিল। তেনেদৰে ভোটাধিকাৰ পোৱা বিদেশী নাগৰিকৰ সংখ্যা কিমান, সেইটো গুৰুত্বপূৰ্ণ প্ৰশ্ন নহয়, তেওঁলোকৰ ধৰ্ম্ম-সম্প্ৰদায় কি, সেইটোও আচল প্ৰশ্ন নহয়। আচল প্ৰশ্ন হৈছে এয়ে যে এজনো বিদেশীয়ে ভাৰতীয় নাগৰিকৰ সুযোগ সুবিধা অবৈধভাৱে ভোগ কৰিবলৈ পাব নেলাগে। কিন্তু বিদেশী লোক যে অবৈধভাৱে ৰাজ্যখনত বসবাস কৰিবলৈ লৈছে আৰু তেওঁলোকে ভোটদানৰ অধিকাৰো পাইছে, সেই কথা চৰকাৰী মহলৰ অজ্ঞাত নহয়। এতিয়া এই সম্পৰ্কত নিজক দোষমুক্ত কৰিবৰ বাবে আগতে ক্ষমতাত থকা মহলৰপৰা যেয়ে যি বিবৃতিকে নিদিয়ক, দায়িত্বৰপৰা কোনোমতে হাত সাৰিব নোৱাৰে। ক্ষমতা লাভৰ কাৰণে অবৈধ বিদেশী নাগৰিকৰ ভোটৰ সহায় লোৱা ৰাজনীতিৰ খেলৰ বিষয়ে সৰ্ব্বসাধাৰণ ৰাইজ ইতিমধ্যে বহু পৰিমাণে অৱগত হৈছে। অনুপ্ৰৱেশকাৰীৰ নাম ভোটাৰ তালিকাত অন্তৰ্ভুক্ত কৰা সম্পৰ্কত ৰাজনৈতিক দলসমূহৰ পৰস্পৰ-বিৰোধী দাবী নিৰ্ব্বাচন আয়োগৰ ওচৰত উত্থাপন কৰাৰপৰা স্পষ্ট হৈ পৰিছে যে অসমত সম্প্ৰতি বহিৰাগতক বহিষ্কাৰ কৰা লৈ আলোড়ন সৃষ্টি হোৱা সময়তো কিছুমান ৰাজনৈতিক দল পুৰণি কৌশল অৱলম্বনৰপৰা বিৰত হোৱা নাই। ইয়াৰ বাবে নিৰ্ব্বাচন আয়োগ বিমোৰত পৰিব লগা হৈছে। ভোটাৰ তালিকাত প্ৰাথমপৰা যিবোৰ নাম আছে, সেইবোৰ একেদৰে ৰাখি, বিদেশী বুলি আইনমতে প্ৰমাণিত হ'লেহে, তেনে লোকৰ নাম বাতিল কৰিবলৈ কিছুমান দলে দাবী জনাইছে। ইয়াৰ উপৰি, ধৰ্ম্মীয় আৰু সাম্প্ৰদায়িক দৃষ্টিকোণৰপৰা অবৈধভাৱে বসবাস কৰা লোকৰ প্ৰতি ৰাজ্যখনৰ নাগৰিকে অনুকম্পা প্ৰদৰ্শন আৰু সহায়-সমৰ্থন আগ বঢ়োৱাত অসমত অন্ততঃ বহিৰাগতৰ সমস্যাটো জটিল হৈ পৰিছে। ৰাজনৈতিক দল আৰু স্থানীয় লোকৰ এনে মনোভাৱৰ সুযোগ লৈ সমাজবিৰোধী শক্তিয়ে জাল ভাৰতীয় নাগৰিকত্বৰ প্ৰমাণপত্ৰ বিক্ৰী কৰি ধন ঘটাৰ প্ৰয়াস পাইছে।" এই সম্পাদকীয় পঢ়িলে অসমৰ

বৰ্ত্তমানৰ জনমতৰ প্ৰধান সোঁতৰ উমান কিছু পোৱা যায়।

আমাক ইতিহাসে কয়, কোনো ৰাষ্ট্ৰত দেশভঙ্গ, যুদ্ধ, গৃহযুদ্ধ বা তেনে কোনো দুৰ্য্যোগ হ'লে, সেই ৰাষ্ট্ৰৰ এটি নিপীড়িত জনসংখ্যাই সীমাতে থকা আন এখন ৰাষ্ট্ৰলৈ লৰালৰিকৈ ভয়তে আশ্ৰয় বিচাৰি আহে। নাৎসী জাৰ্মেনীৰ ইহুদীসকল বাংলাদেশৰ অ মুছলমানসকল, পাকিস্তানৰ সংখ্যালঘুসকল, ইন্দোচীনৰ এতিয়াৰ চীনা ভগনীয়াসকল (নাৰত দেশ এৰা) কিম্বা তিব্বতৰ দালাই লামাৰ পূজাৰীসকল হ'ল এনে কেইটিমান নিদৰ্শন। তেওঁলোকক অতিথি ৰূপে পাৰপত্ৰ দিয়া হয়, নাগৰিকত্ব দিয়া হয় তৎক্ষণাৎ। ইউগাণ্ডাৰ পৰা খেদি দিয়া এছিয়ান নাগৰিকসকলৰ কথাও আন এটি নিদৰ্শন। এওঁলোক বহিৰাগত। কিন্তু 'পৰৰাষ্ট্ৰৰ বহিৰাগত' - যাক নাগৰিকত্ব আন এখন ৰাষ্ট্ৰই দিয়ে বা দিছে এই কাৰণত যে তেওঁলোক পৰৰাষ্ট্ৰৰপৰা ভয়তে অহা, নিৰাপত্তা বিচৰা আন্তৰ্জাতিক ভগনীয়া। ভাৰতৰ আন ৰাজ্যতকৈ অসমৰ পৰিস্থিতি বেলেগ। অসম এনে এখন ৰাজ্য, যি কেবাখনো পৰৰাষ্ট্ৰৰদ্বাৰা পৰিবেষ্টিত হৈ আছে আৰু সীমান্তবোৰত এখন দেশৰপৰা আন এখনলৈ জনসংখ্যাৰ অহা-যোৱা কৰাত ভৌগোলিক বাধা নাই। গতি অবাধ। এতিয়া বাংলাদেশত যুদ্ধ নাই, এতিয়াও পূৰ্ব্বভাৰতলৈ ইমান পৰৰাষ্ট্ৰবাসীৰ সোঁত বয় কিয়? কোনে এওঁলোকক আশ্ৰয় দিছে? সঁচাকৈয়ে সোঁত আছে নে? কোনোবাই অবৈধভাৱে এওঁলোকক ভোটাধিকাৰ দিছে নে? এইবোৰ চৰকাৰেহে জানে ভালদৰে। সকলোকে চিন্তা আৰু উত্তেজনাৰ সাগৰত পেলাইছে। নহ'লে কেন্দ্ৰীয় চৰকাৰে এই সমস্যাটোক 'জাতীয় সমস্যা' বুলি ঘোষণা কৰিছে কিয়? পূৰ্ব্বভাৰতৰ সাতখন ৰাজ্য অৰুণাচল, মণিপুৰ, মিজোৰাম, নাগালেণ্ড, মেঘালয়, অসম, ত্ৰিপুৰাৰ কৰ্ম্মকৰ্ত্তাসকলেও নৰ্থ-ইষ্টাৰ্ন কাউন্সিলত একেলগে, একেমুখে প্ৰস্তাৱ লৈছে কিয় যে পৰৰাষ্ট্ৰসমূহৰপৰা অবৈধভাৱে মাত্ৰ সিদিনা বা আজি অহা লোকে নিশ্চয় ভাৰতত ভোটাধিকাৰ পাব নেলাগে বা অবৈধভাৱে প্ৰৱেশ কৰা লোকক বৈধভাৱেই বহিষ্কাৰ কৰিব লাগে? এই প্ৰস্তাৱত নিশ্চয় কিবা যুক্তি আছে। আৰু এটা কথা, ঐতিহ্যসিক কাৰণত বা অন্য যি কাৰণতে নহওক, ৰাজনৈতিক আঞ্চলিকতাবাদ সমগ্ৰ ভাৰততে মূৰ দাঙি উঠিছে। ইয়াক নুই কৰিব নোৱাৰি। এটা অঞ্চলৰ লোকৰ সেই অঞ্চলতে যদি ভাষাৰ, সংস্কৃতিৰ, অৰ্থনৈতিক জীৱনৰ নিৰাপত্তা নোহোৱা যেন লাগে, তাৰ প্ৰকাশ দুইৰকমে হ'ব পাৰে— ইতিবাচক আৰু নেতিবাচকভাৱে। কলিকতাৰ জনৈক প্ৰখ্যাত কাকতৰ সাংবাদিকে যদি লিখে যে উত্তৰ বঙ্গৰ ৰে'লবোৰ যদি আমি বন্ধ কৰি দিওঁ, অসমৰ কি হ'ব। বা অসমত যদি খিলঞ্জীয়া বাংলা ভাষা-ভাষী নাগৰিক এজনক (যিজনে কেবা পুৰুষৰপৰা অসমকে আপোন বুলি লৈছে আৰু তেওঁৰ মাতৃভাষা বাংলাত তেওঁ ঘৰত আৰু বাহিৰত কথা পতাৰ অধিকাৰ আছে) অকলে পাই উগ্ৰ মনোভাৱেৰে মাৰধৰ কৰা হয়, তেন্তে সেই কাৰ্য্য বা সেই

বোধ— নেতিবাচক। এনে বোধে কোনো আন্দোলন আগুৱাই নিয়ে জানো?

উল্লেখযোগ্য যে জনৈক বাংলা ভাষা-ভাষী, অথচ অসমীয়া সাহিত্যসেৱীয়ে লিখা চিঠি এখন মোৰ হাতত পৰিছে। তাত তেওঁক মাৰধৰ কৰাৰ কথা দুখেৰে লিখিছে আৰু আন এজন তেওঁৰেই অসমীয়া ভাষা ভাষী বন্ধুৱে তেওঁক ৰক্ষা কৰাৰ কথাও লিখিছে। অসমীয়াত লিখা চিঠিখনৰ একাংশ তুলি দিছোঁ :

"মোৰ মাতৃভাষা বাংলা হ'লেও মোৰ সীমিত অভিজ্ঞতা আৰু নিষ্ঠাৰে অসমীয়া ভাষা-সংস্কৃতিৰ বৰচোতালত যৎকিঞ্চিৎ অৰিহণা যোগাবলৈ মই আজি ১০/১৫ বছৰে চেষ্টা কৰি আছোঁ। অসমীয়া ভাষা-সংস্কৃতি চৰ্চা কৰাৰ ফল স্বৰূপেই অসমৰ বিভিন্ন আলোচনী; বাতৰি-কাকতত মোৰ বিভিন্ন ৰচনা, যেনে কবিতা প্ৰবন্ধ নাটিকাদি প্ৰকাশ হৈ আছে। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ প্ৰসঙ্গ আলোচনাদিতো মই অংশ গ্ৰহণ কৰি আহিছোঁ। আজি ১০/২০ বছৰে মোৰ সৃষ্টিসমূহ প্ৰকাশ হোৱাত আৰু অসমৰ বিভিন্ন সমালোচক- সকলে মোৰ লেখা মেলাৰ ওপৰত গুৰুত্ব দি ভুল ত্ৰুটিসমূহ আঙুলিয়াই দিয়াত মই নথৈ উৎসাহ আৰু প্ৰেৰণা পাইছোঁ। আপুনি নিশ্চয় নজনা নহয়, যে বৰ্তমান অসমত বহিৰাগতৰ প্ৰসঙ্গ লৈ এক উত্তেজনাপূৰ্ণ পৰিৱেশ চলি আছে। প্ৰকৃত বিদেশী নাগৰিকক বহিষ্কাৰ কৰা ক্ষেত্ৰত মোৰ কোনো দ্বিমত নাই। কিন্তু বহিৰাগতৰ নামত যদি এনেকুৱা এটা পৰিৱেশ হয়— য'ত মানুহৰ নিম্নতম নিৰাপত্তাও নাইকিয়া হয়— তেন্তে বিষয়টো চিন্তা কৰিবলগীয়া ...।"

পত্ৰলেখকৰ নামটো মই জানো — নম্বপালোঁ। এই চিঠিৰ প্ৰতিলিপি একতো অসমীয়া বুদ্ধিজীৱীলৈ পঠাইছে। — মই এই চিঠিৰ উল্লেখ স্ব ইচ্ছাৰে কৰিছোঁ এইখিনি সোঁৱৰাই দিবলৈ— যে কলিকতাৰ সেই বিখ্যাত সাংবাদিকে অসম অভিমুখী ৰে'লবোৰ উত্তৰ বঙ্গতে আটক কৰাৰ যি উগ্ৰ প্ৰকাশ, আমাৰ অসমতো উগ্ৰ মনোভাৱ লৈ এই বাংলা ভাষা-ভাষী, অথচ অসমতে থাকি অসমীয়া সাহিত্য সংস্কৃতিক সম্মান কৰা লেখকজনক অপমান কৰা— এই দুয়োটা নিদৰ্শনেই আমাৰ মতে নেতিবাচক।

বহুতে সুধিছে, ভাৰতৰ নানা ৰাজ্যৰপৰা বহুদিনৰ আগতে অসমলৈ আহি বসবাস কৰি অহা অনা-অসমীয়া লোকসকল জানো এতিয়া 'বহিৰাগত'? এই চিন্তাৰ ক্ষেত্ৰত ৰাজনৈতিক দলসমূহেও খেলিমেলিৰ সৃষ্টি কৰিছে। বিভিন্ন দিশৰপৰা আহি অসমত 'অসমবাসী' যিসকল হৈ গ'ল, তেওঁলোকে নিজৰ স্বাৰ্থতেই অসমজনক সম্মান কৰাটোৱেই স্বাভাৱিক নৈতিকতা। যিসকলে ঘৰত থাকিও ঘৰ বুলি ঘৰখনক সম্মান নকৰে, তেওঁ নিশ্চয় সেইখন ঘৰত শান্তি নেপায়। তেওঁ অসমত থাকিও তেওঁৰ এথনিক (Ethnic) স্বকীয়তা ৰখাৰ অধিকাৰৰপৰাও বঞ্চিত হ'ব নেলাগে। তেওঁ 'অসমবাসী' বুলি নিজকে সমূহৰ সৈতে identify কৰিব পৰাটোৱেই সুবুদ্ধি। হাবাথনক তেতিয়া কমনে ক'ব : 'তুমি নাঠা নিজাচ আমি দিহ তালি, একেলগে

মিলি যাব বিহু ভাটিয়ালী' (ভাষা আন্দোলনৰ সময়ত শ্ৰীহেমাঙ্গ বিশ্বাস আৰু এই লেখকৰ ১৯৬০ চনৰ ৰচনা)।

অসমত, ভাৰতীয় নাগৰিকৰ মাজত যদি সমন্বয় আৰু অৰ্থনীতিৰ ভাৰসাম্য থকা নাই — সেইটো সমাধানৰ চেষ্টা আনুভূতিক যুক্তি আৰু অৰ্থনীতিৰ বৈজ্ঞানিক আঁচনিৰেহে কৰিব লাগিব। এতিয়া পৰৰাষ্ট্ৰৰপৰা অবৈধভাৱে আহি অবৈধভাৱে ভাৰতত (অসমতো) ভোটাধিকাৰ লোৱাৰ সমস্যাৰ সৈতে আগৰ সেই সমস্যাদি লেটিপেটি কৰাটো জানো ভাল? প্ৰথমটো হ'ল, integration-অৰ সমস্যা, আনটো, অভাৰতীয় সমস্যা।

এতিয়াৰ অসমৰ সমস্যাটো হ'ল ভাৰতীয় আৰু অভাৰতীয় অবৈধ বহিৰাগতসকলৰ মাজৰ। তাত ভাষা ধৰ্ম্মৰ প্ৰশ্ন নাই। পৃথিৱীৰ ইতিহাসে সকীয়ায়—

মঙ্গোলীয়াৰ একাংশ পৰিছে ৰাছিয়াত, আন অংশ পৰিছে চীনত। সেই বুলি এজন চীনা মঙ্গোলীয়ানে ৰাছিয়াৰ মঙ্গোলীয়াত কেইদিনমান থাকিয়েই ভোট দিব নোৱাৰে। আফগানিস্তান, তাজিকিস্তান দুয়োখনেই ইছলামধৰ্মী, আৰু এতিয়াতো দুয়োখন দেশেই কমিউনিষ্ট। সেই বুলিয়েই এজন তাজিকিস্তানীয়ে অবৈধভাৱে আহি আফগানিস্তানত ভোট দিব নোৱাৰে। ইংলণ্ডৰ ব্ৰিটিছ পাৰপত্ৰ পোৱা এছিয়ানসকলে ইংলণ্ডত নাগৰিকত্ব পাব পাৰে। কিন্তু তেওঁ সমগ্ৰ পৰিয়ালকে ইংলণ্ডত সুমুৱাবগৈ নোৱাৰে। এতিয়াতো ভাৰতীয় ইংলণ্ডবাসী ডেকা এজনে, ইংলণ্ডত পাৰপত্ৰ পোৱা, তাতে জন্ম লোৱা ভাৰতীয় ছোৱালীকহে বিয়া কৰিব লাগিব বুলি কৰা আইন পাৰ্লামেণ্টলৈ আনিব। হঠাৎ ঢাকা বা কলিকতা বা গুৱাহাটী বা জলন্ধৰ বা নেপাল বা কৰাচীলৈ উৰি আহি গাভৰু এগৰাকী বিয়া কৰি লণ্ডনলৈ লৈ যাব নোৱাৰিব। এজন কেনেডিয়ানে নিউয়ৰ্কলৈ কেইদিনমান আগতে আহি ভোটাধিকাৰ নেপায়।

গতিকে, আজিৰ অসমৰ তথা ভাৰতৰ তথা পূৰ্ব্ব-ভাৰতৰ এই 'বহিৰাগত' সমস্যাটো পৰৰাষ্ট্ৰৰ অভাৰতীয় বহিৰাগতৰহে সমস্যা। বাৰে বাৰে কওঁ, বিশেষ ভাষা বা ধৰ্ম্মৰ প্ৰশ্ন ইয়াত নাহে — ই ভাৰতীয় সমস্যা। ই এক 'জাতীয়' সমস্যা। ই সমগ্ৰ ভাৰতৰ সমস্যা। তাক কেন্দ্ৰ আৰু পূৰ্ব্ব ভাৰতৰ সাতখন ৰাজ্যই একমুখে মানি লৈছে। অসমৰ বাংলা ভাষা-ভাষী অসমবাসীসকলেও ইয়াক মানি প্ৰস্তাৱ আকাৰে ঘোষণা কৰিছে। ভোটৰ লোভত ৰাজনৈতিক দলবোৰে দুৰ্বৃত্তসকলক উচটাই দিয়াৰপৰা বা একতা ভঙাৰপৰা, সকলো ভাষা-ভাষী, সকলো ধৰ্ম্মাৱলম্বী ভাৰতীয়ই বাধা দিয়া কৰ্ত্তব্য। ভোটাধিকাৰ অৰ্জ্জন কৰাৰহে প্ৰশ্ন, অবৈধভাৱে কাঢ়ি লোৱাৰ নহয়।

*(আমাৰ প্ৰতিনিধি : ১৯ শ বছৰ : ১০ম সংখ্যা : অক্টোবৰ, ১৯৭৯)*



# ন-পুৰুষলৈ বুলি

**নতুন পুৰুষ নতুন পুৰুষ**
**তুমিতো নোহোৱা ভীৰু কাপুৰুষ**

বৰ্ত্তমানৰ ব্ৰহ্মপুত্ৰৰ দুটি পাৰ দেখি সম্পূৰ্ণ অৰাজনৈতিক মনোভাৱেৰে সাধাৰণ সাংস্কৃতিক বনুৱা ৰূপে, সমন্বয়ৰ সেৱক ৰূপে বহু কথা মোৰ মনলৈ আহিছে। 'কোনোবা কাপুৰুষক পুৰুষ কৰিবলৈ জ্যোতিপ্ৰসাদো নাই। অসম মৰিলে আমিও মৰিম — বুলি ক'বলৈ কোনো যে নাই' -- এক দশকৰ আগতে লিখিছিলোঁ। 'ক'বলৈ কোনো যে নাই' কথাষাৰ সঁচাই পেলাবৰ হ'ল। অৱহেলিত, ক্ৰোধান্বিত পূৰ্ব্বভাৰতৰ লক্ষ মনৰ পুঞ্জীভূত নোপোৱাৰ বেদনাৰাশি আগ্নেয়গিৰিসম হ'ল। মনঃ দিগন্তৰ উদ্‌গিৰণৰ ধোঁৱা, লেলিহান শিখা দিগন্তে উৰা দেখা গ'ল। সঁচাকৈয়ে ব্ৰহ্মপুত্ৰ আজি বহ্নিমান হ'ল। আনকো জীয়াই ৰাখি (আনৰে লগতে অসমীয়া অসমতে যদিহে নেৰাচে বাৰু ক'তনো বাচিব? মোৰ আইক ভাল পাওঁ বুলিলে আনৰ আইক জানো ঘিণ কৰাটো বুজাব?), স্ব-নিৰাপত্তাক লক্ষ্য কৰি আগ বঢ়া আবাল-বৃদ্ধ বনিতাৰ সংযমী সমদলৰ পদধ্বনি শুনি, হঠাৎ হিংসাৰ শাণিত খড়্গ লৈ মাথোঁ শৰাইঘাটীয়া দেশ-প্ৰেমৰ সাহস লৈ, শ্বহীদ খৰ্গেশ্বৰ, শ্বহীদ মুজাম্মিলৰ আৰু কতজনৰ আত্ম-জীৱনদানৰ পটন্তৰ দেখি, এতিয়া ক'বলৈ কোনো যে নাই — কথাষাৰ বেছ অযুক্তিসঙ্গত যেন লাগিছে। 'প্ৰতি অসমীয়াই কি কৰা উচিত, উপদেশ দিবলৈ নাই লাচিত!' বুলিও সেই গীতটো লিখিছিলোঁ। এতিয়া দেখিছোঁ, উপদেশ দিবলৈ কোনো তথাকথিত বৰ্ত্তমানৰ নেতাৰো আৱশ্যকতা নাই। কাৰণ, লুইতপাৰৰ ডেকাশক্তিয়ে স্ব পৰিচালিত আন্দোলনেৰেই, সমগ্ৰ পূৰ্ব্বভাৰতকে সজাগ কৰি তুলিছে — নিজৰ প্ৰাপ্যখিনিৰ বাবে। আৰু কাকেনোবা উপদেশ খুজিব? কোন নেতাগণৰ? সিহঁতেৰ কেনিবা লুকালে? যোৱা ডেকুৰি বছৰে অধিকসংখ্যক অসমৰ নেতাই নেতৃত্বটো শৃগালসদৃশ — ৰাজসভালৈ গৈ, নিৰ্জীৱ কোনো ধূতী বা পেটিকোটত ধৰি, কাৰোবাৰ পদলেহন কৰাতেইতো ব্যস্ত! বাস্তৱ অথচ মৌন সমদলক কিবা ভৱিষ্যৎ একাৰ

দেখা লুইতপৰীয়া ডেকাশক্তিক দোষ দিয়াৰ অধিকাৰ বা সময় তেওঁলোকৰ আছে জানো? শান্তিপূৰ্ণ আৰু বলিষ্ঠ সংযম লৈ প্ৰকাশ কৰা যুক্তি দেখি সমগ্ৰ পৃথিৱীয়ে এতিয়া বহ্নিমান (মনৰ বহ্নি) ব্ৰহ্মপুত্ৰৰ পিনে ডিঙি মেলি চাইছে — চাবলগীয়া হৈছে। শ্বাকধাৰে লিগেল ব্ৰেকেট পাই, ৰাজ্যপাল এল পি সিঙৰ অনুৰোধকো উপেক্ষা কৰি, ভাৰতৰ সংবিধানকো লথিয়াই থাকিব খুজিছে যদিও ১১টা সমষ্টিত তেওঁৰ নিৰ্ব্বাচনী কুচকাৱাজ বন্ধ কৰিবলৈ বাধ্য হৈছে — এই ডেকাশক্তি আৰু সাধাৰণ ৰাইজৰ, জাতি-গোষ্ঠী-ধৰ্ম্ম-ভাষা নিৰ্ব্বিশেষে অসমবাসীৰ পণৰ বাবে - গণতান্ত্ৰিক প্ৰকাশৰ বাবে। দিশপুৰৰ সৰ্ব্ব-বিশ্বীয় সৰ্ব্ব-ভাৰতীয় অসমৰ ব্যৱসায়ী ৰাজনৈতিক নেতা সকলে দিশপুৰত পুলিচবেষ্টিত, সৰু সৰু কক্ষত, মূষিকৰ দৰে বহি মাখি মাৰি দিন কটাবলগীয়া হৈছে। যি সমষ্টিৰ ভোট লৈ বিধায়ক হৈছিল, সেই সেই ঠাইসমূহলৈ যাবলৈকো এতিয়া তেওঁলোকৰ মনত ত্ৰাস জাগে। বৰ হাস্যকৰ 'স্থায়ী' মন্ত্ৰীসভা গঠনৰ বিষয়ে বিভিন্ন দলৰ 'গভীৰ প্ৰগতিবাদী আলোচনা'সমূহ যেন তেৰাসকলৰ অবিহনে 'অসম ৰসাতলে যাব'। (এইমাত্ৰ অনাতাঁৰ বাতৰিত শুনিছোঁ, আগতে বহু ভুল কৰি অহা কিছু নেতাৰে গঢ়া এখন খিচিৰি মন্ত্ৰীসভা বোধ হয় দিশপুৰত দুই-এদিনতে হ'বই।) যাওক সেইবোৰ কথা। দুটা অনুৰোধ আছে নতুন পুৰুষলৈ।

আমি অসমৰ বাহিৰত ঘূৰি ফুৰোঁ। বাহিৰৰ সংবাদ- পত্ৰসমূহত এই আন্দোলনৰ বিকৃত ব্যাখ্যা দিয়া আমাৰ চকুত পৰে। সেই সংবাদপত্ৰসমূহৰ অসমত থকা ৰিপ'টাৰসকলৰো এই নেতিবাচক কাৰ্য্যত যথেষ্ট ইচ্ছাকৃত অৱদান আছে। এই বাতৰিবোৰত ভৌগোলিক সাধাৰণ-জ্ঞানৰো অভাৱ দেখা গৈছে। 'চেৰাপুঞ্জীত ৰামকৃষ্ণ মিছনত 'হামলা', আৰু অসমৰ বকোত বঙালী এম এল. এ. খুন। গতিকে, দায়ী এই অসমীয়া দুৰ্বৃত্তবোৰ! তেওঁলোকে জনা উচিত যে অসমীয়া ৰাইজৰ (ধৰক) মস্তিষ্ক বিকাৰ হ'লেও ৰামকৃষ্ণ মিছনত কেতিয়াও হামলা নকৰে— যেনেকৈ বঙালী ৰাইজৰ মস্তিষ্ক বিকাৰ হ'লেও শ্ৰীশঙ্কৰদেৱৰ নামঘৰ নেভাঙে; ভৌগোলিক ভুল কৰিবই অসম যে এমুৰত। অসম যে একাধিক পৰৰাষ্ট্ৰ-বেষ্টিত হৈ, চৌপাশে কোনো 'বেৰ' নথকা, লক্ষ লক্ষ অনুপ্ৰবেশকাৰীদ্বাৰা গ্ৰাসিত হৈ, ঘৰতে ভগনীয়া হ'বৰ উপক্ৰম হৈছে, তেওঁলোকক কোনে বুজাব? ভূগোলৰ কথাহে কৈছোঁ। বহু বছৰ আগতে নেহৰুৱে 'ডিচ্কভাৰি অৱ্ ইণ্ডিয়া' গ্ৰন্থ লিখি সমগ্ৰ ভাৰত আৰু বিশ্বব্ৰহ্মাণ্ড 'ডিচ্কভাৰ' কৰিলে। পাহৰি গ'ল মাথোঁ, প্ৰাগ্‌জ্যোতিষপুৰ— পাহৰি গ'ল, ব্ৰহ্মপুত্ৰৰ পাৰৰ সভ্যতাক। তেওঁৰে কন্যাই অৱশ্যে প্ৰাগ্‌জ্যোতিষপুৰৰে দুখলগা ভগ্নাৱশেষ 'দিশপুৰ' ডিচ্কভাৰ কৰিছিল। আহি, কংগ্ৰেছ ছেচন পাতি 'সাগৰ দেখুৱাব' খুজিছিল। উদ্দেশ্য আছিল অসমৰ সুখ-দুখ বুজাৰ নহয় — উদ্দেশ্য আছিল, পূৰ্ব্বভাৰতৰ ৰাইজৰ প্ৰত্যেককে

মূৰত একোটাকৈ গান্ধীটুপী পিন্ধোৱা। মহাত্মা গান্ধী টুপীহে। আৰৌ কথাত কথা ওলাল, সেইবোৰ যাওক। অসমৰ বাহিৰত, অসমৰ আশা আকাঙ্ক্ষাৰ ভাব মূৰ্ত্তিৰ সত্য শুদ্ধ ৰূপ দিয়াৰ মানসে 'পিপলছ ফ'ৰাম্' নামকৰণ কৰি এটি অৰাজনৈতিক সংস্থা পতা হৈছে, য'ত অসম আৰু মেঘালয়ৰ বুদ্ধিজীৱী, কলাৰ, আইনজীৱী, ছাত্র প্ৰতিনিধিৰ সৈতে ভাৰতৰ বিখ্যাত বিখ্যাত অৰাজনৈতিক ব্যক্তিসকলক মুখামুখি কৰি দিয়া হ'ব। তেওঁলোকক আমি অসমলৈ নিমন্ত্রণ কৰি আনিম। তেওঁলোকে নিজেই চাওক — স্ব স্ব দৃষ্টিভঙ্গীৰে, নিজেই অনুমান কৰক, ব্ৰহ্মপুত্ৰৰ পাৰত সকলো সমাজ-বিৰোধী' নে 'ভাল ভাৰতীয়'। মুকলি আলোচনা হওক। মুকলি বিতৰ্ক হওক। প্ৰত্যক্ষদৰ্শীৰ ধাৰণাৰ মূল্য অধিক — এই কথা সাৰোগত কৰি 'পিপলছ ফ'ৰামে' অসমলৈ আমন্ত্রণ জনাইছে— ভি জি ভাৰ্গিজ, অন্নদাশঙ্কৰ ৰায়, ডি. এম. তাৰকুণ্ডে, ৰমেশ থাপৰ, নন্দনতৰা সায়গল, ৰাজকৃষ্ণ, উমাশঙ্কৰ যোশী (শান্তিনিকেতনৰ চেন্সেলৰ), কুলদীপ নায়াৰ, ৰজনী কোঠাৰী, ইন্দ্ৰজিৎ আদি বিখ্যাত ব্যক্তিসকলক। ইতিমধ্যে গান্ধী পীচ্ ফাউণ্ডেশ্যনৰ সম্পাদক শ্ৰীৰাধাকৃষ্ণনে অসম চাই বাহিৰত কৈছেগৈ 'Let me express my appreciation of and solidarity with the students' movement which has developed into an unprecedented mass upsurge. It is an accumulated result of indifference and callousness that have characterised the approach of the Government of India to the problems of the region over decades.'

ইলাষ্ট্ৰেটেড উইক্লি অব্ ইণ্ডিয়া'ৰ সম্পাদক শ্ৰীকামাথ আহি অসমৰ সকলো কথা চাই বাহিৰত কৈছেগৈ—

'Assam is more in bewilderment rather than in anger they feel lost ... harmed and neglected people of Assam are soft .. peaceful.'

আমি কোৱা নাই, এই ফ'ৰামৰ বৈঠক অকল অসমতে আবদ্ধ থাকিব। অসম আৰু মেঘালয়ৰ আইনজীৱীসকল, ছাত্ৰসকলক আৰু অন্যান্য বুদ্ধিজীৱী প্ৰতিনিধিসকলকো মতাৰ ব্যৱস্থা কৰা হৈছে — যাতে অৰাজনৈতিক মঞ্চৰ জৰিয়তে, কলিকতাত, দিল্লীত, বোম্বেত, অসমৰ আশা-আকাঙ্ক্ষাৰ কথা সম্যকভাৱে দাঙি ধৰিব পাৰে। এই প্ৰচেষ্টাত অসমৰ নতুন পুৰুষে নিশ্চয় সহায় কৰিব

আৰু এটি কথা ভবা হৈছে। আজিৰ অসমবাসীৰ শান্তিপূৰ্ণ গণতান্ত্রিক, সংযমী প্ৰকাশক কলঙ্কিত কৰিবলৈ, ঐক্যভঙ্গা শক্তিৰ সমাজবিৰোধী দালালে এতিয়াৰ সুযোগ লৈ হিন্দু-মুছলিম সংঘৰ্ষ (যি লুইতৰ পাৰত কাহানিও হোৱা নাই। মুক্তময় ১৯৬০ চনতো নাই হোৱা) কিম্বা বঙালী-অসমীয়া সংঘৰ্ষ লগোৱাত, হত্যা কৰাত, লোকক গৃহত্যাগী কৰাত ইন্ধন যোগাব পাৰে। যি পৰিস্থিতি দেখা গৈছে — এই আন্দোলন

পৰ্য্যায়ে পৰ্য্যায়ে বহুদিনলৈ চলি থাকিব লাগিব — সমুখত সাংবিধানিক সংঘাত বহুতো আছে — সেই কাৰণেই ব্ৰহ্মপুত্ৰৰ পাৰত দুৰ-দুৰণিৰপৰা আহি ইয়াতে জীণ যোৱা সমগ্ৰ অসমবাসীৰ সাংস্কৃতিক সমন্বয়ৰ কথা বাৰে বাৰে সোঁৱৰাই থকাৰ আৱশ্যকতা আছে। ইয়াত অসমৰ নানা ভাষী, নানা গোষ্ঠীৰ কবি-সাহিত্যিক আৰু সাংস্কৃতিক কৰ্ম্মীয়ে গভীৰ দায়িত্ব ল'ব পাৰে — লোৱাটো আৱশ্যক বুলি আমাৰ মনে কৈছে। 'নানা জাতি উপজাতি, ৰহণীয়া কৃষ্টি আঁকোৱালি লৈ হৈছিল সৃষ্টি' — এইষাৰ কথা বাৰে বাৰে সোঁৱৰাই থাকিব লাগিব। পৰস্পৰে পৰস্পৰক সন্মান কৰিব লাগিব। জ্যোতিপ্ৰসাদে ১৯৪৮ চনতে কৈছিল— নতুন পোহৰত আমাৰো পুৰণি সংস্কৃতিৰ কিছু এৰিব লাগিব। সেইদৰে আনসকলেও এৰিব লাগিব — তেওঁলোকে লগত লৈ অহা পুৰণি সংস্কৃতি। এই পূৰ্ব্বভাৰতীয় সমন্বয়, আন কথাত অসমীয়া সংস্কৃতিৰ নৱ-প্ৰকাশ আমি ৰচনা কৰিব লাগিব। এই পূৰ্ব্বভাৰতীয় নতুন সংস্কৃতি আজি অসমৰ পৰ্ব্বতীয়া-ভৈয়মীয়া অসমীয়া আৰু অসমলৈ অহা নৱাগতসকলৰ মাজত ৰূপ লৈ ভৱিষ্যৎ এদিন ফুলে পাতে জাতিষ্কাৰ হৈ মহাভাৰতীয় ভাৰতীয় ভৱিষ্যতৰ মহা-সংস্কৃতি হৈ, নৱতম বিচিত্ৰতাৰে সুন্দৰ কৰি তুলিবলৈ বুলি আশা। এই আশা কামত পৰিণত কৰাৰ প্ৰচেষ্টাৰেই 'পূৰ্ব্বভাৰত সম্প্ৰীতি শিল্পীদল' নামৰ এটি সংস্থা মুকলি কৰাৰ ব্যৱস্থা কৰা হৈছে — বহুতৰে সহায়ত। নতুন পুৰুষৰ শিল্পীসকলে অসমৰ দুয়োটা উপত্যকাৰ, নাগালেণ্ডৰ, মেঘালয়ৰ, অৰুণাচলৰ, মিজোৰামৰ, মণিপুৰৰ সাংস্কৃতিক আৰু আনুভূতিক শান্তি-সম্প্ৰীতি বৰ্থাত বিৰাট কৰঙনি আগ বঢ়াব লাগিব; শান্তি, বলিষ্ঠ সংযম আৰু অহিংসাৰ চিৰজাগ্ৰত প্ৰহৰী হ'ব লাগিব। তেতিয়াহে গন্তব্যস্থান পোৱা হ'ব। নৈতিক শক্তি আকাশলঙ্ঘা হয় ইতিবাচক যুক্তি আৰু কাৰ্য্যেৰেহে— কটাৰী, বন্দুক আৰু এন্ধাৰৰ লগৰীৰে নহয়।

*(আমাৰ প্ৰতিনিধি : ১৯ শ বছৰ : ১২শ সংখ্যা : ডিচেম্বৰ, ১৯৭৯)*



# বহ্নিমান ব্ৰহ্মপুত্ৰ

বৰ্তমানৰ ব্ৰহ্মপুত্ৰ বহ্নিমান — মেঘৰ আলয়তো-- । এই বহ্নি শীঘ্ৰে নুমোৱাৰ সম্ভাৱনা আমি দেখা নাই। ভাৰতীয় ভাৰতীয়ৰ মাজত বলপ্ৰয়োগ, হত্যা, মাৰ-পিট, জোৰ-জুলুম নেতিবাচক অগণতান্ত্ৰিক পন্থা। ই কোনো সুস্থ কাৰণৰ আন্দোলনক আগুবাই নিনিয়ে। অ-ভাৰতীয় অনুপ্ৰৱেশকাৰীৰ কথা আমি কৈছিলোঁ, 'ভোটাধিকাৰ অৰ্জ্জন কৰাবহে প্ৰশ্ন, অবৈধভাৱে কাঢ়ি লোৱাৰ নহয়।' আজিৰ এই জ্বলন্ত সমস্যাৰ পৰ্য্যায়টোক আৰু অলপ বিশ্লেষণ কৰিবৰ প্ৰয়াসহে কৰা ভাল। জোঁৰ পুৰি হাত পাইছোঁহি। যোৱা ডেৰকুৰি বছৰে অসমক শাসন কৰা ৰাজনীতিবিদসকলৰ (নানা ভাষা ভাষী) দলীয় স্বাৰ্থত, অভাৰতীয় লোকৰ অবাধ আহ-যাহত অসমৰ বাটজৰ মনবোৰ জুকলা হোৱাটো সত্য। নহ'লে সন্দেহকাৰী সাংবাদিকেও এই বুলি লিখেনে? "There is undoubtedly a steady flow of illegal immigrants from Bangladesh into Assam and Meghalaya along its 1000 Km. border with the two states. A trickle in normal times, it became a torrent for two years following the liberation in Bangladesh in 1971." (সুমিত মিত্ৰ : India Today, December 1979 সংখ্যা)

১৯৭৮-৭৯-ত কিমান সোমাইছে তাৰ পৰিসংখ্যা দি এই লেখক ভাৰাক্ৰান্ত নকৰিলেও হ'ব। পুনৰ কওঁ, জোঁৰ পুৰি হাত পালেহি। তথাপি, যোৱা ডেৰকুৰি বছৰে ঘটা কেইটামান কথা পাহৰিব নোৱাৰি।

তাহানি স্বৰ্গীয় নেহৰুৱে 'Discovery of India' লিখি সমগ্ৰ ভাৰতকে আবিষ্কাৰ কৰিছিল। সেই কিতাপত তেওঁ অসম নেলাগে, পুৰণি প্ৰাগ্‌জ্যোতিষপুৰকনকো 'ডিছকভাৰ' কৰাৰ যোগ্যতা নেপালে, বাষ্ট্ৰীয় সঙ্গীতত অসমৰ নাম নথকাটো বাৰু অসমীয়াই কাৰ্য্যিকভাৱেই ল'লে! এতিয়া প্ৰাগ্‌জ্যোতিষপুৰ নেলাগে, তাৰ ৰাজ্যেশ্বৰৰ 'দিশপুৰ'খন দিল্লীৰ মানত চুৱা যোৱা ঠাই।

দেশৰে চত্ৰমা কাল এন্ধাৰে যেতিয়া আৱৰে, যেতিয়া কত জোৱানৰ মৃত্যু হয় কামেং সীমান্তত, তেতিয়াও স্বৰ্গীয় নেহৰুৱে কাতিক ভাষাৰে, অভিজাত ইংৰাজী

মাতেৰে অসমবাসীক দিলে চিৰবিদায়। সেই ৰোমাণ্টিক চিন্তাবিদজনৰ কন্যাগৰাকীৰ ৰাজত্বকালত অসমৰ লুইতত কেইখন দলং দিলে? কেইটা বানপানী ৰোধ কৰাৰ প্ৰকল্প ল'লে, কেইটা ব্ৰডগজ লাইন দিলে? বৈধ-অবৈধ অসমবাসীৰ ভোট লৈ, দিল্লীলৈ গৈ কেইজন এম-পিয়ে পুৰুষৰ দৰে কথা ক'লেগৈ? দিল্লীৰ চুবা চেলেকাটোকে গিসকলে সাফল্য বুলি ধৰি লৈছে, তেনে লোকৰ সংখ্যা দিনে নিশাই বঢ়া কাৰণেই আজিৰ লুইতপৰীয়া কিশোৰ কিশোৰী, ডেকা-গাভৰু, ছাত্ৰ-ছাত্ৰীয়ে আঙুলিযাই দি চিঞৰিবলগীয়া হৈছে 'হেৰৌ চা, অ-ভাৰতীয়ই কালি আহি আজি ভোট দিব-- হেৰৌ কিবা এটা কৰ! হেৰৌ পৃথিৱীৰ ক'তো এনে কথা নহয় অ।'

এই নেতাসকলৰ লজ্জাবোধ নথকাৰ বাবেই বাৰে বাৰে ৰাইজৰ ভোট বিচাৰি আহে আৰু আহিব। দিশপুৰৰ এতিয়াৰ অৱস্থা কি চাব? নেতাসকলৰ কি ৰেহৰূপ চাব? বৰবৰাৰ (শ্ৰীগোলাপ বৰবৰা) আদেশতে এতিয়া হাজৰিকাৰ (শ্ৰীযোগেন্দ্ৰনাথ হাজৰিকা) পুলিচে মানিছে। তেন্তে দুয়োৰ দোষ নাই কাৰণ, যিজনে আদেশ দিলে, তেওঁ ক্ষমতাত নাই, আৰু যিজনে কামটো কৰালে, তেওঁৰ সেইটো আদেশেই নহয়। সিংহই (শ্ৰীশৰৎ চন্দ্ৰ সিংহ) ইফালে এনেযে গৰজে। অসমত মানুহে এনেয়ে ভাওনা নকৰা হৈছেগৈ। পিচে, দিল্লী দিশপুৰত হোৱা ভেঁকো ভাওনা বন্ধ কৰাৰ পণ ৰাইজৰ চকুৰে মুখে প্ৰজ্বলিত। এই দৃশ্য দেখিয়েই অত বছৰে শাসন কৰি চকু মুদি থকা কংগ্ৰেছৰ এতিয়াৰ নতুন সভাপতি আৰ্চ (শ্ৰীদেৱৰাজ আৰ্চ) মহোদয়ে আজিহে দিল্লীত কৈছে : "অসমৰ পৰিস্থিতি অতি গুৰুতৰ। এই কথা লৈ ৰাজনীতি কৰিলে সমস্যাৰ সমাধান নহয়, বৰং আৰু জটিলতা বাঢ়িব।" এই সভাপতিজনে এতিয়া দিয়া এই সতৰ্কবাণী নেমানি যোৱা ডেৰকুৰি বছৰে ৰাজনীতি কৰা চেলা-চামুণ্ডাসকলে এতিয়াও বুজিছেনে? ছাত্ৰ-ছাত্ৰীয়ে এতিয়া বুজিবলগীয়া হৈছে কিয়?

নেতৃত্বহীনতাই অসমত কাহানিও নঘটা এটি ঘটনা ঘটালে। লাজৰ কথা। ৰাষ্ট্ৰপতি শাসন জাপি দিবলগীয়া হ'ল। দুদিনমান পাচত কোনোবা কেইটামানে মিলি এখন হয়তো খিচিৰি মন্ত্ৰীসভা পাতিব, অকল মন্ত্ৰিত্বৰ লোভত। তেতিয়া যুৱ সমাজে কৈ দিব লাগিব : "অসমীয়া-বঙালী, হিন্দু-মুছলমান বিভেদ পাহৰি যাওক। অসম ভাৰতৰ অঙ্গ। গতিকে, অসমো ভাৰত, ভাৰতীয় ভাৰতীয়ৰ মাজত বিভেদ নিবিচাৰো, কিন্তু তাত অভাৰতীয় যদি এজনেও অবৈধভাৱে ভোটাধিকাৰ পাইছে, তেন্তে সেইজনৰপৰা সেই অধিকাৰ বৈধভাৱে কাঢ়ি লওক, যেনেকৈ তেওঁলোকে আমাৰপৰা তেনে অধিকাৰ 'অবৈধ'ভাৱে কাঢ়ি লৈছে বা ল'ব খুজিছে। ই আইনৰ কথা, সাংবিধানিক কথা। ইয়াত কাৰো Chauvinism-ৰ ঠাই নাই। Inferiority-ৰো ঠাই নাই।

কংগ্ৰেছ সভাপতি আৰ্চ মহোদয়ে এতিয়া চিঞৰিছে — "দেৱৰাজ আৰ্চ আসাম সমস্যাৰ সমাধানেৰ জন্য ৰাজনৈতিক দলগুলিকে একটি ঐক্যমতে আসাৰ আহ্বান

জানিয়েছেন।" (আনন্দ বাজাৰ পত্রিকা : ১৬-১২ ১৯৭৯)।

সৰ্ব্বভাৰতীয় আৰু আঞ্চলিক ৰাজনৈতিক দলবোৰে অসমৰ এই সমস্যাক যেতিয়ালৈকে সৰ্ব্বভাৰতীয় পৰ্য্যায়ৰ 'জাতীয়' সমস্যা বুলি নধৰে, যেতিয়ালৈকে নিজ নিজ দলীয় সঙ্কীর্ণতাৰ পৰা ওলাই নাহে, তেতিয়ালৈকে উত্তৰ পূৱ ভাৰতত বহ্নি দেখিবলৈ পাবই।

ইমান দিনে নেতৃত্বহীনতাৰ ফলত উদ্ভৱ হোৱা এই বহ্নিত কেইবাজনো অসমীয়া বঙালী লোকৰ অকালতে প্ৰাণ হানি হৈছে। সেইসকলৰ আত্মাই শান্তি পাওক, সেইসকলৰ জ্ঞাতি-পৰিয়ালেহে জানে শোকৰ পৰিমাণ। তেওঁলোকলৈ আন্তৰিকভাৱে সমবেদনা জনাই কওঁ -- এই বহ্নিমান ব্ৰহ্মপুত্ৰৰ পাৰত প্ৰকাশিত অভাৰতীয় অনুপ্ৰৱেশকাৰীৰ প্ৰশ্নটোৰ উচিত সমাধানত দিল্লীয়ে ওপৰচকুৱা ভাবটো শীঘ্ৰে পৰিত্যাগ কৰক। এই অগ্নিত প্ৰাণ হেৰুওৱাসকলে অভিশাপ দিব, যদি ইয়াৰ সমাধান সহানুভূতিৰে কৰা নহয়। আকৌ এবাৰ কওঁ--- জোঁৰ পুৰি একেবাৰে হাত পালেহি সময় আৰু নাই।

*(আমাৰ প্ৰতিনিধি : ২০ শ বছৰ : ১ম সংখ্যা : জানুৱাৰী ১৯৮০)*



# প্ৰধান মন্ত্ৰীৰ প্ৰতিনিধি
# ড° শৰ্ম্মা আৰু কাপুৰৰ সৈতে

আজি ১৭ জানুৱাৰী, ১৯৮০ চন। মোৰ নিজৰাপাৰৰ বাসস্থানলৈ অতি পুৱাতে কেইগৰাকীমান ব্যক্তিয়ে আহি ক'লেহি, "ভূপেনদা, ভাৰতৰ নতুন প্ৰধানমন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীয়ে অসমৰ আন্দোলনৰ বিষয়ে প্ৰত্যক্ষভাবে বুজ ল'বলৈ গুৱাহাটীলৈ দুগৰাকী বিশেষ প্ৰতিনিধি পঠাইছে। তেওঁলোকে পৰহিলৈ, অৰ্থাৎ ১৯ জানুৱাৰীৰ দিনা দিল্লীলৈ উভতি গৈ প্ৰধান মন্ত্ৰীক ৰিপোৰ্ট দিবগৈ লাগিব। আপুনি 'Peoples Forum' আৰু 'পূৰ্ব্বভাৰত সম্প্ৰীতি শিল্পী দল' নামৰ দুটি সংহতিপূৰ্ণ অৰাজনৈতিক সংস্থা মুকলি কৰিছে বুলি তেওঁলোকে শুনিছে। সেয়েহে, প্ৰধান মন্ত্ৰীৰ ব্যক্তিগত দূত ড° শঙ্কৰদয়াল শৰ্ম্মা আৰু শ্ৰীযশপাল কাপুৰে আপোনাৰ সৈতে আলচ কৰিব খুজিছে। চাৰ্কিট হাউছত আছে। আপুনি যদি আপোনাৰ ঘৰলৈ তেওঁলোক অহাটো বিচাৰে, তেওঁলোক আহিব।" মই ক'লোঁ, "নেলাগে মোৰ ঘৰলৈ আহিব, ময়ে যাম। তেওঁলোক এতিয়া অসমৰ অতিথি।"

সন্ধিয়া চাৰে ছয় বজাত শ্ৰীশৰ্ম্মা আৰু কাপুৰক, AASU-ৰ অফিচ, কটন কলেজ ইউনিয়ন হললৈ লৈ আহিলোঁ। অসমৰ নতুন পুৰুষৰ প্ৰতিনিধিসকল আৰু ভাৰতৰ প্ৰধান মন্ত্ৰীৰ দুজন ব্যক্তিগত (কোনো ৰাজনৈতিক পাৰ্টিৰ সদস্য ৰূপে নহয়) প্ৰতিনিধিক মুখামুখি কৰি দিলোঁ। দুয়োটা পক্ষই খোলাখুলিকৈ কথা পতাৰ সময়ত মোকো থাকিবলৈ অনুৰোধ কৰিলে। মই এঘণ্টা তাত থাকি, পুনৰ ৰবীন্দ্ৰ ভৱনলৈ আহি শিল্পী দিবসত যোগ দিলোঁ।

মোক শ্ৰীকাপুৰ আৰু ড° শৰ্ম্মাই আমাৰ নতুন পুৰুষৰ কথা কওঁতে, কৈছিল, "They are very energetic and polite"– Statesman কাকতত্তো তেওঁলোকে সেইবুলি লিখিছে। মোৰ ভাল লাগিল এইটো ভাবি যে — আন্দোলনৰ সমাধানৰ বাবে আওঁতাই নিয়াত প্ৰধান মন্ত্ৰীৰ হাতত সকলো সাংবিধানিক ক্ষমতা আছে। যাতে দিল্লীয়ে পূৰ্ব্বভাৰতৰ পুঞ্জীভূত নোপোৱাৰ সকলোখিনি বেদনা বুজিবলৈ চেষ্টা কৰিব

লাগিব। উপলব্ধি কৰিব লাগিব। পলম হ'লে ভৱিষ্যৎ ভয়াবহ। পূৰ্ব্বভাৰত অধিক ক্ৰোধান্বিত হোৱাৰ সম্ভাৱনা নোহোৱা নহয়। আৰক্ষী বাহিনীয়ে সমাধান কৰা বিধৰ সমস্যা নহয়। মই বাৰে বাৰে এই কথা সোঁৱৰাই দিছিলোঁ প্ৰধানমন্ত্ৰীৰ দুয়োগৰাকী প্ৰতিনিধিক ।

*(আমাৰ প্ৰতিনিধি : ২০ শ বছৰ : ১ম সংখ্যা : জানুৱাৰী, ১৯৮০)*



# মনত জুই লাগিলে দেখা টান

বনত জুই লাগিলে দেখা যায়। মনত জুই লাগিলে দেখা টান। পৃথিৱীয়ে কৈছে, ব্ৰহ্মপুত্ৰ আজি বহ্নিমান। ধোঁৱা উৰিছে— শিখা উৰিছে — দিশে দিশে শ্লোগান। দিগন্তে দিগন্তে নিনাদিত হৈছে — প্ৰতিধ্বনিত হৈছে ভাষা, ধৰ্ম্ম, গোষ্ঠী নিৰ্ব্বিশেষে আবাল বৃদ্ধ বনিতাৰ কণ্ঠস্বৰ আৰু কেতিয়াবা শোকৰ অথচ বাঙ্ময় মৌনতা···। চাৰিওফালে নানা প্ৰকাশ -- সন্দেহপ্ৰসূত অবিশ্বাসৰ প্ৰকাশ--- আনফালে শান্তিৰ আকাংক্ষাৰ প্ৰকাশ -- ঐক্যৰ শক্তিৰ প্ৰকাশ আৰু অপ্ৰত্যাশিত, অভূতপূৰ্ব্ব লানি নিছিগা সমদলৰ পদধ্বনি।

আজি ব্ৰহ্মপুত্ৰ বহ্নিমান—

বহ্নি উৰে কেতিয়া? বহ্নি উৰে যেতিয়া বহুদিনৰ পুঞ্জীভূত নোপোৱাৰ বেদনা আগ্নেয়গিৰি হয়-- আৰু সেই আগ্নেয়গিৰি হঠাৎ উদ্‌গিৰণ হয়— তেতিয়া কোনেও নভবা-নিচিন্তা কথা হয়। লক্ষজনৰ সামূহিক অনুভূতি প্ৰকাশিত হয়; উৰি যায় নেতা, উৰি যায নীতি, উৰি যায় নিয়ম, নিয়ম ভঙাৰ নিয়মেই হয় অস্থায়ী নিয়ম। মানুহৰ হয় সংশয়, মানুহৰ হয় অভিমান, তেতিয়া মানুহে আৰ্ত্তনাদ কৰে— সমাধান দিয়া শীঘ্ৰে আমাক আৰু আভুৱা নাভাঁৰিবা। হোঁহকাই নিদিবা তোমাৰ মহান সিদ্ধান্ত। পলম যিমানেই হয়, সহ্যৰ সীমাও হ্ৰাস হৈ যায়।

ব্ৰহ্মপুত্ৰ তেন্তে আজি বহ্নিমান —

পিচে, এই ব্ৰহ্মপুত্ৰৰ দুটি পাৰ যুগে যুগে মহা সমন্বয়ৰ পীঠস্থান বুলিয়েই পৃথিৱীয়ে নেজানে জানো? বুৰঞ্জীয়ে নেজানে জানো এই ব্ৰহ্মপুত্ৰৰ পাৰতে সুদূৰ কান্যকুব্জৰপৰা বাৰভূঞাৰ বংশধৰ শ্ৰীশঙ্কৰদেৱে আহি মানৱ ধৰ্ম্মৰ সৌধ গঢ়ি অসমীয়া ভাষা-কৃষ্টিক চিৰস্থায়ী কৰাৰ কথা? মধ্যপ্ৰাচ্যৰপৰা আহি মহাত্মা আজান ফকীৰে অসমীয়া ভাষা-কৃষ্টিক চহকী কৰা নাছিল জানো? দিল্লীৰপৰা আহি শিল্পী দিলবাৰে সাঁচিপতীয়া হস্তীবিদ্যাৰ্ণৱ পুথি অসমীয়া হেঙুল হাইতালেৰে আঁকি অসমীয়া চিত্ৰ-পদ্ধতিক স্বকীয় ৰূপ দিয়া নাছিল জানো? পঞ্জাবৰপৰা আহি শিখ গুৰু তেগ বাহাদুৰে অসমৰ আধ্যাত্মিক জীৱনক ঐশ্বৰ্য্যশালী কৰা নাছিল জানো? অতীতত এই ব্ৰহ্মপুত্ৰৰ দুটি পাৰে কতজনক আশ্ৰয় দিলে। কত ধৰণৰ সুন্দৰ জনজাতিয়ে বাহু মেলি আতিথ্য দিলে মোগলক, পাঠানক, আৰ্য্যক, নেগ্ৰিটোক, মঙ্গোলীয়ক, অষ্ট্ৰিকক — চাওতাল, ওৰাং, মুণ্ডাক আৰু কতজনক, 'নানা জাতি-উপজাতি, ৰহণীয়া কৃষ্টি

আঁকোৱালি লৈ হৈছিল সৃষ্টি এই মোৰ অসম দেশ।' সময়ে সময়ে পদ্মা নৈৰ ভয়াবহ ৰাজনৈতিক, সমাজনৈতিক দুৰ্য্যোগ কিম্বা প্ৰাকৃতিক ধুমুহাই কত হিন্দুক, মুছলমানক, বৌদ্ধক, চামাক, হাজঙক উটুৱাই আনি ব্ৰহ্মপুত্ৰৰ পাৰ পোৱালেহি। পদ্মাৰপৰা হাৰাধনে গোৱা নাছিল জানো —

পদ্মাৰ তুফান উড়াইয়া নিল
আমাৰ সুখেৰ ঘৰ
উজান ঠেইলা আইলাম আমি
লোহিত্যেৰি চৰ।

অসমৰ ৰংমনে হাৰাধনক আন্তৰিকতাৰে সাবটি ধৰি গোৱা নাছিলনে

তুমি নাচাঁ বিহুনাচ
মই দিওঁ তালি
একেলগে মিলি যাওক
বিহু ভাটিয়ালী।

মানুহৰ মন বুজা টান। সংঘৰ্ষও হয় মাজে মাজে। তেতিয়া ৰংমনে গোৱা নাছিল জানো —

গঙ্গাৰ চাপৰিৰ তলিতে দেখিবা
লুইতৰ পলসো আছে।
তোমাৰে মোৰে আয়ে কান্দিলে
একে চকুপানী মচে।।

সুৰ মিলি গ'লেও — মন কেতিয়াবা নিমিলে। তেতিয়া মিলাব লগা হয়-- সৌৰৱাই দিব লগা হয়। ৰবি ঠাকুৰৰ 'ভাৰত তীৰ্থ' কবিতাৰ কথাও --

'আমি নেজানো, দুৰ্বাৰ স্ৰোতে মানুহক ক'লৈ লৈ যায়। আমি সেয়ে দিব লাগিব। ল'ব লাগিব। মিলাব লাগিব। মিলিব লাগিব। লীন যাব লাগিব।' অৰ্থাৎ ভাৰতীয় মহা সমন্বয়ৰ বাটত আগবাঢ়িব লাগিব।

ভাৰতৰ প্ৰত্যেক অঞ্চলতে স্বকীয় সৌন্দৰ্য্য ৰাখিও ভাৰত ভাৰত হৈ আছে — থাকিবও। আমেৰিকাত ইটালিয়ান আমেৰিকান, আইৰিচ আমেৰিকান থাকিলেও সকলো আমেৰিকান। চীনৰ মঙ্গোলিয়ান এজনে বাহিৰৰ মঙ্গোলিয়ানৰ চহৰলৈ গৈ হঠাতে নাগৰিক হৈ ভোটাধিকাৰ নেপায়। আজি আফগানিস্তানৰ কমিউনিষ্ট মুছলিম এজনে তাজিকিস্তানত হঠাতে নাগৰিক হৈ ভোটাধিকাৰ নেপায়। ব্ৰহ্মপুত্ৰ আজি যদি বহ্নিমান হৈছে, তেন্তে পৰ-ৰাষ্ট্ৰবেষ্টিত ভৌগোলিক কাৰণতে হৈছে। বজ্ৰসম দৃঢ় গড় চৌদিশে সজা হোৱা নাই। ৰবতে যদি মানুহ ভগনীয়া হোৱাৰ উপক্ৰম হয়, তেতিয়াই সন্দেহ ওপজে। সেয়ে, আৰ্তনাদ নকৰিও ভাৰাৰ উৰ্দ্ধত ধৰ্মৰ উৰ্দ্ধত উঠি এটি

অঞ্চলৰ লোকে ঘৰতে নিজৰ নিৰাপত্তাৰ বাবে মৌন শান্তিপূৰ্ণ অহিংস সমদলত আগ বাঢ়ে।

ভোটাধিকাৰ বা নাগৰিকত্ব সাংবিধানিক প্ৰশ্ন। সংবিধানেহে তাৰ উত্তৰ দিব। অবৈধভাৱে কিবা হ'লে, তাৰ বৈধভাৱে বিচাৰ কৰিব সাংবিধানিক নীতি-নিয়মে। ভোটাধিকাৰ অৰ্জ্জন কৰাৰহে প্ৰশ্ন— অবৈধভাৱে কাঢ়ি লোৱাৰ নহয় বা নিদিয়াৰ নহয়। জাতিৰ প্ৰশ্ন মাথোঁ অনুপ্ৰৱেশকাৰী অভাৰতীয়ৰ প্ৰশ্ন। ই ভাৰতীয় ভাৰতীয়ৰ মাজত বিবাদ কৰাৰ প্ৰশ্ন নহয়। যদি ভাৰতীয় ভাৰতীয়ৰ মাজত আনুভূতিক কিবা বিবাদ আছেও, তেন্তে সেইটো আনুভূতিক সমন্বয় আৰু এটি অঞ্চলৰ সেই অঞ্চলতে অৰ্থনৈতিক নিৰাপত্তাৰ সমস্যা। তাৰ বাবে বৈজ্ঞানিক সমাধানৰ পৰিকল্পনা লাগিব। ব্ৰহ্মপুত্ৰ অতীতত বহুবাৰ বহ্নিমান হৈছে, লুইতৰ পাৰত কিন্তু সাম্প্ৰদায়িক সংঘৰ্ষ কাহানিও হোৱা নাই। এয়ে ব্ৰহ্মপুত্ৰৰ মহান ঐতিহ্য। আজিৰ সামূহিক প্ৰকাশ কোনো বিশেষ ভাষা, বিশেষ ধৰ্ম্মৰ বিৰুদ্ধে নহয় আৰু হোৱাটো অশুভ কথা হ'ব। জীৱন্ত এজন ভাৰতীয়ৰ আন এজন ভাৰতীয়ৰ আঘাতত একবিন্দু ৰক্তক্ষয়েও ব্ৰহ্মপুত্ৰৰ ঐতিহ্যক অপমান কৰিব; ইয়েই সমূহৰ মহান প্ৰকাশকো অপকাৰ কৰিব। এনে ৰূপ দিব খোজা, সমাজ-বিৰোধী শক্তিক বাধা দিয়াটো ব্ৰহ্মপুত্ৰৰ ঐতিহ্যই বিচাৰে। হিংসাই সমদলৰ উদ্দেশ্যত বাধা জন্মাব আৰু লক্ষ্যস্থল পোৱাত পলম হ'ব। শান্তি, সম্প্ৰীতি, ঐক্য মাথোঁ শব্দ নহয়। তিনিওটা মহান ইতিবাচক শক্তি— সমন্বয়ক আগুৱাই নিয়াৰ। ই যিকোনো প্ৰকাশক নৈতিক শক্তি প্ৰদান কৰে। সুদূৰ ৰাজস্থানৰ অগ্ৰৱাল পৰিয়ালৰ অগ্ৰৱাল বংশধৰ জ্যোতিপ্ৰসাদৰ কথাৰে বাৰে বাৰে সোঁৱৰাই দিবৰ মন যায়—

অসমীয়া ডেকাৰ হৈ তেওঁ কয়—

"সাম্য মৈত্ৰীৰ ময়ে ৰশুৱা
চাহ বাগিচাৰ ময়ে বনুৱা
ন-অসমীয়া মৈমনচিঙীয়া থলুৱা নেপালী
নৃত্যকুশলী মণিপুৰী মই।
মই কত পৰ্ব্বতৰ কত ভৈয়ামৰ
শত নিজৰাৰ ধাৰাৰ হিলদল ভাঙি আহি বৈ আহি
বৰ লুইতত হৈ যাওঁ একাকাৰ।"

পৃথিৱীত সকলোৰে আপোন মাতৃক ভাল পোৱাৰ অধিকাৰ আছে। সেয়ে, সকলোৰে মূৰ তুলি পৃথিৱীক ক'ব খোজে—

"মোৰ আইক ভাল পাওঁ বুলিলে, আনৰ আইক জানো ঘিণ কৰাটো বুজাব?"

*(আমাৰ প্ৰতিনিধি : ২০ শ বছৰ : ২য় সংখ্যা : ফেব্ৰুৱাৰী, ১৯৮০)*



# সমন্বয়ৰ সেতু গঢ়ক

১৭ জানুৱাৰী, ১৯৮০ চন, জ্যোতি দিৱস।

নিজৰাপাৰ, গুৱাহাটী—

মাজনিশা বহি লিখিছোঁ ...

কাইলৈ মই মাদাৰ টেৰেছাৰ আমন্ত্ৰণত কলিকতালৈ যামগৈ। যোৱা বছৰৰ যোৱা মাহৰ অৰ্থাৎ ১৭-১২-৭৯-ৰপৰা আজিলৈকে অৰ্থাৎ ১৭-১ ৮০ লৈকে — অশান্ত, সংগ্ৰামী অসমৰ, শিল্পীৰ পৃথিৱীখন ভাগি-ছিগি যোৱাটো দেখি আমাৰ মনো অশান্ত হোৱাটো স্বাভাৱিক। এই এটা মাহৰ ভিতৰত লক্ষ লক্ষ লোকৰ মৌন সমদল দেখিছোঁ, শ্বহীদৰ শ্ৰাদ্ধ দেখিছোঁ গুৱাহাটীত, হাওৰাঘাটত, জালীবোৰত, দিশপুৰত গণ সমাবেশ দেখিছোঁ, সুদূৰ কাৰ্বি আংলঙত নিজকে ঘৰতে বচাই ৰখাৰ আকাঙ্ক্ষাপূৰ্ণ পিকেটিয়াৰসকলৰ সৈতে, ডিমাচা, কছাৰী আৰু কাৰ্বি ভাই-ভনীসকলৰ সৈতে দিনে-নিশাই নানা আলোচনা কৰিছোঁ, কাছাৰৰ মণিপুৰী ভাইসকলৰ সৈতে কথা পাতিছোঁ, মেঘালয়ৰ শিল্পীসকলৰ সৈতে কথা পাতিছোঁ, মালিগাঁৱৰ বাংলা ভাষা-ভাৰী আৰু অসমীয়া ৰে'লকৰ্মীসকলৰ সৈতে মাঘৰ বিহুৰ জুইক সাক্ষী কৰি ভুল বুজাবুজিৰ আৱৰ্জনা জ্বলাই দি, মনবোৰ শুধৰাই, নতুন জীৱন আৰম্ভ কৰিবলৈ বাজহৱাভাৱে গীতে-মাতে আহ্বান কৰিছোঁ, আকাশবাণীৰ শিল্পীসকলৰ সৈতে কথা পাতিছোঁ, তেওঁলোকে কি গাব পাৰে, কি গাব 'নোৱাৰে' (প্ৰকাশৰ স্বাধীনতা!) আলচ কৰিছোঁ। মই, মোৰ ক্ষুদ্ৰ সামৰ্থ্যৰে বহু বিনিদ্ৰ ৰজনী কটাই, অসমৰ নতুন পুৰুষক সক্ৰিয়ভাৱে কিঞ্চিৎ সহায় কৰাৰ চেষ্টা কৰিছোঁ — গীতেৰে-মাতেৰে-কথাৰে — প্ৰবন্ধেৰে, অনাতাঁৰ বক্তৃতাৰে আৰু বহু অব্যক্ত অনুভূতিৰে। কাৰণ, অসমতে অসমৰ লোক ভগনীয়া নোহোৱাটো বহু বছৰৰপৰা মই বিচাৰি আহিছোঁ। সেই কথা কোনেও মোক শিকাব নেলাগে। — এইখিনিতে এটা কথা ক'বলৈ মন গৈছে। মই নানা কামত আৰু অসমীয়া কৃষ্টিৰেই ধ্বজা উৰুৱাবলৈকে অসমৰ বাহিৰত, ভাৰতৰ বাহিৰত, বাহিৰৰ আমন্ত্ৰণত ব্যস্ত আছিলোঁ। অসমৰ নতুন পুৰুষৰ অজিনৰ শকতি, প্ৰচণ্ড গণ আৰু শান্তিপূৰ্ণ সংযমেৰে, যেতিয়া লক্ষ লক্ষ লোক সজাগ হ'ল, তীব্ৰবেগে যেতিয়া

ব্ৰহ্মপুত্ৰৰ দুটি পাৰৰ মনবহ্নি জ্বলি উঠিল — তেতিয়া 'ৰে'লৰ আলিৰ দুবৰিবন' শিতানত 'দৈনিক অসম'ৰ সম্পাদক মহোদয়ে এটি সম্পাদকীয় লিখিলে। তাৰে এঠাইত তেখেতে মৰমেৰে লিখিছে— "ভূপেন হাজৰিকা ক'ত? তেওঁ আকৌ এটা 'আজিৰ অসমীয়াই নিজক নিচিনিলে অসমতে ভগনীয়া হ'ব' ধৰণৰ গীত ৰচি গাই শুনাবৰ হৈছে।"

এই সম্পাদকীয়ই প্ৰথমে মোক ভবাই তুলিছে। মোৰ আকৌ অভিমান আছিল — এই বুলি। ১৯৬৮ চনতে আগতে মই সেই গীত লিখিছিলোঁ— অসমবাসীক, অসমীয়া আৰু অসমৰ নৱাগত নাগৰিকসকলক সম্বোধন কৰি। ভবাই তুলিবৰ বাবে। এই এঘাৰ বছৰে অসমে একোকে নকৰে কিয় বুলি মোৰ মনে মনে এটা বিতৃষ্ণা নহ'লেও শোক আছিল। দৈনিক অসমৰ সম্পাদকীয়টো পঢ়ি থাকোঁতেই এজন ডাকবাহকে কলিকতাত মোক এখন চিঠি দিছিল। তাত এজন কলিকতীয়া বাংলাভাষী ভায়ে লিখিছে, "শ্ৰদ্ধেয় ভূপেনদা, আপোনাৰ পিতা যোগেন হাজৰিকা নিধন কৰছে... অনুগ্ৰহ কৰে আপনি ৰাত নটাৰ পৰে সাবধানে বেৰুবেন। আপনাকে খুব ভালোবাসি বলেই এই কথা বললাম। ইতি— আপনাৰ শুভাকাঙ্ক্ষী একজন ভাই।" মই ১৭ ডিচেম্বৰৰ দিনা পুবাৰ প্লেইনত গুৱাহাটী পালোঁগৈ। ২০ ডিচেম্বৰত শ্বহীদ খৰ্গেশ্বৰৰ শ্ৰাদ্ধত জজ ফিল্ডত আঢ়ৈলাখ লোকৰ সমুখত মোৰ বক্তব্য গীতেমাতে আগ বঢ়ালোঁ। ২১ তাৰিখৰ সন্ধিয়া মোৰ নিজৰাপাৰৰ ঘৰত টেলিগ্ৰাম এখন পালোঁ বৰপেটাৰপৰা। তাত লিখা আছে — "Be a world citizen, do not be an Assamese... will hate you. Vox Populi."

এই অনুভূতিসমূহে মোক আমোদিত বা বিচলিত কৰা নাছিল। বৰং মানুহৰ মোৰ প্ৰতি থকা মৰমহে এইবোৰে প্ৰকাশ কৰিছিল বুলি মই ধৰি লৈছিলোঁ। আজিৰ অসমৰ যি প্ৰকাশ, তাৰ কাৰণসমূহ মই জানিছিলোঁ। স্পষ্ট সমাধানবো আঁত ধৰিছিলোঁ। বহু বছৰ আগতেই মই গীতেৰে এইবোৰ কথা সকীয়াইছিলোঁ। এই বছৰৰ ১৬ আৰু ১৭ জানুৱাৰীত (আজি) ৰবীন্দ্ৰ ভৱনত সমন্বয়ৰ তত্ত্বাবধানত পতা 'শিল্পী দিৱস' আৰু আজি দুপৰীয়া জিলা পুথিভঁৰালত পতা আলোচনা চক্ৰতো মই সংহতি, সংযম, শান্তি আৰু আন্দোলনৰ ইতিবাচক ফালটোক দাঙি ধৰিছিলোঁ। জ্যোতিপ্ৰসাদৰ মনৰ কথা দোহাৰিছিলোঁ। অসমৰ বিভিন্ন শিল্পীয়ে মোৰ সৈতে আন্তৰিক সহযোগিতা কৰিছিল।

পূৰ্বভাৰতৰ সাংস্কৃতিক ঐক্যৰ কথা, সমন্বয়ৰ কথা এইদৰে গীতেৰে প্ৰকাশ কৰিছিলোঁ :

মহাবাহু ব্ৰহ্মপুত্ৰ মহামিলনৰ তীৰ্থ
কত যুগ ধৰি আহিছে প্ৰকাশি সমন্বয়ৰ অৰ্থ

সুদূৰ কান্যকুব্জৰেপৰা বাৰভূঞা আহিছিলে
সেই বংশতে শঙ্কৰদেউ ইয়াতে জনমিলে
মক্কাৰ দেশৰে আজান ফকীৰে মধুৰ জিকিৰ ৰচিলে
দিল্লীৰ দিলোৱাৰে আহি হস্তীপুথি আঁকিলে
সমন্বয়ৰ দেখুৱালে কত প্ৰকাশ স্বতঃস্ফূৰ্ত্ত
মহাবাহু ব্ৰহ্মপুত্ৰ মহামিলনৰ তীৰ্থ।

দূৰৈৰ লাচিতে শৰাইঘাটতে শত্ৰু আগচিলে
জাতি-ধৰ্ম্ম-ভাষা সবাকে, স্বদেশপ্ৰেমেৰে বান্ধিলে
কিৰাটপুত্ৰ বিষ্ণুৰাভাই মাটিৰ কৃষ্টি জীয়ালে
সমন্বয়ৰ দেখুৱালে কত প্ৰকাশ স্বতঃস্ফূৰ্ত্ত
মহাবাহু ব্ৰহ্মপুত্ৰ মহামিলনৰ তীৰ্থ।

পদ্মা নদীৰ ধুমুহাত পৰি কত শতজন আহিলে
লুইতৰ দুটি পাৰে কতনা অতিথি আদৰিলে
কিছু ল'ব লাগে, কিছু দিব লাগে, জীণ যাবলৈ' হ'লে
মিলিব লাগে মিলাব লাগে, ৰবীন্দ্ৰনাথেও ক'লে
অগ্ৰবাল জ্যোতিয়ে ইয়াতে জ্যোতিৰ প্ৰপাত বোৱালে
অজীৰ্ণপাতকী সবৰ চক্ৰ জ্যোতিৰে কৰি ব্যৰ্থ।
মহাবাহু ব্ৰহ্মপুত্ৰ মহামিলনৰ তীৰ্থ
কত যুগ ধৰি আহিছে প্ৰকাশি সমন্বয়ৰ অৰ্থ।

*(আমাৰ প্ৰতিনিধি : ২০ শ বছৰ : ২য় সংখ্যা : ফেব্ৰুৱাৰী, ১৯৮০)*



# লুইতত ভোটোঙাই ওলাল শিহু
# আজি বোলে ৰঙালী বিহু বিহু!

এটা বস্তুহে স্থায়ী — সেয়া হ'ল পৰিবৰ্ত্তন! স্বাস্থ্য অস্থায়ী। বসন্তও অস্থায়ী। এজাৰ ফুল অস্থায়ী। কিন্তু absolute স্থায়ী Truth হ'ল : পৰিবৰ্ত্তন।

কলিকতা মহানগৰীৰ বেলিভ্যু ক্লিনিকৰ চতুৰ্থ মহলৰ ৪০৬ নম্বৰ কক্ষত বহি আজি এয়া ১৯৮০-ৰ ২১ মাৰ্চৰ দোকমোকালিতে উঠি, লিখিবলৈ আৰম্ভ কৰিছোঁ— মৰমী ডাক্তৰ, নাৰ্ছসকলৰপৰা অনুমতি লৈ। যোৱা সাতটা মাহ (তাৰে তিনিটা কেনাডা, আমেৰিকাত) এটা অসমৰ বাহিৰত আৰু ১৯৭৯-ৰ ১৭ ডিচেম্বৰৰপৰা ১৯৮০-ৰ মাৰ্চৰ ১৭ তাৰিখলৈকে প্ৰায় চাৰিমাহ অসমৰ দিহিঙে-দিপাঙে ঘূৰি-পকি, বহ্নিমান ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে মহামিলনৰ তীৰ্থৰ ঐতিহ্য গানে গানে সোঁৱৰাওঁতে কিছু ভাগৰ নিশ্চয় লাগিছিল। কিন্তু নেজানিছিলোঁ মোৰ ব্লাডপ্ৰেছাৰ ইমানকৈ বাঢ়িব! ডাক্তৰসকলে ক'লে : জিৰণি লওক দহ দিনমান। গাটো দেখুৱাওক। গতিকে, মই আজি ভাবিব পৰা নাই আৰু পষেকৰ পাচত এই বছৰৰ অসমত বিহুৱে কি ৰূপ ল'ব? ৰংশিঙা বাজিব নে খংশিঙা—? সকলো নিৰ্ভৰ কৰিছে অসমৰ মদাৰ ফুলক দিল্লীয়ে বচ্‌ৰাৰ গোলাপৰ সন্মান দিয়ে নে নিদিয়ে — তাৰ ওপৰত! নাৰ্চিং ক্লিনিকতো ৰক্তচাপ বৃদ্ধি হয় কাকতবোৰ পঢ়িলে। তথাপি, বিহুৱতী চৰাইজনীয়ে মাতিলেই নহয়!

## ভাবি চাওক : দুজনৰ দুটি কথা

'The people have accepted our authorita- rianism.' – C. M. Stephen (Cong. I)

'You are power hungry' – Sheikh Abdullah to the Congress I.

আশা কৰোঁ, এই ব'হাগে অসমীয়া জাতিৰ সংগ্ৰামী জীৱনতো ৰঙপ্ৰেৰণা যোগাব। এতিয়া যি অৱস্থা দেখিছোঁ— দিল্লী-গুৱাহাটীৰ মাজত মহা আলোচনা

চলিছে। মই আগতে লিখা গীত এটিৰ একাংশ মনত পৰিছে :

'শগুণে সদায় সভাকে পাতে
ভাষণ পৰি ৰ'ল,
আমাৰ জীৱন মৃত হৰিণৰ
বেঁকা শিং যেন হ'ল!'

এইবাৰ বিহুত চাগে মই অসমলৈ যাব নোৱাৰিম। যদি অসুস্থতাবশতঃ নোৱাৰোঁ — তেন্তে দূৰণিৰ পৰাই আপোনালোকলৈ ব'হাগৰ সেৱা জনাইছোঁ—।

*(আমাৰ প্ৰতিনিধি : ২০ শ বছৰ : ৪ৰ্থ সংখ্যা : এপ্ৰিল, ১৯৮০)*



# কেন্দ্র বনাম অসমৰ আন্দোলন

২য় ব'হাগৰ দিনা (১৯৮০ চন) বোম্বে পাইছোঁহি। স্বাভাৱিকতেই অসমত কি হৈছে বা বোম্বেৰ বাতৰি-কাকতে অসমৰ বিষয়ে কি কৈছে, জানিবৰ মন যায়। 'টাইমছ অৱ্ ইণ্ডিয়া'ৰ প্ৰথম পৃষ্ঠাতে দেখিলোঁ, 'Festival no bar: Assam picketing'। লিখিছে : অসমৰ ৰঙালী বিহুত আনন্দ নকৰি দলে দলে অসমবাসীয়ে নাৰেঙ্গীত পিকেটিং কৰিছে। ষ্টেটছমেন কাকতে বৰ ডাঙৰ হৰফেৰে প্ৰথম পৃষ্ঠাতে লিখিছে 'Centre & Assam Challenge High Court Order'। উত্তৰ কাছাৰ বাদ দি সমগ্ৰ অসমকে উপদ্ৰুত অঞ্চল বুলি ঘোষণা কৰাৰ বিৰুদ্ধে শ্ৰীইন্দ্ৰজিৎ বৰুৱাৰ চেলেঞ্জৰ কথা লিখিছে। বিচাৰক বি. এল. হানচাৰিয়াৰ ৰায়ৰ বিৰুদ্ধে কেন্দ্ৰই, অসম চৰকাৰে ছুপ্ৰীম কোৰ্টৰ ওচৰত 'বিশেষ লীভ পিটিশ্বন' দাখিল কৰিছে বুলি লিখি, অসম ছাত্ৰ সংস্থা আৰু গণ সংগ্ৰাম পৰিষদৰ আন্দোলন চলাই যোৱাৰ দৃঢ় পণৰ কথা উল্লেখ কৰিছে। ইফালে আকৌ, বোম্বেৰ প্ৰেছ কনফাৰেন্সত গৃহমন্ত্ৰী জাইল সিঙে কৈছে, অসমৰ আন্দোলনত বিদেশীৰ অদৃশ্য হাত থকাৰ প্ৰমাণ হেনো পাইছে। পিচে, 'কোন' সেই কথা 'পাব্লিক ইণ্টাৰেষ্টত' নক'লে। ষ্টেটছমেনৰ সপ্তম পৃষ্ঠাত ওলাইছে : বিহাৰত সঞ্জয় গান্ধীয়ে কৈছে, অসমৰ আন্দোলন উচটাই দিছিলে জনতা চৰকাৰেহে। একেখন কাগজৰে নৱম পৃষ্ঠাত ছপাইছে ভুবনেশ্বৰত সৰ্ব্বভাৰতীয় ফৰৱাৰ্ড ব্লকৰ চিত্ত বসুৱে কোৱা কথা। তেওঁ শ্ৰীমতী গান্ধীক পৰামৰ্শ দিছে— যাতে অতি শীঘ্ৰে ভাৰতৰ সৰ্ব্বদলীয় সন্মিলন এখন পাতে, য'ত অসমৰ সমস্যাৰ এটি 'ৰাজনৈতিক সমাধান' উলিয়াব পাৰি। তেওঁ কৈছে, ১৯৭১ চনক 'ভিত্তিবৰ্ষ' বুলি ধৰিলে ২০০,০০০ জন বিদেশীক খেদিব লাগিব। ১৯৬১ চন ধৰিলে এক মিলিয়ন উদ্বাস্তু হ'ব। ১৯৫১ চন ধৰিলে, বিদেশী হ'ব পাঁচ মিলিয়ন। শ্ৰীবসুৱে পশ্চিম বঙ্গৰ কংগ্ৰেছ আই-এ অসমৰ বিৰুদ্ধে ইকন'মিক ব্লকেডৰ তীব্ৰ সমালোচনা কৰি কৈছে — এইটো মাথোঁ পশ্চিম বঙ্গৰ বাওঁপন্থী চৰকাৰক গাদীচ্যুত কৰাৰহে প্ৰচেষ্টা। একে দিনাৰ (অৰ্থাৎ ১৫-৪-৮০-ৰ) ইণ্ডিয়ান এক্সপ্ৰেছখন মেলি দেখোঁ প্ৰথম পৃষ্ঠাতে বিখ্যাত

সাংবাদিক কুলদীপ নায়াৰে ৰিপোৰ্ট লিখিছে গুৱাহাটীৰপৰা। শিৰোনাম : Assam agitators' call for boycott of MLAs। তেওঁ লিখা কথাখিনিৰ সাৰাংশ হ'ল : অসম অস্বাভাৱিকভাৱে শান্ত। সমদল নাই, শ্লোগান নাই। মাথোঁ ritualistic পিকেটিং নাৰেঙ্গীত। এই শান্ত অৱস্থা, সমাগত প্ৰচণ্ড ধুমুহাৰ আগতে থমকি বৈ কোনোবাই নিশ্বাস লোৱা যেন লাগিছে। বিধায়কসকলক বয়কট কৰিব, যদিহে ওলাই আহি তেৰাসকলে খোলাখুলিকৈ আন্দোলনক আপোন নকৰেহি। নায়াৰৰ ভাষাত 'Legislators have locked themselves in the MLA quarters far from the city and have by and large remained quiet.' তেওঁ আৰু লিখিছে যে অসমৰ ছাত্ৰনেতাসকলে অসমৰ আন্দোলনৰ আচল কাৰণসমূহ বুজাবলৈ ভাৰতৰ চাৰিওপিনে প্ৰতিনিধি পঠাইছে। তেওঁৰ মতে, অসমৰ বহুসংখ্য লোকসকলে ভাবে যে ইন্দিৰা গান্ধীয়ে প্ৰস্তাৱ কৰা ১৯৭১ চনটোক Cut-off-year বুলি ধৰিব নেলাগে; বিদেশী চিনাক্তকৰণৰ মাথোঁ প্ৰাৰম্ভ ইয়েৰ বুলিহে ধৰা উচিত। গতিকে, তাৰ আগৰ বছৰবোৰকো গ্ৰহণযোগ্য কৰিবলৈ কেন্দ্ৰ আৰু অসমৰ বাইজৰ মাজত আলোচনাৰ পৰিৱেশক জীয়াই ৰাখিব লাগে। আৰু এচাম অসমীয়া হ'ল Hard liners। তেওঁলোকে ১৯৫১ চনটোহে মানিব – যদিহে কেন্দ্ৰই অধিক হেঁচা দিয়ে, তেওঁলোকে তেলৰ লগে লগে চাহ শিল্পতো Blockade আৰম্ভ কৰিব। ভাৰতৰ তেলৰ উৎপাদনৰ ২৮% অসমত হয়। অধিকভাগ লোকে আশা কৰিছে যে গভৰ্ণৰে উল্লেখ কৰা ১৯৬৭ চনটোৰ কথা আহিল যেতিয়া, নতুন দিল্লীয়ে ১৯৭১ চনটোৰ বাহিৰে একোকে মানিব খোজা নাছিল। অসমৰ এটা চামে ১৯৫১ ৰপৰা নামি আহি ১৯৬১ চনলৈ আহিছে যদিও খোলাখুলিকৈ সেই কথা ক'ব পৰা নাই। কেন্দ্ৰই সৈন্য আৰু চি. আৰ পি. সাজু ৰাখিলেও ৰাইজৰ ওপৰত জাঁপিয়াই পৰিব বুলি মনে নধৰে। নায়াৰৰ মতে ১৬ এপ্ৰিলত কেন্দ্ৰই কিবা এটা নতুন উপায় ভাবিব। ইণ্ডিয়ান এক্সপ্ৰেছৰ সেই একে তাৰিখৰ (১৫ ৪-৮০) নৱম পৃষ্ঠাত ডাঙৰ শিৰোনামেৰে অটল বিহাৰী বাজপেয়ীয়ে ভূপালত অসমৰ বিষয়ে কোৱা কথাৰ বাতৰি দিছে। তেওঁ কৈছে— দিল্লীত বহা সৰ্ব্বদলীয় সন্মিলনত ১৯৭১ চনটোকে cut-off year কৰিব লাগে বুলি কেতিয়াও স্থিৰ কৰা নাছিল। তেওঁৰ মতে ১৯৬৩ আৰু ১৯৬৫ মাজৰ বহু বিদেশীয়ে অসমত অবৈধভাৱে অনুপ্ৰৱেশ কৰিছিল। 'In Bangladesh, he said, schools were being run to teach Assamese' তেওঁ দাবী কৰিছে, নতুন বিদেশীৰ অনুপ্ৰৱেশ শীঘ্ৰে বন্ধ কৰিবলৈ কেন্দ্ৰই এতিয়াই চিনাক্তকৰণৰ কাম আৰম্ভ কৰিব লাগিব। তেওঁৰ কথা টাইমছ অৱ ইণ্ডিয়াই লিখিছে : অসমৰ সীমান্তত No man's land কৰি অনুপ্ৰৱেশ তত্কালিকে বন্ধ কৰিব লাগিব বুলি বাজপেয়ীয়ে কয়। টাইমছ অৱ ইণ্ডিয়াৰ ১৫ এপ্ৰিলৰ সংখ্যাৰ নৱম পৃষ্ঠাত কেন্দ্ৰই অসমক কিমান

'মৰম' কৰে, তাৰ কথা উল্লেখ কৰিছে। এটি Central task force অসমৰ কৃষি উন্নয়নৰ সম্পৰ্কত ততালিকে পঠাবলৈ হেনো প্ৰধান মন্ত্ৰীয়ে জৰুৰী পৰামৰ্শ দিছে। এই প্ৰ'গ্ৰেমটোত ২৫টা 'পইণ্ট' (আকৌ পইণ্ট!) থাকিব। "The highly neglected state of agriculture in Assam in spite of rich potential is summed up in this sentence in the report : 'Assam is green but the green revolution has not yet touched Assam. This is tragic paradox." গতিকে, এতিয়া ইন্দিৰা গান্ধীয়ে সেউজীয়া অসমত সেউজ বিপ্লৱ আনিবই। সেউজীয়া অসম অসেউজ হৈ থকাত ভদ্ৰমহিলাৰ বৰ দুখ। ইফালে বিহাৰ শ্বৰীফ নে ক'ত, পুত্ৰ এম পি. সঞ্জয় গান্ধীয়ে কৈছে— "মই অসমলৈ গ'লে যদি সমস্যাৰ সমাধান হয়, তেন্তে মই তালৈ যাবলৈ ৰাজী আছোঁ।" ইমান ব্যস্ত মানুহ, অথচ সঞ্জয় গান্ধীয়েও যে অসমৰ বাবে ইমান ভাবিছে, ই কম কথা নহয়। টাইম্‌ছ অব্ ইণ্ডিয়াৰ নতুন দিল্লীত থকা বিশেষ সংবাদদাতাই আকৌ লিখিছে যে ৰাজনৈতিক বিভাগৰ কেবিনেট কমিটীয়ে হেনো প্ৰধান মন্ত্ৰীৰ সিদিনাৰ অসম ভ্ৰমণৰ (য'ত তেওঁ আন্দোলনৰ নেতাসকলৰ সৈতে মাত্ৰ ২০ মিনিটহে কথা পাতিছিল বুলি ইয়াৰ কোনো এখন কাকতত ওলাইছে) পৰিপ্ৰেক্ষিতত অসমৰ কথা আলচ কৰিছে। প্ৰধান মন্ত্ৰীৰ এজন প্ৰতিনিধিয়ে কয়— "শ্ৰীমতী গান্ধীয়ে এইটো স্পষ্টভাৱে উল্লেখ কৰিছে যে গুৱাহাটীত তেওঁ ১৯৭১ চনটোক বিদেশী চিনাক্তকৰণ, ভোটাৰ তালিকাৰপৰা নাম কাটন আৰু খেদনৰ ব্যৱস্থাৰ বাবে মাথোঁ প্ৰাৰম্ভণ বছৰহে বুলি কৈছে — শেষ তাৰিখ নহয়। এই শেষ তাৰিখটো ভৱিষ্যতে আলচ কৰিব পৰা হ'ব।" 'It can be carried on with 1971 as the basis to proceed with. Persons who came to Assam after that should be first dealt with.' — ভদ্ৰমহিলাই হেনো কয়। সেই একে কাগজৰে একে পৃষ্ঠাত প্ৰকাশিত হৈছে আমাৰ চীফ ছেক্ৰেটাৰী পৰমশিৱম চাহাবৰ কথা— "ধ্বংসকাৰী শক্তিয়ে 'অসম যুক্তৰাষ্ট্ৰ', 'অসম অসমীয়াৰ' আৰু 'ভাৰতীয় ওলাই যা' আদি প'ষ্টাৰ উলিয়াইছে কোনো কোনো ঠাইত। 'The Seven United Liberation Army'ৰ দৰে বিপ্লৱী হিংসাকামী সেনানী ওলোৱাৰো খবৰ পোৱা গৈছে — ভাৰতৰপৰা অসমক বিচ্ছিন্ন কৰিবৰ মানসে।" ইত্যাদি ইত্যাদি।

আগতে বোম্বেলৈ আহি বোম্বেৰ কাগজত অসমৰ কিবা ওলাইছেনে বুলি আগ্ৰহেৰে কাগজ লুটিয়াওঁ। বৰ নিৰাশ হওঁ। ক'ৰবাত সৰুকৈ লিখে, 'সাপেখাঁতীত অমুকক সাপে কামুৰিলে' বা 'দিক্ৰং আৰু ৰঙানদীত প্ৰচণ্ড বানপানী।' এতিয়া ইয়াত দেখিছোঁ, একেদিনাৰ এখন কাগজতে অসমৰ বিষয়ে প্ৰথম পৃষ্ঠা, সপ্তম পৃষ্ঠা, নৱম পৃষ্ঠাত বহুতো খবৰ ভৰি ভৰি থাকে। আৰু অসমক লৈ অসমৰ বাহিৰত ইমানে দয়া কৰি ইমান মূৰ ঘমায়! যাৰ যেনেকৈ মন যায়, তেনেকৈয়ে অসমৰ কথা কৈ যায়।

তাহানি ৰবীন্দ্ৰনাথ ঠাকুৰে ৰথযাত্ৰা দেখি লিখা এযাৰ কবিতালৈ মনত পৰে। মোৰ ভুল হ'ব পাৰে। ভালকৈ মনত নাই। বোধ হয় এনেকুৱা কিবা —

'ৰথ ভাবে আমি দেব
পথ ভাবে আমি
মূৰ্ত্তি ভাবে আমি দেব
হাসে অন্তৰ্য্যামী।'

নেপোলিয়ন বোনাপাৰ্টে কৈছিল : 'Courage is like love; it must have hope to nourish it.' এই কথাষাৰ অসমবাসীৰ বাবে অৰ্থ পূৰ্ণ বোধ হয়।

*(আমাৰ প্ৰতিনিধি : ২০ শ বছৰ : ৫ম সংখ্যা : মে', ১৯৮০)*



# কেন্দ্ৰৰ ৰাজনৈতিক পাশাখেল

## এটি বিভেদকামী গুটি চলোৱা হ'লৈই

বোম্বেৰপৰা আহি যোৱা ১২ মে'ৰপৰা ২৩ মে'লৈ (১৯৮০ চন) এই লেখকে অৰুণাচলৰ ইটানগৰ, অসমৰ উত্তৰ লক্ষীমপুৰ, যোৰহাট, গুৱাহাটী আৰু মেঘালয়ৰ শিলং পৰিভ্ৰমণ কৰি অশান্ত উত্তৰ-পূৰ্ব্বাঞ্চলত সাধাৰণ ৰাইজৰ মনোভাব জুখিবৰ চেষ্টা কৰিছিল। অৰুণাচলৰ ডেকা-ডেকেৰীসকলৰ মনৰ বুজ লৈছিলোঁ। টিৰাপ সীমান্তত বাংলাদেশৰপৰা আহি চাক্‌মাসকলৰ এটি বুজন সংখ্যা অবৈধভাবে সোমাইছেহি বুলি গম পোৱা গ'ল। তেওঁলোকে তাৰ বিৰুদ্ধে এদিন শান্তিপূৰ্ণ 'বন্ধ' পালিলে। তেওঁলোকে অসমৰ এতিয়াৰ আন্দোলনৰ 'অ-ভাৰতীয় অনুপ্ৰৱেশকাৰী'ৰ সোঁত বন্ধ কৰা প্ৰস্তাৱত একমত। তদুপৰি, অৰুণাচলৰ নতুন পুৰুষৰ চকু-মুখত তেওঁলোকে অসমৰ নতুন পুৰুষৰ সৈতে সঁচা বন্ধুত্ব অক্ষুন্ন ৰখাৰ ইচ্ছাৰ প্ৰকাশ দেখিলোঁ। আলোচনা-প্ৰসঙ্গত এজনে ক'লে — 'অসমত মেৰবিলৰ শ্ৰীশ্ৰীৰাম আতাই কেনেকৈ নক্তে খুনবাওক শিষ্যত্ব দি নৰৰ উত্তম 'নৰোত্তম' উপাধি দিছিল'—সেই বিষয়ে অৰুণাচল চৰকাৰে এখনি চিত্ৰিত পুথি প্ৰচাৰ কৰিছে। স্কুলে-কলেজে সকলোতে সেই পুথি ভগাই দিয়া হ'ব। সেইখনৰ ছবিসমূহ আঁকিছে শ্ৰীৰণেন বাগ্‌চীদেৱে। ইংৰাজী আৰু হিন্দীত পুথিখন ছপা হ'ব ধৰিছে। তাত শেষৰ পৃষ্ঠাত চিত্ৰিত কৰা হৈছে— কেনেকৈ পাহাৰত নৰোত্তম খুনবাওৰ চিতাৰ ধোঁৱা আৰু ভৈয়ামৰ নাজিৰাৰ শ্ৰীশ্ৰীৰাম আতাৰ চিতাৰ জুইৰ ধোঁৱা আকাশত একেলগে মিলি পাহাৰ-ভৈয়ামৰ যুগ যুগৰ বন্ধুত্বক চিৰযুগমীয়া কৰিছিল। যিহওক, অৰুণাচলৰ ৰাইজেও একেটা প্ৰশ্নকে কৰিছে, পূৰ্ব্বাঞ্চলৰ 'বিদেশী' প্ৰশ্নটোৰ সমাধান কেন্দ্ৰই পিছুৱাই আছে কিয়?

লক্ষীমপুৰত দেখিলোঁ, হেজাৰে প্ৰতিবাদ প্ৰকাশ কৰিছে। ক'তো কোনো অনা-অসমীয়াৰ ওপৰত কোনেও 'অত্যাচাৰ' কৰা নাই। বজাৰ-সমাৰ ঠিকেই চলিছে। যোৰহাটত দেখিলোঁ, হাতত জোঁৰ লৈ পোহৰসন্ধানী হেজাৰ হেজাৰ লোকে নিয়মানুবৰ্ত্তিতাৰে সন্ধিয়া ৬-ৰপৰা ৮ বজালৈ সমদলত আগ বাঢ়িছে। ই মন মোহে।

শ্বিলঙলৈ গ'লোঁ ১৯ মে'ত। তাত কেন্দ্ৰীয় চৰকাৰৰ বিৰুদ্ধে কৰা বিৰাট জনসমাগম দেখিলোঁ দুদিন। প্ৰথম দিনা প্ৰায় দহ হেজাৰ লোক। ২য় দিনা প্ৰায় ৭০ হেজাৰ। জনজাতীয় খ্ৰীষ্টিয়ান ছাত্ৰ-ছাত্ৰীয়ে মহাত্মা গান্ধীৰ তিনিফুটীয়া ছবি লৈ ডি-চিৰ অফিচৰ সমুখত প্ৰতিবাদ জনাই কাৰাবৰণ কৰিছেহি। অসমীয়াভাষী মেঘালয়ীসকলেও যোগ দিয়া দেখিলোঁ একেলগে। গুৱাহাটীৰপৰা অহা সমদলক বৰাপানীৰ ওচৰত পুলিচে ৰাখিলে। পিচে, সকলোৱে গাড়ী এৰি খোজ কাঢ়ি ঠিক সময়ত জনজাতিৰ সমদলত যোগ দিয়া চকুত পৰিল। তিনিজনমান ডেকাক বন্দী কৰাত তেওঁলোকে ক'লে, "গান্ধীৰ মূৰ্তিকো আমাৰ সৈতে লৈ যাম।" পুলিচে নিদিয়ে। তেতিয়া এজন খ্ৰীষ্টীয়ান ছাত্ৰই পুলিচক কোৱা শুনিলোঁ, "ডণ্ট ইনচাণ্ট মহাত্মা গান্ধী-- আমাক বন্দী কৰিছা যেতিয়া, এই মূৰ্তিকো বন্দী কৰি আমাৰ সৈতে যাবলৈ দিব লাগিব।" মেঘালয় সৃষ্টি হ'বৰ দিনা এই লেখক শ্বিলঙত আছিল। কিন্তু এতিয়াৰ এই সমদলৰ সমান ডাঙৰ সমদল আগতে শ্বিলঙত কেতিয়াও চকুত পৰা নাছিল। গুৱাহাটীত ২১/২২/২৩ মে'ত শ্ৰীচাৰিণৰ প্ৰস্তাৱ লৈ সকলোৱে আলোচনা কৰা দেখিলোঁ। ইফালে 'আকাশবাণী'ৰ সমুখত দিনে-নিশাই পিকেটিং চকুত পৰিল। কেন্দ্ৰই কৈছে— আন্দোলন উঠাই লোৱাঁ। আছু আৰু গণ সংগ্ৰাম পৰিষদে কৈছে, বিগ্ৰেছিভ মেজাৰ প্ৰথমতে উঠাই লওক। এতিয়া জানিব পাৰিছোঁ, প্ৰাক্তন জাষ্টিচ পাঠক, প্ৰাক্তন জাষ্টিচ বাহাৰুল ইছলাম আৰু প্ৰাক্তন ভাইচ চেন্সেলৰ শ্ৰীএম. এন. গোস্বামীয়ে মধ্যস্থতা কৰি দুয়োটি দলকে ওচৰাই আনিবলৈ চাৰিণৰ সৈতে আলচ কৰিছে। শ্ৰীমতী গান্ধীয়ে আকৌ ভাৰতৰ বিভিন্ন ঠাইত অসমৰ বিষয়ে যিবোৰ বাক্যবাণ মাৰিছে, তাৰ প্ৰতিবাদৰ প্ৰতিধ্বনি উঠিছে অসমত। বৰপেটা, হাউলি, তিনিচুকীয়াত সমাজবিৰোধী শক্তি কিছুমানে কৰা কামক গৰিহণা দিছে সকলো শান্তিপ্ৰয়াসী লোকে। বৰপেটা-হাউলিত সংখ্যালঘু ছাত্ৰ সংঘই উলিয়াব খোজা সমদল উলিয়াব নেলাগে বুলি আবেদন কৰিছে আৰ. চি. পি. আইৰ চামছুল হুদা চাহাবে। ভাষা আৰু ধৰ্মক এই আন্দোলনলৈ টানিব নেলাগে বুলি বহুতো সৃষ্টিকামী লোকে আশা কৰিছে। জ্ঞানপীঠ পুৰস্কাৰ বিজেতা বীৰেন্দ্ৰ ভট্টাচাৰ্য্যদেৱে আছুৰ মুখপত্ৰ 'সমন্বয়'ত লিখিছে -- "জনশক্তিৰ বিকাশ হ'লেহে চৰকাৰে ৰাজনৈতিক ক্ষমতা বিকেন্দ্ৰীভূত কৰিব, সমন্বয়-বিৰোধী অশুভ শক্তিবোৰক প্ৰশ্ৰয় দিবলৈ এৰিব। — এই জনশক্তি কোনে নিৰ্মাণ কৰিব? বৰ্তমান সত্যাগ্ৰহবোৰে যি জনশক্তি বিকাশ কৰিছে — ই এতিয়াও প্ৰাথমিক স্তৰত আছে। মানুহে আত্মবিকাশৰ প্ৰেৰণা পাইছে। কৰ্মীও ওলাইছে। এই কৰ্মীৰ সংখ্যা আৰু বাঢ়িব লাগিব। তেওঁলোকে দল আৰু সাম্প্ৰদায়িকতাৰ উৰ্দ্ধলৈ গৈ প্ৰকৃত জন-গণতন্ত্ৰ আৰু মহান জনসংস্কৃতিৰ বিকাশত সম্পূৰ্ণৰূপে আত্মনিয়োগ কৰিব লাগিব। এদিনৰ বাবে নহয় — ওৰে জীৱন।" (সমন্বয়, ৮ মে' ১৯৮০)

কলিকতা। আজি ২৭ মে', ১৯৮০। আজিৰ কলিকতীয়া কাগজত সংখ্যালঘু ছাত্র সংস্থাই উলিওৱা সমদলৰ কথা, চাৰিজনৰ মৃত্যুৰ কথা (তাৰে তিনিজন পুলিচৰ গুলীত) ডাঙৰকৈ ওলাইছে। পশ্চিম বঙ্গৰ কংগ্রেছ আইৰ কেইগৰাকীমান নেতাই আছাম মাইনৰিটি ষ্টুডেণ্টছ্ ইউনিয়নক (আমছু) 'পাল্টা-আন্দোলন'ৰ বাবে অভিনন্দন জনাইছে। আছু আৰু আমছুৰ এই 'কনফ্রণ্টেশ্বন'ৰ কথা কৈ, অহা ৩১ তাৰিখে দিল্লীত বহিব লগীয়া সৰ্ব্বদলীয় সভাত প্রধান মন্ত্রীয়ে নিশ্চয় ক'ব ঃ "ক'তা— — 'বিদেশী' নাগৰিক অসমতভো নাই। সকলো ভাৰতীয়। আছুতো অহিংস নহয়। গতিকে, ১৯৭১ চনটোকে মানক।"

এই সৰ্ব্বদলীয় সভাত সকলো দলে যোগ দিয়ে নে নিদিয়ে কোৱা টান। ভাৰতীয় জনতা দলৰ নেতাই প্রধান মন্ত্রীক চেলেঞ্জ কৰিছে — তেওঁ ক'ত আৰ. এছ. এছ. দেখা পালে? জ্যোতি বসু আৰু প্রমোদ দাসগুপ্ত দিল্লীলৈ নেযায়। প্রথমজন ব্যস্ত আৰু দ্বিতীয়জনৰ চকুৰ অসুখ। আছু আৰু গণ সংগ্রাম পৰিষদে সেই সভাত যোগ দিয়ে নে নিদিয়ে কোৱা টান। কংগ্রেছ (আই)হে 'পাল্টা আক্রমণ'ত বৰ সুখী হোৱাটো দেখা গৈছে।

অসমৰ সুদীৰ্ঘ ঐতিহ্যত সাম্প্রদায়িক সংঘর্ষ হোৱা নাছিল। এতিয়া তাৰ প্রকাশ ঠায়ে ঠায়ে দেখা গৈছে। নথন ৰাজ্যত বিধানসভাৰ নিৰ্ব্বাচন হৈ যাব। হয়তো কংগ্রেছ আই জয়যুক্ত হ'ব অধিকভাগ ৰাজ্যত। তেতিয়াহে প্রধান মন্ত্রীয়ে অসমৰ ফালে দৃষ্টি দিয়াৰ আহৰি পাব। তেতিয়া হয়তো সকলো পলম হৈ যাব। ইতিমধ্যে পলম হৈ গ'ল — ভৱিষ্যৎ ভয়াবহ যেন লাগিছে। ইফালে এই কনফ্রণ্টেশ্বনে বৰ্ত্তমানৰ সহস্র সহস্র আন্দোলনকাৰীক আৰু বহু বছৰলৈ সংগ্রাম কৰিবলৈ হয়তো প্রেৰণা যোগাব— কেন্দ্রৰ ৰাজনৈতিক পাশা খেলৰ এটা বিভেদকামী গুটি ৰাইজৰ মাজত চলোৱা হ'লৈই—।

*(আমাৰ প্রতিনিধি ঃ ২০ শ বছৰ ঃ ৫ম সংখ্যা ঃ মে', ১৯৮০)*



# নিবনুৱা উদ্যোগ আৰু সাহিত্য

অসমীবাসীৰ মাজত বৰ্ত্তমান থলুৱা নিবনুৱাৰ সংখ্যা প্ৰায় তেৰ লাখ। চৰকাৰী সংখ্যাতত্ত্বৰ মতে কম। চৰকাৰে সদায় কমাই কয়।

উদ্যোগমন্ত্ৰী শ্ৰীবিশ্বদেৱ শৰ্ম্মাই এইবাৰ বিধানসভাত কোৱা মতে – এতিয়া পৰিকল্পনাসমূহ 'যদি কাৰ্য্যকৰী হয়', তেন্তে এক লাখমান লোকক‌হে চাকৰি দিব পাৰিব। তেন্তে বাৰ লাখ শিক্ষিত-অশিক্ষিত লোকে কি কৰিব? আত্মহত্যানে, নিজকে বিক্ৰী কৰিব, নে উগ্ৰপন্থী হিংসা কাৰ্য্যত লিপ্ত হৈ সমাজ-ব্যৱস্থাক একে নিশাই সলনি কৰাত ব্যস্ত হ'ব? শ্ৰীশৰ্ম্মাই কোৱা মতে, মাথোঁ যদি এক লাখ লোকক‌হে চাকৰি দিব 'পৰা হয়', তেন্তে সেই 'যদি'টোতো আমাৰ সন্দেহ আছে। অদূৰ অতীতত এই উদ্যোগ বিভাগটোৱে আনুভূতিক বক্তৃতাৰ বাহিৰে কোনো লেখত ল'বলগীয়া আঁচনি সফল কৰিব পৰা নাই। অসমবাসীৰ মাজত থকা থলুৱা নিবনুৱাক আগতে হোৱা উদ্যোগসমূহত চাকৰি পোৱাৰপৰা নিষ্ঠুৰভাৱে বঞ্চিত কৰিছে বুলি প্ৰমাণিত হৈ গৈছে। নতুনকৈ পৰিকল্পিত উদ্যোগসমূহত থলুৱা নিবনুৱাৰ ওপৰত যে তেনে অবিচাৰ নহ'ব, তাৰ কোনো নিশ্চিত পৰিৱেশ অসম চৰকাৰে গঢ়ি তুলিব পৰা নাই। উদাহৰণ দুটি মাথোঁ দিওঁ। গুৱাহাটীৰ ইণ্ডিয়া কাৰ্বন কোম্পানীৰ প্ৰায় চাৰে পাঁচ হেজাৰ অংশৰ মাজৰ মাত্ৰ ২৩ জন থলুৱা লোকক‌হে বিক্ৰী কৰা হৈছে। অসমৰ বাহিৰত এই অংশ বেচা হয়। এই কথা এই লেখকৰ প্ৰশ্নৰ উত্তৰত এইবাৰৰ বিধানসভাত উদ্যোগমন্ত্ৰীজনে সৈ কাঢ়িছে। অসমৰ অইল ইণ্ডিয়াৰ ক্ৰয় অফিচটো অসমত নেপাতি কলিকতাত ৰাখি বঙ্গ চৰকাৰক দহ লাখ টকা বছৰি বিক্ৰীকৰ দিয়ে। সেই অফিচত থলুৱাৰ চাকৰি নাই। অসম চৰকাৰক দহ লাখ টকা পোৱাৰপৰা বঞ্চিত কৰে। অসমৰ ইণ্ডাষ্ট্ৰিয়েল ইষ্টেটত থলুৱা লোকে তৈয়াৰ কৰা সামগ্ৰীও অসমৰ বুকুত থকা অইল ইণ্ডিয়াই ক্ৰয় নকৰে। অসমৰ বাইজৰ ধনৰপৰা দহ লাখ টকা অংশ কিনা অসম চৰকাৰে ইণ্ডিয়া কাৰ্বন কোম্পানীত মাত এষাৰ দিব নোৱাৰে। অসমৰ অইল ইণ্ডিয়াত, পঞ্চায়তে একে নিশাই দুৰ্নীতিপূৰ্ণভাৱে ডমিচাইল্ড চাৰ্টিফিকেট দি থলুৱা কৰি লোৱা লোকেহে পায় চাকৰি! সেই 'থলুৱা'ৰ সংখ্যা দেখি অসম চৰকাৰ আনন্দত আত্মহাৰা।

ক'বলৈ যেন আৰু একো নাই। এনে উদাহৰণ হেজাৰ দিব পাৰি। কিছু বেচৰকাৰী উদ্যোগে আজিকালি কিছু 'সাংবাদিক'ক মটৰগাড়ী 'সস্তাতে বেচাৰ' পন্থা এটাও উলিয়াইছে হেনো! এতিয়া ১৯৭২ চনৰ নিৰ্ব্বাচনী পুঁজি লাগিব। গতিকে, বহুতো 'বিপ্লৱী মন্ত্ৰীও' শীত-তাপ নিয়ন্ত্ৰিত হৈ যাব কিছু দিনৰ বাবে। অভিযোগ প্ৰায়েই শুনা যায় যে উদ্যোগ সম্প্ৰসাৰণৰ ক্ষেত্ৰত থলুৱা উৎসাহী ডেকাক ঋণ, তথ্যপাতি, উৎসাহ আদি দিয়াত ইমান কষ্ট দিয়ে যে শেষত তেওঁলোকে আশা এৰি দি অসমৰ উদ্যোগ বিভাগৰ বিষয়াসকলৰ ঘোৰ শত্ৰু হৈ উঠে।

ই স্বাভাৱিক। ক্ষুদ্ৰ উদ্যোগৰ নামত যি কেলেঙ্কাৰি অসমৰ চাৰিওফালে চৰকাৰে কৰিছে, তাৰ তুলনা নাই। এইবোৰ 'কুকাৰ্য্য' এফালে আৰু আনহাতে সুন্দৰ সুন্দৰ বক্তৃতা। এই সংঘাতত পৰি লাখ লাখ নিবনুৱাৰ আশা-আকাংক্ষা, ক্ষোভৰ, ক্ৰোধৰ স্ফুলিঙ্গ বৰকৈ দেখা গৈছে। গ্ৰাম্য আৰু চহৰৰ শিক্ষিত অৰ্দ্ধ-শিক্ষিত নিবনুৱাক বনুৱা কৰি নুতুলিলে তেওঁলোকক সান্যাল-মজুমদাৰ আদি ৰাজনৈতিক গুৰুৱে পাঠ্যপুথি পঢ়াবই। কিম্বা পুঁজিপতিয়ে ডিমৰেলাইজড দুৰ্নীতিৰ পুত্ৰ কৰি ল'ব।

এই সংঘাত আমাৰ জীৱনৰ চাৰিওফালে দেখিছে কবি, সাহিত্যিকসকলে। এনে বাস্তৱ চিত্ৰ চুটিগল্প, কবিতা, গীত-নাট, চিত্ৰত বন্দী কৰি 'আমাৰ প্ৰতিনিধি'লৈ পঠাওক। এনে সৃষ্টি পালে, এবাৰ আমাৰ প্ৰতিনিধিৰ 'নিবনুৱা সংখ্যা' এটি উলিওৱাৰ বৰ ইচ্ছা হৈছে। সৃজনী প্ৰতিভা থকা প্ৰগতিশীল বাস্তৱবাদী লেখক-লেখিকাসকলে সহযোগিতা আগ বঢ়ালেই হয়। আমি বাধিত হ'ম।

*(আমাৰ প্ৰতিনিধি : ২০ শ বছৰ : ৬ষ্ঠ সংখ্যা : জুন, ১৯৮০)*



# নিজকে সমালোচনা কৰাৰ সময়

এই ১৯৮০-ৰ ছেপ্টেম্বৰ মাহৰ অসমত দেখিছোঁ কি? বৰ লুইতৰ বান; উত্তৰ-পূব ভাৰতৰ সকলো নিজৰা, সকলো নৈ বৈ আহি বৰ লুইতক ওফন্দাই তুলিছে। আনহাতে-- বৰ লুইতৰ পানী সোমাই পৰ্ব্বতৰ জান-জুৰিকো সাগৰ কৰি তুলিছে। সিফালে মানুহৰ সমাজৰ লুইতখনিক ভাগ ভাগকৈ থাকিবলৈ, ভাগ ভাগকৈ ভাবিবলৈ, ভাগ ভাগকৈ চিন্তা কৰিবলৈ ভাঙোনমুখী সমাজ বিৰোধীসকলৰ অপচেষ্টাৰ বোমা ক'ৰবাত ক'ৰবাত ফুটোৱা হৈছে। তাৰপিনে আঙুলিয়াই অসমৰ বাহিৰৰ সংবাদপত্ৰসমূহে চিঞৰিছে-- 'দেখিছাঁনে দিল্লী, অসমত সকলোৱে একেলগে একেটা কথাকে ভবা নাই--- একেটা কথাকে বিচৰা নাই--।' দিল্লীয়েও সেই একে কথাকে প্ৰতিধ্বনিত কৰি মাকোবান- সকলৰদ্বাৰা মকমকোৱাইছেহি। এইবোৰ হ'ল খণ্ডেকীয়া। মোৰ মতে।

ধৰক, আজি বড়োসকলে, মিছিংসকলে, দেউৰীসকলে, শ্যামসকলে, ৰাভাসকলে, চাহ-মজদুৰসকলে, ন-অসমীয়া- মৈনসিঙীয়াসকলে, বঙালী হিন্দুসকলে -- একোখন একোখন জিলাতে নিজৰ নিজৰ একোখন একোখন ৰাজ্য পাতি ল'লে। ধৰক, দিল্লীয়ে তাতে অসমীয়াসকলক 'ৰাক্ষস' বুলি ধৰাৰ লৈ সহায়ো কৰি দিলে। তেতিয়া সেই ফৰ্মুলামতে— সমান্তৰালভাবে বঙ্গদেশতো উত্তৰৰ পিনে গোৰ্খালেণ্ড, ঝাৰখণ্ড, উত্তৰখণ্ড, ত্ৰিপুৰাত ত্ৰিপুৰীসকলৰ একোখন ৰাজ্য হ'বও লাগিব। তেতিয়াই সকলোৱে সকলো সমস্যা সমাধা হৈ যাব নেকি? অসমীয়াই যদি বঙালীৰ 'বঙালীয়ানা'ক ভয় কৰিছে বুলি কয়, তেতিয়া অসমীয়া বুদ্ধিজীৱীয়েই অসমীয়াক 'ফেচিষ্ট, চ'ভিনিষ্ট' বুলি অসমৰ বাহিৰৰ কাকতত লিখা দেখোঁ। অসমৰ বড়ো ভাইসকলক বঙালীসকলেহে অসমীয়াৰ অত্যাচাৰৰপৰা হেনো বচাব। অন্ততঃ কলিকতীয়া কাকতসমূহত বড়ো নেতাসকলক বৰ আসন দিয়া আমাৰ চকুত সদায় পৰি আহিছে। সেইটোৱেই যদি হয়, তেন্তে পশ্চিম বঙ্গত চি-পি-এম-এলৰ সন্তোষ ৰাণা আদিয়ে ঝাৰখণ্ড বিচাৰি কয়— 'আমি বঙালী নহওঁ, আমি আমিহে'। ত্ৰিপুৰাত দেববৰ্ম্মনসকলে কিয় কয়— 'আমাৰ অস্তিত্ব আমাক ওভতাই দিব লাগে।' বঙালীৰ চ'ভিনিজম্ আছে নেকি?

অসমীয়াই অসমৰ জনজাতিসকলক চ'ভিনিজম্ দেখুৱাই আহিছে নেকি? হয়তো আমাৰ পুৰণি চামে আমাৰ জনজাতিসকলক যিমান সন্মান দেখুৱাব লাগিছিল, যিমানখিনি প্ৰাপ্য দিব লাগিছিল— সেইখিনিৰপৰা বঞ্চিত কৰিছিল আংশিকভাৱে। কিন্তু এতিয়া নতুন পুৰুষৰ এই দীঘলীয়া আন্দোলনৰ ইতিবাচক দিশটোত এটা নতুন সত্য আমি দেখা নাইনে? দিল্লীয়ে দেখা নাইনে? উত্তৰ-পূৰ্ব্বাঞ্চলৰ সাতভনীৰ বুজাবুজিৰ নিজৰাবোৰ লুইতলৈ ফেনে-ফোটোকাৰে বৈ অহা দেখা নাইনে? আৰু ই যে ক্ষণস্থায়ী নহয় --- এই কথা, এই সত্য মস্তিষ্কবিহীন এজনেও নুই কৰিব পাৰিবনে? আমাৰ সকলোৰে স্ব-বিশ্লেষণৰ সময় আহিছে। বঙালীসকলৰো তেনে সময় আহিছে। এতিয়াই বিশ্লেষণ নকৰিলে বিষ্ণু ৰাভাসকলৰ জীৱন-পণ আৰু মৃত্যু অথলে যাব। অথলে মহাসত্যক যাবলৈ দিব নোৱাৰি। সত্য অগ্নি হ'লেও সত্য। ব্ৰিটিছ সাম্ৰাজ্যবাদক আমি ঘিণ কৰোঁ। কিন্তু শেক্সপীয়েৰ বা শ্বেলীক আমি সন্মান কৰোঁ। এজন খাচীয়ে শ্বিলঙত বিষ্ণুপুৰ পতাটোক ঘিণ কৰিব পাৰে, টিৰোট সিঙৰ নামত এখন পুৰ নপতাটোক ঘিণ কৰিব পাৰে— কিন্তু অসমীয়া কবিৰ এটি সুন্দৰ কবিতাক সন্মান কৰি আহিছে।

কিন্তু 'উচ্চমন্যতা'--- ? কোনেও কাৰো উচ্চমন্যতাক আজিকালি সন্মান নকৰে। এজন বড়োৱে এজন ৰাভাৰ ওপৰত যদি 'উচ্চমন্যতা' দেখুৱায় — তেতিয়া ৰাভাজনেও সহ্য নকৰিব। নকৰে। সেয়ে, আমি অসমবাসীসকলে নিজৰ নিজৰ 'উচ্চমন্যতা'সমূহ বিশ্লেষণ কৰাৰ সময় আহিছে।

বঙালীসকলৰ 'বঙালীয়ানা'ৰ বিশ্লেষণ মই কৰিলে পক্ষপাতিত্বৰ দোষত দোষী কৰিব পাৰে কোনোবাই! কিন্তু এজন স্বমধন্য বঙালী বুদ্ধিজীৱীয়ে যদি নিজৰ বঙালীয়ানাক শাণিত, সত্য কটাৰীৰে প'ষ্টমৰ্টেম কৰে, তেন্তে অসমত যুগ যুগ নপঢ়িবনে? আমাৰ অসমৰ জনজাতিসকলে যুগ যুগ (অসমীয়াহে 'শোষক' বুলি হঠাতে ঘিণ কৰাসকলে) ধৰি থকা বৈধ বঙলাভাষী নাগৰিকসকলে সেই বিশ্লেষণ পঢ়ি নেচাবনে? আমি সকলোৰে অৰ্থনৈতিক আৰু সাংস্কৃতিক মুক্তিৰ সংগ্ৰামত আগুৱাই যাবই লাগিব। আমি জিলাই জিলাই একোখন হেন ৰাজ্য, তেন ৰাজ্য পাতি ল'লেও, কিম্বা বহুতো ছাব-ডিভিজন আৰু ডিষ্ট্ৰিক কাউন্সিল পাতি ল'লেও — ভৌগোলিকভাৱে এই পূৰ্ব্বভাৰতত বাস কৰিবই লাগিব। আমাৰ কোনো গৈ ঢাকা, কোচবিহাৰ বা মৰিচঝাঁপিত ক'লনি পাতিবলৈ নেযায়। দৰ্কাৰো নাই। উত্তৰ-পূৰ্ব্বাঞ্চলৰ অভাৰতীয় অবৈধ অনুপ্ৰবেশকাৰীসকলক মাকোৱানাসকলে কান্ধত তুলি সাংবিধানিকভাৱেই ভাৰতৰ বাহিৰ কৰিবই লাগিব, নহ'লে সমগ্ৰ ভাৰততে ভগাই ল'ব লাগিব। সেইটো বেলেগ কথা। কিন্তু আমাৰ বিষ্ণু ৰাভাৰ দেশত আমাৰ জনজাতীয়ই অসমীয়াক চ'ভিনিজমৰ দোষত সম্পূৰ্ণভাৱে দোষী কৰি, বঙালীসকলেহে

তেওঁলোকৰ সংস্কৃতিক অধিক সন্মান দিয়ে বুলিলে — সমন্বয়প্ৰেমীসকলৰ দুখ লগা স্বাভাৱিক। বঙালীসকলৰ স্ব-বিশ্লেষণৰ এটি মই হুবহু অনুবাদ কৰি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ। এতিয়াৰ পশ্চিম বঙ্গৰ সবাতোকৈ 'বঙালীয়ানা' ভাল পোৱা দৈনিক 'আনন্দবাজাৰ পত্ৰিকা'ৰ (১৮।৭।৮০) সম্পাদকীয় পৃষ্ঠাত বৰ ডাঙৰ হৰফেৰে প্ৰকাশিত হোৱা শ্ৰীঅশোক ৰুদ্ৰৰ এই প্ৰবন্ধৰ অনুবাদটি উল্লেখ কৰিলোঁ। অসমৰ জনজাতি আৰু অসমৰ বাংলাভাষীসকলৰ চিন্তাধাৰাত ই কিছু সহায় কৰিব পাৰে।

## 'আমাদেৰ বাঙালীয়ানা' ঃ অশোক ৰুদ্ৰ

"আমি বঙালী বাস কৰোঁ বঙ্গত। স্ব-জাত্যাভিমান বিষয়টো খুব অসাধাৰণ নহয় — মানৱজাতিৰ অধিকভাগ গোষ্ঠীয়েই নিজৰ শ্ৰেষ্ঠতা সম্বন্ধে নানাবিধ কাল্পনিক ধাৰণা পোষণ কৰি থাকে। কিঞ্চিৎ অভিমান বোধ হয় দোষণীয়ও নহয়। একেবাৰে অভিমানবোধ নেথাকিলে স্বজাতি বা স্ব-গোষ্ঠীৰ উন্নতি সাধনত মানুহে বোধ হয় আগুৱাই যাব নোৱাৰে। কিন্তু যেতিয়া গণ্ডগোল হয়, তেতিয়া কোনো গোষ্ঠীয়ে বা জাতিৰ লোকে সঁচাকৈয়ে নিজৰ শ্ৰেষ্ঠতা সম্বন্ধে নিঃসন্দেহ হৈ উঠে।

কিমান দিনৰপৰা বঙালীসকল উচ্চমন্যতা ৰোগত ভুগিছে, তাক অধিকভাৱে প্ৰকাশ কৰিব নোৱাৰি। গোখলেই যেতিয়া কৈছিল 'What Bengal thinks today, India thinks tomorrow' — তেতিয়াৰপৰাই ই প্ৰচলিত হৈ আহিছে। বোধ হয় তাৰো আগৰ পৰাই। বঙালীসকলেই পোন প্ৰথমে গ্ৰহণ কৰে ইংৰাজী ভাষা, তাৰ ফলত উনবিংশ শতাব্দীতেই ইংৰাজসকলৰ প্ৰতিনিধি হৈ বঙালী লোকসকলে ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলত, বিভিন্ন সামাজিক প্ৰসঙ্গত আগৰণুৱাৰ ভূমিকা গ্ৰহণ কৰিছিল। এই ঐতিহাসিক ঘটনাতেই বোধ হয় বঙালীসকলৰ উচ্চমন্যতাৰ প্ৰকাশ নিহিত হৈ আছে। প্ৰাক্-ব্ৰিটিছ বঙালীসকলৰ তেনে কোনো ভূমিকা নাছিল। বঙালীসকল নিজৰ শ্ৰেষ্ঠতা সম্পৰ্কে খুব যে সোচ্চাৰ আছিল, তাৰো কোনো প্ৰমাণ পোৱা নাযায়।

মোৰ ধাৰণা, আমাৰ সমাজ-জীৱনত যিবোৰ সমস্যা জড়িত হৈ আছে, সেইবোৰৰ সমাধানৰ পথত অন্যতম বাধাৰ প্ৰাচীৰ গঢ়িছে আমাৰ উচ্চমন্যতাই। এই উচ্চমন্যতাৰ বাবে আমি আমাৰ সামাজিক সমস্যাবোৰৰ স্বৰূপ নিৰ্ণয় কৰাৰ চেষ্টা নকৰি এটি 'চক্ৰান্ত থিঅ'ৰি'ৰ আশ্ৰয় লওঁ। আৰু সমস্যাৰ সমাধানত বুদ্ধি আৰু উদ্যমৰ প্ৰয়োগ নকৰি চক্ৰান্তকাৰীসকলৰ বিৰুদ্ধে কান্দোনৰ গান গাই মৰাওঁ। এই থিঅ'ৰি অনুসৰি পশ্চিম বঙ্গৰ যিমানবোৰ সমস্যা, সেইবোৰৰ বেছিভাগৰেই মূল কাৰণ হ'ল, ভাৰতবৰ্ষৰ সকলো অবঙালী দেশবাসীৰদ্বাৰা বঙালী লোকসকলক ক্ষতি কৰাৰ

উদ্দেশ্যে সৃষ্টি কৰা চক্ৰান্ত। বঙালীবোৰৰ অৰ্থনৈতিক সমস্যাৰ কাৰণ, কেন্দ্ৰীয় চৰকাৰৰ বঙালীবিৰোধী মনোভাব। আকৌ অবঙালী পুঁজিপতিসকলৰ পশ্চিম বঙ্গত পুঁজি নিয়োগ কৰাৰ আলস্য ভাব। বঙালীসকলৰ নিবনুৱা সমস্যাৰ কাৰণ বঙ্গদেশত অবঙালী শ্ৰমজীৱী আৰু অফিচ কৰ্ম্মচাৰীৰ প্ৰাচুৰ্য্য। ৰাজনৈতিক ক্ষেত্ৰত বঙালীসকলে মৰ্য্যাদা নোপোৱাৰ কাৰণ সৰ্ব্বভাৰতীয় অবঙালী নেতাসকলৰ বঙালীসকলক দমাই ৰখাৰ দৃঢ় প্ৰতিজ্ঞা ইত্যাদি।"

এই চক্ৰান্ত থিঅ'ৰিক শেষ কৰাৰ প্ৰয়োজন আছে। কাৰণ, এই থিঅ'ৰিৰ প্ৰভাৱৰপৰা মুক্ত হ'ব নোৱাৰিলে আমি আমাৰ সামাজিক সমস্যাৱলীৰ সমাধান কৰাত অসমৰ্থ হৈ ৰ'ম। অৱশ্যে, পশ্চিম বঙ্গৰ সমস্যাৱলীৰ কাৰণ কোৱা নাই। এই কথা একেবাৰেই বঙালীসকলৰ চাৰিত্ৰিক দোষত বিচাৰি পোৱা বাবে সেইটোও এটা ডাঙৰ ভুল হ'ব। পশ্চিম বঙ্গৰ ভূখণ্ড যিহেতু ভাৰতবৰ্ষৰ অন্তৰ্ভুক্ত, পশ্চিম বঙ্গৰ সমাজ, পশ্চিম বঙ্গৰ যিকোনো সামাজিক আৰু অৰ্থনৈতিক সমস্যাৱলী বিশ্লেষণ কৰি ভু-ভা ল'বলৈ হ'লে, তাৰ মাজলৈ ভাৰতবৰ্ষক আনিবই লাগিব। তেনেদৰে বিশ্লেষণ কৰিলে, সমস্যাৱলীৰ কাৰণবোৰ জটিলভাৱে সমগ্ৰ ভাৰতীয় সমাজৰ ভিতৰতেই প্ৰসাৰিত হৈ থকা দেখা যাব।"

কি কি বিষয়ত আমি বঙালীসকল নিজৰ শ্ৰেষ্ঠতা সম্বন্ধে নিঃসন্দেহ? ওলোটাই প্ৰশ্ন কৰিব পাৰি, কি কি বিষয়ত নহয়? আমাৰ সংস্কৃতি সম্পৰ্কে বুলিলে অৱশ্যে আমাৰ লোক-সংস্কৃতি নুবুজায়। বুজোৱা হয় 'কলিকতীয়া কালচাৰ'। কোনো বিদেশী পৰ্য্যটক বা অ-বঙালী ভাৰতবাসীয়ে ইয়ালৈ আহি যেতিয়া সবিস্ময়ে প্ৰশ্ন কৰে, এই ভাঙি ছিঙি পৰা আৱৰ্জ্জনাৰ স্তূপত নিমজ্জিত হৈ থকা কলিকতা চহৰত কিদৰে মানুহে বাস কৰে? তেতিয়া কলিকতাবাসী বঙালীসকলে সগৌৰৱে উত্তৰ দিয়ে, 'ইয়াত আগ্ৰাৰ তাজমহল নাই, দিল্লীৰ কুতুবমিনাৰ নাই, ইয়াত সেইবোৰৰ কাৰণে নাহিব, ইয়াত আছে 'কালচাৰেল লাইফ'। এই 'কালচাৰেল লাইফ'ৰ কাৰণেই আমি কলিকতাত বাস কৰি ভাল পাওঁ। এনেকুৱা ঠাই ভাৰতবৰ্ষৰ অন্য ক'তো আপুনি নাপাব।

'কালচাৰেল লাইফ' বুলিলে প্ৰথমে বঙালীৰ ভাষা আৰু সাহিত্যৰ কথা মনলৈ আহে। সাহিত্যত যে আমি ভাৰত-শ্ৰেষ্ঠ, তাত আমাৰ কোনো সন্দেহ নাই। কাৰণ কি? ৰবীন্দ্ৰনাথৰ বাহিৰে ভাৰতত অন্য কোন সাহিত্যিকে সাহিত্যত নোবেল পুৰস্কাৰ পাইছে? নাই। তেন্তে? কিন্তু কেৱল ৰবীন্দ্ৰনাথেই নহয়। আমাৰ আছে মাণিক বন্দ্যোপাধ্যায়, বিভূতিভূষণ বন্দ্যোপাধ্যায়, আমাৰ আছে সুধীন্দ্ৰনাথ দত্ত, জীবনানন্দ দাশ। এইসকলৰ সাহিত্য-কীৰ্ত্তি যে সুমহান, তাত সন্দেহ নাই। কিন্তু আমি বঙালীসকলে ধৰিয়েই লৈছোঁ যে অন্যান্য ভাৰতীয় ভাষাত তুলনীয় কোনো সাহিত্য ৰচনা হোৱা

নাই। আমি কেইজনে অন্য ভাষাৰ লগত সুপৰিচিত হৈ এই মত পোষণ কৰিছোঁ? তাৰ বাহিৰে আমি সংস্কৃতি বুলিলে বুজোঁ, যাত্ৰা-থিয়েটাৰ। সেই লেবেডফৰ (ৰাছিয়ান নাট্যকাৰ) দিনৰপৰাই আৰম্ভ হৈছে এই মঞ্চৰ ট্ৰেডিশ্বন। কিন্তু আমাৰ এই মঞ্চ কিমান দূৰ চিত্তবিনোদনৰ উপায় আৰু কিমান দূৰ আমাৰ সামাজিক জীৱনৰ প্ৰকাশস্বৰূপ, সেই প্ৰশ্ন আমি বৰকৈ ভাবি নাচাওঁ। যিদৰে ভুলতে হ'লেও আমি ভাৰতৰ অন্যান্য ঠাইৰ মঞ্চৰ লগত আমি আমাৰ মঞ্চক তুলনা নকৰোঁ। বুদ্ধিৰ ক্ষেত্ৰত আমি দাবী কৰোঁ, আমি আধুনিক মনৰ অধিকাৰী বুলি, আৰু অতিশয় প্ৰগতিশীল বুলি। ৰেনেছাঁ-পৰৱৰ্ত্তী যুগত ইউৰোপত যি বুদ্ধি-নিৰ্ভৰ যুক্তিযুক্ত সংস্কাৰমুক্ত বিদ্ৰোহী মনৰ জন্ম হৈছিল, ভাৰতবাসীৰ মাজত বঙালী বুদ্ধিজীৱীসকলেই হেনো একমাত্ৰ সেই মনৰ অধিকাৰী। এই কথা কৈছে— বুদ্ধদেব বসুৰ নিচিনা জ্ঞানী আৰু বুদ্ধিমান এজন বঙালী বুদ্ধিজীৱীয়ে। তেওঁ আধুনিক বাংলা কবিতা প্ৰসঙ্গত লিখিছে

The rest of India, in those early days of disorder, was hostile, cold, crustaceous. Only Bengal observed Europe with a speed and throughness that should be marked as a record in human relation. The truth of matter seems to be that the Bengali and English, severe strangers in appearance have an inner, a congenital affinity, an affinity which the accidents of history combined to make the best use of ... the pundits found nineteenth century European nationalism acceptable... (An Acre of Green Grass, 1948).

অৰ্থাৎ, বুদ্ধদেব বসুৰ নিচিনা বঙালীসকল স্বভাৱতেই চাহাব, হিন্দু সভ্যতাৰ নহয়, গ্ৰীক আৰু খ্ৰীষ্টীয় সভ্যতাৰ উত্তৰাধিকাৰী।

বুদ্ধদেব বসুৱে বঙালীক শ্বেক্সপীয়েৰ আৰু বোজাৰ বেকনৰ বৰপুত্ৰৰ স্থান দিছে। পৰৱৰ্ত্তী কালৰ মধ্যবিত্ত বঙালী বুদ্ধিজীৱীয়ে নিজকে কাৰ্ল মাৰ্ক্সৰ মানসপুত্ৰ বুলি ভাবি লৈছে। কাৰ্ল মাৰ্ক্সে মানৱ জাতিৰ মুক্তিৰ বাবে যি স্বপ্ন দেখিছিল, আমি বঙালী মধ্যবিত্তসকল স্বাভাৱিকভাৱেই হেনো সেই ভাবধাৰাৰে উদ্বুদ্ধ।

ৰাজনীতিৰ ক্ষেত্ৰত আমাৰ দাবী, স্বাধীনতা সংগ্ৰাম আৰম্ভ হৈছিল এই পশ্চিম বঙ্গৰেই মাটিত W. C. Banerjee, ক্ষুদিৰাম আৰু অন্যান্য অগ্নিযুগৰ শ্বহীদসকলৰ জীৱন বিসৰ্জ্জনৰ মাজেৰে। শেষো হৈছে এই মাটিতেই নেতাজী সুভাষ বসুৰদ্বাৰাই। যিসকল বামপন্থাত বিশ্বাসী, সেইসকলৰ কাৰণেতো পশ্চিম বঙ্গ বামপন্থাৰ মক্কা। সেই- সকলৰ মতে — আমি বঙালীসকল অতিশয় বৈপ্লৱিক। প্ৰমাণ হিচাপে চাওক পশ্চিম বঙ্গৰ সংসদত কিমানবোৰ আসন দখল কৰি বহি আছে কিমানটা কমিউনিষ্ট নামধাৰী দলে। 'সূৰ্য্য পূবফালে উদয় হয়' — এই বাক্যৰ চীনা ব্যাখ্যা যিদৰে সম্ভৱ, সেইদৰে ইয়াৰ এটা বঙালী ব্যাখ্যাও সম্ভৱ। ভাৰতত যে বিপ্লৱ আহিব, সেই সমাজতান্ত্ৰিক

বিপ্লৱৰ কথা কৈছোঁ, সেয়া যে আমি বঙালী মধ্যবিত্তসকলেই কৰিম, সেই বিষয়ে আমাৰ বঙালী মধ্যবিত্তসকলৰ মনত কোনো সন্দেহ নাই।

ভয়ে ভয়েই কওঁ — এনেও হ'ব পাৰে যে এই ধাৰণাবোৰৰ বহুতাংশ ভুল। সাধুকথাত আছে— এগৰাকী ৰাজকুঁৱৰী আছিল, যাৰ দৰে ৰূপহী বিশ্বব্ৰহ্মাণ্ডত আৰু নাছিল। কিন্তু সেই ৰূপহীয়েও নিজৰ ৰূপৰ শ্ৰেষ্ঠতা সম্বন্ধে সম্পূৰ্ণ নিশ্চিত হ'ব পৰা নাছিল। তেওঁ এখন মায়া-দৰ্পণৰ পিনে চাই প্ৰত্যেক দিনেই দৰ্পণখনকে প্ৰশ্ন কৰিছিল, 'কোৱাঁচোন, সবাতোকৈ ৰূপহী কোন?' বঙালীৰ অভ্যাস নাই যে আইনাত নিজৰ ফালে চাই নিজকে দেখিব। সেই অভ্যাস থাকিলে, তেওঁৰ নিজৰ সম্বন্ধে ধাৰণা হয়তো কম ভ্ৰান্ত হ'লহেঁতেন।" মন্তব্য নিষ্প্ৰয়োজন।

*(সময়ৰ পখী ঘোঁৰাত উঠি— গ্ৰন্থ)*



# মৰণোত্তৰ পৰীক্ষা
# তিনিজন বুদ্ধিজীৱীৰ দৃষ্টিৰে

১৯৮০ চনৰ ১৮ জুনৰ 'আনন্দবাজাৰ পত্ৰিকা'ৰ প্ৰথম পৃষ্ঠাত, চাৰি কলম জুৰি 'বুদ্ধিজীবীদেৰ চোখে' শিৰোনামত থকা কিছু বক্তব্য প্ৰকাশিত হৈছে। প্ৰতিবেদক হ'ল গৌতম ৰায়। হুবহু অনুবাদ কৰি দিলোঁ। তেওঁ লিখিছে -- "সমগ্ৰ উত্তৰ পূব ভাৰতত আজি অশান্তিৰ জুই জ্বলিছে। এই অঞ্চলৰ প্ৰতিটি জাতিসত্তাই নিজৰ উপ-জাতিৰ বাহিৰৰ মানুহক 'বহিৰাগত' আৰু 'বিদেশী' আখ্যা দি তেওঁলোকৰ ভেটি-মাটিৰপৰা উচ্ছেদ কৰাৰ আন্দোলনত নামিছে। মূলতঃ বাংলা ভাষা-ভাষীসকলৰ বিৰুদ্ধেই পৰিচালিত হৈছে এই আন্দোলন। ইতিমধ্যেই প্ৰাণ হেৰুৱাইছে অনেকেই, বাস্তুচ্যুত শৰণাৰ্থীত পৰিণত হৈছে অসংখ্য মানুহ। আজিৰ এই বিদ্বেষ আৰু হানাহানিৰ ঐতিহাসিক আৰু সমাজতাত্ত্বিক কাৰণ কি? ৰাজনীতিক নেতাসকলে নানা কথা কৈছে। তেওঁলোকৰ যুক্তি-তৰ্কৰ ধূম্ৰজাল ৰাজনীতি লৈহে।" এই সম্পৰ্কে আমি জানিবলৈ বিচাৰিছিলোঁ কেইগৰাকীমান বাংলা বুদ্ধিজীৱীৰ মতামত। সেই সূত্ৰেইহে আলোচনা।

এই বুদ্ধিজীৱীসকল কোন? তেওঁলোকৰ প্ৰত্যেকৰে মতামত অসমৰ সকলো ভাষা-ভাষীৰ বাবে অনুবাদ কৰি দিছোঁ। এই মতামত অসমবাসীয়ে জনা উচিত বুলি ধাৰণা কৰিয়েই ইয়াত স্থান দিয়া হ'ল। আনন্দবাজাৰ পত্ৰিকাৰ দৰে কাকতত এই মতামতসমূহ প্ৰকাশিত হোৱাত পশ্চিম বঙ্গৰ চিন্তাশীল মহলত চাঞ্চল্যৰ সৃষ্টি হোৱা দেখিছোঁ। 'বাঙালাৰ ইতিহাস'ৰ লেখক, বিখ্যাত ঐতিহাসিক নীহাৰৰঞ্জন ৰায়ে অতীতক স্মৰণ কৰি ক'লে :

"ভাৰতবৰ্ষৰ সমগ্ৰ ইতিহাসত হিন্দু ধৰ্ম্ম আৰু সমাজৰ ভৌগোলিক আৰু সাংস্কৃতিক বিস্তাৰ ঘটিছে বিভিন্ন উপ-জাতিক গ্ৰাস কৰি। উন্নততৰ কাৰিকৰী জ্ঞানৰ অধিকাৰী কৃষিনিৰ্ভৰ পিতৃতান্ত্ৰিক আৰ্য্যসকলৰ সমাজ গঠনত যিসমূহ মাতৃতান্ত্ৰিক উপজাতিয়ে নিজকে মিলাই দিব খোজা নাই, বিতাড়িত হৈ হৈ তেওঁলোকে অবশেষত আশ্ৰয় লৈছে দুৰ্গম পৰ্ব্বত আৰু গহন অৰণ্যত। কৃষিয়েই আছিল আৰ্য্য হিন্দু সভ্যতাৰ

সম্পদৰ উৎস। আমি, যিসকলে হিন্দু সভ্যতাৰ মূল প্ৰবাহৰ সৈতে যুক্ত হৈছোঁ, শক্তি বৃদ্ধিৰ লগে লগে নতুন আবাদযোগ্য মাটি গ্ৰাস কৰাৰ প্ৰবণতা আমাৰ বাঢ়িছে। নতুন কৃষিক্ষেত্ৰ বিচাৰি বিচাৰি আমি আক্ৰমণ কৰিছোঁহি উপজাতি অধ্যুষিত এলেকাত। পিচুৱাই গৈ গৈ উপজাতিসমূহে দেখিলে তেওঁলোক এটি চুকত। তেওঁলোকৰ পিঠিত লাগিলগৈ এখন দেৱাল। তেওঁলোকৰ নিজস্ব অৰ্থনৈতিক সামাজিক ভেটি, নিজস্ব জীৱনযাত্ৰা — এক কথাত তেওঁলোকৰ সমগ্ৰ অস্তিত্বই বিপন্ন। কুমিল্লাৰপৰা দলে দলে বঙালীসকল গৈ যেতিয়া ত্ৰিপুৰাত বসবাস কৰিবলৈ ল'লে, পাৰ্ব্বত্য ত্ৰিপুৰাৰ উপজাতিসকলৰ ওপৰত পৰিলগৈ সেই হেঁচা। এই কথা অনস্বীকাৰ্য্য যে আজিৰ ত্ৰিপুৰা, বঙালী মধ্যবিত্তৰদ্বাৰা প্লাৱিত। মিজোৰাম আৰু মেঘালয়তো এইদৰেই জনবিন্যাসৰ ভাৰসাম্য বিপৰ্য্যস্ত হৈছে। ক'ৰবাত ক'ৰবাত এই বিপৰ্য্যয় বাস্তৱ। আকৌ ক'ৰবাত এই বিপৰ্য্যয়ৰ আশঙ্কাৰপৰাই জ্বলি উঠিছে অসন্তোষৰ অগনি।

ইংৰাজসকল যেতিয়া এই অঞ্চললৈ যায়, তেওঁলোকক কান্ধত কঢ়িয়াই নিছিল বঙালীসকলেই। ১৮২৬ চনত ব্ৰিটিছ ভাৰতৰ অন্তৰ্ভুক্তিৰ পাচত অসমলৈ গৈ ভিৰ কৰিলেগৈ বঙালী উকিল, নায়েব, গোমস্তা, পেচকাৰ, শিক্ষক আৰু ডাক্তৰে। চৰকাৰী কাৰ্য্যৰ ভাষা-মাধ্যম কি হ'ব? তেওঁলোকে ক'লে— বাংলা। ১৮৩৬-৩ অসমৰ চৰকাৰী ভাষা হিচাপে বাংলাকে চলোৱা হ'ল। চলিল একেৰাহে পঞ্চাশ বছৰ আনহাতে মৈমনসিং, কিশোৰগঞ্জ, চিলেটৰপৰা ভূমিহীন মুছলিম আৰু হিন্দু নিম্ন শ্ৰেণীৰ খেতিয়ক হেজাৰে হেজাৰে খেতিৰ বতৰত অসমলৈ আহে। তেওঁলোকৰ অনেকেই আৰু উভতি নেযায়। শিক্ষাৰ পোহৰ আৰু জাতীয় আন্দোলনৰ ঢৌ আহি পৰাত 'আহোমৰা' (বোধ হয় এই শব্দেৰে তেওঁ 'অসমীয়াকে' বুজাইছে— লেখক। জাগি উঠি দেখে, তেওঁলোকে হেৰুৱাইছে তেওঁলোকৰ স্বতন্ত্ৰ আত্মপৰিচয়। সৰ্ব্বত্ৰই বঙালীসকলৰ প্ৰাধান্য। দেশ বিভাগৰ পাচত দেখা গ'ল বাংলাভাষী হিন্দু আৰু মুছলিমসকলে যদি চেনছাছত বঙালী হিচাপে নিজৰ নাম নথিভুক্ত কৰে, অসমীয়াভাষী তেতিয়া হ'লে সংখ্যালঘু হৈ যাব। অসমৰ তদানীন্তন নেতৃবৃন্দই বঙালী মুছলিমসকলক বুজাই মেলি অসমীয়া বুলি নাম লিখালে। কিন্তু তেতিয়াও বঙালীসকলৰ সংখ্যাগৰিষ্ঠতা নকমিল। অসমীয়াভাষীসকল নিশ্চিহ্ন হৈ যাব — এনে এটা কাল্পনিক ভয় হ'ল এটি স্নায়ৱিক দুৰ্ব্বলতাজনিত উত্তেজনা বাঢ়িয়েই গ'ল। আজিৰ আন্দোলনৰ পটভূমি এয়াই।"

১৯৬০ চনৰ ভাষা আন্দোলনৰ সময়ত 'ড্ৰেগনৰ দাঁত' নামৰ চাঞ্চল্যকৰ প্ৰবন্ধ লিখোঁতা বিশিষ্ট বুদ্ধিজীৱী অন্নদাশঙ্কৰ ৰায়ে ক'লে :

"উত্তৰ-পূব ভাৰত বোলোঁতে যেতিয়া মাথোঁ বঙ্গদেশ আৰু অসমকো বুজাইছিল, তেতিয়া ইংৰাজসকলৰ পাচতেই বঙালীৰ অপ্ৰতিদ্বন্দ্বী প্ৰভাৱ। য'লৈকে ইংৰাজ গৈছিল

তলৈকে বঙালীও গৈছিল। ফলত তদানীন্তন অসমৰ বিভিন্ন লোকে ইংৰাজসকলৰ দৰে বঙালীকো পৰ বুলি ভাবিছিল। ইংৰাজ যেতিয়া নেথাকিবগৈ তেতিয়া বঙালীও নেথাকিব-- এয়া আছিল অসমবাসীৰ সপোন। কিন্তু কাৰ্য্যত কি ঘটিল - সেয়া হ'ল অন্য। দেখা গ'ল, ধৰ্ম্ম অনুসাৰে দেশ ভাগ হৈ গ'ল। চিলেটৰ বঙালীসকলৰ প্ৰায় সকলো অসমলৈ গুচি আহিছে। কিন্তু লগত অনা নাই চিলেটৰ ভূ সম্পদ। যিবোৰ চাকৰি অসমীয়াই প্ৰত্যাশা কৰিছিল, বঙালীসকল সেই ক্ষেত্ৰত হৈ উঠিল বৰ ডাঙৰ প্ৰতিদ্বন্দ্বী। যোৱা তেত্ৰিশ বছৰে প্ৰাদেশিক চৰকাৰে তেওঁলোকক চাকৰিৰপৰা ঠেলি দিলেও কেন্দ্ৰীয় চৰকাৰ আৰু 'খাসতালুক পাবলিক ছেক্টৰ'ৰ চাকৰিত বঙালীৰ ভাগ সিংহভাগ। আকৌ ৰাজ্য চৰকাৰৰ চাকৰিত অসমীয়া হ'ল সিংহ ভাগ অধিকাৰী। এখন অৰণ্যত দুটা সিংহ থাকিব নোৱাৰে। কেন্দ্ৰীয় চৰকাৰৰ চাকৰিত অসমীয়াসকলৰ একচ্ছত্ৰ অধিকাৰৰ দাবীতেই বৰ্ত্তমান আন্দোলনৰ সূচনা। চাকৰিৰ বৰ্ত্তমান বিন্যাসত অসমীয়া- সকলৰ মাজৰ যিসকল সন্তুষ্ট নহয়, তেওঁলোকে এটি স্বতন্ত্ৰ কেন্দ্ৰীয় শাসনৰ সপোন দেখিছে। একে ধৰণৰ সপোন দেখিছে নাগালেণ্ড, মণিপুৰ, মিজোৰাম তথা মেঘালয়ৰ উপজাতিৰ চৰমপন্থীসকলে। ইয়াৰ ঢৌ ত্ৰিপুৰাতো লাগিল। এদিন অৰুণাচলতো লাগিবগৈ। -- অতি সঙ্গত কাৰণেই এনে ধাৰণা জন্মিছে যে অহা চেন্‌ছাছত অসমত বঙালীসকলেই সংখ্যাগৰিষ্ঠ হ'বগৈ। আকৌ কোনো কোনোৱে ভাবিছে বাংলাভাষী আৰু অসমীয়াভাষী মুছলমান মিলি মুছলিমৰ সংখ্যাই হ'ব সংখ্যাগৰিষ্ঠ। সময় থাকোঁতেই এই দুয়োটাকে বাধা দিব খুজিছে। বাধা দিয়াৰ এটা উপায় ভোটাৰ তালিকাৰপৰা প্ৰায় চল্লিশ লক্ষ ভোটদাতাৰ নাম কাটি দিয়া। আনটো হ'ল, তেওঁলোকক ভেটি-মাটিৰপৰা উৎখাত কৰি অসম তথা ভাৰতৰপৰা বহিষ্কাৰ কৰা।"

জাতীয় গ্ৰন্থাগাৰৰ অধিকৰ্ত্তা ৰবীন্দ্ৰকুমাৰ দাশগুপ্তই আবেগমণ্ডিত কণ্ঠেৰে ক'লে—

"উপজাতিসকলৰ বাবে আমি — আমাৰ জাতিসমূহে কি কৰিছোঁ। এতিয়াও বনৰ পশুৰ দৰে জীৱন কটাইছে তেওঁলোকে। অথচ দুটা চাকৰি দি তেওঁলোকক ভালৰি বোলোৱাৰ চেষ্টা কৰিছোঁ। উপজাতিৰ লোকৰ সৈতে, গছৰ পাতৰ যাগৰা পিন্ধি, নাচি, নেহৰুৱে জাতীয় সংহতিৰ কথা কৈছিল। তেওঁলোকৰ সমস্যাৰ কথা চিন্তা কৰি আমি কোনো সুস্পষ্ট নীতি নিৰ্দ্ধাৰণ কৰিছোঁনে? নাই কৰা। মাথোঁ 'বিবিধেৰ মাঝে হেৰ মিলন মহান' বুলি গান গাইছোঁ — আৰু জাতীয় অখণ্ডতা লৈ বক্তৃতা দিছোঁ। কিন্তু মাথোঁ বিপিন পালৰ (কংগ্ৰেছ আইৰ, অসমৰ বিপিন পাল দাস নহয় — লেখক) বাগ্মিতা আৰু ডি. এল. ৰায়ৰ গানৰ কলিয়েতো বেছি দিন এখন দেশক বান্ধি ৰাখিব নোৱাৰি। ৰাষ্ট্ৰীয় বান্ধোনত ভাৰত কেতিয়াওতো ঐক্যবদ্ধ নাছিল। যি আছিল সেয়া হ'ল— সমাজৰ বান্ধোন। কালে কালে সমাজৰ বান্ধোন হ'ল

শিথিল। কিন্তু, ৰাষ্ট্ৰৰ বান্ধোনো দৃঢ় নহ'ল। তাৰ সৈতে যুক্ত হৈছে উপজাতিসমূহৰ প্ৰতি আমাৰ ক্ৰিমিনেল ঔদাসীন্য আৰু অৱহেলা। তেওঁলোকৰ কণ্ঠত আমি ওলোমাই দিছোঁ আমাৰ গান। আমাৰ কণ্ঠত কোনোদিনে তুলি লোৱা নাই তেওঁলোকৰ সুৰ। সেয়ে, আজি উপজাতি- সকলে বঙালীসকলক 'এচটাব্লিশ্বমেণ্টৰ লোক' বুলি ভাবি লৈছে। অথচ চিৰদিন এনে নাছিল। বঙালীসকলে এসময়ত তেওঁলোকৰ ওচৰত গুৰুৰ সন্মান আৰু মৰ্য্যাদা পাইছিল। আহোম স্বৰ্গদেউসকলে নবদ্বীপৰপৰা শাক্ত আৰু বৈষ্ণৱ গুৰুসৱক অনাই তেওঁলোকৰ শিষ্যত্ব গ্ৰহণ কৰিছিল। মণিপুৰীসকলৰ মাজত এতিয়াও বঙালী-বাহিত বৈষ্ণৱ জীৱনচৰ্য্যাৰ প্ৰভাৱ লক্ষ্য কৰা যায়। ত্ৰিপুৰাৰ মহাৰজাৰ সৈতে ৰবীন্দ্ৰনাথৰ সশ্ৰদ্ধ হৃদ্যতাৰ কথা অবিদিত নহয়। আৰু আজি তেওঁলোকেই বঙালীসকলক হত্যা কৰিছে। লগে লগে আক্ৰমণ কৰিছে থানা; জুই লগাইছে চৰকাৰী দপ্তৰত। ইয়াৰ অৰ্থ এটাই। যি গান আমি তেওঁলোকৰ কণ্ঠত জোৰ কৰি প্ৰৱেশ কৰাইছোঁ — সেই গানে তেওঁলোকৰ কণ্ঠৰোধ কৰিছে।" — মন্তব্য নিষ্প্ৰয়োজন।

*(আমাৰ প্ৰতিনিধি : ২০ শ বছৰ : ৬ষ্ঠ সংখ্যা : জুন, ১৯৮০)*



# চৌপাশৰ গড় খোবাংবাং

বিহুৰ উৰুকা। ১৩ এপ্রিল। ১৯৮১ চন। ৰোগশয্যাত। বোম্বেত। বাতৰি কাকত পঢ়িছোঁ। টাইমছ অব্ ইণ্ডিয়াৰ প্ৰথম পৃষ্ঠাত ডাঙৰ শিৰোনাম : 'বাংলাদেশৰ দালালসকলে অনুপ্ৰবেশকাৰীক সহায় কৰে'! হয়নে?

এই কথাষাৰ কোনে ক'লেনো? ভৃগু ফুকনে? প্ৰফুল্ল মহন্তই? হীৰেন গোহাঁয়ে? আনোৱাৰা টাইমুৰে? বিজয় সন্দিকৈয়ে? দীনেশ গোস্বামীয়ে?

নহয় নহয়। এয়া বক্তব্য হ'ল স্বয়ং বৰ্ডাৰ ছিকিউৰিটি ফ'ৰ্চৰ। কি কৈছে তেওঁলোকে?

"বি. এছ. এফ.-এ গম পাইছে যে কমপক্ষেও ১৮টা দালাল আছে — যিসকলে অবৈধভাৱে বাংলাদেশীক ভাৰতলৈ সোমোৱাত সহায় কৰি দিয়ে। সিদিনা, নতুন দিল্লীলৈ যেতিয়া বাংলাদেশ ৰাইফলছৰ প্ৰতিনিধি আহিছিল, তেতিয়া ভাৰতৰ বি. এছ এফ.-এ এনে দালালৰ তালিকা এখন দিছিল। দি গোচৰ দিছিল :

'দালালসকলে পাঁচ টকা পালেই হ'ল। মে' আৰু জুন মাহত অসমত বতৰৰ খেতিত চাকৰি কৰিবলৈ, কিম্বা ছেপ্টেম্বৰৰপৰা অক্টোবৰ মাহত অসম, ত্ৰিপুৰা আৰু পশ্চিম বঙ্গৰে সোমায় — সেই ৰাজ্যত কাম-কাজ নেপাই অসমলৈ ঢাপলি মেলে দলে দলে।'

তাৰ পাচত? ইংৰাজীকে তুলি দিওঁ, "These seasonal migrants, after a few visits tend to settle down and get their families over. They have thus served to swell the number of foreign nationals in Assam."

এতিয়া কথা হ'ল, ভাৰত চৰকাৰে বা অসম চৰকাৰে কি কৰিছে? যি কৰিছিল, তাৰ সুৰুঙাইদি সোমাই সোমাইতো যি হ'ব লাগে হ'লেই। এতিয়া? এতিয়াও সীমান্ত খোবাংবাং। টাইমুৰে এতিয়া সীমাত তাঁবৰ (কাঁইটীয়া) বেৰ দিব। বাংলাদেশ আৰু অসমৰ সীমান্তত সীমাহীন গিজগিজীয়া নাগৰিক সানমিহলি হৈ থাকে যে। তাতে তাঁবৰ বেৰ দিব। এইবোৰ গাঁও হেনো 'Infiltration-proof' নহয়। বি. এছ. এফ.-

এ চৰকাৰীভাৱে এই কথা কৈছে। এতিয়াহে জানিলেনে? এই বিষয়ে মোৰ এটি অভিজ্ঞতা আছে। ১৯৮০-ৰ জানুৱাৰীত অসমৰ ধুবুৰী আৰু বাংলাদেশৰ ৰংপুৰৰ সীমালৈ এখন ধুনীয়া মটৰ-লঞ্চত গৈছিলোঁ। মোৰ সৈতে বঙ্গদেশৰ এজন বুদ্ধিজীৱীও আছিল। বি. এছ. এফ অৰ উচ্চ কৰ্ম্মচাৰী দুজনমানে মোক লৈ গৈছিল। তাতে দেখোঁ যে চেক প'ষ্ট এটিত বন্দুক, খাৰ, মেশ্বিন গান সকলো আছে অনুপ্ৰৱেশকাৰীক বাধা দিবলৈ। বি এছ. এফ বাহিনীৰ এই অফিচাৰজনে (তেওঁ অসমীয়াও নহয়, বঙালীও নহয়) মোৰ এক উগ্ৰ প্ৰশ্নৰ উত্তৰত মিচিকিকৈ হাঁহি কৈছিল, "আমাৰ দুয়োখন দেশৰ সীমাৰ মাজত কাশ্মীৰ বা পঞ্জাব বা মেক্সিকো আৰু যুক্তৰাষ্ট্ৰৰ মাজত থকাৰ দৰে যদি 'No man's land' নেথাকে, তেন্তে পহৰা দিয়া অসম্ভৱ। বাংলাদেশৰপৰা কোন ভাগিনীয়েক অসমৰ কোন মামা-মামীৰ তালৈ কেতিয়া আহে ধৰা টান।" তাৰ পাচত, তেওঁ যিষাৰ কথা ক'লে, তাত তেওঁৰ বিতৃষ্ণা ফুটি উঠিছিল। তেওঁ ক'লে, "হাজৰিকা, আমি যদি কাৰোবাক ধৰোঁও, তেতিয়া অসমৰ এটা ৰাজনৈতিক গোষ্ঠীয়ে সেই এৰেষ্টটোক ৰাজনৈতিক কৰি তোলে। দিল্লীৰপৰা আমি ধমক খাওঁ— 'এই, তোমালোক সাম্প্ৰদায়িক কিয় হৈছাঁ?' গতিকে, ক'ত মৰে মৰক। আমাৰ দেশত মিৰ্জ্জাফৰৰ অভাৱ নাই।' — মই তাতে যোগ দি ক'লোঁ— "আমাৰ অসমৰ বুৰঞ্জীৰ বদন, পূৰ্ণানন্দবোৰোতো দিনে দিনে বাঢ়িছে।" মোৰ সৈতে যোৱা পশ্চিম বঙ্গৰ বুদ্ধিজীৱীজনে ক'লে— "ভূপেনদা, মোৰ ঘৰ ৰংপুৰত আছিল — দেশ বিভাজনৰ আগতে। এতিয়ানো মোক ৰংপুৰত হঠাতে তাৰ ভোটাৰ কৰি তুলিবনে? মোক নাগৰিক কৰি তুলিবনে? সৌৱা চাওক", বুলি লুইতৰ মাজেৰে অহা এখন ডাঙৰ নাও দেখুৱালে। তাত মেটমৰা লোক আহিছে। মই অফিচাৰজনক সুধিলোঁ— "আপোনালোকক গতিশীল নাও দিছে যে। নধৰে কিয়? তেওঁ পুনৰ ক'লে, — 'এইবোৰ মানুহে গৈ ধুবুৰী পাৰবগৈ। তাত cheap labour হ'বগৈ। সন্ধিয়া ঘূৰি আহিব বাংলাদেশলৈ। কিন্তু ভাৰতীয় নে বাংলাদেশী বুজা বৰ টান।"

আন্দোলন ইমান দিন চলিল। তথাপি, সীমান্তত দিল্লী আৰু দিশপুৰৰ গাফিলতিৰ ওৰ নপৰিল। সীমাৰে অসীম অবৈধ লোক সোমায়েই আছে।

— এতিয়া অসমীয়া জাতিটোৰ, নিজৰ লুইতপাৰতে জীয়াই থকাৰ সংগ্ৰামটোৰ ওৰ পৰিল নেকি?

এই আন্দোলনৰ ইতিবাচক ফালটো ইমান 'জাতীয়' যে ভাৰতৰ কোনো বুদ্ধিমান বুদ্ধিজীৱীয়ে তাক উলাই কৰাৰ সাহস নাই। যিবিলাকে ধ্বংস্বাইছিল, সিহঁতেই নিজৰ সমাধি ৰচি আহিছে ক্ৰমে ক্ৰমে।

পশ্চিম বঙ্গৰ, দিল্লীৰ কিছু লোকে প্ৰায় অসমৰ আন্দোলনটোক মস্কৰা কৰি কয়— "অসমত অসমীয়াখিনিতো সংখ্যালঘু হৈ গৈছে। হৈ যাব।"

কিন্তু মই কওঁ — মস্কৰা কৰিয়েই — "ধৰক, আমাৰ অতি আপোন মিএগ্রসকলে নিজকে আৰু 'অসমিএগ্র' বুলি চিনাকি নিদিয়ে, ধৰক চাহ-বাগিচাৰ মজদুৰসমাজে নিজকে অনা-অসমীয়া বোলে, ধৰক, বড়ো, মিচিং, কাৰ্বিসকলে অসমীয়াক শত্ৰু বুলি ভাবে, তেতিয়াতো সংখ্যালঘু হিচাপে জাতি-ধৰ্ম্ম নিৰ্বিশেষে অসমীয়াখিনিক আৰু অধিক ৰক্ষণাবেক্ষণ লাগিব! ডেৰলাখ মিজোৱে যদি ডেৰকুৰি বছৰৰো ওপৰ দিল্লীক নাকত ধৰি চাকত ঘূৰাই থাকিব পাৰে, সংখ্যালঘু অসমীয়াই নিজৰ দেশতে দিল্লী বা আনৰ উপনিবেশ হৈ চিৰদিন থাকিব জানো? নিজৰ প্ৰাপ্যখিনি পাব নেলাগিবনে?"

যদি দিল্লীয়ে আৰু দিল্লী, কলিকতা আৰু দিশপুৰীয়া দালালসকলে অসমৰ জীয়াই থকাৰ সংগ্ৰামক সমিধান নিদিয়াকৈ ধ্বংস কৰিব খোজে, যদি ব্ৰহ্মপুত্ৰৰ মহামিলনৰ মহাতীৰ্থক একেদিনাই — দলীয় স্বাৰ্থেৰে ভাগ ভাগ কৰি অবৈধ ভোট পাব খোজে, তেন্তে তাক বুৰঞ্জীয়ে বাধা দিবই। যদি একবিংশ শতাব্দীলৈকে (ভাৰতীয়ই ভাৰতীয়ক অপকাৰ নকৰি) গণতান্ত্ৰিকভাৱে আন্দোলন চলাই থাকিব লাগে, তেন্তে চলিব। সমাজ-সচেতন কোনো ভাৰতীয়ই এই আন্দোলনক Chauvinism বুলিলে তেওঁক ক'ম, তুমি Chauvinism-অৰ অৰ্থটো বুজি লোৱাঁ প্ৰথমে। মই ভাল ভাৰতীয় ৰূপে, ভাল বিশ্বপ্ৰেমিক ৰূপে স্বদেশৰ যুক্তিসঙ্গত আন্দোলনৰ ইতিবাচক ৰূপটোক ভাল পোৱাটোত কোনোবাই কিবা দোষ পালে, তাঁলৈ আমাৰ ভ্ৰূক্ষেপ নাই। নেথাকিব।

আমি বিচাৰোঁ কি? যুগ যুগ ধৰি বাস কৰা অসমবাসী ভাৰতীয়ৰ মাজত সংহতি, শান্তি আৰু শোষণহীনতা। আমাৰ অসমত বাস কৰা বাংলা ভাষা ভাষী ভাইসকলে নিশ্চয় এতিয়ামানে জানিছেই যে উত্তৰ বঙ্গত ঝাৰখণ্ড, গোৰ্খালেণ্ড আৰু উত্তৰখণ্ডৰ সৃষ্টিৰ আৱাজ উঠিছে। পশ্চিম বঙ্গতো অবৈধ অনুপ্ৰৱেশকাৰী আছে বুলি পশ্চিম বঙ্গ চৰকাৰেই দিল্লীক গোচৰ দিছে। নিৰ্ব্বাচনৰ একচ্ছত্ৰী বক্তা কৰা শাক্তধৰ বোলা মানুহজনৰ টালিবাজিৰ বাবে জ্যোতি বসুৰো গালি খাইছে। আমি কওঁ, নিজকে চিকুটি চাব লাগে। তাৰ পাচতহে মতামত দিয়া ভাল। যিসকলে (বিশেষকৈ বুদ্ধিজীৱীয়ে) অসমৰ সংগ্ৰামক অকল নেতিবাচক বুলি দুষিছে, তেওঁলোকে বিখ্যাত শিল্পী লিওনাৰ্ডো দা ভিঞ্চিৰ এইষাৰ কথা পঢ়ি হৃদয়ঙ্গম কৰিলে বোধ হয় ভাল হয়। তেওঁ কৈছিল : "সঠিককৈ নুবুজা বস্তু এটাৰ প্ৰশংসা কৰাটো বেয়া, কিন্তু তাতকৈ বেয়া সঠিককৈ নুবুজা বস্তু এটাৰ নিন্দা কৰাটো।"

'সময়ৰ পখীঘোঁৰাত উঠি' আমাৰ সংগ্ৰামী চিন্তা আগুৱাই গৈ থাকিব।

মায়ক'ভস্কিৰ একাংশ কবিতা মোৰ বৰ ভাল লাগে :

'জীৱনে যেতিয়া
লুটি বাগৰত
প্ৰচণ্ড ঠেকা খায়—
শিলা খণ্ডত —
বালিত—
অ'ত-ত'ত খুন্দিয়ায়—
বিজলুৱা শেলুৱৈয়ে
বোকাই
আৱৰ্জ্জনাই
মৰকামোৰেৰে
যেতিয়া আমাৰ
ব'ঠাৰ টেঁটু চেপে—
তেতিয়াও পিচে
ধুমুহা নেওচি
জীৱন-তৰী চলে
আমি তেতিয়া
কিঞ্চিৎ প্ৰহৰ
ৰ'দ পুৱাবলৈ ৰওঁ—
দেহাৰ মল সাৰোঁ
মোহাৰোঁ
লুণীয়া পানী মচোঁ
মাছুৰ বিজল
মচি মচি আমি
সূৰ্য্যলৈ চাওঁ।'

সূৰ্য্যসন্ধানী সংগ্ৰামীৰ জয় সুনিশ্চিত—

*(সমন্বয় পথী যৌবনত উঠি— গ্ৰন্থ : ৰচনা : ২ মে' ১৯৮১)*



# অসমত দূৰদৰ্শন আৰু ৰেডিঅ'

এতিয়া নিশা। মই এয়া লিখিছোঁ টালিগঞ্জৰ ঘৰত বহি। আজি এক সাংঘাতিক কথা এটা হ'ল। ৭-৩০ বজাত আন্তৰ্জাতিক চলচ্চিত্ৰ উৎসৱৰ উদ্বোধন হ'ল। আমি বহুত মানুহ আছিলোঁ। চাই উভতি আহিলোঁ। ৭-৩০ বজাত উদ্বোধনী কৰিলে ইনফৰমেশ্বন মিনিষ্টাৰ বসন্ত সাঠেই। কিন্তু কালি নিশা মোলৈ ফোন কৰিলে P.I.B.-এ। প্ৰেছ ইনফৰমেশ্বন ব্যুৰোৰ এজন উচ্চতম কৰ্ম্মচাৰীয়ে। ফোনত ক'লে— "ইনফৰমেশ্বন মিনিষ্টাৰে কেইজনমান বুদ্ধিজীৱীক অকলে লগ পাব খুজিছে, কিছু কথা জানিবৰ বাবে। আপুনি সেইসকল বুদ্ধিজীৱীৰ এজন। ৫ বজাত ৰাজভৱনলৈ আহিব নেকি?" গতিকে, আজি ৫ বজাত গ'লোঁ। মই কোনো ধৰণৰ প্ৰস্তুতি কৰা নাই। ভাবিছোঁ, নিশ্চয় ইণ্টাৰনেশ্বনেল ফিল্ম ফেষ্টিভেলৰ ছেমিনাৰ হ'ব, গতিকে, কমিটীৰ মেম্বাৰ পাতিছে। মই যেতিয়া গ'লোঁ তেতিয়া শ্ৰীবসন্ত সাঠেই সুধিলে : "পূৰ্ব্বভাৰতৰ ৰেডিঅ' আৰু টেলিভিশ্বনৰ সমস্যা যদি কিবা আছে জনাবনে?"

মই প্ৰায় ঠিক অভিযোগৰ দৰেই দাবী কৰাৰ নিচিনা কৰি ক'লোঁ : "মই এনেকৈ আপোনাৰ নিচিনাকৈ মিনিষ্টাৰ আগতে বহুতক পাইছোঁ। গুজৰাল আছিল। এতিয়া গ'ল। বহুতো আহিল — গ'ল। আপোনালোকে পূৰ্ব্বভাৰতত টেলিভিশ্বন দিয়াত যথেষ্ট পলম কৰিলে। আপোনালোকে দিয়া নাই। এতিয়া দিম বুলি কৈছে। কিন্তু মই খবৰ পাইছোঁ। যিখিনি মাটি অসম চৰকাৰে দিছে, সিদিনা আপোনালোকৰ এক্সপাৰ্ট কমিটীয়ে চাই গৈছে— সেইখিনি বৰ দ মাটি। সেইখিনি পুৰাওঁতেও বহুত সময় লাগিব। এনেয়ে ৩৫ বছৰ পলম হৈ গ'ল। আপুনি জানেই, মানুহৰ নোপোৱাৰ বেদনা থাকিলে মানুহৰ খং উঠে। আৰু অসম বিচ্ছিন্নতাবাদী নহয়। অসমে বিচ্ছিন্নতাবাদ নিবিচাৰে কাৰণেই, সদায় ভাৰতৰ মূল জীৱনৰ লগত সংযুক্ত থাকে কাৰণেই আপোনালোকৰ বিভাগৰ প্ৰয়োজন বেছিকৈ অনুভৱ কৰে।" সেই বুলি ক'লোঁ।

তাৰ পাচত ক'লোঁ : "টেলিভিশ্বন পূৰ্ব্বভাৰতত আপোনালোকে দিম বুলি কৈছে। কেতিয়া দিবনে?" সেইটো মোৰ প্ৰশ্ন আছিল। "আৰু যদি দিয়ে, যিখিনি মাটি লৈছে,

সেইখিনি সঁচাকৈ দিবনে? মই দেখা নাই।" শ্ৰীবসন্ত সাথেই ক'লে, "ময়ো গৈছিলোঁ গুৱাহাটীলৈ। কিন্তু ময়ো মাটিখিনি দেখা নাই।"

মই ক'লোঁ ঃ "যদি টেলিভিশ্বন ষ্টুডিঅ'টো কৰেই তেতিয়া হ'লে তাৰ ৰিলে চেণ্টাৰ কেইটা ৰাখিব গোটেই অসমত?"

মই সুধিলোঁ ঃ প্ৰথমে এটাহে কৰিব?

তেওঁ ক'লে ঃ "হয়"।

মই ক'লোঁ ঃ "তেতিয়া হ'লে যোৰহাটত পাতিব লাগে ৰিলে চেণ্টাৰটো। যিখিনি বস্তু টেন্সমিট কৰিব গুৱাহাটীয়ে, সেইখিনি আকৌ ৰিলে কৰিব আপোনালোকে। প্ৰথমটো যিটো পাতিব- সেইটো যোৰহাটত পাতিব। তেতিয়াহে উজনি অসমে টেলিভিশ্বন পাব। নহ'লে পৰিধি কম হৈ যাব।"

আকৌ মই ক'লোঁ ঃ "Site Programme-অত ভাৰতৰ যিটো Contour আছে, মানে ভাঁজ আছে, ককচ দ্বীপৰপৰা ইৰাৱতী নদীৰ উত্তৰ পাৰলৈকে— তাৰে Site প্ৰোগ্ৰেম নাহি পাবহি আমাৰ অসম। আপোনালোকে Site Programme-অৰ অঞ্চল কৰি নলয় কিয় পূৰ্ব্বভাৰতখনক সাতভনীৰ সৈতে? যোৰহাটত দিলে সাতভনীৰ মানুহসকলেও পাব।"

তৃতীয় পইণ্টত মই ক'লোঁ ঃ "কেতিয়া আপোনালোকে আৰু অধিক শক্তিশালী কৰি তুলিব? আৰু সেইটো Under staffed আছে বুলি মই গম পাইছোঁ। চাৰিজন প্ৰোগ্ৰেম এক্সিকিউটিভ আৰু এজন এছিষ্টেণ্ট ষ্টেশ্বন ডিৰেক্টৰ লাগে। ডিব্ৰুগড়ৰ ষ্টাফে সেয়ে বেছি খাটিব লগা হৈছে। এজনেই বহুত কাম কৰিবলগীয়া হৈছে। তেনেকুৱা হ'লে এফিচিয়েঞ্চি নেবাঢ়ে।

গুৱাহাটী ৰেডিঅ' ষ্টেশ্বনত একাধিক চেনেল আছে যদিও কিয় কমাৰ্চিয়েল ৰেডিঅ' এতিয়াও দিয়া নাই?"

এই প্ৰশ্নত শ্ৰীসাথেই আশ্চৰ্য্য প্ৰকাশ কৰি কৈছে যে "আমাৰ বোধ হয় আঁচনিত আছে।" মই ক'লোঁ— "শুনক। কোনোবাই হৰলিক্স বিক্ৰী কৰিব, কনজিউমাৰ প্ৰডাক্টছবোৰ বিক্ৰী কৰিব, জনতা ষ্টোভ বিক্ৰী কৰিব, কোনোবাই ৰেডিঅ', টেলিভিশ্বন বিক্ৰী কৰিব, সেইটোত নিৰ্ম্মাতাৰ সুবিধা হ'ব। প্ৰচাৰত সুবিধা হ'ব যে এইটো বস্তু ভাল, এইটো চাবোন ভাল। আমাৰ শিল্পী-সাহিত্যিকসকলেও দুটামান পইচা পাব কমাৰ্চিয়েল ৰেডিঅ'টো গুৱাহাটীত খুলি দিলে।

তাত আপোনালোকৰ কোনো অসুবিধা নাই। কাৰণ তিনিটা চেনেল আছে গুৱাহাটী ষ্টেশ্বনৰ। একাধিক চেনেল থাকিলে এটা চেনেলক কিছু সময় কমাৰ্চিয়েল ৰেডিঅ' কৰি দিব পাৰে আৰু ডিব্ৰুগড়ত যদি খুলিব খোজে, তেন্তে আৰু এটা কথা, আঞ্চলিক নিউজৰ বুলেটিন ডিব্ৰুগড়ৰপৰা কিয় নাই? গুৱাহাটীত যিটো আঞ্চলিক বাতৰি, সেইটো ওপৰ

অসমৰ আঞ্চলিক বাতৰিত সিমান তপত নহ'বও পাৰে। আৰু আপোন আপোন নালাগিব পাৰে।" P.I.B.-ৰ উচ্চতম কৰ্মচাৰীজনো আছিল। তেওঁকো কৈছোঁ বসন্ত সাথেৰ লগতে।

আৰু ক'লোঁ যে এইকেইটা কথা শুনক। আৰু ৰেডিঅ' ষ্টেশ্বন দিছে উৰিষ্যাত। পূৰ্ব্বভাৰতৰ ৭খন ৰাজ্যত এটাও নতুন ষ্টেশ্বন দিয়া নাই। তেজপুৰত এটা ৰেডিঅ' ষ্টেশ্বন খুলিব লাগে নতুনকৈ। আৰু মই ধন্যবাদ দিছোঁ ডিফুত এটা অনুমোদন কৰিছে বাবে। আমাৰ পাহাৰী ভাই-ভনীসকলৰ সেইটোৱে এটা আড্ডা। বড়োসকলৰ প্ৰোগ্ৰেম ভগায় বা প্ৰোগ্ৰেমৰ সুযোগ দিয়ে গুৱাহাটীয়ে। তেজপুৰতো এটা ৰেডিঅ' ষ্টেশ্বন হ'লে কামেং সীমান্ত আৰু গোটেইকেইটা সীমান্তৰ মিলাপ্ৰীতি বাঢ়ে। আৰু তেজপুৰ, নগাঁও এই অঞ্চলটোত আটাইতকৈ ভাল বৈষ্ণৱ সংস্কৃতিৰ Performing artiste আছে। তেওঁলোকেও সুবিধা পাব।

এই গোটেইকেইটা Point মই শক্তিশালীভাৱেই place কৰিছোঁ আৰু মই কৈছোঁ, এই কথাবোৰ মই প্ৰেছক কৈ দিম কিন্তু। গতিকেই, আজি ৰাতি গোটেইখিনি কথা লিখিলোঁ। শ্ৰীসাথেই কথাখিনি চৰকাৰৰ ওচৰত আগ বঢ়াই কি হ'ল জনাম বুলি কৈছে। এইখিনি কথা পূৰ্ব্বভাৰতৰ ৰাইজক জনাই দিবৰ বাবেই লিখিলোঁ।

আৰু এটা কথা। অহা ৫ জানুৱাৰীৰ দিনা ৰাতি টালিগঞ্জৰ ১৬ মি: মি: ফিল্মৰ 'ইনফ্ৰাষ্ট্ৰাকচাৰ' অৰ্থাৎ ১৬ মি:মি: অফিচটো শ্ৰীসাথেই মুকলি কৰিব। আমিও তাত থাকিম। তোমাৰ মনত থাকিব পায়। ১৬ মি:মি: ফিল্মৰ Movement-টোক পূৰ্ব্বভাৰতত তথা ভাৰতত আমি ডাঙৰকৈ আৰম্ভ কৰিছিলোঁ। ১৬ মি: মি: চিনেমা কৰিলে সস্তাতে কৰিব পাৰি, মবিলিটি থাকে অৰ্থাৎ গতিশীল হয়। ফটাফট তুলিব পাৰি। খৰচ কম হয়। ৰঙীন কৰিব পাৰি। এখন আঞ্চলিক ছবি তুলি ৩৫ মি: মি: লৈ ব্লু' আপ কৰালেকে এক লাখমান টকা কম পৰিব। এই অফিচটো অহা ৫ জানুৱাৰী তাৰিখে মুকলি হ'বই। সেই সন্দৰ্ভত মই ইনফৰমেশ্বন মিনিষ্টাৰ শ্ৰীসাথেক ক'লোঁ যে—আপোনালোকে ১৬ মি: মি:ৰ অফিচটো মুকলি কৰিবই। গতিকে, পূৰ্ব্বভাৰতত যিবোৰ ডেকা ল'ৰাই আজি লিকি-মেলি চুটি ছবি কৰিব, তেওঁলোকক কলিকতা টেলিভিজনত পূৰ্ব্বভাৰতৰ আশা-নিৰাশাক লৈ ছবি কৰিবলৈ কণ্ট্ৰেক্ট নিদিয়ে কিয়?

তেওঁ ক'লে: "আমিতো দিছোঁৱেই।"

তেতিয়া মই ক'লোঁ: "তেন্তে ষ্টেশ্বন ডিৰেক্টৰবোৰে কিয় কয় যে আপোনালোকে Policy define কৰা নাই। তেওঁলোকে ভয় কৰে কণ্ট্ৰেক দিবলৈ। আৰু যদি দিয়েও, তেন্তে কয় যে আপোনালোকে কেন্দ্ৰৰ পৰা Allotment of money নপঠায়। পূৰ্ব্বভাৰতৰপৰা কোনোবা শিল্পী কলিকতালৈ আহিলে, তেতিয়া টেলিভিজনে মাতি নি প্ৰোগ্ৰেম কৰে। আৰু কিমান দিন এনেকৈ চলিব? গতিকে, মই জোৰেৰেই কৈ আহিছোঁ

যে মণিপুৰৰপৰা উৰিষ্যালৈকে যিসকল নতুন ডেকা ফিল্ম-নির্ম্মাতা ওলাইছে, আপোনালোকে তেওঁলোকক মাতি আনি, তেওঁলোকে কি কৰিব পাৰে, কি কি বিচাৰে, তেনেকুৱাকৈ সৰু সৰু ছবি কৰিব নিদিয়ে কিয়?" পূর্ব্বভাৰতৰ চুটি ছবি-নির্ম্মাতাৰ যিটো সমিতি আছে সেই সমিতিৰ হৈ মই কথাটো কৈছিলোঁ।

মই কোৱা কথাখিনি তেওঁ শিৱ শর্ম্মাৰ লগত আলচ কৰিম বুলি ক'লে। শিৱ শর্ম্মা হ'ল বর্ত্তমান কলিকতা টেলিভিশ্বনৰ ষ্টেশ্বন ডিৰেক্টৰ। কলিকতাত টেলিভিশ্বন ষ্টেশ্বনটো আছে কাৰণেই পূর্ব্বভাৰতে তাত প্রতিনিধিত্ব পাব লাগে। যেতিয়া পূর্ব্বভাৰতত এটা হ'ব—গুৱাহাটীত, তেতিয়াতো অসমে অসমৰ কলা-কৃষ্টিক দেখুৱাব পাৰিব। কিন্তু এতিয়া ভাল প্রতিনিধিত্ব পোৱা নাই। আপোনালোকে 'বাটত পালে দা গঢ়ে।' দিল্লীলৈ কোনোবা গ'লে, তেতিয়া আপোনালোকে প্রোগ্রেম কৰে। আপোনালোকে মাতি আনি একো কৰা নাই।

*(ৰূপকাৰ : এপ্রিল, ১৯৮২)*



# এক অভূতপূৰ্ব আলোচনা চক্ৰ

অসম পৰিভ্ৰমণ কৰি ইয়াৰ আগতে, মোৰ অনুভৱ প্ৰকাশ কৰিছিলোঁ। সুদীৰ্ঘ আন্দোলনৰ ফলত অসমৰ সংস্কৃতিত কিবা যদি সঙ্কট হৈছেই আৰু অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত মনৰ সেতু ভগাৰ উপক্ৰম হৈছেই, তেতিয়াহ'লে ই সদৌ অসমৰ বিভিন্ন ৰাইজৰ বাবে অতি গুৰুত্বপূৰ্ণ নিশ্চয়। ইতিমধ্যে কিন্তু আন্দোলনৰ ফলত অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত একতা স্থাপনৰ স্পৃহাও বঢ়া আমাৰ চকুত পৰিছে! ক'ৰবাত বিভেদকামী মনোভাব আৰু সমান্তৰালভাৱে ফখুৰ দৰে পুনৰ্মিলনৰ আগ্ৰহ, এই দুয়োটাকে খৰচি মাৰি আলচ কৰিবলৈ সদৌ অসম ভিত্তিত ছেমিনাৰৰ বৰ আৱশ্যকতা অনুভৱ কৰিছিল অসমৰ ৰাইজে। ইতিমধ্যে অসমৰ শিল্পীসকলে আদৰি লোৱা সদৌ অসম জনসাংস্কৃতিক পৰিষদৰ আহ্বানত এনে এখন আলোচনা সভা ১৭ জুনত (১৯৮২ চন) ৰবীন্দ্ৰ ভৱনত অনুষ্ঠিত হ'ল। প্ৰায় চাৰি ঘণ্টা জুৰি সদৌ অসমৰ পৰা অহা বিভিন্ন জনগোষ্ঠীৰ মননশীল সাংস্কৃতিক কৰ্মী আৰু চিন্তাবিদসকলে নিৰ্ভীকভাৱে আমাৰ সমাজত দেখা দিয়া অপ্ৰিয় সত্যসমূহো বাস্তৱতাভাৱে দাঙি ধৰিলে। উপস্থিত শ্ৰোতাসকলেও সক্ৰিয়ভাৱে মত প্ৰকাশ কৰি এই আলোচনা-চক্ৰক দুগুণে অৰ্থপূৰ্ণ কৰি তুলিলে। বিতৰ্কও হ'ল এটি ইতিবাচক দৃষ্টিভঙ্গীৰে। এই আলোচনা-চক্ৰত প্ৰস্তাৱিত হ'ল, সংস্কৃতিৰ আৰ্থ-সামাজিক পটভূমিৰ বিশ্লেষণ কৰি জনগোষ্ঠীসমূহৰ কৃষ্টিৰ স্বকীয় মূল্যায়ন কৰি, জেং-জাবৰ আঁতৰাই বিকাশত সহায় কৰাটো অসমৰ প্ৰতিজন 'লুইত-পৰীয়া' শিল্পীয়ে পণ লোৱা উচিত। সমস্যা চিহ্নিত কৰা হ'ল কিছু কিছু ক্ষেত্ৰত। সমাধানৰ উপায়সমূহো উলিয়াবৰ বাবে, সকলো জনগোষ্ঠীৰ সামূহিক প্ৰচেষ্টা কৰা উচিত বুলি বিবেচিত হ'ল। পৰিষদে এখনি মুখপত্ৰ ('জনসংস্কৃতি' নামেৰে) প্ৰকাশ কৰি সেইদিনা পৰিষদৰ লক্ষ্যসমূহ দাঙি ধৰিলে। গণশিল্পী, কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ মৃত্যু দিৱসৰ সৈতে সঙ্গতি ৰাখি সেই সন্ধিয়া পাহাৰ-ভৈয়ামৰ নানা গোষ্ঠীৰ সুন্দৰ সুন্দৰ গীত-নৃত্য-আবৃত্তি আদি উপস্থাপন কৰা হ'ল। সকলো সৃষ্টিৰ উদ্দেশ্যই আছিল পাৰফৰ্মিং আৰ্টিষ্টসকলৰ ব্যৱহাৰিক আদান-প্ৰদান। সকলোৱে যেন সেই

সন্ধিয়া সমন্বয়মুখী বহল সাংস্কৃতিক আন্দোলনৰ আৰম্ভণি কৰিলে, ১৯৮২-ৰ বাস্তৱতা লৈ। 'বিষ্ণু ৰাভা বক্তৃতা'মালাৰ এই পৰিষদে সেই নিশাই পাতনি মেলে। বিখ্যাত নৃতত্ত্ববিদ ড° ভুবনমোহন দাসৰ প্ৰথম বক্তৃতা গভীৰ অৰ্থপূৰ্ণ আৰু প্ৰেৰণাদায়ক হৈছিল। ২৭ জুনৰ এই আলোচনা-চক্ৰত বিভিন্ন বক্তাৰ পাণ্ডিত্যপূৰ্ণ বক্তব্যসমূহৰ এটি সঙ্কলন প্ৰকাশ কৰা হ'ব বুলি পৰিষদে ঘোষণা কৰিলে। এই আলোচনা-চক্ৰৰ পিচত পৰিষদৰ সকলো কৰ্মী অসমৰ চাৰিওফালে গুচি গ'লগৈ এটা পণ লৈ। সেয়া হ'ল, অসমৰ সাংস্কৃতিক সমন্বয়ৰ বাবে পাহাৰে-ভৈয়ামে মহকুমা শাখাসমূহৰ জৰিয়তে হাতে-কামে লাগি যাবলৈ। সদৌ অসম জনসাংস্কৃতিক পৰিষদৰ কৰ্মীসকলৰ আন্তৰিকতা বাস্তৱত পৰিণত হ'ব, সংস্কৃতিৰ ক্ষেত্ৰত থকা অহঙ্কাৰ, অনুকম্পা আদিক নেওচি ৰাইজে যদি সহায় কৰে। ২৭ জুনৰ এই আলোচনা-চক্ৰ সঁচাকৈয়ে অভূতপূৰ্ব।

ই অকল বক্তৃতাৰ বাবেই বক্তৃতা নাছিল — ইয়াৰ আঁৰত আছিল কৰ্ম্ম-আঁচনি আৰু ইতিমধ্যে হোৱা কিছু কৰ্ম্মৰ সফল পৰিণতি।

*(শিল্পীৰ পৃথিৱী : আগষ্ট, ১৯৮২ চন)*



# স্পষ্ট কথা নক'লে
# সন্তীয়া মানুহে লাই পায়

ভয়াবহ ১৯৮৩-ৰ নিৰ্ব্বাচন 'সাংবিধানিক'; কিন্তু পৰিৱেশ দানৱিক। সাংবিধানিক পন্থা আৰু আছিল, ৰঘুমলাখিনি আঁতৰাবলৈ। তাকে নকৰিলে দিল্লীৰ নব্য উপনিৱেশবাদী আৰু সিহঁতৰ অসমত থকা দালালইঁতে। নিৰ্ব্বাচন নামৰ কুঠাৰে অসমৰ খিলঞ্জীয়া বৈধ ভাৰতীয়, অসমীয়াখিনিক নিজৰ মাজতে যুঁজ-বাগৰ লগাবলৈ উচটাই দিলে। এতিয়া সমগ্ৰ পৃথিৱীয়ে দিল্লীক লেই লেই ছেই ছেই কৰিছে। যিজনে নিৰ্ব্বাচন জাপি দিছিল, তেওঁৰ মস্তিষ্ক নিশ্চয় বিকৃত হ'ব হেজাৰ হেজাৰ মৃতকৰ প্ৰেতাত্মাৰ চিন্তাৰে। শ্বহীদখিনিৰ স্মৃতি চিৰযুগমীয়া হ'ব।

এতিয়া কি কৰা যায়? গীত লিখিম? নে কঠুৱা গদা? আৰ্মচেয়াৰ জাৰ্নেলিজম্? আৰ্মচেয়াৰ ছিনথেছিছৰ বক্তৃতা? আৰ্মচেয়াৰ বুদ্ধিজীৱীৰ গৱেষণা? এই আন্দোলন বুৰ্জোৱাৰ নে পেজেণ্ট্ৰিৰ? অৰুণ শৌৰি সুদূৰৰপৰা আহি চোৰ ধৰা পেলায় আৰু আমাৰ বুদ্ধিজীৱীসকলে সি সুন্দৰকৈ গুৱাহাটীৰপৰাই বহু 'চিন্তা' কৰি থাকে — ইমান মূল্যবান তেওঁলোকৰ মৌনতা। টি. এছ. মূৰ্ত্তি. আহি Assam : the different years বুলি ডায়েৰী-জাতীয় কিতাপ লিখে সুদূৰ মাদ্ৰাজত; আমাৰ অসমৰ ইংৰাজী সাহিত্যিকসকলে এনে এখন নিকৃষ্ট ডায়েৰী লিখাৰো ভাবা নাপায়। আমি ব্যক্তিগতভাৱে ভাবোঁ, নালাগে আমাক কাৰো চাৰ্টিফিকেট। আমি কোনো ৰাজনৈতিক দলৰ চাকৰ নহওঁ, বহতীয়া নহওঁ। মই বিবেকৰহে ভৃত্য। বাৰে বাৰে কৈ আহিছোঁ— আমি আনুভূতিক ক্ষেত্ৰৰহে সাংস্কৃতিক কৰ্ম্মী। সেয়ে, মই আৰু বীৰেন ভূঞাই আন কেবাজনকো লৈ সমগ্ৰ অসমৰ সহস্ৰ সহস্ৰ বাইজক, দুকুৰিতো অধিক ঠাইৰ বিধ্বস্ত লোকক নিজে লগ পাই সম্পূৰ্ণ নুমাই নোযোৱা জুইত খোজ কাঢ়ি ঘূৰি লৈ আহিছোঁ। এতিয়া আমাক তেওঁলোকে সকলো কথা কৈছে। সম্পৰ্ক হৈ থকা ঠাইত দুই পক্ষৰ লগত কথা পাতি লগ লগাই দিও আহিছোঁ ক'ৰবাত ক'ৰবাত।

আমাৰ টেপ আছে, ফটোগ্ৰাফ আছে, ডকুমেণ্ট আছে। আমি ক'তো এনে কাম কৰা নাই — যি শান্তি আৰু সমন্বয়ৰ বিৰুদ্ধে গৈছে। আমাৰ সমন্বয় সাংস্কৃতিক

বাহিনী এক স্বাধীন নিৰপেক্ষ অৰাজনৈতিক বাহিনী। এই বাহিনীৰ কাম এটা পৰিক্রমাতে শেষ হ'লনে?

নহয় — এই বাহিনীৰ এয়া প্ৰথম পদক্ষেপহে। এই বাহিনীৰ এটি স্থায়ী ৰূপ দিব লাগে। তাৰ পাচত আমি পাতি দি অহা স্থানীয় শাখাসমূহত সকলো গোষ্ঠীৰ প্ৰতিনিধি লৈ, সেই সেই অঞ্চলত সাতামপুৰুষীয়া উমৈহতীয়া আৰ্থ-সামাজিক কাৰ্য্যাবলীৰ মাজেৰে মৈত্ৰী, প্ৰগতিৰ কথা সোঁৱৰাই থাকিব লাগে। ই হ'ব সুদূৰপ্ৰসাৰী কাম। ইয়াক pursue কৰি থাকিব লাগিব। ইয়াক Follow up কৰাব লাগিব— শান্তিৰে, যুক্তিৰে, কামেৰে, Joint project-এৰে আৰু মাৰ্জ্জিত প্ৰকাশেৰে। 'শান্তি সমিতি' বা 'সমন্বয় সাংস্কৃতিক বাহিনী'ৰ কাম কৰিবলৈ হ'লে ব্যক্তিগত অনুভূতি বা উত্তেজনা এৰি সকলোৰে গ্ৰহণযোগ্য হৈ আহিব লাগিব। তাৰ মানে এইটো নহয় যে আমি দেখ্ দেখ্কৈ অন্যায়কাৰীৰ আগত মূৰ দোঁৱাম। আৱশ্যক হ'লে বিভেদকামীক বা Chauvinistic (চ'ভিনিষ্টিক, সি যি ভাষা বা ধৰ্ম্ম বা গোষ্ঠীৰেই নহওক) লোকক ৰাইজৰ আগত বিশ্লেষণেৰে expose কৰি দিব লাগিব।

আজিৰ অসমত এজন 'নেতা' নাই — যি মৰিশালিত পৰিণত হোৱা অসমৰ বিধ্বস্ত ঠাইসমূহত পাঁচজন লোকক একত্ৰিত কৰিব পাৰে। ঘৰত বহি বিবৃতি দি (তাকো দিশপুৰৰ পইচাত ছপোৱা কাকতবোৰত) সমন্বয়ৰ কথা কোৱাসকলক ভৰিত ধৰি কওঁ— এবাৰ ওলাই যাওক, এবাৰ বাস্তৱ স্পৰ্শ কৰক, গম পাব অসম নমৰে। অসমীয়া ভাষা কাৰো বাবে মাতৃভাষা, কাৰো বাবে ধাতৃভাষা — Link language। প্ৰত্যেক জনগোষ্ঠী অসমীয়া ভাষা কোৱা কেইজনতকৈ অধিক অসমীয়া। আমি অৰ্থাৎ অসমত বসবাস কৰা লোকসকলৰ মাজত হোৱা এই বিশাল জাতি গঠনৰ প্ৰক্ৰিয়াত বৈজ্ঞানিকভাৱে হোৱা সমন্বয় দিনে দিনে শক্তিশালী হৈ গৈ আছে। নিৰ্ব্বাচন-কুঠাৰে ডাল-পাত কাটিছে — সমন্বয়ৰ শিপা বৰ গভীৰ; সেই শিপা গভীৰতৰ কৰিছে এইবাৰৰ শোণিতে। সকলোৱে অনুতাপ কৰিছে। সম্প্ৰীতিৰ সাৰ-পানী ঢালোঁ, অঙ্কুৰ পুনৰ গজিব। বৰদৈচিলা সমন্বয়ৰ প্ৰতীক। বৰদৈচিলাই আমাক, আজান ফকীৰে আমাক, চাহ বনুৱাই আমাক পুনৰ আঁকোৱালি ধৰি কৈছে, "আমাক কোনোৱাই ভুল বুজাইছিল। যি হ'ল হ'ল। কিন্তু তইত, 'অচমীয়া' সবৰ ভি কিছু কিছু ভুল আছে। তইতে শুধৰাই ল'বি দেই। আহ্ অসম মাতৃৰ উন্নতি কৰোঁ, তেতিয়াহে ভাৰতমাতাৰ উন্নতি হ'ব।"

বৰ লৰালৰিকৈ মই কথাখিনি লিখিছোঁ। থেমিব। আজি অসমৰ বাহিৰলৈ যাওঁগৈ। পুনৰ কেতিয়াবা দেখা হ'ব। অসুস্থ শৰীৰটো দেখুৱাওঁগৈ বাহিৰত। অসমৰ ৰাইজলৈ বৈপ্লৱিক অভিনন্দনেৰে।

(বৰুৱা : ৩ য় বৰ্ষ, ২য় সংখ্যা : মাৰ্চ, ১৯৮৩)



# বগাহাতীক নধৰি গৰুৰ নেজত ধৰিছে!

— আজিৰ চিন্তা — দিশপুৰৰ ৰত্নমূৰীয়াসকলে পঢ়িবৰ বাবে।

অসম চৰকাৰৰ ৰঙাফিতাৰ মেৰপাকে অসমৰ সাংস্কৃতিক জীৱনৰ ডিঙিত কালসাপ হৈ মেৰিয়াই ধৰিছে বুলি অসমৰ সাংস্কৃতিক কৰ্মী বন্ধুৱে আমাক এইবাৰ গোচৰ দিছে। সকলোৱে কৈছে : (শদিয়াৰপৰা ধুবুৰীলৈকে) এই সাপৰ পৰা মুক্ত কৰিবলৈ ব্যক্তিগতভাবে কিম্বা সামূহিকভাবে অসমৰ সাংস্কৃতিক বন্ধুৱাসকলে সংগ্ৰাম কৰিবৰ হ'ল। যোৱা সপ্তাহত দুদিনৰ বাবে গুৱাহাটীলৈ আহিছিলোঁ। ৰাধাগোবিন্দ বৰুৱা সঙ্গীত কমপ্লেক্সৰ কামত। গুৱাহাটীত গম পালোঁ এইখিনি কথা। গুৱাহাটী চহৰৰ কথাকে ধৰক। ধৰক, ৰেজিষ্টাৰ্ড শিল্পী সংস্থা এটিয়ে ভাল কাম এটিৰ বাবে চেৰিটি সাংস্কৃতিক কিবা এখন পাতিব খোজে। শঙ্কৰ, জ্যোতি, বিষ্ণু, নজৰুল, ৰবীন্দ্ৰনাথ, আজান ফকীৰৰ সভা, কবি সম্মিলন, নাটক, নৃত্যাভিনয়, আলোচনা চক্ৰ বা সঙ্গীত-সন্ধিয়া। ধৰক, তেওঁলোকে জিলা-পুথিভঁৰাল বা ৰবীন্দ্ৰভৱন ভাৰা ল'ব খোজে। অনুমতি ল'ব লাগিব প্ৰথমেই চেল্‌ছ টেক্স চুপাৰিটেণ্ডেণ্ট বা কমিছনাৰগৰাকীৰপৰা। তাৰ পাচত ডিষ্ট্ৰিক মেজিষ্ট্ৰেটৰপৰা অনুমতি ল'ব লাগিব 'হল'ত মাইক্ৰোফোন ব্যৱহাৰৰ, তাৰ পাচত পুলিচ বিভাগৰ, তাৰ পাচত গুৱাহাটী মিউনিচিপেল কৰ্পোৰেশ্যনৰ খ' টেক্স ৰচিদ বিভাগৰ আৰু—। সংগঠকসকলে উপৰ্যুক্ত প্ৰত্যেক বিভাগীয় কৰ্ম্মচাৰীৰ ওচৰলৈ দয়া বিচাৰি কিমানবাৰ যে যাব লাগিব তেওঁলোকৰ অনুমতি আৰু ক্ৰিয়াৰেন্সৰ বাবে। এজন বিখ্যাত সংগঠকৰ ভাষাত, "ৰাইজ আৰু দিশপুৰৰ জ্ঞাতাৰ্থে কওঁ, অসৎ চৰকাৰী ক্ষমতা-মেচিনৰ নাট-বল্টু উচ্চ অফিচাৰৰ পৰা কেৰাণীলৈকে সকলোৱে এনে শোষণ কৰে যে কি ক'ম' তেওঁলোকে ডিমাণ্ড কৰে কম্প্লিমেণ্টেৰী কাৰ্ড প্ৰথমেই তেওঁলোকৰ পৰিয়াল, পৰিয়ালবৰ্গ, বন্ধুবৰ্গ আৰু অফিচ ষ্টাফৰ বাবে।" আন এজনে ক'লে, "১০০ কম্প্লিমেণ্টেৰী কাৰ্ড, এজন কৰ্ম্মচাৰীয়ে বিচাৰিলে মাত্ৰ আমাৰ এখন নাটকত। আমি ক'ত মৰোঁ! আমাৰ ৰিহাৰ্চেলৰ খৰচেই নোলায় এটা এটা খ'ত।"

বহুতো সাংস্কৃতিক সভা নহয়। কাৰণ, সংগঠকসকলে এই সকলো অনুমতি

ল'বলৈ অপাৰগ হয়। সমস্যা হ'ল— গণতন্ত্ৰত, প্ৰকাশৰ স্বাধীনতাৰ সংগ্ৰামৰ যুগত, এই 'অৰ্থহীন অনুমতি'বিলাকৰ ব্যৱহাৰ ঠিকভাৱে এই বিভাগসমূহে কৰিছেনে তাৰ এটি তদন্ত কৰাৰ।

এজন সংগঠকে প্ৰমাণে চমাণে আমাক ক'লে, "এনে নিদৰ্শন আছে — য'ত তৃতীয় শ্ৰেণীৰ হিন্দী ছবিক দিশপুৰে আমোদ-কৰৰপৰা সম্পূৰ্ণ মুক্ত কৰি দিছে। কাৰণ, চীফ ছেক্ৰেটাৰীক দিল্লীয়ে কৈছে।" ১৯৮২ চনত বাহিৰৰ ব্যৱসায়িক বিৰাট চাৰ্কাছ পাৰ্টি এটিক ছমাহৰ বাবে 'ব্লেঙ্কেট একজেম্পশ্বন' দিলে দিশপুৰৰ দিল্লীমাৰ্কা উচ্চ কৰ্মচাৰী সকলে। সেই চাৰ্কাছখনে বেছ ধন আৰ্জ্জিলে হেনো। এজনৰ ভাষাত 'How they manipulate such exemptions are known by all interested persons.'

(অৰ্থাৎ এনে ৰেহাই কেনেকৈ আদায় কৰে, সেইটো বুজা জনে বুজে!)

দিশপুৰৰ জ্ঞাতাৰ্থে এটা কথা জনাওঁ। আইনসঙ্গত কথা। অসম এমিউজমেণ্ট [illegible]ক বেটিং টেক্স ১৯৩৯ এক্টৰ ১৯৭৯-ত আছাম এক্ট নং ৭-ৰদ্বাৰা সংশোধিত ভাষাখিনি কৈ দিওঁ ইংৰাজী ভাষাত থকা : 'Provided, further that no tax shall be charged and levied in respect of any games, sports, music, dramatic performance organised by any club or assocation of persons where the members of the club or association of persons cultivate a particular study or art for love of it or engages in sports or games purely for pleasure and where the members do not make a living by an art, nor engage in sport or games for livelihood or gain, and no person who makes a living by an art or engages in sports ..."

(*অগ্ৰদূত : ১১ ডিচেম্বৰ, ১৯৮৩*)



# বিংশ শতাব্দীৰ দিশপুৰলৈ কৌটিল্যৰ বিধি

বিংশ শতাব্দীৰ অষ্টম দশকৰ তৃতীয় বছৰত ৰক্তাক্ত আৰু অগ্নিদগ্ধ অসম ভূমিত কাল ধুমুহাৰ দৰে হৈ যোৱা নিৰ্ব্বাচন নামৰ এক অভিনৱ বস্তু বিতৰ্কমূলক বুলি বিশ্ববিখ্যাত আৰু কুখ্যাত হোৱাত (বৈধ নে অবৈধ এই প্ৰশ্নত) আৰু অতি তাকৰ সংখ্যা ভোটৰদ্বাৰা 'ভোটিত' হোৱা সত্বেও জয় লাভ কৰা বুলি ঘোষিত হোৱাত, অকল জনসাধাৰণৰ মঙ্গলাৰ্থে নানা কষ্ট কৰি, বহু ত্যাগ স্বীকাৰ কৰি প্ৰায় শতাধিক মন্ত্ৰী বিধায়ক আদিয়ে দিশপুৰ দেশ-ভাগত ৰাজত্ব কৰা দৃষ্টিগোচৰ হৈছে।

তাহানিৰ বিশাল প্ৰাগজ্যোতিষপুৰৰ ভগ্নাৱশেষ দিশপুৰাঞ্চলত লৌহকণ্টকৰ প্ৰাচীৰ, সৈন্য-সামন্ত চিপাহী চপ্ৰাৰী আদিৰদ্বাৰা অহৰ্নিশে বেষ্টিত হৈ এই নৰনৃপবৃন্দই পুত্ৰ কন্যা, চেলা, ভৃত্যাদি সহিতে ৰাজকাৰ্য্যত মনোনিৱেশ কৰা দেখা গৈছে। এনে ব্যৱস্থা অতি জনপ্ৰিয়তাৰে লক্ষণ নিশ্চয়। (যদিও পিম্পৰাসদৃশ সেনানীৰ লানি নিছিগা ধাৱাই কিবা অদৃশ্য অপ্ৰত্যাশিত শত্ৰুৰ ছাঁৰ কথা চিন্তালৈ আনি এটা ভীত সন্ত্ৰস্ত পৰিৱেশৰ সৃষ্টি কৰে।) সেনানীৰ অহোৰাত্ৰি অৱস্থিতিৰ উদ্দেশ্য মহৎ - শাসকবৃন্দৰ শৰীৰ ৰক্ষা। দোষী-নিৰ্দ্দোষী নিৰ্ব্বিশেষে প্ৰজাগণৰ শৰীৰত সৈন্যই কি মানুষিক বা অ-মানুষিক প্ৰহাৰ কৰি থকা গৈছে, তাক নিৰীক্ষণ কৰাতকৈ অধিক মহৎ কাৰ্য্য (অন্ততঃ গণতন্ত্ৰত) হৈছে জনগণৰ শাসক ৰক্ষকবৃন্দক ৰক্ষা কৰাটো।

এই বিষয়ে নিশ্চয় কোনো ৰাজনীতিজ্ঞৰ অন্য মত থাকিব নোৱাৰে। ৰাইজৰ ৰক্ষকৰ শৰীৰৰ প্ৰতি প্ৰথমতেই মনোযোগ দিয়া উচিত কাৰ্য্য।

দিশপুৰৰ অন্য এক নাম 'ৰাজধানী'। কাৰণ, ই ৰজাসদৃশ গণতান্ত্ৰিক মন্ত্ৰী-বিধায়কাদিৰ বাসস্থান। এওঁলোকৰ শৰীৰ ৰক্ষণাবেক্ষণৰ বিষয়ে মই চিন্তিত হৈ কিছু গ্ৰন্থ পাঠ কৰি শেষত আচৰিত হ'লোঁ। 'কৌটিল্যৰ অৰ্থশাস্ত্ৰ'ৰ দুটি পৃষ্ঠা দেখি। কৌটিল্য ৰচিত 'অৰ্থশাস্ত্ৰ' দিশপুৰে জানেই, ভাৰতীয় ৰাষ্ট্ৰনীতি সম্পৰ্কে বিশ্ববিখ্যাত প্ৰামাণিক আৰু প্ৰাচীনতম গ্ৰন্থ। বৰ্ত্তমানৰ দিশপুৰৰ ৰাজকীয় লোকসকলৰ বাবে আজি এই মহাগ্ৰন্থৰ একাদশ অধ্যায়লৈ আঙুলিয়াব খুজিছোঁ।

অষ্টাদশ প্ৰকৰণত, (ৰজাৰ) নিজৰ শৰীৰ ৰক্ষা সম্বন্ধীয় বিধিত কৌটিল্যই লিখি

গৈছে, "শুই উঠাৰ পাচত হাতত ধনু লৈ তিৰোতাবিলাকে, দ্বিতীয় কোঠালিত দীঘল চোলা পিন্ধা আৰু পাগুৰি মৰা নপুংসক অনুচৰবিলাকে, তৃতীয় কোঠালিত কুঁজা, বাওনা আৰু কিৰাতবিলাকে আৰু চতুৰ্থ কোঠালিত মন্ত্ৰী, সম্বন্ধীয় মানুহ আৰু হাতত যাঠী লৈ দ্বাৰপালবিলাকে (ৰজাক) বেৰি থাকিব।।১।।"

দূৰদৰ্শী কৌটিল্যই জানিছিল নেকি যে বিংশ শতাব্দীত দিশপুৰত এনে এটা সমস্যা হ'বগৈ পাৰে! সেনাই কিমান শৰীৰ ৰাখিব? ৰজা-মন্ত্ৰী আদিয়ে বাসস্থানত বা আশে-পাশে নিজকে নিজে বচাবলৈ কেনে মানুহ ৰাখিব লাগে, তাৰো বিধি-নিৰ্দ্দেশ কৰি গৈছে এই পণ্ডিতগৰাকীয়ে। আচৰিত। তেওঁ লিখিছে, "বোপা-ককাৰ দিনৰেপৰা নিযুক্ত, সম্বন্ধীয়, শিক্ষিত, অনুৰক্ত আৰু কামত দক্ষ লোকক শৰীৰ-ৰক্ষী কৰিব, টকা-কড়ি আৰু সন্মান প্ৰদান নকৰা বিদেশী লোকক নাইবা আগতে অপকাৰ কৰি আকৌ চাকৰিত লোৱা স্বদেশী লোককো শৰীৰৰক্ষী নকৰিব ।।২।। প্ৰাসাদ-ৰক্ষীসকলে [illegible]াক ৰক্ষা কৰিব আৰু অন্তঃপুৰ ৰক্ষা কৰিব ।। ৩।।"

তেওঁৰ উপদেশ, শাসকে যিহকে পায় তাকে নাখাব। লিখিছে, "ৰক্ষিত স্থানত মুখিয়াল ৰান্ধনিজনে বহুবাৰ চাকি চাই ৰন্ধন কাৰ্য্য সম্পাদনা কৰিব।।৪।। প্ৰথমে অগ্নিক আৰু চৰাইক সমৰ্পণ কৰি ৰজাই তাক যেনে আছে, তেনে অৱস্থাতে ভোজন কৰিব।।৫।।" বিষময় ঔষধ আৰু বিষময় খাদ্যৰ ব্যাখ্যা কৰি কৌটিল্যই বহু কথা লিখি গৈছে। এঠাইত লিখিছে, "অভিনেতাসকলে অস্ত্ৰ, অগ্নি, বিষপ্ৰয়োগ আদি থকা নাটক বৰ্জ্জন কৰি অন্য অভিনয়েৰে ৰজাক আহ্লাদ প্ৰদান কৰিব ।।১৬।। এওঁবিলাকৰ বাদ্যযন্ত্ৰবিলাক ৰাজকাৰেঙৰ ভিতৰত ৰাখিব — বিশ্বাসী মানুহৰ তত্ত্বাৱধানত থকা যান-বাহনত আৰোহণ কৰিব — মাছমৰীয়াই মাছ ধৰিবলৈ চাফা কৰা পানীত জোবোৰা মাৰি গা ধুব - সাপ আদি ক্ৰুৰ প্ৰাণী ধৰি, নিৰাপদ কৰি ৰখা উদ্যানত ফুৰিব।।২২।।'

কৌটিল্যই জানিছিল, শাসকসকল যেতিয়াই- তেতিয়াই য'তে-ত'তে ঘূৰি ফুৰিব নেপায়। এই ৰাজনীতিজ্ঞগৰাকীয়ে এই অধ্যায়ৰ শেষত সতৰ্ক কৰি দিছে এই বুলি, "বিশ্বাসী পহৰীয়া লগত লৈ সিদ্ধ-সন্ন্যাসীক দেখা কৰিব, মন্ত্ৰী পৰিষদৰ লগত সামন্ত ৰজাৰ দূতক দেখা কৰিব — নিৰ্গমন আৰু প্ৰৱেশৰ সময়ত অস্ত্ৰধাৰী আৰু পতাকাধাৰী মানুহৰ যোগে অস্ত্ৰধাৰী, সন্ন্যাসী আৰু বিকলাংগ মানুহ আঁতৰাই লৈ দুয়ো- ফালে পহৰীয়া ৰাখি ৰাজপথেদি গমন কৰিব।।২৬।। জনতাৰ মাজত সোমাই নপৰিব।।২৭।। দশবৰ্গীসকলৰ (দহোটা সৈন্যৰ নায়কৰ) দ্বাৰা পৰ্য্যবেক্ষিত হ'লেহে, মেলা, সমাজ, উৎসৱ, প্ৰহৰণ (পাৰ্টি, পিক্‌নিক্!) আদিলৈ যাব ।।২৮।।"

কৌটিল্যৰ 'অৰ্থশাস্ত্ৰ'খনিৰ অনুবাদ অসম চৰকাৰৰ প্ৰকাশন পৰিষদে ৰাইজৰ ধনেৰে প্ৰকাশ কৰিছে। দিশপুৰ ৰাজধানীৰ মন্ত্ৰী-বিধায়কসকললৈ, প্ৰকাশন পৰিষদৰ কৰ্ম্মকৰ্ত্তাসকলে, তেওঁলোকৰ শৰীৰৰ নিৰাপত্তাৰ বাবে অতি সোনকালে এই গ্ৰন্থ

পঠাব লাগে। অন্ততঃ একাদশ অধ্যায়ৰ (নিজ নিজ শৰীৰ ৰক্ষা-সম্বন্ধীয়) দুটা পৃষ্ঠাৰ (২৯ আৰু ৩০) জেৰক্স কপি একোটা প্ৰত্যেকজনলৈ পঠালে উপকৃত হ'ব। অকল অসমীয়া ভাষাত নপঠাই অন্য ভাষাতো পঠাব। কাৰণ, দিশপুৰত অসমীয়া ৰাজ্যভাষা হ'লেও সকলো বিধায়কে বা শৰীৰৰক্ষীয়ে নুবুজে। প্ৰকাশন পৰিষদলৈ ই আমাৰ অনুৰোধ। আমাৰ উদ্দেশ্য; প্ৰজাৰ লাগে যিয়েই নহওক ··· ৰজাৰ শৰীৰ আগ। গণতন্ত্ৰত।

(অগ্ৰদূত : ১২ জানুৱাৰী, ১৯৮৪)



# আচল সংগ্ৰামৰ আৰম্ভ এতিয়াহে হৈছে

## ভৱিষ্যৎ বৰ উজ্জ্বল

প্ৰথমেই কৈ লওঁ - মই ৰাজনীতিজ্ঞ নহওঁ। এজন সাধাৰণ নাগৰিক ৰূপে যি চিন্তা হৈছে, তাকেহে চমুকৈ ক'ম। সাংস্কৃতিক কৰ্ম্মী ৰূপে কৈ লওঁ ঃ সংস্কৃতিৰ কোনো সীমাগু নাই। দলীয় ৰাজনীতিৰ সীমা থাকে। চাৰি বছৰ আগতে অৰ্থাৎ আন্দোলনৰ আৰম্ভণিতে যি ঘটিছিল, সেয়া আমাৰ প্ৰত্যাশিত আছিল। কেবা বছৰ আগৰে পৰাই জানিছিলোঁ, বন্ধ আগ্নেয়গিৰিয়ে এদিন জুই বঁতিয়াবই। এতিয়া যি ঘটিছে, সি চাৰি বছৰে চলোৱা সংগ্ৰামত, ঠেকাঠেকি হোৱা শক্তি সংঘাতৰ গতিৰপৰা উদ্ভৱ হৈছে। প্ৰতি একশ্বনৰে একোটা ৰিএকশ্বন হয় সমাজবিজ্ঞানত। তাৰ পাচত এটি তৃতীয় সত্তা ওলায়। এতিয়া অসমৰ পৰিস্থিতি অনুভূতিৰপৰা গৈ গৈ সম্পূৰ্ণ উলঙ্গ ৰাজনৈতিক হৈ গ'ল — আমি মানো বা নামানো।

নানা ঐতিহাসিক কাৰণত অসমত অসমীয়াৰ এথ্নিক আইডেণ্টিটিৰ প্ৰশ্নটি কিন্তু ৰাজনীতিৰ উৰ্দ্ধত বুলি ভাৰতৰ সকলো ধৰণৰ চিন্তাবিদে মানি লৈছে। আন্দোলনৰ ই এটি বিৰাট ইতিবাচক ফল। তাৰ প্ৰভাৱ দিল্লীতো পৰিছে — আনকি মাৰ্ক্সবাদীসকলৰ ওপৰতো।

এটি ভাৰতীয় উপনিৱেশবাদী ৰাজনৈতিক অপশক্তিয়ে তেওঁলোকৰদ্বাৰা শোষিত নহ'লে যেন অসমৰ অস্তিত্ব 'বিপন্ন' হ'ব — এনে এখন হতাশাৰ ছবি অঁকা দেখিছোঁ চাৰিওফালে। কিছু অসমীয়াই তাতে হাত মিলোৱাও চকুত পৰিছে। ব্ৰুট ফ'ৰ্চে ব্ৰুট ফ'ৰ্চক সদায়ে উদগায়। সেইটোও চকুত পৰিছে।

অসমৰ অস্তিত্ব কেতিয়াবা অতীতত 'বিপন্ন' হোৱা নাছিল জানো? অথচ আজিও সংগ্ৰামী চিন্তক হৈচা মাৰি ধৰিব নোৱৰাটোৱেই প্ৰমাণ নকৰেনে যে অসমৰ অস্তিত্ব বিপন্ন নহয়? হলেৰে কিছু সময়ৰ বাবেহে এটা জাতিৰপৰা ৰাজনৈতিক অধিকাৰ কাঢ়ি ল'ব পাৰি। বাইজে পুনৰ কাঢ়ি লয় নিজৰ প্ৰাপ্যখিনি। ই বৈজ্ঞানিক সত্য।

এই চাৰি বছৰে বেঠিক সময়ত ঠিক কাম কৰি বা ঠিক সময়ত ঠিক কাম

নকৰি, পৰিস্থিতি এনে জটিল কৰি পেলোৱা হৈছে যে মেজিক ফৰ্মুলা দিয়া নিৰপেক্ষ মানুহৰ পক্ষেও সহজ নহয়। কৈছোঁৱেই, এতিয়াৰ পৰিস্থিতি অসভ্যভাৱে সম্পূৰ্ণ ৰাজনৈতিক পাশাত পৰিণত হৈছে। এই পৰিস্থিতিক মই 'সঙ্কট' বুলি নকওঁ। ই 'পার্ট অব্ দ্য গেইম্ অব্ পাৱাৰ হাংগ্ৰি পার্টি পলিটিক্স' বুলিয়েই ল'ব লাগিব। এই দুষ্ট পৰিৱেশৰপৰা ওলাবলৈ কিছু ৰাজনৈতিক দীৰ্ঘম্যাদী আৰ্থ-সামাজিক ব্যৱস্থা লক্ষ্য ৰূপে আগত লৈ আজিৰপৰা কাম আৰম্ভ কৰিব পাৰি যেন লাগিছে। ৰাজনৈতিকভাৱে অস্ত্ৰ ৰূপে ল'বলৈ, সৰ্ব্বভাৰতীয় দলসমূহৰ ক্ৰেডিবিলিটিৰ ওপৰত ভাৰতৰ বঞ্চিত শোষিত অঞ্চলৰেই বিশ্বাস হেৰোৱা দেখা গৈছে। তাৰ কাৰণো আছে। এই দলবোৰৰ প্ৰায়বোৰেই দিল্লীৰ উপনিৱেশবাদী মনোকামনা থকা শ্ৰেণীটোৰ নিৰ্লজ্জ ভৃত্য। মুখা মাথোঁ বেলেগ বেলেগ।

অতি সাধাৰণ ভাল অসমীয়া ভাৰতীয় নাগৰিক হিচাপে এটি চিন্তাই মোক বহুদিনৰপৰাই আমনি কৰি আছে। কথাটো — ভাৰতৰ এটি অবহেলিত 'অংশ'ৰ উন্নয়নৰ বাবে সেই অঞ্চলৰ লোকে চিন্তা কৰিলেই 'সমগ্ৰ'ক অশ্ৰদ্ধা কৰা হয় নেকি? সমগ্ৰৰ প্ৰতি অংশই 'অংশ।' এটি অসুস্থ অংশক মেৰামতি কৰিবলৈ 'সমগ্ৰ'ৰ দৃষ্টি আকৰ্ষণ কৰাটো পাপ নহয়। যদি তন্ত্ৰটো গণৰ বাবে হয়, তেতিয়া হ'লে শাসন বিকেন্দ্ৰীকৰণৰ প্ৰশ্নটো কিয় উঠিছেনো?

অসমৰ গাঁও, চহৰ তথা পৰ্ব্বত-ভৈয়ামৰ থলুৱা জনগোষ্ঠীসমূহৰ, চাহ বাগিচাৰ ন-অসমীয়াসকলৰ আৰু অসমকে মাতৃভূমি বুলি গ্ৰহণ কৰা বিভিন্ন জনগোষ্ঠীসমূহৰ খাটি খোৱা ৰাইজৰ আৰু অন্যান্য বৈধ নাগৰিকৰ মাটি সমস্যাৰ সমাধান আৰু আৰ্থ সামাজিক উন্নয়ন আৰু সাংস্কৃতিক সমন্বয়ৰ আঁচনি থকা সকলো বৈধ নাগৰিকৰ নিৰাপত্তাৰ উত্তাপ থকা এটি ৰাজনৈতিক শক্তি অসমৰ মাটিতে গঢ় ল'ব নোৱাৰে নেকি?

ই কেতিয়াবাই হ'ব লাগিছিল। তাক বাধা দি আহিছে ভাৰতীয় অপশক্তিসম্পন্ন উপনিৱেশবাদৰ দালালসকলে। সাংবিধানিক সমাধান যেতিয়া বিচৰা হৈছেই, তেতিয়া এটা কথা কওঁ। ভাৰতৰ সংবিধান লিখাত অসমৰ জনগণেও তেজ দিছিল। তেনে সংবিধানৰ কিছু কিছু ক্ষেত্ৰত সংশোধনৰ বা অপব্যৱহাৰৰ কথা সকীয়াই দিব পাৰি অকল উমৈহতীয়া যুক্তিপূৰ্ণ আৰ্থিক নিৰাপত্তাৰ ভেটিত গঢ়ি তোলা এটি নতুন ৰাজনৈতিক শক্তিৰেহে। মোৰ মতে ভালেই হৈছে, এককন আৰু বিএককনৰে এই 'সঙ্কট' আহিছে ইমান দিনৰ মূৰত। এতিয়া মেকুৰীবোৰ জোলোঙাৰপৰা সৰি সৰি ওলাইছে। এই সঙ্কটবোৰে নতুন নতুন তৃতীয় সত্য পোহৰলৈ আনিছে। ১৯৮৩ চনত ওলাই পৰা সত্যখিনিত প্ৰিয় আৰু অপ্ৰিয় বাস্তৱ সন্নিবিষ্ট আছে — ৰাইজে দেখিলেই। এই দুয়োবিধ বাস্তৱক বিশ্লেষণ কৰি সেই বিশ্লেষণক ভেটি কৰি লৈ, পূৰ্ব্বাঞ্চলৰ

সমগ্ৰ নাগৰিকৰ সমস্যাৱলীৰ সৈতে ৰজিতা খুৱাই, তেওঁলোকৰো সহানুভূতি লৈ এটি অবিভিন্নতাবাদী সমাজতান্ত্ৰিক, গণতান্ত্ৰিক আৰু ধৰ্ম্মনিৰপেক্ষ ৰাজনৈতিক শক্তি অসমৰ মাটিতে গঢ়ি তুলিব পাৰে নতুন পুৰুষেই। কিয়নো, তেওঁলোকেই যুক্তিৰে তেজ দি দি পৃথিৱীৰ চকুত আঙুলি দি দি প্ৰথমবাৰৰ বাবে দেখুৱাই দিলে। এনে এটি ৰাজনৈতিক শক্তি গঢ়ি লৈ আগ বাঢ়িলে অসমৰ কোনো গোষ্ঠীৰে এথ্‌নিক আইডেণ্টিটিক কোনেও মষিমূৰ কৰিব নোৱাৰিব। এই শক্তিৰ মূল উপাদান অকল আনুভূতিক হ'লেই নহ'ব — ই হ'ব লাগিব সকলো নিষ্পেষিতৰ বাবে গ্ৰহণীয়।

অশুভ শক্তিৰ ভুল প্ৰৰোচনাত কৰা কটাকটি-মৰামৰি হৈ গ'ল। কেঁচা তেজ বহুতো বৈ গ'ল। তাৰপৰাও ৰাইজৰ নিশ্চয় এটা শিক্ষা হ'ল। অন্ততঃ শিকিলে যে সকলো বৈধ অসমবাসীয়ে ওচৰা-উচৰিকৈ থাকিবই লাগিব, বাচিবই লাগিব। সমগ্ৰ জীৱন সন্দেহে ভৰা পৰিৱেশত ভালদৰে প্ৰস্ফুটিত হ'ব নোৱাৰে। একতা হয়, যদিহে এক হ'বলৈ আঁচনি থাকে।

সমাজ পৰিৱৰ্ত্তনৰ প্ৰস্তুতি স্বৰূপে শক্তিৰ সংঘাত হয়। পাৰ্লিয়ামেণ্টেৰী ডেমক্ৰেচিত যুঁজিব লাগিব এটা নতুন ৰাজনৈতিক শক্তিৰে। সেয়ে, এনে এটা নতুন ৰাজনৈতিক শক্তি গঢ়াৰ কথা মনলৈ আহিছে। অসমতে শিপা থকা ৰাজনৈতিক শক্তি এটি গঢ় ল'লে মহাভাৰত অশুদ্ধ নহয়। অসম ভাৰতৰ পেলাই দিবলগীয়া অঙ্গ নহয় — ই মহাভাৰতৰ মহা অঙ্গ। মোৰ মতে — আচল সংগ্ৰামৰ আৰম্ভ এতিয়াহে হৈছে। অসমৰ আগত ভৱিষ্যৎ বৰ উজ্জ্বল হ'ব বুলি মই এতিয়াহে পতিয়ন গৈছোঁ।

(*অসম বাণী ঃ ১৩ জানুৱাৰী, ১৯৮৪* )



# শিল্পীৰ পৃথিৱীত ৰাজনীতি

২৫-১২-৮৪-ৰ দিনা ভগৱতীপ্ৰসাদ বৰুৱা ভৱনত হোৱা অসমীয়া বোলছবিৰ সোণালী জয়ন্তী উৎসৱ উদ্‌যাপন সমিতিৰ ৰাজহুৱা সভাত মোক 'সভাপতি' পতা হয়। যোৱা ১০ মাৰ্চত মই বোম্বেৰপৰা আহি এই বিষয়ে হোৱা এখনি প্ৰেছমেলত যোগ দিওঁ। ১১ মাৰ্চত পশ্চিম বঙ্গ চিনে টেক্‌নিচিয়ানছ্‌ৰ সভ্যবৃন্দৰ সহায়ত 'জ্যোতিপ্ৰসাদ আৰু জয়মতী' নামৰ প্ৰামাণ্য চিত্ৰখন দেখুওৱা হয়। উদ্বোধন কৰে পৰিচালক তপন সিন্‌হাদেৱে। সেই তাৰিখেই কলিকতাৰ অৰুন মহলত দুকুৰিৰো অধিক বঙালী কলা-কুশলীক (যিসকল যোৱা পঞ্চাশ বছৰে অসমীয়া বোলছবিৰ সৈতে জড়িত আছিল) অসমীয়া বোলছবিৰ শিল্পীৰ দ্বাৰা সন্মান জনোৱা হৈছিল। 'দেশ' পত্ৰিকাৰ বিখ্যাত চিত্ৰ-সাংবাদিক শ্ৰীপঙ্কজ দত্ত, কেমেৰামেন অনিল গুপ্ত আৰু অভিনেত্ৰী ৰুমা গুহঠাকুৰতা আছিল বিশিষ্ট অতিথি। তাত সমজুৱাৰ বক্তৃতাৰ সময়ত অসমৰ এগৰাকী 'মন্ত্ৰী'য়ে, 'অসম চৰকাৰে' বোলছবিৰ উন্নয়নৰ বাবে কি কি আঁচনি লৈছে, তাকে প্ৰকাশ কৰিছিল। কলিকতাৰ সভাখন আছিল মুকলি সভা। তাত সভাপতি ৰূপে মই বহাৰ আগতে শিল্পী দিৱস সমিতিয়ে বিতৰ্কমূলক (বৈধ, অবৈধতাৰ) অসম চৰকাৰৰ সৈতে নীতিগতভাৱে বা আৰ্থিকভাৱে জড়িত আছিল নে নাছিল, মই একো নেজানিছিলোঁ। এতিয়া অসমলৈ আহি এই কথাটো 'বিতৰ্কমূলক' হৈ উঠা বুলি শুনি এই স্পষ্টীকৰণ কৰাটো মোৰ কৰ্ত্তব্য বুলি ভাবিছোঁ। মই কলিকতাৰ সভাখনৰ আগতে অসম চৰকাৰৰ কোনো প্ৰতিনিধি বা 'মন্ত্ৰী'ৰ সৈতে কোনো ধৰণৰ সহায় খোজা বা সভাত কোনো মন্ত্ৰীয়ে যোগদান কৰাৰ কথাৰ বিষয়ে বা কোনো পূৰ্ব্বপৰিকল্পিত যোগাযোগৰ সৈতে মই জড়িত নহওঁ আৰু নাছিলোঁ। মই আছিলোঁ 'উদ্‌যাপন সমিতিৰহে সভাপতি'। কলিকতাত এই 'উদ্‌যাপন' শেষ হ'ল যেতিয়া — মই সাজু হৈছিলোঁ তেজপুৰলৈ আহিবলৈ। পাচত, মোক তাঁৰ কৰি জনোৱা হ'ল, তেজপুৰত 'উদ্‌যাপন' নহয়। সেয়ে, ময়ো নাহিলোঁ। জ্যোতিপ্ৰসাদৰপৰা এতিয়ালৈকে নানা সংগ্ৰাম কৰি এটি বোলছবি 'শিল্প' গঢ়ি তোলা শিল্পী আৰু কলা-কুশলীসকলক সন্মান জনোৱা এটি পবিত্ৰ প্ৰচেষ্টাত 'ৰাজনীতি' নমোৱাত মই এজন বোলছবি কৰ্মী হিচাপে দুখ পাইছোঁ। এইবোৰনো কাৰ ষড়যন্ত্ৰ — বাইজে এতিয়া বিচাৰি উলিয়াই ভৱিষ্যতলৈ তেওঁলোকৰপৰা সতৰ্ক থকা উচিত বুলি ভাবোঁ।

(অগ্ৰদূত, ১৯৮৪)



# জোকাৰি পিন্ধা গামখাৰু কোবাই বান্ধা চুলি

নতুন চিএগুৰ এটিৰ প্ৰতিধ্বনি শুনিছেনে? ... চাৰি বছৰৰ সংগ্ৰামৰ অন্তত এইবাৰ যেন অসমী আয়ে খাচ অসমীয়া গাভৰুৰে ব'হাগত গোৱাৰ দৰে চিএগৰি উঠিছে ঃ

'জোকাৰি পিন্ধিলোঁ
হাতৰ গামেখাৰু
কোবাই বান্ধিলোঁ চুলি।
দাপোণতে চাই
যোৰ ফোঁট মাৰিলোঁ
বিহুলৈ ওলালোঁ বুলি।।'
এৰা, এতিয়া গামখাৰু পিন্ধিলে
পিন্ধিব লাগিব দুগুণে জোকাৰি।
এতিয়া চুলি বান্ধিব লাগিলে
বান্ধিব লাগিব দুগুণে কোবাই।

১৯৮৪-ৰ বাস্তৱৰ দাপোণত ভালদৰে মুখ চাই যোৰ ফোঁট মাৰিব লাগিব বিহুলৈ ওলাই যাবলৈ হ'লে—।

দাপোণৰ কথা ওলাওঁতেই এষাৰ কথা মনলৈ আহে—।

যোৱা চাৰি বছৰে যে অসমৰ ৰাইজে জুইৰে খোজ কাঢ়িলে, শ শ লোকে প্ৰাণ দিলে, তেজ দিলে, ই নিশ্চয় ফলৱতী হ'ব লাগিব। কিন্তু কেনেকৈ?

এই 'কেনেকৈ' কথাষাৰিৰ উত্তৰ পাব লাগিব। এই উত্তৰ উদ্ভাৱন কৰিব লাগিব অসমৰ চিন্তাবিদসকলে মিলিজুলি। সিদিনা গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা আমালৈ এখন নিমন্ত্ৰণী পত্ৰ পঠাইছে সদৌ অসম ছাত্ৰ সংস্থাই। তাৰ প্ৰথমাংশত লিখিছে, "বৃহত্তৰ অসমীয়া সমাজখনক পুনৰ নিৰ্ম্মাণৰ কাৰণে ৰাজনৈতিক, আৰ্থ-সামাজিক

তথা সাংস্কৃতিক দিশ সামৰি লৈ সকলো জনগোষ্ঠীৰ আশা-আকাঙ্ক্ষাক প্ৰতিফলিত কৰিব পৰাকৈ এখন সামগ্ৰিক কৰ্ম্মসূচী প্ৰণয়ন কৰাটো জৰুৰীভাৱে প্ৰয়োজন।" এই ঘোষণাৰ এঠাইত লিখিছে, "ভৱিষ্যৎ অসমৰ বাবে হ্ৰস্বম্যাদী আৰু দীৰ্ঘম্যাদী আঁচনিৰে এক সুনিৰ্দ্দিষ্ট জাতীয় জীৱন-দৰ্শনৰ পূৰ্ণাঙ্গ কল্পনাৰে জাতীয় কৰ্ম্মসূচীখন অসমৰ ৰাইজৰ মাজৰপৰা প্ৰস্তুত কৰিবৰ বাবে কাম আৰম্ভ কৰাৰ যো-জা চলোৱা হৈছে।"

অলপতে অনুষ্ঠিত হোৱা যোৰহাটৰ জাতীয় অভিবৰ্ত্তনত এনে এটা প্ৰচেষ্টাৰ কথা প্ৰস্তাৱিত হৈছিল। তাৰে ফল স্বৰূপে এই কাম ছাত্ৰ সংস্থাই হাতত লৈছে বুলি কোৱা হৈছে। এই জাতীয় কৰ্ম্মসূচীখনৰ প্ৰণয়নত কাৰ কাৰ সহায় পৰামৰ্শাদি বিচৰা হৈছে? নিমন্ত্ৰণী পত্ৰখনিত লিখিছে, "এই জাতীয় কৰ্ম্মসূচীখনৰ প্ৰণয়নত অসমৰ সকলো শ্ৰেণীৰ ৰাইজেই অংশীদাৰ হ'ব লাগিব। সকলোৰে চিন্তা চৰ্চ্চা বিজ্ঞানসম্মতভাৱে যুক্তিযুক্ততাৰে সন্নিবিষ্ট কৰিব লাগিব। সদৌ অসম ছাত্ৰ সংস্থাই গণতান্ত্ৰিকভাৱে ব্যক্তি আৰু অনুষ্ঠানৰপৰা পৰামৰ্শমূলক আঁচনি বিচৰাৰ ব্যৱস্থা হাতত লৈছে। নিৰ্দ্দিষ্ট বিষয়সমূহ বাছনি কৰি বিশেষজ্ঞসকললৈ আগতীয়াকৈ অধ্যয়ন আৰু অনুসন্ধানৰ বাবে অনুৰোধ ৰখা হৈছে।"

অহা ৯, ১০, ১১ আৰু ১২ এপ্ৰিল, ১৯৮৪ তাৰিখে গুৱাহাটী বিশ্ববিদ্যালয় চৌহদত 'জাতীয় কৰ্ম্মসূচী প্ৰণয়নশালা' অনুষ্ঠিত হ'ব। প্ৰণয়নশালাৰ অনুমোদনসমূহ পুনৰ অভিবৰ্ত্তনত অনুমোদনৰ বাবে পাঠ কৰা হ'ব।

এই ৱৰ্কশ্বপ্ বা প্ৰণয়নশালা আমাৰ ধাৰণাত বৰ গুৰুত্বপূৰ্ণ আৰু প্ৰেগমেটিক পন্থা হ'ব। ই এক ইতিবাচক হাতিয়াৰ হ'ব সমাজ-পৰিবৰ্ত্তনৰ বাবে। নিমন্ত্ৰিত বুদ্ধিজীৱীৰ তালিকাত দেখিছোঁ, আন্দোলনত সক্ৰিয়ভাৱে থকা লোকৰ উপৰি, কিবা কাৰণত আন্দোলনৰপৰা আঁতৰি থকা কিম্বা আন্দোলনৰ বিৰোধিতা কৰাসকলো আছে। ই বৰ আনন্দৰ কথা। আমি এই চিন্তাৰ ৱৰ্কশ্বপলৈ আমাৰ আন্তৰিক অভিনন্দন জনাইছোঁ। ইয়াৰ ফলাফললৈ আগ্ৰহেৰে বাট চাই আছে অসমৰ সমূহ ৰাইজে।

আমি আৰু এখন নিমন্ত্ৰণী পাইছোঁ 'সন্মিলিত যুৱ মৰ্চা'ৰ কেন্দ্ৰীয় সমিতিৰপৰা। তাত লিখিছে, "ছবছৰ কাল অতিক্ৰম কৰি বৰ্ত্তমান এক বিশেষ পৰ্য্যায়ত উপনীত হোৱা অসম আন্দোলনক অধিকতৰ শক্তিশালী কৰি উত্তৰণৰ পথলৈ লৈ যোৱাৰ মহান উদ্দেশ্য সমুখত ৰাখি... অসমীয়া জাতিৰ আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ বিষয়ৰ ওপৰত... অসম- ভিত্তিক এখনি আলোচনা-চক্ৰৰ আয়োজন কৰা হৈছে। এই আলোচনা-চক্ৰত অসম আন্দোলনৰ নেতৃত্বত থকা ছাত্ৰ, যুৱক, শিল্পী, সাহিত্যিক, বুদ্ধিজীৱী, ৰাজনীতিবিদ আৰু অন্যান্য বিশিষ্ট ব্যক্তিয়ে অংশ গ্ৰহণ কৰিব।"

এই আলোচনা-চক্ৰও অনুষ্ঠিত হ'ব ৭ আৰু ৮ এপ্ৰিলত (১৯৮৪) সঙ্গীতাচাৰ্য্য লক্ষ্মীৰাম বৰুৱা সদনত। গুৱাহাটীৰ ভগৱতীপ্ৰসাদ বৰুৱা ভৱনৰ কাষত। এই

আলোচনাচক্ৰৰ পৰা জন্ম লোৱা প্ৰস্তাৱসমূহৰ ফালেও ৰাইজে আগ্ৰহেৰে বাট চাব। আমাৰো শুভেচ্ছা ৰ'ল।

ইয়াণ্ডাবু সন্ধিৰ দিনৰেপৰা অসমৰ খিলঞ্জীয়া ৰাইজে প্ৰাপ্য অধিকাৰৰ ন্যূনতম খিনিও পাবলৈ, পদে পদে সংগ্ৰাম কৰি আহিবলগীয়া হৈছে। ১৯৪৭ চনৰ পাচতো অসমৰ প্ৰতিটো দাবীত, সি ৰাজনৈতিক হওক কিম্বা আৰ্থ-সামাজিকেই হওক — অসমৰ ৰাইজে আন্দোলনৰ পথ ল'বলগীয়া হৈ আছে আজিও।

বিষৰ কাঁইট এতিয়াও অসমৰ কলিজাত লাগি আছে। তাক লুকুৱাই ৰখাৰ তথাকথিত সাংবিধানিক মলমো মানুহৰ ৰক্তেৰে ৰঞ্জিত।

অসমৰ এথ্‌নিক আইডেনটিটিৰ ক্ৰাইছিছৰ কথা ড° অমলেন্দু গুহৰ দৰে মাৰ্ক্সিষ্ট লোকেও মানি লৈ অলপতে বৰ্দ্ধমানত হৈ যোৱা মডাৰ্ন হিষ্ট্ৰি কংগ্ৰেছত কৈছে। অসমৰ আন্দোলন ছিচিছ'নিষ্ট্ নহয়।

আচৰিত কথা, কেন্দ্ৰীয় চৰকাৰে, কাৰ উপদেশত নেজানো, আন্দোলনকাৰী-সকলৰ সৈতে কথা পতা বন্ধ কৰিছে। ই মস্তিষ্ক-বিকৃতিৰ এটি লক্ষণ। কেন্দ্ৰই মনত ৰাখিব লাগে, পঞ্জাব আৰু অসমৰ আন্দোলনৰ কাৰণ একে নহয়। আজিৰ ভুলে ভৱিষ্যতত আৰু মাৰাত্মক ভুলৰ সৃষ্টি কৰিব। মানুহে মানুহক খাব।

'সম্মিলিত যুৱ-মৰ্চা'ৰ নিমন্ত্ৰণী পত্ৰত এষাৰ কথা আমাৰ মনঃপূত হৈছে। তাত লিখিছে— "মৰ্চাই বিশ্বাস কৰে যে প্ৰশ্নসমূহৰ বৈজ্ঞানিক আৰু ইতিহাসসন্মত বিচাৰ-বিশ্লেষণৰ মাজেদিহে সাম্প্ৰতিক আন্দোলনৰ উত্তৰণৰ ক্ষেত্ৰত এক সঠিক পথৰ সন্ধান পাব পৰা যাব, যি পথেৰে বড়ো, মিচিং, কাৰ্বি, ৰাভা, দেউৰী, তিৱা, চাহবনুৱা আদি স্বকীয় বৈশিষ্ট্যসম্পন্ন জনগোষ্ঠীসমূহৰ উপৰি অসমীয়া সংস্কৃতি মনে-প্ৰাণে গ্ৰহণ কৰাসকলৰ সমন্বিতে অসমীয়া জাতিৰ সামূহিক বিকাশ সুনিশ্চিত কৰিব পৰা যাব।"

সাহিত্য-সংস্কৃতিৰ সহজ অৰ্থ যদি নৈকট্য অৰ্থাৎ সন্মিলন হয়, এই মিলন অসমত বাৰে বাৰে ঘটিছে আৰু এই মিলন সদায় সাধিত হৈয়েই থাকিব. শোপেনহাৱাৰে ভাৰতৰ উপনিষদৰ চিন্তাত তেওঁৰ শেষ জীৱনৰ সান্ত্বনা বিচাৰি পাইছিল। পতঞ্জলিৰ 'যোগসূত্ৰ'ত অৱচেতন মনক যি গুৰুত্ব দিছে, তাৰপৰা মনোবৈজ্ঞানিক ফ্ৰয়ডে বহুতো চিন্তাৰ খোৰাক পাইছিল। খ্ৰীষ্টৰ বহু উক্তিত কৃষ্ণৰ প্ৰতিধ্বনি শুনা গৈছিল। প্ৰাচ্য আৰু পাশ্চাত্যৰ ইমান দূৰত্বক চেৰাইও সমন্বয় ঘটি আহিছে যেতিয়া এজন অবড়োৱে এজন বড়োক, এজন চিৰাজুদ্দিন হাজৰিকাই আন এজন শৰ্মাক, এজন গোহাঁয়ে এজন দাসক, এজন টেৰণে আৰু এজন শইকীয়াক, এজন কুৰ্মিয়ে আন এজন ৰাভাক পুনৰ মনে-প্ৰাণে আঁকোৱালি ল'বলৈ ইমান পৰ লাগেনে? পাহৰি যাওক চমৰীয়া, গহপুৰ, নেলী। সেয়া আপোনালোকৰ দোষ নহয়.

সেয়া এটি নিৰ্ব্বাচন নামৰ ৰাক্ষসৰ কুঠাৰাঘাত — সংবিধানৰ বাধ্যবাধকতাৰ নামত!

অসমক সজাওক পুনৰ —।

এইবাৰ বিহুত পণ লওক —।

সকলো ইয়াতে জীব লাগিব — ইয়াতে মৰিব লাগিব। শ্ৰমৰ ফল ভগাই খাব লাগিব। ডেকাসকল, নতুনকৈ ঢোলত চাপৰ মাৰাঁ — একতাৰ-সমন্বয়ৰ — একেখন বিহুতলীতে।

গাভৰুসকল, জোকাৰি পিন্ধা গামখাৰু কোবাই বান্ধা চুলি, দাপোণত চাই যোৰ ফোঁট মাৰাঁ, বিহুলৈ ওলালা বুলি।

*(প্ৰতিধ্বনি : ৰঙালী বিহু সংখ্যা, ১৯৮৪)*



# নিৰ্ব্বাচন ঃ নেতা-অভিনেতা

ভাৰতত (পঞ্জাব আৰু অসম বাদ দি) বৰ্ত্তমানে অৰ্থাৎ এই ডিচেম্বৰত (১৯৮৫ চন) চাৰিওফালে হুলস্থূল নিৰ্ব্বাচনী প্ৰচাৰৰ। স্বাভাৱিকতে শিল্পীৰ সৈতে সম্বন্ধ থকা নিৰ্ব্বাচনী বাতৰিহে আজি আলচ কৰিম দুই-এটা। কাৰণ, বজাৰ গৰম।

প্ৰথম কথা হ'ল, ভাৰতৰ বোলছবি-জগতৰ কেইবাজনো উচ্চ শাৰীৰ অভিনেতা-অভিনেত্ৰীয়ে এইবাৰ নিৰ্ব্বাচনী যুঁজত নামিল। দাক্ষিণাত্যত তাহানিৰ আন্নাদুৰাই, কৰুণানিধি, ৰাজকুমাৰ, এম-জি আৰ, জয়াললিতাই আঞ্চলিক ৰাজনৈতিক দলত অকল যোগেই দিয়া নাছিল, তেওঁলোকে সময়ে সময়ে ক্ষমতা পাই ৰাজ্যও চলাইছিল। সিদিনা এন টি. ৰামাৰাৱে 'তেলুগু দেশম' গঢ়ি দিল্লীক কঁপাই তুলিছিল।

এইবাৰ অপ্ৰত্যাশিতভাৱে ইন্দিৰা-হত্যাৰ পাচত, লৰালৰিকৈ নিৰ্ব্বাচন পাতি দিয়া, লৰালৰিকৈ কেণ্ডিডেট বিচৰা কামটো বৰ উজু নাছিল। ৰাজীৱে ক্ষমতা পাই পুৰণি বহু কংগ্ৰেছী 'ফচিল'ক বাদ দি প্ৰতিনিধিত্বত এটি নতুনত্ব আনিব খুজিলে। আনিলে 'নতুনত্ব'। কোনোদিনে সমাজৰ তলৰ শ্ৰেণীৰ সৈতে নিমিলা, ইংৰাজী কোৱা, ডুন স্কুলৰ সহপাঠী কেইজনমানক, প্ৰধান মন্ত্ৰী হৈ নিচেই কাষতে উপদেষ্টা ৰূপে পাবলৈ আনিলে বেছি লোকে নাম-ধাম নুশুনা অৰুণ নেহৰু, অৰুণ সিং, অৰুণ নন্দা (ব্যৱসায়িক প্ৰচাৰবিদ) আৰু জনপ্ৰিয় অমিতাভ বচ্চনক। লগতে এটা কথা আমাৰ শিল্পী নাগৰিকসকলে জনা উচিত—। গণতন্ত্ৰত এটি ধনী, শক্তিশালী, মন'পলি থকা ৰাজনৈতিক দলৰ সম্পূৰ্ণ জয় হ'লেও, বিৰোধী পক্ষৰ কিছু ডাঙৰ ডাঙৰ নিৰ্ভীক নেতা লোকসভালৈ আহিব লাগে। তেতিয়াহে সমালোচনা হয়। তেতিয়াহে তৰ্কাতৰ্কি জমে। পাৰ্লামেণ্টেৰি- জমনো কি? তৰ্কাতৰ্কি কৰি দেশখনক ভাল পথেৰে লৈ যোৱা। এয়েহে।

এইবাৰ ৰাজীৱ-অৰুণ, অৰুণ এণ্ড কোম্পেনিয়ে কিন্তু অন্য কথা ভাবিলে। চিনেমাৰ হিৰোবিলাকে দাক্ষিণাত্যত ৰাজ্য চলাইছে যেতিয়া এইবাৰ কংগ্ৰেছেও চিনেমাৰ হিৰো- হিৰোইনকনো প্ৰতিদ্বন্দ্বী নকৰিব কিয়? গতিকে, কংগ্ৰেছ হাইকমাণ্ডে বাছিলে অমিতাভ বচ্চনক এলাহাবাদত বহুগুণাৰ বিপক্ষে। বহুদিনে চিনেমা এৰি দি ভাৰত নাট্যম নচা বৈজয়ন্তীমালাক দিলে মাদ্ৰাজত জনৈক বিখ্যাত বিৰোধী নেতাৰ বিপক্ষে আৰু সুনীল দত্তক লগাই দিলে জেঠমালানীৰ বিপক্ষে। এই বাছনিৰ বাবে বিৰোধী পক্ষই ক'লে — "কংগ্ৰেছ ইমান বেংক্ৰাপ্ট্ হ'ল যে এতিয়া অভিনেতা-অভিনেত্ৰীক

আনিব লগীয়া হৈছে।"

সিদিনা সাংবাদিক নিৰ্ম্মল মিত্ৰই নিৰ্ব্বাচনী প্ৰচাৰত ব্যস্ত অমিতাভক লগ ধৰি সাক্ষাৎকাৰ এটি লৈছিল। মই অনুবাদ কৰি দিওঁ এটি অংশ। পঢ়ুৱৈয়ে অমিতাভৰ মনৰ ভাব বুজিব অন্ততঃ। কাৰণ, কথাবোৰ তেওঁৰ নিজ মুখৰ বাক্য।

**নিৰ্ম্মল মিত্ৰ :** আপুনি ৰাজনীতিত অজ্ঞ। ইমান বিখ্যাত ৰাজনৈতিক ব্যক্তিত্বৰ সৈতে প্ৰতিদ্বন্দ্বিতা কৰি কেনে লাগিছে?

**অমিতাভ :** এই সিদ্ধান্ত কংগ্ৰেছ হাইকমাণ্ডেহে লৈছে। এই উত্তৰ তেওঁলোকেহে দিব পাৰে। এজন ব্যক্তিয়ে নোৱাৰে।

**নিৰ্ম্মল মিত্ৰ :** আপুনি কি দৰ্শনত বিশ্বাস কৰে?

**অমিতাভ :** এখন অখণ্ড, সমন্বয়মুখী ধৰ্ম্মনিৰপেক্ষ ভাৰতবৰ্ষত।

**নিৰ্ম্মল মিত্ৰ :** ভাৰতে কি ধৰণৰ অৰ্থনৈতিক পৰিস্থিতিৰ সন্মুখীন হৈছে বুলি আপুনি ভাবে?

**অমিতাভ :** (কপাল কোঁচাই) এইবোৰ কথা মই এতিয়া পাতিব নোৱাৰোঁ, পাচত... পাচত...

**নিৰ্ম্মল মিত্ৰ :** আপুনি সভাই-সমিতিয়ে এলাহাবাদত কৈ ফুৰিছে যে আপোনাৰ চিনেমাৰ ভাবমূৰ্ত্তি অসত্য— অৰ্থাৎ মিছা। আপুনি চিনেমাৰ জনপ্ৰিয়তাৰ ওপৰত ভৰ দি ৰাইজৰ প্ৰতিনিধিত্ব কৰাৰ যোগ্যতা পাব পাৰেনে?

**অমিতাভ :** মই কৈছোঁ, মোৰ চিনেমা-ইমেজ মিছা। সেই ইমেজ 'মই' নহয়। সেইখন কল্পনাৰ ৰাজ্য!

**নিৰ্ম্মল মিত্ৰ :** সঁচা, কিন্তু সেই চিনেমা ইমেজটোৱেই আপোনাক জনপ্ৰিয় কৰা নাইনে?

**অমিতাভ :** মই ৰাইজক কৈছোঁ, মই পৰ্দাত অভিনয় কৰোঁ - মই মই হিচাপে বেলেগ কিন্তু।

**নিৰ্ম্মল মিত্ৰ :** ইন্দিৰা-হত্যাৰ পাচত ৰাইজৰ সহানুভূতি আৰু কংগ্ৰেছ আইৰ বিষয়ে কি ভাবে?

**অমিতাভ :** সেই 'সহানুভূতি' অধ্যায়টোক বশ কৰিছে ৰাজীৱৰ ব্যক্তিগত ব্যক্তিত্ব আৰু গ্ৰহণযোগ্যতাই। লাহে লাহে ই উদয় হৈছে।

**নিৰ্ম্মল মিত্ৰ :** ইন্দিৰা-হত্যাৰ প্ৰতি দুখ আৰু সহানুভূতি যে এটা ৰাজনৈতিক দলক পুনৰ জয়ী কৰাত যথেষ্ট নহয়, সেই বিষয়ে আপোনাৰ মত?

**অমিতাভ :** আমিতো কোৱা নাই, ৰাইজে সদায় (ইন্দিৰাজীৰ বাবে) দুখ কৰি থাকিব। আমি কৈছোঁ, এজন ভাল প্ৰধান মন্ত্ৰী আছিলে। তেওঁ বিচৰা কামবোৰ আমি সম্পূৰ্ণ কৰিব লাগে।

**নিৰ্ম্মল মিত্ৰ :** আপুনি আপোনাৰ 'ইনকিলাব' নামৰ ছবিখনৰ দৰ্শনৰ ভেটিত থিয়

দিছে নেকি?

**অমিতাভ ঃ** সেই ফিল্মৰ কথা বাদ দিয়ক। সেয়া কাল্পনিক আছিল।

**নির্ম্মল মিত্র ঃ** আপুনি চিনেমাত অভিনয় কৰা বাদ দিব নেকি?

**অমিতাভ ঃ** নহয়। অলপতে প্রেছমেলত দিয়া মোৰ বিবৃতিক ভুল বুজা হৈছে।

কোনোবাই সুধিছিল মই দেশক কেনেকৈ সেৱিম — যদি অভিনয় কৰি থাকোঁ, ফিল্মত? মই কৈছিলোঁ, যদিও মই দুখন (সম্পূর্ণ) ফিল্মত কাম কৰোঁ, তথাপি সমাজসেৱাৰ বাবে সময় উলিয়াম। মই যদি এই নির্ব্বাচনত পৰাজিত হওঁ — তথাপি, মই চেৰিটি শ্ব' কৰি যাম। চেৰিটিৰ কাৰণটোত আমি প্রেমত পৰোঁ। সংগঠকসকলে পইচা (সংগ্রহ) খাই থয়। কিন্তু মই দেশৰ বাবে চেৰিটি কৰি যাম।

মই যেতিয়া গাঁৱলৈ গৈছোঁ, তাত কি যে ভয়াবহ দাৰিদ্র্য দেখিছোঁ। সিহঁত কিমান পিচপৰা। মই আচৰিত হওঁ, এইবোৰ দেখি-শুনিও আমাৰ নেতাসকলে কেনেকৈ. .

**নির্ম্মল মিত্র ঃ** যদিও শ্রীবহুগুণা আৰু আপুনি এলাহাবাদৰ সৈতে জড়িত (দুয়োৰে জন্ম একে ঠাইতে। ভুঃ হাঃ) — লোকে কয়, শ্রীবহুগুণাই আপোনাতকৈ এলাহাবাদৰ উন্নতিৰ বাবে হাতে-কামে বহুতো বেছি কাম কৰাৰ প্রমাণ আছে।

**অমিতাভ ঃ** মই এই বিষয়ে একো ক'ব নোৱাৰোঁ। কাৰণ, তেওঁ কৰাৰ সুযোগ পাইছে। মই কেতিয়াও কিবা কৰিবলৈ সুযোগ পোৱা নাই।

**নির্ম্মল মিত্র ঃ** নির্ব্বাচনৰ যুদ্ধত আপোনাৰ ভৱিষ্যৎ কি বুলি আপুনি ভাবে?

**অমিতাভ ঃ** মই মোৰ ভৱিষ্যৎ বা নির্ব্বাচনৰ ফলাফলৰ বাবে একেবাৰে চিন্তান্বিত নহওঁ। মই মাথোঁ মোৰ সামর্থ্য অনুযায়ী কাম কৰি যাম।

এয়া হ'ল অমিতাভৰ বক্তব্য। অর্থনীতি নেজানো। কোনে বাছিলে? হাইকমাণ্ডে। চিনেমা? চেৰিটি কৰিম। ফলাফল; মোৰ চিন্তা নাই।

ইফালে সুনীল দত্তই জেঠমালানীৰ দৰে বিখ্যাত আইনজীৱীৰ বিৰুদ্ধে কিমান ভোট পায় দেখা যাব। বৈজয়ন্তীমালাই — কথা ক'ব নোৱাৰে। ৰাজনীতিও নেজানে, মাথোঁ ইন্দিৰাক ভাল পায়। বৈজয়ন্তীৰ স্বামীয়ে ২০ পইন্ট প্রোগ্রেমৰ কথা ইংৰাজী আৰু হিন্দীত ইলেকশ্বন মিটিংবোৰত কৈ ফুৰিছে। কোনোবা এজনে কৈছে ঃ লোকসভাত কোনে বক্তৃতা দিব — স্বামী ড° বালীয়ে, নে বৈজয়ন্তীমালাই?

অমিতাভ যদি জিকে, তেন্তে তেওঁ নিশ্চয় ভাৰতৰ ইনফৰমেশ্বন মিনিষ্টাৰ হ'বগৈ। কাৰণ, তেৱোঁ ডুন স্কুলৰ মহাপুৰুষ। তেতিয়া সত্যজিৎ, মৃণাল, শ্যাম বেনেগল, গোবিন্দ নিহলানি, চৈয়দ মীর্জ্জাৰ মতে, এনে ছবি কৰিব লাগিব— য'ত এনে গীত থাকে — "যিচকা বিবি মোটি, ইচকা ক্যা কাম হ্যায়।" — ফলাফল বিভূৰ হাতত।

*(প্রতিধ্বনি ঃ ভোগালী বিহু সংখ্যা, ১৯৮৫)*



# ডালিমীয়ে গদাধৰক কিলায় কিয়?

সপোন আছিল — উত্তৰ-পূবৰ সাতখন ৰাজ্যৰ ৰাইজৰ মাজত সামূহিক সজাগতা আহিব— একতা আহিব! সপোন আছিল, সাতখন ৰাজ্য সাতজনী ভনী হ'ব। সপোন আছিল প্ৰাপ্য নানা উন্নয়নৰ আহিলা সাতজনীয়ে মিলি দিল্লীৰ পৰা কাঢ়ি আনিব। এতিয়া দেখিছোঁ, ৰাজ্যবোৰৰ সীমান্তবোৰক যুদ্ধক্ষেত্ৰত পৰিণত কৰা হৈছে। 'কৰা হৈছে' বুলি কওঁতেই প্ৰশ্ন আহে--- এই কু-কাম কোনে কৰিছে। কিছু কাম নকৰাৰ অৰ্থই হৈছে কিছু কু-কামক লাই দিয়া। তাহানি, ১৯৬০ চনৰ ২০ জুলাইৰ দিনা নাগালেণ্ডে জনম লভিলে। সেইদিনাৰপৰাই নাগালেণ্ড আৰু অসমৰ সীমাত (মেৰাপানীকে ধৰি) জুই জ্বলা আৰম্ভ হৈছে। ১৯৮৫ চনৰ ১০ জুলাই তাৰিখে হোৱা ইম্ফল আলোচনা আৰু কেন্দ্ৰৰ হস্তক্ষেপক উপলুঙা কৰি ২৪ জুলাইৰ দিনা নগাবাটৰ কাষৰীয়া বোকাজানত এশঘৰীয়াৰ অধিবাসীসকললৈ দিন দুপৰীয়াতে নগাসকলে গুলীবৰ্ষণ কৰা দেখা গৈছে। একুৰি দুইবছৰীয়া শ্ৰীশিৱ চুতীয়া গুলীবিদ্ধ হ'ল। নগাঁৱৰপৰা ১৪ জুলাইত সাংবাদিক তিলোত্তমা সোণোৱালে খৱৰ দিছে (অসমবাণী, জুলাই : ৫) : "অসমৰ কোলাজান, চেনিজান এণ্ড ছাৰ্ভিচ, ছয়ত্ৰিশঘৰীয়া, এশঘৰীয়া আদি গাঁওসমূহ কাকডোঙা বনাঞ্চলৰ আৰু যাঠিৰ দশকতে অসম চৰকাৰে পট্টন দিয়া। অসম পুলিচ বেটেলিয়নৰ দুটা শিবিৰ উক্ত ঠাইসমূহত আছে যদিও তেওঁলোকে দায়িত্ব পালন কৰা দেখা নেযায়। বহুতে অভিযোগ কৰা মতে--ভয়তে কম্পমান ইয়াৰ জনসাধাৰণে সীমান্ত নিৰাপত্তা বাহিনী ইয়াতো দিব লাগে বুলি সংশ্লিষ্ট ঠাইত দাবী জনাইছে।"

কথা হৈছে, ১৯৬০ চনৰ পৰাই এই সীমাটো নিৰ্দ্ধাৰণ কৰাত বিমলাপ্ৰসাদ চলিহাৰ দিনৰেপৰা আজিলৈকে শাসকসকলে কিয় ইতিবাচক ভূমিকা লোৱা নাই? এতিয়াতো নাগালেণ্ড আৰু অসম এটি বিশেষ ৰাজনৈতিক দলৰ শাসনতে আছে। দিল্লীত শাসকসকলে পূৰ্ব্বভাৰতৰ উন্নয়নৰ বাবে নৰ্থ ইষ্টাৰ্ন কাউন্সিল খুলিছে একালে, পুনৰ আনফালে এই ৰাজ্যবোৰৰ মৰমী একতা যাতে সফল হ'ব নোৱাৰে, তাৰ ব্যৱস্থাবোৰকো বৰ বুধিৰে জীয়াই ৰাখিছে।

নগাসকলৰ তুমুল আক্ৰমণ বিদেশী ৰাষ্ট্ৰৰ আক্ৰমণৰ দৰে (৩০ মে'ৰ দিনা মেৰাপানী অঞ্চলৰ শ্ৰীমতী তেৰুতেকি বোমক হেনো নগাসকলে লৈ গ'ল যায়) হৈছিল।

নগা সশস্ত্র পুলিচে মেচিন গান, ৰকেট লান্সাৰ, মিডিয়াম টাইপৰ মৰ্টাৰ ব্যৱহাৰ কৰিছে বুলি প্ৰকাশ পাইছে। নগা পুলিচ, নগা সীমান্তৰক্ষী আৰু বিদ্ৰোহী নগাই এই আক্ৰমণত ভাগ লৈছে বুলি বহুতে ক'ব খোজে। বহুতো গাঁৱৰ ঘৰ নগাসকলে জ্বলাই দিয়ে। এখন নতুন বাছকে ধৰি কেইবাখনো যান-বাহন ধ্বংস কৰে। বগা পতাকা দেখুওৱাৰ পাচতো নগাসকলে অসম পুলিচলৈ গুলী কৰি থাকে। প্ৰায় পঞ্চাশ হেজাৰ গাঁৱৰ ৰাইজে গাঁও এৰি গোলাঘাট ফৰকাটিং অঞ্চললৈ যায়। সেইবোৰ ঠাইত বিভিন্ন স্কুলঘৰ, নামঘৰ আদিত আশ্ৰয় শিবিৰ পতা হৈছে।" (অসমবাণী, ১৪ জুন)

সপোন আছিল, অসমৰ নতুন পুৰুষ আৰু বাকী ছয় ভনীৰ নতুন পুৰুষৰ মাজত মিলাপ্ৰীতি হ'ব। সপোন আছিল, তেওঁলোকৰ আলিঙ্গন হ'ব। সপোন আছিল, সাতভনীৰ ইমান দিনে গোট খাই থকা আৰ্থ-সামাজিক নোপোৱাৰ বেদনাবোৰৰ বাবে একেলগে সংগ্ৰাম কৰিব। সপোন আছিল, ইজনে-সিজনৰ স্বকীয় ভাষা-সংস্কৃতিক সমভাৱে সন্মান কৰিবলৈ শিকিব। কিন্তু ই কি? নগা ছাত্ৰসকলেই দেখোন নাগালেণ্ডত চাকৰি কৰি থকা (শোষণ কৰি থকা নহয়) অসমীয়া ভাষা কোৱা মুষ্টিমেয় মানুহখিনিক ৰাতাৰাতিয়েই ওলাই যাবলৈ কয়! এনে ব্যৱহাৰৰ পাচত সেইবোৰত কোন অশুভ শক্তিৰ হাত আছে? তাৰ বাবে অসমীয়া মানুহ সতৰ্ক থাকিব লাগিব। আজি চাৰিওফালে সন্ত্ৰাসবাদ চলিছে দেশত। সন্ত্ৰাস— আকাশত, সন্ত্ৰাস ৰে'লত, সন্ত্ৰাস ৰাজনীতিত — সন্ত্ৰাস বতাহত, সন্ত্ৰাস মন্দিৰত, সন্ত্ৰাস মছজিদত, সন্ত্ৰাস গুৰুদ্বাৰত, সন্ত্ৰাস গীৰ্জ্জাঘৰত, সন্ত্ৰাস ৰাজধানীত, সন্ত্ৰাস পুলিচৰ মাজতো! এই ভীষণ কালত যেন অসমৰ অসমীয়াৰ মাজত প্ৰতিশোধমূলক নগাবিৰোধী বা নাগালেণ্ডবিৰোধী কোনো কাৰ্য্য-কলাপ ভুলতো নহয়। একে দলৰ এয়া জমিৰ-শইকীয়াৰ চৰকাৰৰ কাজিয়া। দুই ম'হৰ যুঁজত সীমাৰ সাধাৰণ দুখীয়া মানুহখিনিৰ মৰণ হৈছে। দুখন ৰাজ্যৰ ৰাইজৰ মাজত থকা সাতামপুৰুষীয়া ঐতিহাসিক মৰমত যেন চেকা নপৰে। অসমত অসমীয়া ৰাইজক বিপদত পেলাবলৈ অসম-নাগালেণ্ড একতাৰ শত্ৰু, সমাজবিৰোধীয়েও কোনো প্ৰতিশোধমূলক কাম কৰিব যাতে নোৱাৰে, তাৰ বাবে অসমীয়া ভাষা কোৱা ৰাইজ সতৰ্ক থাকিব লাগিব। শুনা গৈছে, নাগালেণ্ডক তাহানি আহোম ৰজাৰ দিনৰ সীমাখিনি লাগে। এতিয়া হিতেশ্বৰ শইকীয়াৰ ভুল জমিৰে ধৰে। জমিৰৰ ভুল শইকীয়াই ধৰে। শইকীয়াৰ বিৰুদ্ধে জমিৰে হোৱাইট পেপাৰ উলিয়াব। দিল্লীয়ে নাকত ৰুমাল লোৱা বৰ বৰ মানুহসৱ মাজে মাজে পঠায় মানুহ মৰাৰ পাচত। সেই ৰুমালৰ তলত সিহঁতৰ আনন্দৰ হাঁহিও থাকে! সিহঁতে বৰ ভাল পায় — যেতিয়া ডালিমীয়ে গদাধৰক ধৰি দিন দুপৰতে কিলায়! এইবোৰ দুয়ো চৰকাৰে শীঘ্ৰে বন্ধ কৰক — এয়ে আমাৰ দাবী।

*(প্ৰতিধ্বনি: ২য় বছৰ: ৪ৰ্থ সংখ্যা: ১৯৮৫)*



# চুক্তিৰ পাচতেই মুক্তিনে?

## এই চুক্তিয়েই সংগ্ৰামৰ শেষ নহয়

১৯৮৫ৰ অসমত
আকৌ শাৰদীয় আকাশ ...
আকৌ এটুকুৰা আলসুৱা
মেঘ ভাহি যায় ...
আকৌ বনহংসই সেই আকাশত
আৱেগতে বাট হেৰুৱায় ...
আকৌ কোনো মহানগৰীৰ
বিৰহী যক্ষই কাৰোবাৰ বাবে
খিৰিকীমুখত বাট চায় ...

যোৱা ছটা বছৰে অসমী আয়ে দেখি আহিছে, আবাল-বৃদ্ধ-বনিতাৰ গানি নিছিগা সমদল, জীয়াই থকাৰ সংগ্ৰামৰ শ্লোগানৰ প্ৰতিধ্বনি আকাশে-বতাহে — লক্ষ লক্ষ যুৱক-যুৱতীৰ সাহসী পদক্ষেপ — পৃথিৱী কঁপোৱা বিধৰ -- হেজাৰ হেজাৰ শ্বহীদৰ বুকুৰ শোণিতৰ নৈ —

১৫ আগষ্ট, ১৯৮৫ চনৰ ৰাতিপুৱা লালকিল্লাত দেশৰ সবাতোকৈ 'শক্তিশালী' ৰাজনৈতিক দলটোৰ কৰ্ত্তাজনে পৃথিৱীক ক'বলগীয়া হ'ল — অসমত সমস্যা আছিল। আছে — তাকে শুধৰাব লাগিব। এই মহাসংগ্ৰামৰ যুক্তি আছে। গতিকে, চুক্তি হ'বই লাগিব। চুক্তি হ'ল ।

চুক্তিখন পৃথিৱীৰ অধিকভাগেই ইতিবাচকভাৱে সাদৰিলে। ক'লে : এই মুহূৰ্ত্তত এৰা-ধৰাকৈ ইয়াতকৈ উত্তম চুক্তি আৰু কি হ'ব পাৰে? কোনোৱে ক'লে : লাখ লাখ সংখ্যালঘুক এই চুক্তিয়ে গৃহহাৰা, ভোটহাৰা কৰি অসমৰপৰা খেদি ওচৰৰ প্ৰদেশ কেইখনত সুমুৱাবহি — নানা মুনিৰ নানা মত, আপোন আপোন স্বাৰ্থেৰে ইতিবাচক-নেতিবাচক কত বিভিন্ন ব্যাখ্যা— কত বিভিন্ন গালি-গালাজ —।

ই ধ্ৰুৱ সত্য — যে এই চুক্তিত দুয়ো পক্ষই কিছু এৰিছে, কিছু ধৰিছে । দিল্লীয়ে যোৱা দুকুৰি আঠ বছৰে অসমক যে অৱহেলা কৰি আহিছে — এটা বিশেষ ৰাজনৈতিক দলে যে অসমক আৰ্থিক, সামাজিক, সাংস্কৃতিক সকলো দিশৰপৰা লথিয়াই আহিছে, চৰিয়াই আহিছে — ঘৰতে পৰ কৰি আহিছে — অন্যায় কৰি আহিছে — 'ৰাষ্ট্ৰৰ সংবিধানবিৰোধী' বুলি অসমৰ সংগ্ৰামীক টঙনিয়াই আহিছে — নিৰ্লজ্জভাৱে, এইবোৰ বুজিও নুবুজা বুলি চিঞৰি আহিছে — চিঞৰাই আহিছে, — ব্লকভোটৰ বাবে অমানৱীয় ৰাজনৈতিক ক্ষমতা গ্ৰাস কৰি আহিছে — এই সকলোবোৰ কথা প্ৰথমবাৰৰ বাবে সৈ কাঢ়ি সাংবিধানিক- ভাৱে কাকত এখনত চহী কৰি দিব লগীয়া হৈছে। ইয়াত কাৰ হাৰ হ'ল, কাৰ জিৎ হ'ল — নে হাৰ-জিতলৈ মন নকৰি সামুহিক বাতাৱৰণ উন্নততৰ কৰা হ'ল — অবৈধ কোনখিনি... বৈধকো — সঁচাকৈয়ে ১৯৬৬ — ১৯৭১-ৰ অবৈধ অনুপ্ৰৱেশকাৰীসকলক ধৰা পেলাব পাৰিব নে নোৱাৰে-- ১৯৭১-ৰ পিচত অহাখিনিক, য'ৰপৰা আহিছিল, তালৈ ডিঙিত ধৰি উলিয়াব লাগিব নেকি — দিল্লীয়ে এক্সপেল্ আৰু ডিপোৰ্টেশ্বনৰ পাৰ্থক্য কি বুলি ভাবিছে — যিহেতু, এই চুক্তিখনত মানি লোৱা সকলোখিনি কথা কেতিয়াবাই মানি ল'ব লাগিছিল। এইবোৰ ধূৰ্ত্ত ৰাজনীতিজ্ঞ, ব্যৱসায়ী ভোট কিনা দলবোৰে চিৰদিন নিজ স্বাৰ্থত ব্যাখ্যা কৰি আহিছে, কৰিও যাব — আৱশ্যক হ'লে, ১৯৯০ মানত পুনৰ আন্দোলন কৰিব লাগিব নেকি, আদি প্ৰশ্ন উঠিয়েই থাকিব। থাকক ঃ সমাজৰ অগ্ৰগতি হয় কেতিয়া? যেতিয়া ঘাত-প্ৰতিঘাতৰ মাজেৰে প্ৰগতি আহে — দৈনন্দিন কৰ্ত্তব্য আৰু অধিকাৰৰ চিন্তাৰ (সকলো বৈধ নাগৰিকৰে) ভাৰসাম্য আহে।

ইমান দিন অসমত 'সমস্যা' একো নাই — অবৈধ অনুপ্ৰৱেশকাৰী এজনো নাই, অসমীয়া জাতিটো ডায়িং জাতি, মুমুৰ্ষু জাতি, ইয়াৰ তিল্ তিল্ মৰণ স্বাভাৱিক, এইসোপা চ'ভিনিষ্টিক্ বাৰেবাংকৰা অসমবিৰোধী ইণ্টেলেকচুৱেল্ এতিয়া মনে মনে আছে — 'লায়িং লো' — এতিয়া ইহঁতে পাঙিছে পুনৰ কেনেকৈ অসমত বৈধ অসমবাসীৰ (তেওঁলোক ভাল ভাৰতবাসীও) মাজত সংঘাত আনিব পাৰে। সিহঁতে ভাল কাম নিজেও একো নকৰে — আনকো কৰিবলৈ নিদিয়ে।

এতিয়া চুক্তি চহী হ'ল যেতিয়া, এতিয়া নাকত তেল দি শুই লওঁ আহাঁ কিছু পৰ বুলিলে সৰ্বনাশ হ'ব। এই চুক্তিখনক গণতান্ত্ৰিকভাৱে কামত ৰূপায়িত কৰিব লাগিব। বৈধ সংখ্যালঘুসকল, জনজাতীয় গোষ্ঠীসকল, চাহ-বাগিচাৰ মজদুৰসকলৰ স্বকীয়তাক সন্মান কৰি জাতি-ধৰ্ম্ম-গোষ্ঠী- নিৰপেক্ষ সকলো অসমবাসীক (অকল অসমীয়া মাতৃভাষা কোৱা মানুহখিনি নহয়) পুনৰ বুজাই একেখন আসনতে বহুৱাব লাগিব। বহি দুকুৰি বছৰ বয়সৰ তলৰ নতুন পুৰুষে 'আলচ কৰিব লাগিব। এই চুক্তিৰ পাচত কোনো মতলবি পলিটিকেল 'চায়েণ্টিষ্টে' ক্লক্‌কেইটাক অন্ততঃ ' ষ্টিচিঞ্চনিষ্ট'

বুলি প্ৰমাণ কৰিব নোৱাৰিব। কাৰণ, দাবীখিনিৰ বৈধতা এই চুক্তিখনে সাংবিধানিকভাৱে মানি ল'লেই প্ৰথমবাৰৰ বাবে। অশোক সেন অকল বঙালীয়ে নহয়, ভাৰতৰ আইনমন্ত্ৰীও, তেওঁ বিশ্লেষণ কৰি চুক্তিখনত সুযুক্তি পোৱাটো, অন্ততঃ চৰকাৰী (অসম-বঙ্গত) ইণ্টেলেকচুৱেল- কেইজনে (বৈধতাৰ বিষয়ে সন্দেহ কৰিলেও) মিছা ষ্টেটিষ্টিক্‌ছ জোকাৰি টিঘিল্‌ঘিলাব নোৱাৰিব। বাস্তৱত ভোট লোৱা কৰ্মপদ্ধতিক বা নৈতিকতাক কোনো মিছা যুক্তিৰে পৰাজিত কৰিব নোৱাৰিব। বাস্তৱ আৰু সত্যৰ শক্তি অসীম।

এতিয়া কৰ্ত্তব্য কি? 'প্ৰতিধ্বনি' সাংস্কৃতিক আলোচনী — ৰাজনৈতিক নহয়। কিন্তু দেশত ৰাজনৈতিক অশান্তি থাকিলে — সাংস্কৃতিক বাতাৱৰণ হৈ উঠে বিষযুক্ত। সাহিত্যিকে তেতিয়া কি লিখোঁ, কি প্ৰকাশোঁ বুলি থতমত খায়, গায়কে কোনখন বিহুত গীত গাওঁ — এই কাষ্ট হিন্দু বিহুতলীত, নে আহোম বিহুতলীত — নে জনজাতীয় বিহুতলীত। বিহুতো জাত বিচাৰ কৰিছিল একতাবিৰোধী অশুভ শক্তিয়ে। আমি কওঁ ঃ হেৰ' অসমবাসীও ৰাজীৱ গান্ধী, জ্যোতি বসু, ষ্টেটছমেন, আনন্দবাজাৰ, বাহাৰুল ইছলাম, টেলিগ্ৰাফ, চাহাবুদ্দিন, অমলেন্দু দাসগুপ্ত, জৈন সিঙৰ দৰেই বৈধ ভাৰতীয়। ভাৰতীয়ত্বৰ মন'পলি অকল তেওঁলোকৰেই নাই। ছোনিয়া গান্ধীকো বৈধভাৱে, বৈবাহিক সম্বন্ধেৰে বান্ধি কিছু বছৰৰ পাচতহে ভাৰতীয় নাগৰিক কৰি লোৱা হৈছে। গতিকে, মানবীয়ভাৱে ১৯৬৬ লৈকে অহা ৰিফিউজীসকলক আঁকোৱালি লৈ, তাৰ পাচৰ দহ বছৰ অসম বা ভাৰতত সোমোৱা অবৈধ অনুপ্ৰৱেশকাৰী-খিনিক সকলো অধিকাৰ ৰাখি দহ বছৰ ভোট নিদিয়াকৈ থাকি, তাৰ পাচত বৈধ ভোটাৰ হোৱা কথাটো, ইমান মহাভাৰত অশুদ্ধ কৰা কথা হ'ল নে! ১৯৭০-ৰ পাচত অহাখিনি দেশৰ সংবিধান মতে, ভাৰতৰ যিকোনো ঠাইতে অবৈধ বুলি পৰিগণিত হোৱাটোও স্বাভাৱিক। ইয়াত বঙালী বিদ্বেষ, মুছলমান বিদ্বেষৰ কথা আহে কেনেকৈ? য'তে থাকে, য'ত উশাহ লয়, য'ত জীৱিকা নিৰ্ব্বাহ কৰে, তেনে ঠাইৰ জীৱনধাৰাৰ প্ৰকাশৰ সৈতে 'জীণ' যোৱা কথাটো নিশ্চয় চ'ভিনিজম্ নহয় — ৰেশনেলিজম্। স্বয়ং ৰবীন্দ্ৰনাথ ঠাকুৰে নিজেই কৈ গৈছে, মিলাব লাগে মিলিব লাগে বুলি। মই বঙ্গদেশত ২৫ বছৰে থাকি ভোট দি, যদি বঙালী সংস্কৃতিক সন্মান কৰোঁ — তাৰ ফল হয় দুটা — এটা, মোৰ অসমীয়া ভাষা-সংস্কৃতিক তেওঁলোকে অধিক সন্মান কৰে আৰু মোৰ অসমীয়া সত্তাটোৰ কোনো অপকাৰ নহয়। — সমন্বয়কহে 'জীণ' যোৱা বোলে। ডিণ্ডিত টিপা মাৰি অসমীয়া ক, বড়ো ভাষাত কথা ক, বঙালীত কথা ক বুলি কোৱাব নোৱাৰি। মই এই কথাবোৰেৰে কাকো উপদেশ দিব খোজা নাই, অকল মোৰ সমগ্ৰ জীৱনৰ ক্ষুদ্ৰ অভিজ্ঞতাৰ- পৰাহে কথাটো টিএবি ভাবিছোঁ।

চুক্তিত আৰু এটা কথা আছে। অসমীয়া জাতিটোৰ সাংস্কৃতিক দিশত সকলো

ধৰণৰ ৰক্ষণাবেক্ষণ দিব বুলি কৈছে। ক্ৰজত ইংৰাজীত 'এছামিজ পিপ্‌ল' বুলি আছে। সেইটো 'এছামিজ স্পিকিং পিপ্‌ল' দিলে, ইতিমধ্যে বহুদিন আগতে বাহিৰৰপৰা আহি ন-অসমীয়া হৈ যোৱা বৈধ নাগৰিকক সন্মান কৰা হ'লহেঁতেন। এতিয়াও সেইটো কৰিব লাগে বুলি আমি ভাবোঁ।

বৈধ অসমবাসী নতুন পুৰুষ একেলগে মিলক। একেলগে থাকিবই যেতিয়া, কাজিয়া-পেচাল কৰি কিমান দিন থাকিব? সকলোৰে সামূহিক উন্নতি থকা, শোষণবিহীন আৰ্থ-সামাজিক আঁচনি থকা শক্তি এটা গঢ়ি তোলক। তেতিয়াহে সমন্বয় গজ্‌গজীয়া হ'ব। যদি আঞ্চলিক উন্নয়নৰ বাবে আঞ্চলিক শক্তি এটা হয়, সেইটো ইতিবাচক হ'ব লাগিব — মহাভাৰতৰ মহাঅঙ্গ অসমৰ অসমবাসীৰ (জাতি-ধৰ্ম্ম-গোষ্ঠী নিৰপেক্ষ) বাবে হ'ব লাগিব। তেতিয়াহে ইমান দিনে ঠগি থকা দিল্লীৰ আৰু ৰাজস্থানৰ আৰ্থিক শোষক ঔপনিবেশকাৰীহঁত স্তম্ভিত হ'ব। আৰু শেষত অসমীয়া ডেকাহঁতে শ্ৰমৰ মৰ্য্যাদাৰ তত্ত্বটো বুজি সকলো দিশতে কামত নামি যাব লাগিব। ৰিক্সা চলাওক, বাটত মজদুৰি কৰক, টেক্সী চলাওক, চেলুন খোলক, মাছ বেচক, পাচলি বেচক, পৈতৃক মাটিত থকা নাৰিকল গছৰ এসোপা নাৰিকল নিজেই মূঢ়া এটা লৈ বাছষ্টেণ্ডত বেচক, অসমীয়া সাহিত্যিকে এনে অসমীয়া সাহিত্য সৃষ্টি কৰক — যাতে নোবেল প্ৰাইজ পাব পাৰে, অসমীয়া বৈজ্ঞানিক ওলাওক, যি ড° খোৰানা হ'ব পাৰে। এনে আশোৱাৰী বৰগীত গাওক — যি ভীমসেন যোশীৰ সৈতে সত্ৰীয়া 'আশোৱাৰী' গাব পাৰে, এনে ইণ্ডাষ্ট্ৰী খোলক — যি আৰু দহজনক ভাত দিব পাৰে। এনে ব্যৱহাৰ কৰক — যাতে বৈধ সংখ্যালঘুসকলে ভয়ত আৰ্ত্তনাদ কৰিব নেলাগে।

## আহ্ আহ্ ওলাই আহ্ অ' 'স্বাবলম্বী'ৰ দল

আন্দোলনৰ তীব্ৰ সময়ছোৱাত স্বাভাৱিকতে উদ্ভৱ হোৱা 'স্বাবলম্বী'সকল এতিয়া ক'ত? তেওঁলোক এতিয়া ওলাই আহক। উদাহৰণ কেইটামান দিবৰ মন গৈছে। মানুহৰ ভৰিৰ পৰা জোতা টানি আনি পালিচ কৰা, চানমাৰী বজাৰত মাছ বেচা ডেকাহঁত আকৌ ওলাই আহক। প্ৰায় ১৫ বছৰমান আগতেও দেখিছিলোঁ, গুৱালকুছিত এভাৰ বিলাহীৰ দাম তিনি টকা আছিল। ফাঁচি বজাৰত তাকে বাহিৰৰ মানুহে পাঁচ গুণ দামত (কিলোত) বেচি যায়। অসমীয়া মানুহেই তাকে কিনে। কেঁচা অমিতা সৰুৰেই হওক, ডাঙৰেই হওক গোটে এটকা। গাঁৱৰ পৰা আনে সস্তাত। কিনি আনি দুই-তিনি দামত অসমীয়াৰ ঘৰে ঘৰে বেচি যায়। অসমীয়া নিবনুৱাই সেইবোৰ কৰিব লাগিব। টেক্সীৰ পাৰ্মিট লৈ নিজে চলাই তিনিখন কৰিব লাগিব। বেঙ্কৰ ধাৰখিনি সময়মতে দিয়াৰ চেষ্টা কৰিব লাগিব। অসমীয়া খেতিয়কে এক ইঞ্চি পতিত মাটিও

পেলাই থ'ব নেলাগিব। বছৰত দুটা-তিনিটা 'ফচল' কৰ লাগিব। 'কানীয়া' বিশেষণটো অসমীয়াৰ নামৰ আগৰপৰা নিঃশেষ কৰিব লাগিব।

যিবোৰ সৰু সৰু ইণ্ডাষ্ট্ৰীৰ বাবে অসমত ইনফ্ৰাষ্ট্ৰাক্‌চাৰ আছে, সেইবোৰ অসমীয়া ডেকা-গাভৰুৱে আৰম্ভ কৰিব লাগিব। পুনৰ চিএৰি কওঁ, 'শ্ৰমৰ মৰ্য্যাদা', কথাটো সাৰোগত কৰিব লাগিব। বাহিৰৰ মানুহে যাতে কয়, "অসমত চেলুন এখন খুলিম বুলি ভাবিছিলোঁ। এতিয়া নেযাওঁ। কাৰণ, অসমীয়া ডেকাবোৰে নিজেই বহুত চেলুন খুলি পেলাইছে।" অৰ্থাৎ অসমীয়া ডেকাই অসমত ইমান ব্যৱসায় কৰিব লাগিব, হাতে কামে লাগি যাব লাগিব — যাতে বাহিৰৰপৰা টুপিয়াই থকা মানুহৰ বাবে অসমখন 'আন্‌এট্ৰেক্‌টিভ' হৈ পৰে।

এইখন চুক্তি সংগ্ৰামৰ শেষ নহয়। ই সমস্যাটোৰ যুক্তিসঙ্গত সাংবিধানিক স্বীকৃতি — ইয়াৰ ৰূপায়ণৰ বাবে যিখিনি কাম কৰা হ'ব -- সেয়া হ'ব আচল সংগ্ৰামৰ আৰম্ভণি। লা ৰছফুক'ই কৈছিল ঃ

'Mediocre spirits
Generally condemn
Everything that
Exceeds their
Small stature'

গতিকে, মিডিঅ'কাৰ মস্তিষ্কেৰে নেভাবি উদাৰতাৰে, বিশাল শাৰদীয় আকাশসদৃশ হৈ ভাবি কামত আগুৱাই গ'লে সুফল নিশ্চয় আহিবলৈ বাধ্য হ'ব।

এই শৰততে হওক
এই চিন্তাৰ বিশ্লেষণ
শাৰদীয় সেৱাৰে

*(প্ৰতিধ্বনি ঃ শাৰদীয় সংখ্যা, ১৯৮৫ )*



# অসমৰ নতুন চৰকাৰ

## শিল্পী আৰু কলা-কুশলীৰ আশা

১৯৪৭ চনৰপৰাই মই এখন এনেকুৱা ভাৰতৰ সপোন দেখিছিলোঁ — য'ত প্ৰত্যেক জাতি, উপ-জাতি-গোষ্ঠীৰ এ'থ্‌নিক আৰ্ট (জাতীয় কলা) বিলাক পুনৰ উদ্ধাৰ কৰি, তাক নিকা কৰি, সংগ্ৰহ কৰা আৰু ভৱিষ্যতত সৃষ্টি যিসকলে কৰিব, তেওঁলোকে যাতে এই পৰম্পৰাধাৰা অনুপ্ৰাণিত হয়।

স্ৰষ্টা আৰু দ্ৰষ্টা হৈ শাসন কৰাসকলে সংস্কৃতিকো সমাজৰ এক বিৰাট অঙ্গ হিচাপে ল'ব— সেই বুলি ভাবি থাকি বহুতো আন্দোলনতো নামিছিলোঁ আৰু দিনে-নিশাই হেজাৰ হেজাৰ গীতো লিখি আহিলোঁ। ৰাজসভালৈ আজি ছাত্ৰ সভাসদ আহিছে। তেওঁলোক সকলো জ্যোতিপ্ৰসাদৰ পূজাৰী। গতিকে, মই বৰ আশাবাদী হৈছোঁ যে বৈজ্ঞানিক ধৰণে আমাৰ গোটেই অসমৰ, অসমবাসীৰ কৃষ্টিখিনিৰ পুনৰ উদ্ধাৰ কৰিব, তাৰ ব্যৱস্থা ল'ব আৰু তাৰ সংৰক্ষণৰ ব্যৱস্থা কৰিব, চৰ্চ্চাৰ ব্যৱস্থা কৰিব, শিক্ষাকেন্দ্ৰবিলাক, ইউনিভাৰ্ছিটিবিলাকে সেইবিলাক এটা সমাজ পৰিৱৰ্ত্তনৰ অঙ্গ হিচাপে লৈ তাৰ চৰ্চ্চা আৰম্ভ কৰিব। প্ৰত্যেকেই যাতে নিজৰ নিজৰ roots খিনি বুজি পায়, অতীতৰ বেয়াখিনি বাদ দি ভালখিনি লৈ নতুন সৃষ্টি কৰিব লাগিব মই জানো— যদি চৰকাৰৰ দৃষ্টিভঙ্গীটো ভাল পায়, তেতিয়াহ'লে শিল্পীয়েও স্বাধীনতা পাব আৰু পালে শঙ্কৰদেৱৰ সপোন, আজান ফকীৰৰ সপোন, জ্যোতিপ্ৰসাদৰ সপোন দিঠকত পৰিণত হ'ব। মোৰ উপদেশ দিবলৈ একো নাই। যদি নকৰে — পলম হৈ যাব। অসম চুক্তিৰ প্ৰধান এটা Clause হ'ল যে অসমৰ সংস্কৃতিক পূৰ্ণ স্বাধীনতা দিব, প্ৰস্ফুটিত কৰাত সহায় কৰিব, ৰক্ষণাবেক্ষণ কৰিব। গতিকে, এয়েই সময়! নতুন প্ৰভাত আহিছে অসমৰ, সংস্কৃতিতো নতুন প্ৰভাত আহিছে। অকল চৰকাৰৰ ফালে চাই থাকিলেই নহ'ব। নিজে যদি ভাল এটা গীত নিলিখোঁ, ভাল এখন নাটক নিলিখোঁ, বেয়া নাটকতো অল ইণ্ডিয়া প্ৰাইজ আনি দিব লাগিব, সেইটো নহয়। আমি

নোবেল প্ৰাইজ পোৱা কবিতা লিখিব লাগিব, সাহিত্যিকে নতুন অসমৰ জীৱন প্ৰতিফলিত কৰা সাহিত্যৰ সৃষ্টি কৰিব লাগিব, ছবি কৰোঁতাই উদ্দেশ্যধৰ্মী সুন্দৰ ছবি কৰিব লাগিব। ভাল গীত লিখিব লাগিব, ভাল সুৰ দিব লাগিব, ভাল অভিনয় কৰিব লাগিব, ভাল নাচ নাচিব লাগিব, আমি পাৰফৰ্মিং আৰ্টিষ্ট উলিয়াব লাগিব। ইয়াত ৰাইজৰ কৰ্ত্তব্য আছে, শিল্পীসকলৰো আছে।

সেয়ে গীতেৰেও কওঁ —

জয় জয় অসমৰ নতুন পুৰুষ
জয় জয় শ্বহীদ বাহিনী
পঁচাশীত লিখিলা ত্যাগেৰে তোমাৰ
মুক্তিৰ কাহিনী।

মহাভাৰতৰ মহা-অঙ্গ
অসমী আয়ে আমাৰ
কত সন্তানৰ শোণিত ঢালিলে
নোপোৱাঁ তুলনা তুমি তাৰ।

বহ্নিমান এই ব্ৰহ্মপুত্ৰৰ
নদ-উপনদী পাহাৰ-ভৈয়ামৰ মচিলা চকুপানী
পঁচাশীত লিখিলা সাহেৰে তোমাৰ
মুক্তিৰ কাহিনী।

জাতি ধৰ্ম্ম ভাষা নিৰ্ব্বিশেষে
বৈধ যত নাগৰিক
শোষণবিহীন হে মহামন্ত্ৰ ৰচা
আঁচনি আৰ্থ-সামাজিক।

আজি জনগণে একতাৰে পাতে পৰিষদ
ৰাজসভাত বিৰাজিলে ছাত্ৰ সভাসদ
উচ্চাৰি উদাৰ বাণী
*পঁচাশীত লিখিলা ত্যাগেৰে তোমাৰ*
*মুক্তিৰ কাহিনী।*

সঙ্কীৰ্ণতাৰ বিপৰীতে
জীৱন বুৰঞ্জী পঢ়াঁ
শঙ্কৰ আজান জ্যোতি বিষ্ণুৰ
সপোন দিঠক কৰাঁ।

শতিকা একবিংশ আহে
প্ৰগতিৰ নাও চলোৱাঁ
কৰ্ম্মকে ধৰ্ম্ম বুলি মানি
লুইতৰ পাৰ উজলোৱাঁ।
অসমী আইক মোৰ সজাই তোলাঁ
কৰি শান্তি সমন্বয়া ৰাণী

পঁচাশীত লিখিলাঁ ত্যাগেৰে তোমাৰ
মুক্তিৰ কাহিনী।
জয় জয় অসমৰ নতুন পুৰুষ
জয় জয় শহীদ বাহিনী
পঁচাশীত লিখিলা তেজেৰে তোমাৰ
মুক্তিৰ কাহিনী।

## নতুন পুৰুষ সফল হ'বই

বিশ্বৰ ইতিহাসত অসমৰ পঁচাশীৰ নতুন পুৰুষ অতুলনীয় হৈ ৰ'ল। ছাত্ৰ আন্দোলনে যুগে যুগে সমাজ পৰিবৰ্ত্তন কৰাৰ আৰ্হি জগতত আছে। কিন্তু ছাত্ৰই সমাজ পৰিবৰ্ত্তন কৰিবলৈ গণতান্ত্ৰিকভাৱে চৰকাৰ গঠন কৰাৰ নিদৰ্শন পৃথিবীৰ যুৱ আন্দোলনত নাই।

গণ পৰিষদ চৰকাৰৰ শাসনৰ 'অভিজ্ঞতাহীনতা'ত সন্দেহ কৰি, কৰা প্ৰশ্নৰ উত্তৰত অনেক প্ৰিজাইডিং অফিচাৰৰ বিবৃতিৰ উদ্ধৃতি দি আমেৰিকাৰ News Week কাগজে প্ৰকাশ কৰিছে এইবুলি :

"যদি এজন টেষ্ট পাইলটে এখন দেশ চলাব পাৰে, তেন্তে আমাৰ অসমৰ ডেকা-গাভৰুৱে এখন ৰাজ্য কিয় চলাব নোৱাৰিব। আমাৰ ল'ৰাইত অন্ততঃ অধিক শিক্ষিত।"

আমিও তাকে কামনা কৰোঁ আৰু জানো তেওঁলোক সফল হ'বই।

(অৱকাশ : জানুৱাৰী, ১৯৮৬)



# তথাপি শৰৎ আহে

'এই দেশৰ মাটি
আমাৰ মাটিৰ দৰে নহয়...
এই দেশৰ আকাশ
আমাৰ আকাশৰ দৰে নহয়...
ইয়াত বিনা মেঘে বৰষুণ সৰে...
এই দেশ, আমাৰ পৃথিৱীৰ পৰিধিৰ বাহিৰৰ...
এই দেশ, আমাৰ চৌদিশে থকা
দিগ্‌বলয়ৰ সিপাৰৰ...
ফাৰ্চি ভাষাৰ বৰ্ণমালাৰপৰা
আঁতৰি থকা 'আলেফ্' বৰ্ণটোৰ
দৰে এই দেশ'

কোনে কৈছিল এইদৰে? মোগলৰ সেনাপতি মিৰজুমলাৰ সৈতে অহা হেৰাটৰ মোল্লা দাৰবিশ্বই এই অভিমত প্ৰকাশ কৰিছিল। 'এই দেশ' মানে কোন দেশ? আমাৰ অসম দেশ!

সেই অসম দেশলৈ বছৰে শৰৎ আহে। এইবাৰো আহিছে। মহাপুৰুষীয়া অসমত, দুৰ্গাদেৱীৰ পূজাত বঙ্গদেশৰ দৰে, হুলস্থুল আগতে নহৈছিল। সময়ৰ সৈতে পিচে এই পূজাৰ জাকজমকত দেখোন বাঢ়িছে। ব্যৱসায়ীসকলে পূজাৰ বজাৰৰ উত্তাপেৰে, জনসাধাৰণক মুহিছে। কিছু দিন আগতে অসমত বিহে বানপানী হ'ল— এনে লাগিল যেন অসমৰ আৰ্থিক ৰাজহাড় ভাঙি থৈ গ'ল। যোৱা চাৰিটা দশকত দিল্লীৰ শাসকসকলে ব্ৰহ্মপুত্ৰক শাসন কৰাৰ কথা নেতাৰি অকল দলীয় ৰাজনীতি কৰিলে। এতিয়া অসমৰ ন-পুৰুষে যেতিয়া শাসন কৰিবলৈ ল'লে, তেওঁলোকৰ ভাগ্যত পৰিল এখন বাম লুইত। বছৰে বাম হৈ হৈ এতিয়া গুৱাহাটী মহানগৰীৰ ভৰলুমুখ, শান্তিপুৰতো ছফুট পানীৰপৰা উদ্ধাৰ পাবলৈ সৈন্যবাহিনীৰ সহায় ল'ব লগাত পৰিছে। সোণতৰখন জিলাৰ মানুহ গভীৰ পানীত কৰুৱকাৰ লগাত পৰিছে। দীৰ্ঘম্যাদী পৰিকল্পনা

নল'লে বছৰে বছৰে নৈবোৰ আৰু বাম হৈ হৈ গৈ থাকিব। বাৰিষা দুয়োপাৰে বান আৰু অধিক দৌৰাত্ম্যৰে উপচি পৰিব। পথাৰ বুৰিব, গৰু-ম'হ উটি যাব, কেঁচুবাৰ মৰাশ লৈ মাকে হিয়া ধাকুৰিব লাগিব।

তথাপি শৰৎ আহে। শৰতৰ সৈতে শুকুলা মেঘ আহে। ক'ৰবাত ক'ৰবাত কঁহুৱা বনো ফুলে। কোনো কোনো আকাশত বনৰীয়া হাঁহো উৰা দেখা যায় মুকলি মনেৰে। শৰতত শক্তিৰ পূজা-সেৱা হয়। শক্তিৰূপিণী দুৰ্গা মহিষাসুৰমৰ্দ্দিনী হয়। লগে লগে কেন্দ্ৰীয় চৰকাৰৰ অসুৰত্ব বঢ়াৰো প্ৰকাশ দেখা যায়। মানহানিৰ বিল পাছ কৰোৱাৰ প্ৰচেষ্টা চলে। ইমাৰ্জেন্সী ননাকৈয়ে ইমাৰ্জেন্সীসুলভ ব্যৱস্থা লৈ ৰাইজৰ অৰ্থাৎ সংবাদপত্ৰৰ গণতান্ত্ৰিক স্বাধীনতাকণকো কাঢ়ি লোৱাৰ ব্যৱস্থাৰ ৰিহাৰ্ছেল চলে!

তথাপি শৰৎ আহিছে যেতিয়া এই পূজাৰপৰা আমাৰ ৰাইজে অসমত থকা আসুৰিক শক্তিসমূহৰ সৈতে সংগ্ৰাম কৰি জয়লাভ কৰাৰ উপাদানখিনি গোটাই মনটোক দৃঢ় কৰাৰ চেষ্টাতহে থাকিব লাগে বুলি আমি নম্ৰভাৱে ভাবিছোঁহঁক। আৰু আমাৰ অসমক বৰ্ত্তমানে শাসন কৰা নতুন শক্তিক যিখিনি কথা আমাৰ ক'বলৈ মন গৈছে, সেই কথা মোৰ এটি নতুন গীতত সন্নিবিষ্ট কৰা হৈছে। গীতটো এয়া ঃ

জীৱন সিন্ধু বহু বিন্দুৰে হয়
যদি কৰ্ম্মেৰে হয় বিন্দু পূৰ্ণ
অলস চিন্তা অগভীৰ আঁচনিয়ে
জয়ৰ বাসনা কৰে চূৰ্ণ।।

অসমবাসী এমুঠি মানুহ
তাতে যদি হয় নানান প্ৰভেদ
সামূহিক মঙ্গল হয় মৰিমুৰ
উমি উমি জ্বলে যদি ক্ৰোধ আৰু ভেদ
শান্তিৰে সকলোৱে কৰা আলচ
বিত্ত মনক কৰা পূৰ্ণ।।
সমাজক এৰি কোনো 'বাদ' নহয়
সমাজবাদ আজিৰ লক্ষ্য
সমাজবোধহীন ব্যক্তিৰ বাবে
পৰিধি মাথোঁ হয় নিজ কক্ষ
স্বাৰ্থপৰ যান্ত্ৰিক দৃষ্টিয়ে
শাসনক কৰে সঙ্কীৰ্ণ।।
মহাভাৰতৰ মহা অঙ্গ অসম

সবাৰে অবহেলা নেওচিব লাগে
লুভীয়া নব-উপনিবেশবাদীৰ
শোষণৰ বিপৰীতে হেজাৰে জাগে
শোষিতে সাহসৰ মন্ত্ৰেৰে কৰে
শোষকৰ বক্ষ বিদীৰ্ণ।।
জীৱন সিন্ধু বহু বিন্দুৰে হয়, যদি কৰ্ম্মেৰে হয় বিন্দু পূৰ্ণ
অলস চিন্তা আৰু অগভীৰ আঁচনিৰে নহয়।

*(প্ৰতিধ্বনি : শাৰদীয় সংখ্যা, ১৯৮৮)*



# অন্তৰ্ভেদী মৌ বোৱাম

অসমকেশৰী অম্বিকাগিৰীৰ অনুপ্ৰেৰণাত আৰম্ভ হোৱা 'আমাৰ দেশ' নামৰ কাকতখনে মোক লিখিবলৈ কৈছে। সেয়ে, এই অনুৰোধ পাই মই বৰ আনন্দিত। মই নিয়মীয়াভাবে 'আমাৰ দেশ'ত নিশ্চয় লিখিম। মোৰ শিতানৰ মই নামকৰণ কৰিব খুজিছোঁ—'মোৰ দেশ ঃ মোৰ মনৰ কথা'।

আজিৰ অসমৰ, মোৰ দেশৰ এক মূল সমস্যা হৈছে, জনজাতীয়সকলৰ সমস্যা। আজি এই বিষয়ে মই কিছু কথা লিখিব খুজিছোঁ। মই ৰাজনীতিবিদ নহওঁ— কিন্তু ৰাজনীতি-বিজ্ঞানৰ ছাত্ৰ হিচাপে কিছু কথা নিশ্চয় বুজোঁ। মই কোনো দলৰ লোকো নহওঁ। মই চিন্তাজগতৰ মানুহ। চিন্তাজগতত সদায় সঁকীয়াই আহিছোঁ — নতুন পুৰুষ যেতিয়া এলেহুৱা হয়, তেতিয়া তেওঁলোক পুৰণি পুৰুষ হয়। মই সাংস্কৃতিক বনুৱা। ১৯৬৮ চনতে কৈছিলোঁ— 'আমি অসমীয়া নহওঁ দুখীয়া' বুলি— কৈছিলোঁ যে 'নানা জাতি -উপজাতিৰ ৰহণীয়া কৃষ্টি' লৈ এইখন অসম হৈছে। সেই অনেক সত্তাক আমি বুজিব লাগিব— অৰ্থাৎ অনেক সত্তা আছে একোজন ভাৰতীয়ৰ— তুমি বড়ো-অসমীয়া, নে প্ৰথমে বড়ো, তাৰ পাচত অসমীয়া, নে বড়ো ভাৰতীয়, নে অসমীয়া ভাৰতীয়— এনেকুৱা তৰপে তৰপে মানুহৰ বহুতো সত্তা আছে। এইবিলাক মানি লোৱা নাই কাৰণেই যোৱা চল্লিশ বছৰে বিভিন্ন জনগোষ্ঠীবোৰে খণ্ডত মূৰ দাঙি উঠিছে। মই ১৯৩৯ চনতে — যেতিয়া মই একো নাজানিছিলোঁ — তেতিয়াই মই প্ৰথম গানত লিখিছিলোঁ— "বড়ো কোচ চুতীয়া কছাৰী আহোমৰ/ হিন্দু-মুছলিম শিখ খ্ৰীষ্টানৰ / অন্তৰ্ভেদী মৌ বৌৱাম"। এতিয়া যদি অন্তৰ্ভেদী চল্লিশ বছৰে কংগ্ৰেছ চৰকাৰে মৌ বৌওৱা নাই, তেতিয়া ভুল বুজাবুজি হ'বই। আজিৰ মূল সমস্যাটো হ'ল— ভুল বুজাবুজি হৈছে আৰু ইজনে-সিজনক বিশ্বাস নকৰা হৈছে। তাতে অশুভ শক্তিয়ে এই জনগোষ্ঠীবোৰৰ কোনো কোনোক বিভেদগামী কৰি তুলিছে। চল্লিশ বছৰৰ আবৰ্জনা কোনেও একেকোবে আঁতৰ কৰিব নোৱাৰে।

অসম গণ পৰিষদ শাসনলৈ অহাৰ পাচতেই বড়ো, কাৰ্বি, মিছিংসকলৰ লগত কথা পাতিব লাগিছিল। শুনা কথা মই, যে যিসকল ল'ৰা 'আছু'ৰ সৈতে আছিল— ব্ৰহ্ম বা বসুমতাৰী— মই নাম উল্লেখ নকৰোঁ— সকলোবোৰ একেলগে আছিল। শাসনভাৰ

লোৱা ডেকাসকলে কথা পাতিব লাগিছিল যে দোষ হয়তো কৰিছোঁ; কিন্তু আমাৰ বাপ-দাদাসকলেহে কৰিছে। তেওঁলোকেও ক'ব— " অ' আমাৰ অমুকৰ নেতৃত্বতহে চলিছিলোঁ।" তেতিয়া দুয়ো পক্ষই ক'ব লাগিছিল— "আমাৰ বাপ-দাদাসকলে যি কৰিলে, তাৰ কাৰণে আমাৰ এই প্ৰজন্মৰ কি দোষ?" ৰাছিয়াত সংখ্যালঘুৰ সমস্যাটো আটাইতকৈ ভালভাৱে সমাধান কৰা হৈছে। সমাজবিজ্ঞান $H_2O$-ৰ দৰে নহয়। সমাজবিজ্ঞানত বিশ বছৰৰ পাচতহে সমাধানটো ওলায়। আমি ১৯৪৭ চনত কৰা ভুলটো উক দিছিলে ১৯৬০ চনৰ ভাষা আন্দোলনত। তাৰ পাচত ঠিক লাগি লাগি— আকৌ গোলমাল আহি পৰিল ১৯৭২ চনত। সেয়েহে, অগপৰ ডেকা ল'ৰাইতে আন্দোলনত সহায় কৰা জনজাতীয় ছাত্ৰখিনিৰ লগত ৰাজনৈতিকভাৱে কথা পাতিব লাগিছিল। যি জয়ন্ত ৰংপীয়ে আমাক মাতি নি সাহিত্য সভা পাতি দিছিলে— য'ত হিতেশ্বৰ শইকীয়াই এক পইচাও দিয়া নাছিলে, সেই ল'ৰাটোৰে পাচত খং কিয় উঠিল? কিবা এটা ভুল বুজাবুজি হ'ল। কাকো দোষ দিয়াৰ কথা কোৱা নাই। এতিয়া সমাধানৰ এটাই উপায়— কঁহিয়াব লাগিব। সকলোকে মাতক। ৰাজীব গান্ধীয়ে মাতে, নে প্ৰফুল্ল মহন্তই মাতে নাজানো। কিন্তু আলোচনা হ'ব লাগে।

মই আগতে কৈছোঁ— অসম এখন বিচিত্ৰ ঠাই। ইয়াত সাংস্কৃতিক পৰিচয় কেইবাটাও আছে। সেইটো মানি ল'ব লাগিব। তাক সংস্কাৰ কৰিব লাগিব। প্ৰশাসনীয় সংস্কাৰ এটাৰ দৰকাৰ হৈছে। মই কোৱা নাই যে ৰাজ্য এখন হ'ব লাগে। ৰাজ্য এখন হ'লেই যে সংস্কৃতি থাকিব, তাৰ কোনো নিশ্চয়তা নাই। ইতিহাসে নকয় সেইবুলি যে নিজৰ সংস্কৃতিটো বচাবলৈ চাৰিওফালে বেৰা এখন দি ল'ব লাগিব— এজন চকীদাৰ ৰাখিব লাগিব, সেইটো নহয়। কোনো প্ৰশাসনীয় প্ৰভাৱ নপৰাকৈয়ে সংস্কৃতিৰ ৰূপান্তৰ হৈয়েই আহিছে। সেইটো বৈজ্ঞানিক ধাৰাত আহিয়েই যায়। কিন্তু কেতিয়াবা কেতিয়াবা সেই বৈজ্ঞানিক ধাৰাটোত পানী দিব লাগে। প্ৰশাসনে তেতিয়া সহায় কৰিব পাৰে— এই ধাৰাটোত পানী দিবলৈ। অসমত শ শ বছৰ থকা সকলোৱে অসমীয়া ভাষাটোক সংযোগী ৰূপে শিকিব লাগে। যিসকলৰ মাতৃভাষা তেওঁলোকে মাতৃভাষা হিচাপে লৈছে— ল'বই। কিন্তু যাৰ নহয়, তেওঁৰ ধাতৃভাষাতো হ'ব পাৰে। ব্যৱহাৰিক নীতিত যিটো ভাষা লাগে, সেইটো ৰাজ্য ভাষা হ'ব লাগে। আৰু সেইটো ঠিক হৈ গ'ল। কিন্তু ভাষাৰ কাৰণেতো এইবোৰ হত্যালীলা হোৱা নাই — প্ৰশাসন লাগে।— এই হত্যালীলা দেখি মই চিন্তিত। বৰ দুখিতঃ। আনে কথা ওলাইছে RAW ইয়াত জড়িত হৈ পৰিছে। কেন্দ্ৰীয় চৰকাৰে এই কথা মিছা বুলি কৈছে। কিন্তু যদি সঁচাকৈয়ে, RAW জড়িত থকা কথাটো সঁচা হয়, তেন্তে প্ৰধান মন্ত্ৰী ইয়াৰ বাবে সম্পূৰ্ণ দায়ী হ'ব। যদি RAW জড়িত, তেন্তে এইটো সাংঘাতিক কথা হৈছে। গণতন্ত্ৰত তেনেকৈ RAW-ই সিদ্ধি খাপি খাপি এটা দলৰ বাবে কাম কৰা— এইটো জঘন্য কথা হৈছে। এইটোৰে কংগ্ৰেছক ভোট নিদিয়ে— এইটো কংগ্ৰেছৰ লোকসকলে জনা উচিত। RAW-ৰ হতুৱাই উচটাই দি অশান্তিৰ সৃষ্টি কৰি, ৰাষ্ট্ৰপতিৰ শাসন দি, আপি

দিয়া এটা নিৰ্ব্বাচন পাতিলে সকলো মানুহেই যে তেওঁলোকক ভোট দিব সেইটো, ভুল গণনা। বিপদৰ সময়ত যিসকলে সহায় কৰে, সেইসকলকহে ভোট দিয়ে মানুহে— বিপদ পাৰ হোৱাৰ পিচত।

কোনো কোনোৱে কৈছে যে আজি 'আবছু'ৰ একাংশ লোকে যি হিংসাত্মক কাৰ্য্যৰ আশ্ৰয় লৈছে, তাৰ কাৰণ বি. টি. চি. এ.। তেওঁলোকে আজি দুই দশক ধৰি দাবী কৰি আহিছে উদয়াচল লাগে আৰু সেইটো নোহোৱাৰ কাৰণে আবছুৰ এচামে হিংসা বিচাৰিছে। এই কথাটো আংশিকভাৱে হ'ব পাৰে। ইন্ধন যোগাব পাৰে। যদি বি. টি. চি এ. নাথাকিলহেঁতেন, উদয়াচল নিবিচাৰিলেহেঁতেন, তথাপিও হয়তো বড়োলেণ্ড বিচাৰিলেহেঁতেন। এইটোও হ'ব পাৰে। আজিৰ বড়োলেণ্ড বিচৰাটোৰ সম্পূৰ্ণ কাৰণ হ'ব নোৱাৰে, বি. টি. চি. এ. উদায়চল বিচৰাটো। তেনেদৰে হিংসাত্মক কাৰ্য্যৰো কাৰণ বি. টি চি. এ. হ'ব নোৱাৰে। মই আগতে কৈছোঁ— মই সাংস্কৃতিক বনুৱা— ৰাজনীতি নেজানো কিন্তু ৰাজনীতিৰ ছাত্ৰ হিচাপে এইটো দেখিছোঁ— গোটেই পৃথিৱীতে কোনো পদ্ধতিয়ে ক'তো স্বৰ্গ গঢ়িব পৰা নাই। — ৰাছিয়াতো পৰা নাই— আমেৰিকাতো পৰা নাই। সমস্যাবোৰৰ সমাধান হ'ব লাগে— তাৰ বাবে আলোচনা হ'ব লাগে। হত্যালীলা চলিব নালাগে। মানুহ মাৰিলে প্ৰতিক্ৰিয়া হ'বই। সকলো ক্ৰিয়াৰ প্ৰতিক্ৰিয়া আছেই। এই ক্ৰিয়া প্ৰতিক্ৰিয়াই সমন্বয়ৰ এনাজৰীডালত আঘাত কৰে। মই আজীৱন সমন্বয়ৰ কাৰণে কাম কৰি আহিছোঁ। সেয়েহে জোৰ দিছোঁ— আলোচনা হ'ব লাগে— এৰা-ধৰা হ'ব লাগে। নহ'লে সাধাৰণ মানুহবোৰ মৰিব। এই লেখা প্ৰকাশ হোৱাৰ সময়ত বড়ো সমস্যাৰ ওপৰত আলোচনা হৈ যাব। তথাপিতো এই সন্ধৰ্ভত মোৰ মনৰ কথা হ'ল— মোৰ দেশত সমন্বয় অটুট থাকক।

*(আমাৰ দেশ : অক্টোবৰ, ১৯৮৯)*



# আজিৰ অসমীয়াই নিজক নিচিনিলে

'ইতিপূৰ্ব্বে জনজাতীয় সমস্যাৰ ওপৰত লিখিছিলোঁ। তাত মই কৈছিলোঁ যে ৰাজ্য এখন হ'লেই যে সংস্কৃতি জীয়াই থাকিব, তাৰ কোনো নিশ্চয়তা নাই। ইতিহাসে নকয় সেইবুলি যে নিজৰ সংস্কৃতিটো বচাবলৈ চাৰিওফালে বেৰা এখন দিব লাগিব— এজন চকীদাৰ ৰাখিব লাগিব— সেইটো নহয়। কোনো প্ৰশাসনীয় প্ৰভাৱ নপৰাকৈ সংস্কৃতিৰ ৰূপান্তৰ হৈয়েই আহিছে। সেইটো বৈজ্ঞানিক ধাৰাত আহিয়েই যায়। প্ৰশাসনে অৱশ্যে সহায় কৰিব পাৰে— এই ধাৰাণাটোত পানী দি দি। কিন্তু প্ৰশাসনৰ এই সহায় নিৰ্ভৰ কৰে প্ৰশাসকৰ মনোবৃত্তিৰ ওপৰত। ৰাইজেও ইয়াত চকু-কাণ দিব লাগে। অসম চুক্তিৰ ছয় নং দফাত— অসমীয়া ভাষা-সংস্কৃতিৰ ৰক্ষণাবেক্ষণ আৰু উন্নয়নৰ কাৰণে চুক্তি কৰা হৈছিল। এইখিনি কৰিবলৈ আমাৰ ল'ৰাহঁতক অসমৰ ৰাইজে পূৰা অধিকাৰ দিছিলে। কিন্তু আমাৰ ল'ৰাকেইটাই কৰিলেনে? গতিকে, এইটো নিৰ্ভৰ কৰে প্ৰশাসকৰ মনোবৃত্তিৰ ওপৰত। এইটো কথা ঠিক যে কোনো এখন 'লেণ্ড' হ'লেই যে কোনোবা সংস্কৃতি বাচি থাকিব, তাৰ কোনো নিশ্চয়তা নাই। যেনেকৈ মেঘালয় থাকিলেই যে খাচী সংস্কৃতি থাকিব, সেয়া নহয়। এতিয়া বহু খাচী ল'ৰাই, নগা ল'ৰাই নিজৰ সংস্কৃতি পাহৰি গৈছে। অলপতে এজন অৱসৰ পোৱা, তাহানিতে শ্বিলঙত কাম কৰা বিষয়াই মোক দুখ কৰি কৈছে যে আজিৰ খাচী ল'ৰাই খাচী নিচুকনী গীত নাজানে। কি জানা বুলি সুধিলে টপৰাই মডাৰ্ন পপ ছং এটা কথা গাই দিব পাৰে। গতিকে, মেঘালয় থাকিলেও খাচী সংস্কৃতি বাচি নাথাকিব পাৰে— যদিহে নিজৰ সংস্কৃতিটো বচাই ৰাখিবলৈ খাচী লোকে চেষ্টা নকৰে।

আজি অসমত অসমৰ সংস্কৃতি বচাই ৰাখিবলৈ অসমৰ লোকেই চেষ্টা কৰিব লাগিব। অসম চুক্তিৰ ছয় নং দফামতে প্ৰশাসনে বহুত সহায় কৰিব পাৰিলেহেঁতেন। কিন্তু কোনেও একো কৰা নাই। নকৰাৰ বাবে কোন দায়ী, তেনে প্ৰশ্নও উঠিছে। মই কিন্তু একো বুজা নাই। কি, কোনে কাৰ্য্যকৰী কৰিব লাগে? অসম চৰকাৰৰ হাতত প্ৰচাৰ বিভাগ, সাংস্কৃতিক সঞ্চালকালয়, জ্যোতি চিত্ৰবন, কথাছবিৰ বিত্তীয় নিগম আছে— ইয়াৰ বাবে গোটেই টকাখিনি আমাৰ চৰকাৰৰ হাতত্তে আছে। এই চৰকাৰটোৱে সন্ধি কৰাৰ পাচৰ দিনবলৰাই কি কৰিব লাগিছিল?

এইখিনি অপ্ৰকাশিত হৈ আছে— প্ৰকাশ কৰাঁ, এখন নতুন অভিধান লাগে— উলিওৱাঁ, সূৰ্য্য ভূঞাৰ বুৰঞ্জীবোৰ এতিয়া ছপা নহয়— সেইবোৰ ছপোৱা, বৰগীতখিনি উদ্ধাৰ কৰাঁ, পাৰ্ব্বতিপ্ৰসাদ বৰুৱাৰ গীতখিনি ধৰি ৰাখাঁ। এইবোৰ কৰাঁ। সংস্কৃতি মানে কি? এইবোৰেইতো সংস্কৃতি। অমুক কঁহাৰে সৰ্থেবাৰীত কাঁহ নেপায়, পিতল নেপায়, দিয়াঁ; শুৱালকুছি, বৰপেটাত আকৌ উজ্জ্বল হৈ উঠক কুটীৰ শিল্প। এইবোৰৰ কাৰণেহে ৬ নং দফাটো লিখা হৈছিল। ক'তা? কি কৰিলে? কোনে কৰিলে? এইখিনি হেৰাই যাবলৈ বিচৰাখিনিহে সংৰক্ষণ কৰাৰ কথা আছিল, পুনৰ উদ্ধাৰ কৰাৰ কথা আছিল। এইখিনি কাম এইখিনি টকাৰেও কৰিব পাৰিলেহেঁতেন। কিন্তু আমাৰ ডেকাল'ৰাইঁতে এইখিনিৰ এটা কামো নকৰিলে, কোনো Plan কৰি নকৰিলে। এইবোৰ কথাতো বাদেই, আজিলৈকে টুৰিষ্ট মন্ত্ৰীজনে টেক্সীবোৰত মিটাৰটোকে বহুৱাব নোৱাৰিলে। অথচ যাত্ৰী বিচাৰিছে--- 'অসম চাবলৈ আহক' বুলি। এটা মধ্যবিত্ত মাৰাঠী বা বঙালী পৰিয়াল অসম চাবলৈ বুলি আহি যেতিয়া বৰঝাৰ বা পল্টন বজাৰত নামে, তেতিয়া কি হয়? মই এমেৰিকানসকলৰ কথা কোৱা নাই। তেওঁলোককতো সোমাবলৈ নিদিয়ে। জাপানীসকলতো নাহেই। এই মধ্যবিত্ত পৰিয়ালটো যেতিয়া আহে, নামিয়েই যেতিয়া টেক্সী বিচাৰে— এৰ'ড্ৰমত বা পল্টন বজাৰত— যে পাণবজাৰলৈ যাব বা অমুকলৈ যাব -- কিমান লাগিব, তেতিয়া কোনোবাই ক'ব দুশ টকা লাগিব, কোনোবাই ডেৰশ! তেতিয়া সেই বেচেৰা মধ্যবিত্ত মানুহজনে ভাবে— ইচ্ ৰাম, এইকণ যাওঁতে যদি ইমান গাল টকা লাগে, গোটেই অসমখন চাম কেনেকৈ? কাজিৰঙা চাম কেনেকৈ? আকৌ উভতি যায় বেচেৰা। কিয় মিটাৰটোকে বহুৱাব নোৱাৰিলে আজিলৈকে? এইবোৰ সৰু সৰু কথা। এইবোৰতো কৰিব পাৰিলেহেঁতেন? এইবোৰ কৰিব নোৱাৰে, অথচ টুৰিজিমৰ উন্নতি বিচাৰে। মিটাৰটো বহুৱাবলৈতো আৰু সাংঘাতিক কিবা এটা কৰিব নালাগে। কলমৰ চহী এটা মাত্ৰ লাগে, টুৰিষ্ট মন্ত্ৰীজনাৰ— যে পোন্ধৰ দিনৰ ভিতৰত আনি দিয়াঁ। কিন্তু এইবোৰততো আৰু তিনি বছৰ নালাগে। শুধৰণিৰ এতিয়াও সময় আছে। মাত্ৰ শাসনত থকা ল'ৰাকেইটাই অলপ মনোযোগ দিব লাগে। জানো, চল্লিছ বছৰৰ আবৰ্জ্জনা তিনি বছৰতেই গুচাব নোৱাৰি। যদি পাৰি বুলি ৰাইজে আশা কৰিছে, তেন্তে বেছি আশা কৰিছে। বেছি আশা কৰাটো পাপ। কিন্তু একো নকৰাটো মহাপাপ। একো নকৰিলে ৰাইজে বেয়া পাবই। ৰাইজে বেয়া পোৱা-নোপোৱাটো ওলাব নিৰ্ব্বাচনৰ সময়ত। এই চৰকাৰটোৱে একো নাই কৰা বুলি মই নকওঁ। কৰিছে হয়তো। কিন্তু প্ৰচাৰ হোৱা নাই। আমাৰ নশ ল'ৰা মৰিল কিয়? অসমীয়া সংস্কৃতি বচাই ৰখাৰ কাৰণেহে। গতিকে, এই কথাটোৰ ওপৰত চৰকাৰখনে গুৰুত্ব দিয়া উচিত। বিদেশী খেদাৰ ওপৰত বিস্থান, সিমানখিনি। ৬ নং দফাটোৰ কথাখিনি সমানে গুৰুত্বপূৰ্ণ। আমাৰ ডেকাল'ৰাইঁতে মনোযোগ নিদিবনে?

*(আমাৰ দেশ : ১-১৫ নৱেম্বৰ : ১৯৮৯)*



# নানা জাতি-উপজাতি ৰহণীয়া কৃষ্টি

নতুন বছৰ আহিলেই ১৭ জানুৱাৰীৰ কথা মনলৈ আহে। স্বৰ্গীয় জ্যোতিপ্ৰসাদৰ মৃত্যুৰ লগে লগেই স্বৰ্গীয় বিষ্ণুপ্ৰসাদ, পাৰ্ব্বতিপ্ৰসাদ, স্বৰ্গীয় ফণী শৰ্ম্মা, স্বৰ্গীয় চন্দ্ৰ ফুকন, স্বৰ্গীয় দৰ্পনাথ শৰ্ম্মা, স্বৰ্গীয় ব্ৰজেন বৰুৱা আৰু বহুতৰে আপুৰুগীয়া ত্যাগ আৰু বৰঙনিৰ কথা মনত পৰে। সকলোকে শ্ৰদ্ধাৰে সুঁৱৰিছোঁ।

বৰ্ত্তমানৰ লুইতৰ দুটি পাৰ দেখি সম্পূৰ্ণ অৰাজনৈতিক মনোভাবেৰে, সাধাৰণ সাংস্কৃতিক বনুৱা ৰূপে, সমন্বয়ৰ সেৱক ৰূপে বহু কথাই মনলৈ আহে। অসমী আই ভাগি-ছিগি গ'ল। জিলাবোৰ সৰু সৰু ৰাজ্য হ'ল। এতিয়া আকৌ উপেন ব্ৰহ্মাইতে বড়োলেণ্ড বিচাৰিছে। কোনো কোনোৱে 'আহোমলেণ্ড'ৰ দাবীও উঠাইছে। এইবোৰ ৰাজনৈতিক দাবী। শিল্পী-সাহিত্যিকসকলৰ দায়িত্ব এই পটভূমিত বৃদ্ধি পাইছে। দুৰ-দুৰণিৰপৰা আহি লুইতৰ পাৰত জীণ যোৱা সমগ্ৰ অসমবাসীৰ সাংস্কৃতিক সমন্বয়ৰ কথা বাৰে বাৰে সোঁৱৰাই থকাৰ আৱশ্যকতা আছে। ইয়াত অসমৰ নানা ভাষী, নানা গোষ্ঠীৰ কবি-সাহিত্যিক আৰু সাংস্কৃতিক কৰ্ম্মীয়ে গভীৰ দায়িত্ব ল'ব পাৰে। লোৱাটো আৱশ্যক বুলি আমাৰ মনে কৈছে। 'নানা জাতি-উপজাতি ৰহণীয়া কৃষ্টি. আঁকোৱালি লৈ হৈছিল সৃষ্টি'— এইবাৰ কথা বাৰে বাৰে সোঁৱৰাই থাকিব লাগিব, পৰস্পৰে পৰস্পৰক সম্মান কৰিব লাগিব। জ্যোতিপ্ৰসাদে ১৯৪৮ চনতে কৈছিল— "নতুন পোহৰত আমাৰো পুৰণি সংস্কৃতিৰ কিছু এৰিব লাগিব। সেইদৰে আনসকলেও এৰিব লাগিব তেওঁলোকে লগত লৈ অহা পুৰণি সংস্কৃতি। এই পূৰ্ব্ব-ভাৰতীয় সমন্বয়, আন কথাত অসমীয়া সংস্কৃতিৰ নৱপ্ৰকাশ আমি ৰচনা কৰিব লাগিব। এই পূৰ্ব্ব-ভাৰতীয় নতুন সংস্কৃতি আজি অসমৰ পৰ্ব্বতীয়া-ভৈয়ামীয়া অসমীয়া আৰু অসমলৈ অহা নৱাগতসকলৰ মাজত ৰূপ লৈ ভৱিষ্যতে এদিন ফুলে-পাতে জাতিষ্কাৰ হৈ মহাভাৰতীয় ভাৰতীয় ভৱিষ্যতৰ মহা-সংস্কৃতি হৈ নৱতম বিচিত্ৰতাৰে সুন্দৰ কৰি তুলিবলৈ বুলি আশা।" এই আশা কামত পৰিণত কৰাৰ চেষ্টা শিল্পীসকলে কৰিব লাগিব। অসমৰ দুয়োটা উপত্যকাৰ, নাগালেণ্ডৰ, মেঘালয়ৰ, অৰুণাচলৰ, মিজোৰামৰ, মণিপুৰৰ সাংস্কৃতিক আৰু আনুভূতিক শান্তি-সম্প্ৰীতি ৰখাত শিল্পী-সাহিত্যিকসকলে বিৰাট বৰঙনি আগবঢ়াব লাগিব।

যেতিয়া নগা ভাই-ভনীৰ কণ্ঠত 'দুবলা মানুহ যদি /জীৱনৰ পাগলা নদী/পাৰ হয় তোৰেই তাকৎতে/তুমি হাৰাবানু কি?' শুনো, মোৰ আনন্দাশ্ৰু ওলায়। মেঘালয়ৰ গাৰো পাহাৰৰ তুৰালৈ যেতিয়া গীত গাবলৈ মাতে আৰু তেতিয়া গাৰোসকলৰ কৃষ্টি 'ৱাংগালা'ত মই নিজেই যোগদান কৰোঁ, তেতিয়া হেজাৰ হেজাৰ গাৰো ভাই-ভনীয়ে চিঞৰে— 'এটা বিহু গাওক'। তেতিয়া মন বিচলিত হয়। অৰুণাচললৈ গৈ, টিৰাপত টাংচাসকলে নামঘৰত যেতিয়া মাধৱদেৱৰ 'মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো' গোৱা শুনো, তেতিয়া কান্দিবৰ মন যায়। মিজোৰামৰ আইজলত যেতিয়া মোক কয়— 'ইউ মাষ্ট কাম টু আইজল ভেৰি অফ্‌ন পিপ্‌ল'— তেতিয়া চকুপানী থিতাতে মচি কওঁ— "চিবাই চিবাইজ লিয়ানা', ধন্যবাদ।" অলপতে ডিফু আৰু শিলচৰলৈ গৈছিলোঁ। তাত মোক মৰম কৰিছে অসমীয়া ৰূপে। মৰম পাৰস্পৰিক কথা। ৰাজনৈতিক কাৰণত নিজ নিজ কোঠা লাগে। ৰাজ্য লাগে। স্বায়ত্ত শাসন লাগে। সেইবোৰ ৰাজনৈতিক কথাহে। ভৌগোলিক বেৰহে সেইবোৰ। সংস্কৃতিৰ জগতৰ জানো কিবা সীমা থাকে? মনৰ সাগৰৰ জানো পাৰ থাকে?

'দিয়া আৰু লোৱা'ৰ নীতিয়েহে ভুল বুজাবুজি দূৰ কৰে। আমি অৰুণাচল, মিজোৰাম, মেঘালয়, নাগালেণ্ডৰ কৃষ্টিক, বড়ো, মিছিং, কাৰ্বি, উত্তৰ কাছাৰৰ কৃষ্টিক প্ৰথমে সন্মান দেখুৱাব লাগিব। তেতিয়াহে তেওঁলোকে অসমীয়া কৃষ্টিক সন্মান দেখুৱাব। সাহিত্য সভাৰ অধিবেশনবোৰত দীঘল দীঘল গাৰুত আঁউজি প্ৰস্তাৱ লোৱাটোৱেই শেষ কথা নহয়। সাংস্কৃতিক-অৰ্থনৈতিক কথাও সোমাই থাকে। অৰুণাচলৰ কাঠখিনিৰে যদি অসমৰ ৰে'ল লাইনৰ স্লিপাৰ হয়, অসমৰ চাহ যদি মিজোৰামে খাব লগা হয়, মেঘালয়ৰ আলু, কচু, বন্ধাকবি, চিমেণ্ট যদি অসমৰ ফাঁচী বজাৰত বেচিব লগা হয়, নাগালেণ্ডৰ বাঁহ যদি অসমৰ কাগজ কলত দৰকাৰ হয়, অসমৰ হোজাই, লালুকৰ ধান যদি জনজাতীয় ৰাজ্যবোৰলৈ যাব লগা হয়, তেতিয়া পাহাৰৰ তলিতে, ভৈয়ামৰ সীমাতে, ক'ৰবাত নহয় ক'ৰবাত মানুহ মানুহৰ মিলন হ'বই— অৰ্থনীতিৰ, সুখৰ, দুখৰ, অভিমানৰ। আৰু সেই বিনিময়ৰ মাধ্যম লৈ ভাষা, সাহিত্য, কৃষ্টি। মৌন হৈ বিনিময় কৰিব পাৰি জানো? যুগ যুগৰ বন্ধুত্বৰ সাঁকো ভাঙোতা ওলাব। পিছে, সেই ভাঙোতাসকল দূৰৰ মানুহ। আমি ওচৰতে থকা মানুহৰ মাজত থকা সাঁকোসমূহ নিজেই ইতিবাচক দৃষ্টিভঙ্গীৰে মেৰামতি কৰি ল'ব লাগিব। এয়েই সময়। এইখিনি কথা আগতে চিঞৰিছিলোঁ। আজিও চিঞৰিছোঁ। কোনোবাই শুনিলে ভাল পাম।

এই মাহটো ভোগালী বিহুৰ মাহ। অসমী আইৰ মুখত হাঁহি উজলোৱাৰ বাবে প্ৰতিজ্ঞা কৰাৰ মাহ। মেজিৰ জুইৰ তাপত আৰু পবিত্ৰ উমত, নতুন ৰূপত শপত গ্ৰহণ কৰাৰ মাহ।

*(আমাৰ দেশ : ১৬-৩১ জানুৱাৰী : ১৯৯০।)*



# তোমাৰ ভাষাৰ মৰমবোৰে

মই অলপতে বৰাক উপত্যকা ঘূৰি আহিলোঁ। ইয়াৰ আগেয়ে মই ১৯৭৭ চনৰ পাচত— জৰুৰীকালীন অবস্থা নাইকিয়া হোৱাৰ পাচত বৰাক উপত্যকালৈ গৈছিলোঁ। মোক মাতিছিল অসমীয়া মাধ্যমৰ শিক্ষানুষ্ঠান তৰুণৰাম ফুকন স্কুলে। তেতিয়া আমি লক্ষ্যধৰ চৌধুৰীহঁতৰ ৰাজহুৱত আছিলোঁ। লক্ষ্যধৰ চৌধুৰী তেতিয়া শিক্ষামন্ত্ৰী। মোক এদিন ক'লে স্কুলখনৰ কথা। ক'লে—"একো পইচা-তইচা নাইহে, ভূপেন-- তুমিয়েই গান-চান গাই— কিবা অলপ তুলি দিয়া। মই তাত কৈ আহিছোঁ যে ভূপেনক মাতিবা।— সি তুলি দিব পইচা।" মই গৈছিলোঁ। গৈ ৪০ হেজাৰ টকা তুলি দিয়াত সেই স্কুলখন মণিপুৰী-অসমীয়া শিকায়। দেখিছিলোঁ জীৱন্ত হৈ উঠিছিল। তাত মাষ্টৰ দেখিছিলোঁ মুছলমান মানুহ— অসমীয়া শিকায়। কিন্তু বহু বছৰ পাচত এতিয়া মোক মাতিবলৈ আহোঁতে মই সুধিলোঁ— কাৰ সাহায্যাৰ্থে ভূপেন হাজৰিকাক লাগে। তেওঁলোকে ক'লে— "কোনো বিশেষ অনুষ্ঠানে বিচৰা নাই--- গোটেই কাছাৰবাসীয়ে বিচাৰিছে আপোনাক।" তাৰে গৈ মই শিলচৰত অসমীয়াত অনুষ্ঠান পৰিৱেশন কৰি আহিলোঁ। মোক বৰ মৰম কৰিছে। মই পাহৰিব নোৱাৰোঁ। অনুষ্ঠান পৰিৱেশন কৰোঁতে হেমাঙ্গ বিশ্বাসক সন্মান জনাই মই কথা কৈছিলোঁ প্ৰথমতে। বিহু আৰু ভাটিয়ালী একেলগে মিলি যোৱা যিখন সমাজ আমি দেখিছিলোঁ— সেইখন সমাজৰ কি হৈছে বুলি সোধোঁতে একো হোৱা নাই বুলি কৈছে শিলচৰৰ ৰাইজে। এইবাৰৰ অনুষ্ঠানত 'মহাভাৰত'ৰ দ্ৰৌপদী ৰূপা গাঙ্গুলী আৰু মুনমুন সেনো গৈছিলে। হাজাৰ হাজাৰ মানুহ। বহু দূৰৰ পৰা চিঞৰিছে, 'ভূপেন হাজৰিকাক লাগে' বুলি। প্ৰথমতে মোকেই সন্মান দিলে। তেতিয়া মই অলপ অলপ ইঙ্গিত দি গীত গালোঁ। একতাৰ কথা ক'লোঁ। মাজতে মই 'চাগৰ চঙ্গমে' বুলি যেতিয়া আৰম্ভ কৰিলোঁ— তেতিয়া চিঞৰিলে 'সাগৰ সঙ্গমহে লাগে আমাক'। তাৰপৰাই গম পোৱা যায় — তেওঁলোকৰ মনোভাব। হাজাৰ হাজাৰ মানুহে শুনিছে। ভিতৰ বাবে লাঠীচাৰ্জ হৈছে। তেতিয়া মই কৈছোঁ— ঠাই আৰু ডাঙৰ হ'ব লাগে। আৰু ডাঙৰ কৰক আপোনালোকে। মই আকৌ আহিম। তেওঁলোকেও কৈছে — আহিবই লাগিব। গতিকে

মই ভাবোঁ— এতিয়াও সকলো হেৰাই যোৱা নাই। আমাৰ ক'ৰবাত কিবা ভুল হ'ল। দুয়োটা পক্ষৰেই। মই আৰু ভাবোঁ আমাৰ শিল্পীসকল যাব লাগে বৰাক উপত্যকালৈ। বৰাক উপত্যকাৰ মানুহ আনিব লাগে ইয়ালৈ। কিছুমান কাগজে যিধৰণে কথাবোৰ প্ৰচাৰ কৰে— আচলতে সাধাৰণ মানুহ কিন্তু তেনেকুৱা নহয়। তাত ৰাজমোহন নাথক— যিজন বিখ্যাত পুৰাতত্ত্ববিদ আছিলে— তেওঁক এতিয়াও পূজা কৰাৰ দৰে কৰে তাত। এইবোৰৰ আঁত ধৰি শিল্পী-সাহিত্যিকসকলে কামত আগ বাঢ়ি যাব লাগে। সাহিত্য সভাবোৰত দীঘল দীঘল গাৰুত আঁউজি প্ৰস্তাৱ ল'লেই সমন্বয় নাহে। সমন্বয় কৰাৰ কাৰণে দিবও লাগিব, ল'বও লাগিব। মিলাব লাগিব— মিলিবও লাগিব। আজি ১২/১৩ বছৰমান আগতে মই নতুন পুৰুষক উদ্দেশি কৈছিলোঁ যে অসমীয়া ৰাইজৰ মস্তিষ্কৰ বিকাৰ হ'লেও ৰামকৃষ্ণ মিছনত কেতিয়াও হামলা নকৰে— যেনেকৈ বঙালী ৰাইজৰ মস্তিষ্কৰ বিকাৰ হ'লেও শ্ৰীশঙ্কৰদেৱৰ নামঘৰ নাভাঙে। বৰাক উপত্যকাৰ বঙালী, মণিপুৰী, মুছলমান সকলোকে মিলাই লোৱাৰ দায়িত্ব আমাৰ সকলোৰে। মূল দায়িত্ব শিল্পীসকলৰ কিন্তু। সাংস্কৃতিক সমন্বয় জাতীয় সমন্বয় গঢ়ি তোলাত সাংঘাতিক ভাল ভূমিকা ল'ব পাৰে। শিল্পীসকলে সেয়েহে প্ৰথমে সাংস্কৃতিক সমন্বয় গঢ়ি তুলিব লাগে। কলকাতাৰ কোনো বঙালী ভদ্ৰলোকে কলকাতাত ৰাতিপুৱা 'আনন্দ বাজাৰ' পঢ়ে অসমৰ চাহপাতেৰে বনোৱা চাহ খাই। আকৌ অসমৰ কোনোবা গাঁৱত ভাওনা কৰে কলকাতাৰ পেট্ৰোমাক্স লাইট জ্বলাই। এয়া আৰ্থিক আৰু সাংস্কৃতিক সমন্বয়। এনেকুৱা সমন্বয়ৰ বাবে শিল্পীসকল আগ বাঢ়ি আহিব লাগে। অন্য যদি কিবা ৰাজনৈতিক সমস্যা আছে, সেয়া ৰাজনৈতিকভাৱে সমাধা হ'ব। সেইটো বেলেগ কথা। ৰাজনৈতিক মতভেদ আৰু মনৰ ভেদ দুটা বেলেগ বস্তু। মনৰ ভেদ নাথাকিলে সকলো মতভেদ দূৰ কৰিব পৰা যায়। কিন্তু মনৰ ভেদ থাকিলে একো নহয়। মনৰ ভেদ নহ'বৰ বাবে সাংস্কৃতিক সমন্বয় লাগে।

*(আমাৰ দেশ : ১-১৫ ফেব্ৰুৱাৰী : ১৯৯০।)*



# পাহাৰ-ভৈয়ামৰ সঙ্গমথলীতে

অসমৰ থমথমীয়া পৰিৱেশটো আঁতৰ হ'ব নেকি? মই আশা দেখিছোঁ। 'আবছু'ৱে সাময়িকভাৱে আন্দোলন স্থগিত ৰাখিছে। ল'ৰা-ছোৱালীসকলক পঢ়া-শুনা আৰম্ভ কৰিবলৈ 'আবছু'ৱে আহ্বান জনাইছে। ই এটা প'জিটিভ লক্ষণ। প্ৰফুল্ল মহন্ত, ভৃগু ফুকনহঁতে এই প'জিটিভ লক্ষণটো বুজিব লাগে। বুজি লৈ ব্যৱস্থাটো ল'ব লাগে। মই আগতেও এবাৰ লিখিছিলোঁ যে ক'ৰবাত কিবা ভুল বুজাবুজি হৈছে: মোক বহুতে কৈছে — উপেন ব্ৰহ্ম, প্ৰেমসিং ব্ৰহ্মহঁত এসময়ত 'আছু' আছিলে। তেনেহ'লে পাচত তেওঁলোকে কিয় 'আবছু' হ'ল। মই নিজেও কৈছোঁ যে জয়ন্ত ৰংপীহঁতে ডিফুত সাহিত্য সভা পাতি দিছিলে— হিতেশ্বৰ শইকীয়াই তেতিয়া এক পইচাও দিয়া নাছিলে — সেই ডেকা ল'ৰাসকলৰ পাচত কিয় খং উঠিল? গতিকে, ক'ৰবাত সমন্বয়ৰ আঁতডাল হেৰাই যাব খুজিছিল। মোৰ নিজৰো বৰ চিন্তা হৈছিল। মই লিখিছিলো— "পাহাৰ ভৈয়ামৰ সঙ্গমথলীতে মোৰ বন্ধু এজন আছিলে এদিন/ৰ'দালিৰে ভৰা সেই সোণালী সুদিন।" মোৰ বৰ ভয় হৈছিল, ক'ৰবাত হেৰাই যাব নেকি সেই সোণালী সুদিন? কেনেকুৱা সোণালী সুদিন। একেলগে খেলা পুৱা-গধূলি বেলাৰ সোণালী সুদিন। ৰ'দালিৰ উম নোপোৱা হ'ব বুলি বৰ চিন্তা হৈছিল। কাৰণ, সকলোতে এক থমথমীয়া ভাব। গোমা বতৰৰ দৰে।

এতিয়া 'আবছু'ৱে স্বাভাৱিক অৱস্থা ঘূৰাই আনিবৰ বাবে ল'ৰা-ছোৱালীবোৰক পঢ়া শুনা আৰম্ভ কৰিবলৈ দিছে। চৰকাৰে এতিয়াই ব্যৱস্থা লোৱা উচিত — সমস্যা সমাধানৰ বাবে। নিহতজনৰ কেঁচা তেজেৰে যেতিয়া পৃথিৱী ৰঞ্জিত হয়, তেতিয়াহে সমাধানৰ বাবে হেঁপাহ কৰাটো ৰাজনৈতিক মূৰ্খামি। আমাৰ বাপ-দাদাসকলৰ ভুলৰ বাবে যি হ'ল হ'ল। আজি নতুন প্ৰজন্মৰ লোকসকলে সেই ভুলৰ শুধৰণি কৰা উচিত। শান্তিৰ পৰিৱেশ ঘূৰি অহাৰ লগে লগে চৰকাৰ আৰু আন্দোলনকাৰীসকলে সমস্যাটোৰ সমাধানৰ বাবে চেষ্টা কৰা উচিত। দোষ আমাৰো যে বহুত আছে, সেইটো আমিও স্বীকাৰ কৰি ল'ব লাগে। জনজাতি উন্নয়ন নিগম গঠন কৰিলেই জনজাতীয় ৰাইজৰ উন্নতি নহয়। চাইকেল চলাবলৈকো বাট নথকা জনজাতীয় গাঁও মই দেখিছোঁ স্বাধীনতাৰ চল্লিশ বছৰৰ পাচতো। গতিকে, জনজাতীয় ৰাইজে বেয়া পাবই। দিল্লীকো বেয়া পাব, দিশপুৰকো বেয়া পাব। দিছপুৰত

(অহানিৰ খিলঞ্জত) কোন বহিল? ব্ৰহ্ম-বসুমতাৰী, নে চলিহা-চৌধুৰী-সিংহ-মহন্ত? গতিকে, দিছপুৰক বেয়া পালে আমাকো বেয়া পাবই। অভিমান কৰিবই। এই বেয়া পোৱাৰ কাৰণবোৰ আমি বুজিব পাৰিব লাগিব। বুজি লৈ অভিমান ভাঙিব লাগিব। নহ'লে আকৌ অশান্ত হ'ব কোকৰাঝাৰ, অশান্ত হ'ব গহপুৰ। ১৯৬০ চনত অসমৰ মাটিত যেতিয়া হত্যালীলা হয়, তেতিয়া মই আৰু হেমাঙ্গ বিশ্বাসে সমস্ত ভয়, দ্বিধা, দ্বন্দ্বক আঁতৰত ৰাখি মানুহৰ কাৰণে গীত গাইছিলোঁ। ১৯৮৩ চনতো মানুহৰ কাৰণে গীত গাই গাই লুইতৰ বিস্তীৰ্ণ দুয়োপাৰ ঘূৰিছিলোঁ। গাইছিলোঁ— 'তিৰাশীৰ হত্যা যেন পুনৰ নহয় / যদি হয় ভাৰতত হ'ব যে প্ৰলয়'। ১৯৮৮ চনতো গাইছোঁ— "পাহাৰ আৰু লুইতৰে আকাশতলীত / তুমি বজোৱা চিফুং বাঁহীৰ প্ৰতিধ্বনি / তুমি আৰু মই সমভাগী হৈ /পুনৰ আনো আহাঁ সোণালী সুদিন।" মোৰ এইটোৱেই একমাত্ৰ আশা। মই মানুহৰ কাৰণে গীত গাওঁ। জীৱনৰ বাকীছোৱা সময়ো মই মানুহৰ কাৰণেই গীত গাই যাম। কিন্তু হত্যালীলাবোৰ দেখিলে বৰ চিন্তিত হওঁ। সেয়েহে, চৰকাৰ, 'আবছু' সকলোকে কৈছোঁ— সমস্যাবোৰৰ সমাধান হ'ব লাগে। ৰাজনৈতিক সমস্যাৰ সমাধান ৰাজনৈতিকভাৱেই হওক। পাৰিলে সংস্কৃতিৰ বনুৱা হিচাপে আমিও সহায় কৰি দিম। যদি দুয়ো পক্ষই মানে। গীত গাই গাই সেতু বন্ধনৰ চেষ্টা আজীৱন কৰি আহিছোঁ। কৰি যাম। জন্মৰপৰা আজিলৈকে সঙ্গীতক আশ্ৰয় কৰি, সমাজসচেতন হৈ জীয়াই আছোঁ। সমাজৰ কাৰণে সঙ্গীতৰ জৰিয়তে কিবা কৰিব পাৰিলে জীৱনৰ সাৰ্থকতা অনুভৱ কৰোঁ। সময়ৰ স'তে তাল ৰাখি আজিও নতুন প্ৰজন্মৰ স'তে আগুৱাই যোৱাৰ ধাৰাবাহিকতাক অক্ষুণ্ণ ৰাখিছোঁ। ইয়াৰ মাজতে নতুন প্ৰজন্ময়ো ভুল কৰা দেখিলে বৰ দুখ পাওঁ। আজিৰ জনজাতীয় সমস্যাৰ সমাধান কোনে কৰিব? প্ৰফুল্ল মহন্ত, ভৃগু ফুকন, উপেন ব্ৰহ্ম, ৰবিৰাম, জয়ন্ত ৰংপী, হলিৰামহঁতে নহয় জানো? এওঁলোক কোন প্ৰজন্মৰ? নতুন প্ৰজন্মৰ নহয় জানো? সেয়ে কৈছোঁ— নতুন প্ৰজন্ময়ো ভুল কৰা দেখিলে বৰ দুখ পাম।

*(আমাৰ দেশ : ১৬-২৮ ফেব্ৰুৱাৰী : ১৯৯০)*



# ভেদাভেদৰ প্ৰাচীৰ ভাঙি

ফেব্ৰুৱাৰী মাহটোত (১৯৯০ চন) বৰ ব্যস্ত আছিলোঁ। 'মিৰি-জীয়ৰী'ৰ শেষ পৰ্য্যায়ৰ কাম চলি আছে। তাতেই ভীষণ ব্যস্ত থাকিব লগা হ'ল। আকৌ কলকাতাৰ ৩০০ বছৰ পূৰ হোৱা বাবে কলকাতাত অনুষ্ঠিত হোৱা বিভিন্ন সাংস্কৃতিক কাৰ্য্যসূচীতো ভাগ ল'ব লগা হ'ল। মোক কেনে ধৰণে কলকাতাই মৰম কৰিছে, সেই কথা আমাৰ পাঠকসকলক নিশ্চয় জনাম। আজি এই লেখাটো বৰ ততাতৈয়াকৈ লিখিছোঁ। অসমৰ বিভিন্ন ঠাইৰপৰা মোৰ লেখা পঢ়ি ভাল পোৱা বুলি চিঠি আহিছে। মই দেশৰ কথাও কৈছোঁ। মনৰ কথাও কৈছোঁ। কোনো কোনোৱে মোৰ জীৱনৰ কথাও লিখিবলৈ কৈছে। সেই বিষয়ে মাজে মাজে লিখিম বুলি ভাবিছোঁ। আত্মজীৱনী এখন লিখাৰ পৰিকল্পনা মোৰ বহু দিনৰ। 'মিৰি-জীয়ৰী' যেনেকুৱাকৈ মোৰ বিশ বছৰ সপোন আছিল, তেনেকুৱা পুৰণি সপোন এটা। চাওঁ কি হয় সপোনটোৰ। যাযাবৰী জীৱনটোৰ বহু কথা ইতিমধ্যে শ্ৰীমান দিলীপ কুমাৰ দত্তই এখন কিতাপত লিখিছে— 'ভূপেন হাজৰিকাৰ গীত আৰু জীৱন ৰথ' নাম দি পেলাইছে। এতিয়া মোৰ জীৱনৰ ওপৰত চুটি ছবি নিৰ্ম্মাণৰ কামো চলি আছে। এইবোৰত 'মোক' বা 'মইটো'কতো প্ৰকাশ কৰিবই। সেয়েহে ভাবোঁ, নিজৰ জীৱন-কাহিনী নিলিখিলেও দেখোন হয়। আজৰি পৰত পিচে মিঠুৱে (মনীষা হাজৰিকাই) নেৰে। তাই সদায় লাগি থাকে লিখিবৰ বাবে। এই আজৰিখিনিকেই নেপাওঁচোন। কোনোবাই তাগিদা দি থাকিলে হয়তো হ'ব পাৰে। পাঠকসকলৰ তাগিদা পাই আছোঁ। সেয়ে, মাজে মাজে নিজৰ জীৱনৰ কথাও লিখিম বুলি ভাবিছোঁ।

অসমৰ ৰাজনীতিৰ আকাশত কিছু অস্থিৰতা এতিয়াও আছে। আমাৰ ডেকা মন্ত্ৰীসকলৰ কাজিয়াই বাইজক নিৰাশ কৰিছে। অলপতে মই অসমৰ নতুন ডেকা সাংস্কৃতিক মন্ত্ৰী কুমাৰ দীপক দাসক লগ পাইছিলোঁ। 'কনকলতাৰ প্ৰেম্ব শো'ত। তেখেতক কৈছোঁ, অসমৰ ৰাইজে এইবোৰ কিন্তু বৰ বেয়া পাই আছে। প্ৰফুল্ল কুমাৰ মহন্ত, ভৃগু কুমাৰ ফুকন দুয়োজনকে ক'বলৈ দিছোঁ। ৰাইজে উঠাব জানিলে নমাবও জানে। অসমৰ বাহিৰত আমাক, এই দুয়োজনৰ কাজিয়া লৈ নানান প্ৰশ্ন কৰিছে। কথাটো সাংঘাতিক ধৰণে প্ৰচাৰ হৈছে। 'ইণ্ডিয়া টুডে'খনত এটা ইনটেলেকচুৱেল কাৰ্টুন দিছে। দুটা গঁড়ৰ ওপৰত প্ৰফুল্ল মহন্ত,

ভৃগু ফুকনক ইমপোজ কৰি লৈ। গঁড় অসমৰ জাতীয় প্ৰতীক। আমাৰ নেতৃবৃন্দই কথাটো ভাবি চালে ভাল হয়। ৰাজনৈতিক দল এটাত মতবিৰোধ থাকিবই। এই মতবিৰোধক মনৰ বিৰোধ কৰি ল'লে মতবিৰোধ আঁতৰ কৰাত অসুবিধা হয়।

ৰাইজৰ মৰমক বিশ্বাসঘাতকতা কৰিব নেপায়। প্ৰফুল্ল কুমাৰ মহন্ত, ভৃগু ফুকনৰ বিৰোধৰ অন্ত নহ'লে সেয়া বিশ্বাসঘাতকতা হ'ব। ৰাইজৰ প্ৰতি কৰা বিশ্বাসঘাতকতা। এওঁলোকক অসমৰ ৰাইজে শাসনত বহুৱাইছিল কিয়? কংগ্ৰেছক বেয়া পায় কাৰণেহে। কংগ্ৰেছৰ বিভাজন নীতিৰ বিৰোধিতা কৰিহে। এওঁলোকৰ, আমাৰ ডেকা মন্ত্ৰীসকলৰ কি দায়িত্ব আছিল? বিভাজনৰ নীতিৰে শাসন কৰা অসমলৈ আগৰ ঐক্য ফিৰাই অনাৰ নহয় জানো? এতিয়া এওঁলোকৰ নিজৰ মাজতে যদি ঐক্য নাথাকে, তেনেহ'লে অইনৰ মাজত একতা আনিব কিদৰে? আমেৰিকাৰ মানৱতাবাদী কবি ৱাল্ট হুইটমেনে কৈছিল যে, আমাৰ নিজৰ যদি সুৰীয়া আত্মা নাথাকে, আমি আনৰ সুৰীয়া আত্মাক বুজিম কেনেকৈ? এইটো সুৰৰ জগতৰ কথা। ৰাজনৈতিক জগতখনৰ ক্ষেত্ৰতো এই একেটাই কথা।

শেহতীয়াভাৱে দুয়োজনে যুটীয়া বিবৃতি দিয়া বুলি গম পাইছোঁ। মোক বিভিন্ন জনে কৈছে, "দাদা, কি হ'ব যুটীয়া বিবৃতিৰে! আগতেও দিছিল। একো নহ'ল।" তথাপি আমি আশা কৰিছোঁ। এইবাৰ আগৰ ভুলৰ পুনৰাবৃত্তি যেন নহয়। অলপতে কোনোবা এখন বাতৰি-কাকতত পঢ়িবলৈ পালোঁ, বৃন্দাবন গোস্বামীয়ে হেনো মহন্ত থকা সভালৈ একেলগে নাযায়। গোসাঁই ঠাণ্ডা প্ৰকৃতিৰ মানুহ। তেওঁৰো যদি খং উঠিছে, তেন্তে তাৰ কাৰণ বিশ্লেষণ কৰি ব্যৱস্থা ল'ব লাগে। দলৰ ভিতৰত সকলো কথা আলোচনা হ'ব লাগে। মই কোনো ৰাজনৈতিক দলৰ সদস্য নহওঁ। ৰাজনৈতিক দৃষ্টিভঙ্গী আৰু সক্ৰিয় ৰাজনীতি দুটা সুকীয়া বস্তু। সমাজসচেতন নাগৰিক হিচাপে আমাৰ ৰাজনৈতিক দৃষ্টিভঙ্গী থাকিবই। অসম আৰু ভাৰতৰ বিভিন্ন স্থানত ঘূৰি, বিভিন্ন জনক লগ পাই, তেওঁলোকে কোৱা কথাৰ স'তে মোৰ দৃষ্টিভঙ্গীৰ মিল দেখিহে কথাখিনি লিখিছোঁ। বৰ দৌৰাদৌৰিকৈ। পাচত দীঘলীয়াকৈ লিখিম। মনৰ বহু কথাই ৰাইজৰ স'তে মুকলিকৈ পাতিম। আজি মাত্ৰ ইয়াকে ক'লোঁ যে ৰাজনৈতিক বহুৱালি আমাৰ কাম্য নহয়।

*(আমাৰ দেশ : ১-১৫ মাৰ্চ : ১৯৯০)*



# ধ্বংসৰ আঘাতক দিছে সংঘাত

অসমৰ পৰিস্থিতি জটিল হৈ পৰিছে যেন লাগে। এনে যেন লাগিছে যে ক'ৰবাত ভুল বুজা-বুজি হৈ আছে। বিভিন্ন সংগঠনে বিভিন্ন জনগোষ্ঠীৰ সংস্কৃতিৰ সংৰক্ষণ আৰু বিকাশৰ বাবে আন্দোলন কৰি আহিছে। অসমৰ সংস্কৃতিৰ পথাৰখন বৰ বৈচিত্র্যপূৰ্ণ। প্ৰতিটো জনগোষ্ঠীৰ সংস্কৃতিৰ বিকাশ হ'বই লাগিব। এইটো চিৰসত্য কথা। কিন্তু এই বিকাশৰ বাবে পথ কি হ'ব? সংঘাতৰ নিশ্চয় নহয়। এইটো ধাৰণা কিছু ধুৰন্ধৰ ৰাজনীতিবিদে বুজিও যেন বুজিব খোজা নাই— নিজৰ ঠেক ৰাজনৈতিক স্বাৰ্থ পূৰণৰ বাবে। শাসনৰ গাদীলৈ যিসকলৰ দৃষ্টি, সেইসকলৰ আহৰি আছে জানো চালি-জাৰি চাবলৈ— অসমৰ বিভিন্ন জনগোষ্ঠীৰ সংস্কৃতি আজি কোন দিশে গতি কৰিছে? কোন দিশে গতি কৰা উচিত?

অসমৰ বিভিন্ন জনগোষ্ঠীৰ সংস্কৃতিৰ বিকাশৰ পথ কি হোৱা উচিত— সেইটো কথা আজি বহুদিন ধৰি চিঞৰি আহিছোঁ — বাইজৰ মাজত গান গাই গাইও কৈছোঁ সভা পাতিও কৈছোঁ। জন-সাংস্কৃতিক পৰিষদৰ সভাতো কৈছোঁ, যেতেৰা ৰাজনীতি কৰিব নিবিচৰা সংগঠনসমূহে অলপ ভাবি চালে ভাল পাম। আমিও সৰু মানুহ। সংস্কৃতিৰ বৰপথাৰখনৰ বনুৱা মাত্র। আমাৰ চিঞৰে দিছপুৰ বা দিল্লী ঢুকি নাপাব পাৰে। কিন্তু পাহাৰত ঠেকা খাই প্ৰতিধ্বনিত হৈ দিল্লী-দিছপুৰ পালে আমাৰ চিঞৰটো সাৰ্থক হ'ব। তাৰেই আশাত আজিও চিঞৰিছোঁ এনেদৰে—

অসমৰ বিভিন্ন জনগোষ্ঠীৰ স্বকীয় সংস্কৃতিসমূহ লগ লাগিয়েই সৃষ্টি হৈছে মহান অসমীয়া সংস্কৃতি। অসমৰ সংস্কৃতি সেয়েহে এক সংমিশ্ৰণৰ সংস্কৃতি—কমপজিট কালচাৰ। আমি সকলোৱে, বিভিন্ন জনগোষ্ঠীসমূহে আমাৰ নিজস্ব সংস্কৃতিৰ বিকাশৰ লগে লগে সামূহিকভাৱে অসমৰ সংস্কৃতিৰেই বিকাশ ঘটাই আহিছোঁ— ইমান দিনে; কিন্তু বৰ্তমানৰ পৰিস্থিতিয়ে কি ইঙ্গিত দিছে? আমাৰ সামূহিক সত্তাটোক ভাঙোন ধৰিবলৈ আৰম্ভ কৰিছে। এটা গোষ্ঠীয়ে আন এটা গোষ্ঠীৰ সংস্কৃতি খাই পেলাব, গিলি পেলাব, আমাৰ অস্তিত্ব থাকিব ক'ত, কেনেকৈ? গতিকে, আমি প্ৰতি গোষ্ঠীয়ে অকলে অকলে একোটি একোটি কৃষ্টিৰ দ্বীপ সাজি থাকোঁ আঁহা বুলি আৰ্তনাদ কৰা শুনা গৈছে। তাতে লাই পাই ৰক্ষণশীল শোষক দলে (আৰ্থ-সামাজিক ক্ষেত্ৰত) ৰাজনীতিৰ চাবুকেৰে প্ৰত্যেক গোষ্ঠীকে বেলেগে

বেলেগে বান্ধি পেলাবলৈ নানা বিভাজনৰ ৰঙীন ফন্দি উলিওৱা দেখা গৈছে।

প্ৰকৃততে জাতিগত (এথ্‌নিক) পাৰ্থক্যই নহয়— ৰাজনৈতিক চিন্তাৰ পাৰ্থক্যই আজি অসমৰ সাংস্কৃতিক সমন্বয়ৰ গতি ৰুদ্ধ কৰিব খুজিছে। ৰাইজৰ গণতান্ত্ৰিক প্ৰকাশ আৰু স্বৈৰতন্ত্ৰৰ প্ৰচণ্ড সংঘাতৰহে এই কুফল। এক অন্যায়ভিত্তিক সমাজ কৃষক, বনুৱা আৰু খাটি খোৱা মানুহৰ ওপৰত জাপি দিয়াৰ অহৰহ প্ৰচেষ্টা চলিছে— চলিয়েই আছে। আনহাতে, এটা চামে ৰাইজৰ আৰ্থ-সামাজিক শোষণৰ বিৰুদ্ধে সংগ্ৰামত নমা আৰু বিভিন্ন জনগোষ্ঠীৰ মাজত আনুভূতিক সমন্বয়ৰ বাবে জীৱন দিও সংগ্ৰাম কৰা দেখা গৈছে। নব উপনিবেশবাদেও প্ৰচণ্ড হেঁচা দিছে এই সংগ্ৰামক পৰাস্ত কৰিবলৈ। এনে সময়ত অসমৰ সাংস্কৃতিক কৰ্মীসকলৰ কৰ্ত্তব্য কি হোৱা উচিত, তাক নিৰ্ণয় কৰা সময় হৈছে।

বিখ্যাত নৃতত্ত্ববিদ ডব্লিউ এ হাভিলেণ্ডৰ মতে ঃ "Culture is essentially a system to ensure the continued existence of a group of people, therefore the ultimate test of a culture is its capability to adopt a new circumstance." যিকোনো জনগোষ্ঠীৰ অস্তিত্বৰ প্ৰবহমান এটি জীৱনধাৰা থাকে। সেই জীৱনধাৰাক নিশ্চয়তা প্ৰদান কৰাৰ প্ৰকাশখিনিকে সংস্কৃতি বুলিব পাৰি। সেয়েহে, নতুন বাতাৱৰণ বা নতুন অৱস্থাক গ্ৰহণ কৰিব পৰা শক্তি আৰু গোষ্ঠীৰ চিন্তাজগতত অস্তিত্ব ভুমুকি মাৰে। সেই গুণ বা শক্তি বা যুক্তিখিনিয়েই সংস্কৃতিৰ চৰম পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ মাপকাঠী।

অসমৰ প্ৰতিটো জাতিসত্তাই নিজস্ব সংস্কৃতিৰ বিকাশৰ সুযোগ পাব লাগিব। সমান সুযোগ। জাতিসত্তাসমূহৰ আৰ্থ-সামাজিক নিৰাপত্তাৰ সৈতে এই বিকাশ ওতপ্ৰোতভাৱে জড়িত। সংস্কৃতি এটি ফোঁপোলা শব্দ নহয়। ইয়াৰ সৈতে এটা জাতিৰ মন-প্ৰাণ নিহিত থাকে। অতীতৰ ভালখিনি থাকে। বৰ্ত্তমানৰ সমাজ পৰিবৰ্ত্তনৰ বাবে সংগ্ৰাম কৰাৰ সাহস থাকে। অনাগত দিনৰ এখন সুন্দৰ, ন্যায়পূৰ্ণ, মুক্ত সমাজৰ ছবি থাকে। তেনে লক্ষ্য থাকে। আজিৰ মানুহে নিজৰ সামুহিক সত্তাত (প্লুৰেল আইডেনটিটি) বিশ্বাস কৰিব লাগিবই। ইতিবাচক প্লুৰেল আইডেনটিটিৰ মাজত পৰিপূৰক (কমপ্লিমেণ্টৰি) সম্বন্ধহে থাকে— বিৰুদ্ধ (কনট্ৰেডিক্টৰি) নহয়।

ভাৰতৰ আৰু অসমৰ সকলো জনগোষ্ঠীৰে কৃষ্টিৰ চিন্তাবিদসকলে জন-সংস্কৃতিৰ শত্ৰুসমূহক চিহ্নিত কৰক। সিহঁতৰ দুষ্কৃতিৰ স্বৰূপ বিশ্লেষণ কৰক। গণতান্ত্ৰিক আলোচনা-বিলোচনা হওক। জাতিসত্তাসমূহৰ সংস্কৃতিৰ প্ৰতি পাৰস্পৰিক সন্মান প্ৰদৰ্শনৰ ভেটিতহে আজিৰ নতুন অসমৰ জনসংস্কৃতিৰ বিকাশ হ'ব লাগিব। তেতিয়াহে প্ৰকৃত জাতীয় গণতান্ত্ৰিক প্ৰগতিশীল সাংস্কৃতিক পুনৰ্জাগৰণ সম্ভৱ হ'ব। ধ্বংসৰ আঘাতক দিছে আজি সংঘাত, সৃষ্টিৰ সেনানী অনন্ত, সেই সংঘাতে আনে মোৰ প্ৰশান্ত সাগৰত প্ৰগতিৰ নতুন দিগন্ত।

*(আমাৰ দেশ ঃ ১-১৫ আগষ্ট ঃ ১৯৯০।)*



# আছুৰ ভূমিকা ঃ সাম্প্ৰতিক পৰিস্থিতিত

দেশে দেশে এই ৮০-ৰ দশকত যুৱশক্তিয়ে নিজ নিজ দেশৰ শোষক চামৰ অন্যায়ৰ বিৰুদ্ধে মূৰ তুলি উঠা দেখা গৈছে। অসমত এই ৮০-ৰ দশকতে অসম ছাত্ৰ সন্থাই যি সংগ্ৰাম আৰু ত্যাগ কৰি দেখুৱালে তেনে নিদৰ্শন পৃথিৱীতে বিৰল। বিৰল আৰু এই বাবেই যে, সংগ্ৰাম কৰিয়েই অসমৰ যুৱশক্তিয়েই গণতান্ত্ৰিকভাৱে নিৰ্বাচন যুঁজি, একুৰি দিনত এটি ৰাজনৈতিক দল গঠন কৰি এটি শক্তিক হৰুৱাই ক্ষমতাত বহিব পৰা হ'ল। আছুৰ নেতৃত্ব অগপলৈ ৰূপান্তৰিত হ'ল। নতুন চাম যুৱক-যুৱতীয়ে পুনৰ আছুক জীয়াই ৰাখিছে আৰু সন্মুখীন হৈছে নতুন নতুন সমস্যাৰ। কিছু সমস্যা অপ্ৰত্যাশিত। যেনে এতিয়াৰ আছুৱে অগপ চৰকাৰৰো ভুল-ভ্ৰান্তি এলাহ অনাভিজ্ঞতাৰ বিৰুদ্ধে মাত মাতিব লগা হৈছে। পিছে আছু আৰু অগপৰ সম্বন্ধটো ঘৰৰ কাজিয়াৰ ধৰণৰহে হ'ব লাগে বুলি আমি ভাবোঁ- - অৰ্থাৎ এনে সংঘাত ইতিবাচক হ'ব লাগে— দুয়ো দুয়োকো বুজিব লাগে। অন্যায়ক অন্যায় বুলি কোৱা, ভ্ৰষ্টাচাৰ বুলি কোৱা কোনো পাপ নহয়।

সাম্প্ৰতিক পৰিস্থিতিত সদৌ অসম ছাত্ৰ সন্থাৰ ভূমিকাৰ বিষয়ে মোৰ কিছু মতামত বিচাৰিছা—মাথোঁ এজন সমাজসচেতন নাগৰিক ৰূপে ভাবোঁ

(১) আছুৱে অসমৰ বিভিন্ন জনগোষ্ঠীৰ যুৱ সন্থাসমূহৰ সৈতে 'ডায়লগ' আৰম্ভ কৰিব লাগে। খণ্ডাল-অখণ্ডাল সকলোৱে আদান-প্ৰদান কৰিব লাগে।

(২) আছুৰ সদস্যসকলে অসমবাসীৰ মাজত আৰ্থ-সামাজিক কিছু Project লৈ তাক ফলৱতী কৰাবলৈ হাতে-কামে লাগি দিব লাগে— যেনে কোনোবা নিকনুৱা গাঁৱলীয়া ডেকা এজনক যদি পাণদোকান এখন খোলাই দিব লাগে তেন্তে আছুৰ সভ্যই শ্ৰমদান কৰিও দিব লাগে দোকানখন সজাত।

(৩) ভোটাৰ তালিকাখন শুদ্ধকৈ প্ৰস্তুত কৰাৰ কামটো আছুৱে ত্বৰান্বিত কৰাব পাৰে— দোষ-ত্ৰুটি দেখুৱাই। সেই কামত ইতিমধ্যে আছু লাগিছেই। ই ভাল কথা হৈছে।

(৪) নিৰ্বাচনত ১৮ বছৰীয়ায়ো ভোট দিব পাৰিব যেতিয়া যুৱশক্তিক অসমবিৰোধী শক্তিসমূহক হাৰ মনোৱা টেক্‌নিক শিকাই দিব লাগিব। সেইটো Ballot box-এৰে পাৰিব।

(৫) অসমৰ বিভিন্ন জনগোষ্ঠীৰ ৰাজনৈতিক পাৰ্থক্য যিমানেই নাথাকক অসমৰ সাংস্কৃতিক জগতখনক Common platfrom কৰি লৈ বিভেদকামিতাৰ বিপৰীতে সমন্বয়ৰ পিনে আগুৱাই দিব পাৰে আছুৱেও ।

(২২ ডিচেম্বৰ,১৯৮৯)



# মৃত্যুলৈ মুকলি চিঠি

মৃত্যু-- তুমি দেখিছোঁ বোমাই-বাৰুদে-ধোঁৱাই দলে-বলে আহিছাঁ অসমলৈ। তুমি এতিয়া অসমত অৰাজকতাৰ সৃষ্টি কৰিছাঁ। অট্টহাস কৰিছাঁ। সৰু সৰু দুখীয়া মানুহৰ ঘৰ পুৰিছাঁ। ভঁৰাল পুৰিছাঁ। আশা পুৰিছাঁ। আকাংক্ষা পুৰিছাঁ। জীয়া কেঁচুৱাক কাপোলা বান্ধি মাক বাপেকৰ চকুৰ আগতে জ্বলা জুইলৈ দলিযাইছাঁ। প্ৰত্যেক কৰ্ম্মৰে প্ৰতিক্ৰিয়া থাকে। ক্ৰোধে প্ৰতিশোধৰ অগনি ভমকাই তোলে। ক'ৰবাত বাছৰপৰা নমাই ডেকা ল'ৰাক হাত দুখন বান্ধি বহমান নদীত পেলাই দিছাঁ। দূৰৰপৰা কোনোবা অশুভ শক্তিয়ে হেনো ৰ লাগি কিৰিলি পাৰিছে। তাকে সুদূৰ আমেৰিকা, কানাডাৰ বাতৰি-কাকতসমূহে বৰ বৰ হৰফেৰে চিঞৰি দিয়া দেখি আহিছোঁ। তাত ওলাইছে - টিয়ানআনমেন স্কোৱাৰত কমিউনিষ্ট চীন চৰকাৰৰ বিৰুদ্ধে গণতন্ত্ৰৰ লডাই হৈছে, কমিউনিষ্ট ৰাছিয়াৰ আজাৰবাইজান আৰু আৰ্মেনিয়াত এথ্‌নিক্ লড়াই হৈছে, লাটভিয়া, লিথুৱানিয়া ৰাছিয়াৰপৰা ওলাই যাব খুজিছে--- ভাৰতৰ পঞ্জাবত হিংসা চলিছে আৰু অসমত বডোসকলৰ বন্দুকীয়া সংগ্ৰাম চলিছে। তাত আৰু ওলাইছে পি. টি. চি. এৰ কোনোবা ব্ৰহ্ম বা বসুমতাৰীক আবছুৰ কোনোবা ব্ৰহ্ম বা বসুমতাৰীয়ে হেনো হত্যা কৰিছে। দোষী, নিৰ্দ্দোষী, জাতি, উপ-জাতি, ধৰ্ম্মৰ কোনো বাছ-বিচাৰ নাই। নিহত বা আহতসকল প্ৰায়েই সাধাৰণ দুখীয়া মানুহ। দিল্লী, দিশপুৰ আৰু কোকৰাঝাৰৰ নেতাসকলে শীত-তাপ নিয়ন্ত্ৰিত কোনো কক্ষ বা চিকিৎসালয়ত 'আলচ' কৰি আছে। বিদেশত এইবোৰ দেখি, শুনি চিন্তিত হওঁ, লজ্জিত হওঁ, ক্ষুব্ধ হওঁ অসহায়তাত। সেই বিদেশত যেতিয়া কোনো অসমীয়াই কয়, 'কি হ'ল দাদা, সমন্বয়ৰ গান বৰদৈচিলাক সন্মান কৰি কলাগুৰু বিষ্ণু ৰাভা আৰু আপুনি কিমান যে গান গালে, পিচে কি হ'লগৈ? এই সৰু সমস্যাটোকে সমাধান কৰিব নোৱাৰিলে।' তেতিয়া মাথোঁ ক্ষোভেৰে কওঁ, বড়ো সংস্কৃতি আৰু অবড়ো সংস্কৃতিৰ কোনো সংঘৰ্ষ কাহানিও হোৱা নাই। সমস্যাটো সম্পূৰ্ণ ৰাজনৈতিক হৈ পৰিছে — আৰু আমি ৰাজনৈতিক (ক্ষমতাৰ) মানুহো নহওঁ।

# আমাৰ মনৰ বন্য পশুটো

এৰা, আমি মানুহ জাতিটোৱে কিমান বন্য পশুক আদিম দিনৰেপৰা বশলৈ আনিলোঁ — অথচ আমি আমাৰ মাজতে লুকাই থকা আদিম বন্য পশুটোক বশ কৰিব নোৱাৰিলোঁ। আমি সমাজৰ উন্নতিৰ বাট বিচাৰিলোঁ অবাটেদি।

১৯৪৭ চনৰেপৰা ভাৰতত যে সৰু সৰু জনজাতীয় গোষ্ঠীৰ আশা-নিৰাশাবোৰ ফঁহিয়াই প্ৰশাসনীয় সংস্কাৰ কৰা হোৱা নাছিল আৰু হৈছিল যদিও নামতহে হৈছিল আৰু তাকে লৈ ৰাজনীতিৰ কুঠাৰাঘাত পাই পাই দেশখন টুকুৰা-টুকুৰ হৈছিল। এথ্নিক মাইনৰিটিসকলক যুক্তিপূৰ্ণ পৰিমাণে স্বনিৰ্ভৰ কৰা হোৱা নাছিল, তেতিয়া বুজিছিলোঁ, ই এদিন দেশৰ একতাক, দেশৰ শান্তিক পুৰিব। এতিয়া সেই পৰ্য্যায়টো পাইছেগৈ। জনগোষ্ঠীসমূহৰ ভাষা, কৃষ্টি আৰু আৰ্থ সামাজিক উন্নয়নৰ ভেটিত সমান্তৰালভাৱে, দেশৰ নাগৰিকসকলৰ প্লুৰেল আইডেণ্টিটিক স্বীকাৰ, ভাৰসাম্য নৰখাকৈ আগ বঢ়াৰ বাবেই ৰাজনীতিত আজি বিষবাষ্পৰ, মৃত্যুৰ বিস্ফোৰণ চলিছে। পশ্চিম বঙ্গৰ উত্তৰত, পূব ভাৰতৰ অসমত, ত্ৰিপুৰাত তাৰ উত্তাপে শ শ নিৰপৰাধ মানুহৰ জীৱন ধ্বংস কৰিছে। ঝাৰখণ্ডৰ অগনি উমি উমি জ্বলিবলৈ আৰম্ভ কৰিছে। উত্তৰ বঙ্গত, পশ্চিম অসমত ৰাজবংশীসকলো জাগি উঠিছে বুলি ভাবো। নেপালীসকলে, ত্ৰিপুৰীসকলে কিছু এটা নিজৰ বাবে কৰি লৈছে। আংশিক শান্তি অৱস্থা দেখা গৈছে মেঘালয়ত নেপালীসকলৰ ওপৰত হেনো হেঁচা পৰিছে। কোকৰাঝাৰ, ওদালগুৰি, গহপুৰ, নলবাৰীৰ ওচৰ আদিত হত্যালীলাৰ লেলিহান শিখা দেখা গৈছে। এম জে আকবৰ, চাহাবুদ্দিন আদি নেতাসকলে নিজ নিজভাৱে বড়োৱে অসমীয়া 'মুছলমান' কাটিলে বুলি চিঞৰি উঠিছে। এতিয়া সাম্প্ৰদায়িক হত্যালীলা নহ'লেই ৰক্ষা। সমাধান? সমাধান আছে। কিহত? বন্দুকত সমাধান নাই। বন্দুকেৰে প্ৰথমতে দৃষ্টি আকৰ্ষণহে কৰিব পাৰি। স্থায়ী ৰাজনৈতিক শান্তি আনিব নোৱাৰি। চভিনিজমতো (হাম বড়া ভাবটোত) সমাধান আছে Cultural plural identity মানি লোৱা বৈজ্ঞানিক সত্যটোক ৰাইজৰদ্বাৰা উপলব্ধি কৰোৱাত। সংবিধানে মানি লোৱাত আৰু তাৰে ভেটিত এথ্নিক মাইনৰিটিক পৰিচালনাৰো যুক্তিপূৰ্ণ ক্ষমতা, বিশেষকৈ ডেভেলপমেণ্ট, প্লেনিং আৰু একজিকিউশ্বন হাতত দিয়াৰ ওপৰতহে।

সমাজবিজ্ঞানত দেখা গৈছে একোটা সমাধানৰ ফৰ্মুলা আৰম্ভ কৰিলে, তাৰ সুফল পোৱা যায় দুই দশকমানৰ পাচতহে।

হে মৃত্যু, তুমি এতিয়া যি ভীষণ মূৰ্ত্তি দেখুৱাইছা, ইয়াৰ ফলাফল তুমি দেখিবা। কত শতিকাৰপৰা একেলগে থকা জনসমূহৰ গোষ্ঠীৰ স্পৰ্শকাতৰতাক সম্মান কৰা যুক্তিত, বোমা-বাৰুদৰ ধোঁৱাৰে কৰা মেলোড্ৰামা বা অতিনাটকীয়তাই সহায় নকৰে।

কৈছোঁ নহয় ই দৃষ্টি আকষৰ্ণৰ কামহে কৰে। সমাধানত সহায় নকৰে।

## হে' মৃত্যু

দৃষ্টি আকর্ষণ কৰা কামখিনি তুমি কৰিলা। এতিয়া ক্ষান্ত হোবা। বহুতো মানুহৰ মুৰ খালা। এতিয়া মানুহক মানুহ হিচাপে মিলি-জুলি গণতান্ত্রিকভাৱে আলচ কৰি, এৰা-ধৰা কৰি, প্রশাসনীয় ক্ষমতাক বিকেন্দ্রীকৰণ কৰি সমাধান অনাত, মৃত্যুৰ সহায় নেলাগে। গাঁৱে গাঁৱে একোখন ৰাজ্য হ'ব লাগিব, তাৰ সুযুক্তিও ইতিহাসে নিদিয়ে। প্রত্যেক সমস্যাৰে বেলেগ বেলেগ চৰিত্র থাকে।

*(প্রতিধ্বনি : শাৰদীয় সংখ্যা, ১৯৯০)*



# স্বাধীনতা আৰু উত্তৰ-পূব ভাৰত

১৯৯৭ বছৰটো অৰ্থপূৰ্ণ। কাৰণ, সেই বছৰটোতেই ভাৰতৰ স্বাধীনতাৰ পঞ্চাশবছৰীয়া জয়ন্তী পালন কৰা হ'ব। কেনেকৈ পালন কৰা হ'ব - এই বিষয়টো বিশ্লেষণ কৰাৰ বাবে প্ৰধান মন্ত্ৰীৰ নেতৃত্বত নেশ্যনেল কনভেনশ্যন পতা হৈছিল - যোৱা ডিচেম্বৰৰ ১৪ তাৰিখে। নতুন দিল্লীত পুৰা এখাৰ বজাত বিজ্ঞান ভৱনত সোমাই দেখিছিলোঁ, মঞ্চত আছে গৃহমন্ত্ৰী শ্ৰীইন্দ্ৰজিৎ গুপ্ত, সংস্কৃতি মন্ত্ৰী শ্ৰীবোমাই, মাজত শ্ৰীদেৱেগৌড়া (প্ৰধান মন্ত্ৰী) সভাপতি ৰূপে। প্ৰাক্তন ৰাষ্ট্ৰপতি, কেন্দ্ৰীয় মন্ত্ৰীবৃন্দ, সকলো ৰাজ্যৰে মুখ্য মন্ত্ৰীসকল, সকলো ৰাজনৈতিক দলৰ একোজনকৈ প্ৰতিনিধি বহিছে নিজ নিজ আসনত। লেখক-কলাকাৰ শিতানত আমন্ত্ৰিত হৈছিল যিকেইজন, তাৰ মাজত নাম আছিল ড° অনন্তমূৰ্ত্তি, পণ্ডিত ৰবিশঙ্কৰ, নাট্যকাৰ বিজয় তেণ্ডুলকাৰ, এই লেখক, শিল্পী এম. এফ. হুছেইন, নাট কৰ্মী হবিব তনবীৰ, গায়িকা এম. এছ. শুভলক্ষ্মী, কবি সুভাষ মুখোপাধ্যায়, কাৰ্টুন শিল্পী আৰ. কে নাৰায়ণ, শ্ৰীমতী লতা মঙ্গেশকৰ। ক্ৰীড়াবিদৰ মাজত নাম আছিল সুনীল গভাস্কাৰ, পি টি উষা; সংস্কৃতিবিদসকলৰ মাজত আছিল কপিলা বাৎসায়ন, পুপুল জয়কাৰ আদি। আমাৰ তেজপুৰৰ শ্ৰীবীকেন কৈশ্য, কেন্দ্ৰৰ তীৰ্থমন্ত্ৰী, প্ৰথম শাৰীত। তেওঁ হাঁহি মোৰ ফালে চালে। মই হাত দাঙি হাঁহিলোঁ। তৃতীয় শাৰীত বহিছোঁ আমি একালৰপৰা মেঘালয়ৰ মুখ্য মন্ত্ৰী শ্ৰীমাৰাক, তাৰ পাচত মেঘালয়ৰ বয়োজ্যেষ্ঠ পণ্ডিত শ্ৰীবিশ্বাই, তাৰ পাচত নাগালেণ্ডৰ মুখ্য মন্ত্ৰী শ্ৰীজমিৰ, তাৰ পাচত এই লেখকৰ আসন। তাৰ পাচতে অসমৰ মুখ্য মন্ত্ৰীৰ আসন। এই আসনত সেইদিনা মুখ্য মন্ত্ৰীক প্ৰতিনিধিত্ব কৰিছিল মন্ত্ৰী শ্ৰীসুৰেন মেধিদেৱে। উত্তৰ-পূৰ্বাঞ্চলৰ একে শাৰীতে আমি আসন পোৱাত সকলো আনন্দিত। শ্ৰীবিশ্বাইদেৱে মোক সাৱটি ধৰি চুমা এটা খাই 'বাহ্ ভূপেন, খুব্লেই খিবুন' বুলি আদৰিছে। শ্ৰীমাৰাকে মূৰ দুপিয়াইছে, শ্ৰীজমিৰে মোক সুধিছে —"আজিকালি আপুনি ক'ত থাকে?" মই ক'লোঁ, "বেছিভাগ বোম্বেত।" "নাগালেণ্ডলৈ কেতিয়া আহিব?" মই নিশ্চয় আহিম বুলি কৈ শ্ৰীসুৰেন মেধিক সুধিলোঁ, শ্ৰীমহন্তৰ কথা। "এবাৰ নোযোৱা কাৰণত তেওঁ অসম এৰিব নোৱাৰি মোকে পঠাইছে" শ্ৰীমেধিয়ে ক'লে।

## কহিমাৰপৰা গুৱাহাটীলৈ

গম্ভীৰভাৱে প্ৰধান মন্ত্ৰীয়ে আলচ আৰম্ভ কৰিলে। এজন এজনকৈ বক্তাসকলে মনৰ কথা ক'লে। সকলোৰে বক্তৃতাত এটা সুৰেই ভাহি উঠিছিল— সেই ১৯৪৭ চনৰ স্বাধীনতাৰ ভাবমূৰ্ত্তি আজি কেনেকৈ কলঙ্কিত হৈছে, বিকৃত হৈছে। এই ৫০বছৰীয়া জয়ন্তীত নতুন প্ৰজন্মৰ আগত আমি তুলি ধৰিব লাগিব স্বাধীনতাৰ গভীৰত্ব, পবিত্ৰতা আৰু স্বাধীনতাৰ সৈতে জড়িত কৰ্ত্তব্যৰ কথা।

এবাৰ প্ৰধান মন্ত্ৰীয়ে ঘোষণা কৰিলে নাগালেণ্ডৰ মুখ্য মন্ত্ৰীয়ে দু-আষাৰ ক'ব লাগে। শ্ৰীজমিৰে বৰ ইতিবাচক বক্তৃতা এটি দিলে। এঠাইত ক'লে, "আগতে নাগালেণ্ড যেনে আছিল — তাৰ তুলনাত স্বাধীনতাৰ পাচত সেই নাগালেণ্ডৰ বহুতো উন্নতি হৈছে।" এই জয়ন্তীত আমাৰ নতুন প্ৰজন্মক কৈ দিব লাগিব, উদাহৰণ — কহিমাৰপৰা গুৱাহাটী পাবলৈ কত কষ্ট কৰিব লগা হৈছিল — তাহানি। আজিকালি কিন্তু মটৰেৰে কহিমাৰপৰা গুৱাহাটী পাবলৈ যাত্ৰা কৰিলে গম পাব উত্তৰ-পূৰ্ব্বাঞ্চলৰ সকলো ৰাজ্যৰে বহুতো উন্নতি হৈছে। তথাপি, তেওঁ ক'লে, "আমাৰ নোপোৱাৰ বেদনা বহুতো আছে ...। এই জয়ন্তীত বিভিন্নভাৱে ছেমিনাৰ পাতি এই নোপোৱাৰ বেদনাৰ কথা আলচ কৰিব লাগিব।"

## ভয়াবহ বৰ্ত্তমান

বিখ্যাত সমাজবাদী নেতা মোহন ধাৰিয়াৰ আঁচনিখন আমাৰ সকলোৰে বৰ ভাল লাগিল। তেওঁৰ মতে, ৪৯ বছৰত দেশৰ কিছু উন্নতি হৈছে যদিও প্ৰায় ৪০০ মিলিয়ন লোক নিৰক্ষৰ এতিয়াও। শতকৰা ৫০ ভাগ মানুহ দৰিদ্ৰ সীমাৰেখাৰ তলত। ৫০ ভাগ মাটি বেষ্টলেণ্ড। ... শতকৰা ৮০ জন খাদ্য সামগ্ৰীৰ চৰা দামৰ বাবে অসহায়। ১,৭৫,০০০ গাঁৱত খোৱা পানীৰ অভাৱ। ৮ম শ্ৰেণীতে পঢ়া-শুনা শেষ হয় ৮০% ছাত্ৰ-ছাত্ৰীৰ । ৫০% - এ. এছ. এছ. চি. পৰীক্ষাত অকৃতকাৰ্য্য হয়। পিচ পৰি থকা (আৰ্থ-সামাজিক ক্ষেত্ৰত) অঞ্চল থকা ৰাজ্যসমূহৰ সংখ্যা দিনে দিনে বাঢ়ি গৈছে। গণতন্ত্ৰৰ নামত, জাতিৰ নামত, ধৰ্ম্মনিৰপেক্ষ বিৰোধী শক্তিবোৰ আৰু শক্তিশালী হৈ আহিছে। দেশখনে আমাৰ দেশখনৰ স্বাধীনতা সংগ্ৰামৰ উজ্জ্বল বুৰঞ্জী পাহৰি গৈছে। —প্ৰত্যাহ্বানসমূহ বৰ বিপজ্জনক যদিও, এতিয়াও সময় আছে, এতিয়াও সম্ভাৱনা আছে ... আঁচনি কৰি আজিৰ নেশ্বনেল কনচেনচখনে আগ বাঢ়ি গ'লে নেশ্বনেল কনচাচনেছ আনিব পাৰিব — যদি এই জয়ন্তী সমগ্ৰ দেশতে আন্তৰিকতাৰে পালন কৰিব পাৰে...।"

# মোৰ দুআষাৰ

লাহে লাহে ঘড়ীৰ কাঁটা চাৰে বাৰটাত লাগিছে। দুপৰীয়া এটা বজাত লাঞ্চ ব্ৰেক হ'ব। এনেতে হঠাৎ শুনিলোঁ, প্ৰধান মন্ত্ৰীয়ে ঘোষণা কৰিছে ড° ভূপেন হাজৰিকাই দু-আষাৰ ক'ব লাগে। কথাটো অপ্ৰত্যাশিত যদিও মই ক'লোঁ। মই গীতে-মাতে মোৰ কথা যিখিনি ক'লোঁ, তাৰ সাৰাংশ আছিল এনেকুৱা— "শ্ৰদ্ধেয় বক্তাসকলে ইমান পৰে যিখিনি ক'লে, তাত আমাৰো অনুভূতি সোমাই আছে। মোৰ বন্ধু নাগালেণ্ডৰ মুখ্যমন্ত্ৰী শ্ৰীজমিৰৰ কথাৰ আঁত ধৰি নৰ্থ-ইষ্টৰ কথা অলপ ক'ব খুজিছোঁ চমুকৈ। নৰ্থ-ইষ্ট মহাভাৰতৰ মহা অঙ্গ আছিল, এতিয়াও আছে, সদায় থাকিব। ১৮২৬ চনৰ পিয়লি ফুকনৰপৰা ১৮৫৮-ৰ মণিৰাম দেৱানলৈ; কনকলতা, কুশল কোঁৱৰৰপৰা মদন ৰাউতালৈ — যিসকলে বুকুৰ তেজেৰে ত্যাগ স্বীকাৰ কৰিলে, ১৮২৬ চনৰপৰা ১৯৪৭-অৰ ১৫ আগষ্টলৈকে, তাক আজিৰ নতুন পুৰুষক জনাব লাগিব, এই জয়ন্তীত নগা পাহাৰৰ ৰাণী গাইদালুৰ কথা সোঁৱৰাই দিব লাগিব, আজিৰ জনজাতীয় নতুন পুৰুষক। বিপ্লৱী চিন্তাবিদ শঙ্কৰদেৱৰ মানৱতাবাদে তেতিয়াৰ অসমৰ জনগণক (মহাত্মা গান্ধীৰ আগতে) এক নৈতিক উদাৰতা দিছিল। সেই কথা সোঁৱৰাই দিব লাগিব। আজিৰ এই সভাই বিশ্লেষণ দিব লাগিব — কিয় আমাৰ ল'ৰাইতে চেতাৰ, গীটাৰ আৰু মৃদঙ্গ দলিয়াই এ. কে. ফৰটিছেভেন হাতত লৈছে? চ'ভিনিজম, অবহেলা আৰু ভৌগোলিক দূৰত্বৰ বাবেই নহয়নে? সেই খঙাল ডেকা- সকলৰ দৃষ্টি আকৰ্ষণ কৰিব লাগিব এই কথা কৈ যে তেওঁলোকৰ পূৰ্ব্বপুৰুষসকলেও নোপোৱাৰ বেদনা পোৱাৰ প্ৰাচুৰ্য্যত পৰিণত কৰিবলৈ, প্ৰথমে ভাৰতখন স্বাধীন কৰি ল'বলৈ, নানা ত্যাগেৰে, কোনোৱে অহিংসাৰে, কোনোৱে বিপ্লৱী পুৰুষত্বৰে (বিচ্ছিন্নতাবাদেৰে নহয়) সংগ্ৰাম কৰিও শ্বহীদ হৈছিল ... আৰু এতিয়া?" বুলি মাইক্ৰোফোনটো টানি আনি গালোঁ :

নৈতিকতা নষ্ট হুয়ি
মানৱতা ভ্ৰষ্ট হুয়ি
নিৰ্লজ্জ ভাবসে বহতী হো কিঁউ ?
উন্মাদ অৱনী কুৰুক্ষেত্ৰ বনি
গঙ্গে জনী নৱভাৰতমে
ভীষ্মৰূপী শত সমৰজয়ী
জনতি নহী হো কিঁউ?
ও গঙ্গা বহতী হো কিঁউ?'

আজিলৈ আহোঁ। পুনৰ মেৰী খ্ৰীষ্টমাছ আৰু হেপি নিউইয়েৰেৰে — ।

(অগ্ৰদূত : ১ জানুৱাৰী, ১৯৯৭)

❖❖❖

# প্ৰাক্‌নিৰ্ব্বাচনী চিন্তা

## চুৰ্ব্বাৰ বিৰুদ্ধেই উঠোঁ নেকি?

ভোট— প্ৰাৰ্থী কিনা-বেচাৰ যি খেল দেখিছোঁ, মোৰো মনে মনে এটা ইচ্ছা নোহোৱাকৈ থকা নাই দেই। শুনিছোঁ মণি চুৰ্ব্বাই আটাইতকৈ বেছি টকা দিয়ে। তেওঁ আকৌ মোৰ বন্ধু — নাওবৈচা আমাৰ দুয়োৰে সমষ্টি আছিল। নাজানো তেওঁ নাওবৈচা সমষ্টিটো সোণ-ৰূপেৰে সজাই পেলালে নেকি! পিচে, মই ভাবিছোঁ, তেওঁৰ বিপক্ষে — মানে তেওঁৰ প্ৰাৰ্থীৰ বিপক্ষে থিয় হৈ দিওঁ। এই সময়ত মোৰ মূল্যও কম নহ'ব নিশ্চয়। শেষত, মোৰ যিবোৰ আশা, যেনে ভাল কাম দুটামান কৰা, এখন ভাল চিনেমা কৰাৰ টকাকেইটা যদি দিয়ে — বহি দিম তেতিয়া। মোৰ ভোট মহাৰাষ্ট্ৰতো আছে, কলিকতাতো আছে। মই এইবাৰ গুৱাহাটীৰ চানমাৰিত ভোট দান কৰিম। মই বিহুত গোটেই অসমখন ভ্ৰমিলোঁ। ঘূৰি ফুৰোঁতে বহু হিংসাত্মক কাৰ্য্য দেখিলোঁ, মানুহে ভোট দিবলৈ যাওঁতে নিৰাপত্তাহীনতাত ভুগিলে বেয়া কথা হ'ব। গৃহমন্ত্ৰালয়ে এই ক্ষেত্ৰত ব্যৱস্থা ল'ব নোৱৰাটো ব্যৰ্থতা হ'ব। যদি ৰাইজ আৰু নিৰ্ব্বাচনৰ প্ৰাৰ্থীয়ে এই হিংসা-সন্ত্ৰাসক সজোৰে বাধা নিদিয়ে, তেতিয়া হ'লে আমি সন্ত্ৰাসবাদৰ ভৃত্য হ'ব লগা হ'ব। মূল্যবোধৰ পৰিবৰ্ত্তন কৰিব লাগিব। কাক কোনে মাৰি ভোট নিদিয়া কৰে — সেইবোৰ বিচাৰ কৰিব লাগে ৰাইজে। ৰাইজে মাৰ বান্ধিব লাগিব। এয়াই নিৰ্ব্বাচনৰ অশুভ শক্তিৰ বিৰুদ্ধে এইবাৰ হ'ব লাগে মুখ্য কথা। আকৌ কওঁ দেই কথা এটা, এই দলবোৰৰ নিৰ্ব্বাচনী যুঁজত কৰা যুঁজবোৰ দেখি মই ঈশ্বৰক খাটোঁ — 'প্ৰভু, এওঁলোক সকলোকে একেলগে জিকাই দিয়া....'

*(সাদিন: মে', ২০০১)*



# গীতেৰে যুদ্ধ কৰিবও পাৰি, জিকিবও পাৰি

মানুহৰ মনত এটা উদ্যম দেখি বৰ আশাবাদী হৈ উঠিছোঁ। সেয়া হৈছে সন্ত্ৰাসবাদবিৰোধী এটা দৃঢ় মনৰ প্ৰকাশ ঘটিছে। বিশ্বৰ মানুহ আজি একগোট হ'বলৈ আৰম্ভ কৰিছে হিংসা, সন্ত্ৰাসৰ বিৰুদ্ধে। মানুহৰ সমাজৰ বাবে কল্যাণকামী শুভ চিন্তা ইয়াতকৈ কি হ'ব পাৰে? মই ২০০২-ত একমাত্ৰ এটাই প্ৰত্যাশা কৰিম— ন-যুৱক-যুৱতীয়ে কৰ্ম্ম-সংস্কৃতিৰ আৰম্ভ কৰি দিয়ক। কৰ্ম্মৰ ক্ষেত্ৰত লাজ কৰিলে নহ'ব। চাকৰি নাই— নালাগে। ৰিক্সা চলাম, বাৰীৰ তামোল-পাণকেইটা বিক্ৰী কৰিবলৈও 'দালাল'ৰ সহায় নলওঁ, নিজে তামোল-পাণ লৈ গৈ বজাৰত বহিম— এয়াই হ'ল আমাৰ ২০০২-ৰ গৰ্ব্ব— আমি অসমীয়া, নহওঁ দুখীয়া বুলি সান্ত্বনা লভিলে নহ'ব। আকৌ কৈছোঁ এবাৰ। মই শ্ৰম কৰা যুৱক-যুৱতীৰ পক্ষত আছোঁ— শ্ৰমেহে— কৰ্ম্মহে আনিব জোৱাৰ। Development — গতি, তেতিয়াহে আহিব। স্বাৱলম্বী তেতিয়াহে হ'ম। কৰ্ম্মৰ আওপুৰণি অচল ধাৰণাবোৰ ভাঙি নতুন দিগন্ত ৰচিব লাগিব। আমাৰ দেশ, আমাৰ মাটি — আছে অফুৰন্ত উদ্যম — মই গীতেৰে সদায় যুদ্ধ কৰি গৈছোঁ, আৰু দেখিছোঁ গীতেৰে যুদ্ধও কৰিব পাৰি, জিকিবও পাৰি। আচলতে কি কৰিব নোৱাৰি! সকলো পাৰি, ইচ্ছা, উদ্যম আৰু সততাৰে জিকি যাব পাৰি। আমি জিকি যোৱাৰ প্ৰতিজ্ঞা কৰোঁ আহক —।

মোৰ কাম আৰু পৰিকল্পনাৰ তালিকাৰ জোখত বছৰৰ ৩৬৫ দিন বৰ কম — দিনটোৰ ২৪ ঘণ্টা বৰ কম সময়... এতিয়া কলিকতাত আছোঁ। বোম্বেৰপৰা অহা-যোৱা কৰিছোঁ। কলিকতালৈ এখন ছিৰিয়েলৰ কামত আহিছোঁ। খুব ইণ্টাৰেষ্টিং কাহিনী এটা পাইছোঁ। কল্পনা লাজমীয়ে পৰিচালনা কৰিব খোজা ২৬টা খণ্ডৰ ছিৰিয়েলখন হ'ব হিন্দীত। সঙ্গীত মোৰ। অন্যান্য বহু কামত মই সহায় কৰিব লাগিব। 'আলিপুৰ কলকাতা' নামৰ এই ছিৰিয়েলৰ কাহিনী পৈত্ৰিক বিশ্বাসৰ। ৫০-৬০ দশকৰ কলিকতাৰ পটভূমিত হ'ব এই সত্য কাহিনীৰ ৰূপ। প্ৰাক্‌স্বাধীনতা কালৰেপৰাই কলিকতাত বসবাস কৰি আহিছে ফ্ৰেন্স, পৰ্তুগীজ, চীনা, এংলো' ইণ্ডিয়ানসকল। তেনেকুৱা এজনী ফ্ৰেন্স ছোৱালীৰ প্ৰেমত পৰিছিল এজন বঙালী ব্ৰাহ্মণ যুৱক। দুয়োৰে প্ৰেম

মিলনৰ ফলত জন্ম হ'ল এজন এংল' ইণ্ডিয়ানৰ। আমাৰ কাহিনীকাৰ পেট্ৰিক বিশ্বাস সেই অমৰ প্ৰেমৰ সাক্ষী— অৰ্থাৎ ফ্ৰেন্স আৰু বঙালী ব্ৰাহ্মণৰ সন্তান। নিজৰ জীৱনৰ কাহিনীৰেই পেট্ৰিকে জীৱন্ত কাহিনী তৈয়াৰ কৰিছে ছিৰিয়েলৰ বাবে। সেই সময় আছিল 'নক্সাল আন্দোলন'ৰ যুগ। কানু স্যানালহঁতৰ যুগ। মই নিজেও সেই সময়ত আছিলোঁ কলিকতাত। বহু ঘটনাৰ, ইতিহাসৰ প্ৰত্যক্ষদৰ্শী আছিলোঁ মই। কমিউনিষ্ট বিপ্লৱ— নক্সালবাদ সেই সময়ৰ বহু ঘটনা আহিছে কাহিনীত। তাৰ মাজত এটা ৰোমাঞ্চকৰ প্ৰেম কি সংঘাতেৰে আগ বাঢ়িছিল— মই নিজে খুব থ্ৰীলড্ কাহিনী পঢ়িছোঁ। এতিয়া পঢ়া-শুনা, সঙ্গীতৰ কাম ইত্যাদি আৰম্ভ কৰি দিছোঁ। লগে লগেই সঙ্গীত-নাটক একাডেমীৰ কাম, মিটিং-অনুষ্ঠান— মূঠৰ ওপৰত উশাহ ল'বলৈ সময় নাই। ইয়াৰ মাজতে আকৌ যাম গুৱাহাটীলৈ অলপতে। কামৰ ফলাফল সময়ে বিচাৰ কৰি ৰিজাল্ট দি যাব। সংঘাত, তিতা-মিঠা সকলো মিলিয়েইতো জীৱন। মৌৰস সদায় নাপায়— নীলকণ্ঠ হোৱাৰ দীক্ষামন্ত্ৰও জীৱনৰপৰা ল'ব লাগিব।

অসমত ৰাজনৈতিক-সামাজিক-অৰ্থনৈতিক সকলো সংঘাতে ৰক্তাক্ত কৰি তুলি 'নীলকণ্ঠ' হোৱাৰ দীক্ষাই দিছে। কিন্তু তথাপিও আমি ক'ম— তথাপিতো হোৱা নাই ক্লান্ত— অভিজ্ঞতাই আমাক শিক্ষা দিছে —

Try to laugh away the worries of life.

'শীতৰ তুঁহজুই একুৰাৰ
উমি উমি জ্বলি থকা
ৰক্তিম যেন এটি উত্তাপ হওঁ
যেন এটি নিৰাপত্তা হওঁ।'

নিৰাপত্তাই হওক এই শুভ নৱবৰ্ষ আপোনাসবৰ।

(*সাদিন : ৪ জানুৱাৰী, ২০০২*)



# গুলী-বাৰুদৰ প্ৰদূষণমুক্ত হওক অসমৰ বায়ু-পানী-বতাহ

২০০৬ চন এক শান্তিৰ বছৰ হওক। এয়াই মোৰ একান্ত কামনা। বিদায়ী বছৰটোত আলফাই দিল্লীৰ স'তে আলোচনাৰ মেজত বহিছে। সকলো অসমবাসীয়ে এই শান্তিৰ প্ৰয়াসক আদৰণি জনাইছে। সকলোৱে আশা কৰিছে, ইয়াৰদ্বাৰা যেন অসমত হত্যাযজ্ঞ বন্ধ হয়। গুলী-বাৰুদৰ গোন্ধে সৃষ্টি কৰা প্ৰদূষণৰপৰা অসমৰ বায়ু-পানী- বতাহ যেন মুক্ত হয়। ৰাইজৰ এই আশা নতুন বছৰত পূৰণ হওক। আমি তাকেই একান্ত মনেৰে কামনা কৰোঁ। কেৱল আলফাৰ আলোচনাই নহয়, কাৰ্বি পাহাৰৰ প্ৰকৃতিও যেন নতুন বছৰত শান্তিৰ সাক্ষী হ'ব পাৰে। এই বছৰ যি ভ্ৰাতৃঘাতী সংঘৰ্ষৰ জুইত পাহাৰখন জ্বলি আছিল, এইবাৰ যেন তাত কাৰ্বি-ডিমাছা ভাই-ভনীসকলে একেলগে আহি শান্তিৰ পানী ছটিয়ায়।

নতুন বছৰত মোৰ বহু নতুন পৰিকল্পনা আছে। তাৎক্ষণিকভাৱে কৰিবলগীয়া কামৰ ভিতৰত আছে 'ব্ৰহ্মপুত্ৰ' নামৰ ২৬ খণ্ডৰ এখন সুদীৰ্ঘ তথ্যচিত্ৰ। অসমৰপৰা ছিকিমলৈ আঠখন ৰাজ্যৰ সাংস্কৃতিক আৰু ঐতিহাসিক বিষয়বস্তুৰ ওপৰত এই তথ্যচিত্ৰখন নিৰ্মাণ হ'ব। এতিয়া মই তাৰেই কামত লাগি আছোঁ। তাৰ বাবে সোনকালেই অসমলৈ যাম। অসমৰপৰা ছিকিমলৈ দুমাহ ঘূৰিয়েই ঘূৰিম। আৰু এটা কথা — নতুন বছৰত মই এটা প্ৰস্তাৱ লৈছোঁ— সমালোচনাক সদায় ইতিবাচক হিচাপে ল'ব লাগে। অসমবাসী ৰাইজলৈ নৱবৰ্ষ উপলক্ষে এখন সৰু চিঠিও লিখিছোঁ—

'ৰাইজে নকৰা অৰ্থহীন
'বন্ধ' বন্ধ হওক। কাৰ্বি
আংলঙৰ আত্ৰকে দেশলৈ
ডলাৰ কঢ়িয়াওক। ভ্ৰাতৃঘাতী
ৰাজনীতিৰ হওক অৱসান
প্ৰোৰ্জ্জ্বল দৃষ্টি ৰাখি, কৰা
শান্তিৰ অভিযান।
দুহেজাৰ ছয়ত হওক
অসম জ্যোতিষ্মান।'

(দৈনিক অগ্ৰদূত : ১ জানুৱাৰী, ২০০৬)



# উৰুকাৰ পণ ছন্দবিহীন বন্ধ, বন্ধ

আজি, 'বন্দো কি ছন্দেৰে'.... আমাৰ ল'ৰাকালত গাইছিলোঁ 'ছন্দ বিচাৰি'।

এইবাৰ মাঘ বিহুৰ বতৰত উদ্যোগনগৰ নামৰূপলৈ আমন্ত্ৰণ কৰিছিল আমাক। সাত জানুৱাৰীৰ নিশাটোত ডেৰঘণ্টা মোৰ গীত-মাত আঁকোৱালি ল'লে হেজাৰ হেজাৰ মানুহে। চাৰি দিনৰ বাবে মোক মাতিছিল, আহি দেখোঁ তিনি দিনেই 'বন্ধ'।

প্ৰতিবাদ, দাবী সাব্যস্ত কৰাৰ একমাত্ৰ পন্থা বন্ধেই নেকি? অন্য শান্তিপূৰ্ণ অস্ত্ৰ ব্যৱহাৰ কৰিব নোৱাৰিনে?

ছন্দবিহীন বন্ধই অসমৰ অগ্ৰগতিক বাধা দিয়া নাইনে?

১৯৫৭ চনত এন্ধাৰ এন্ধাৰ বাটেৰে, হাতীয়ে গচকা হাবিৰে ' কানুগা চাহাবৰ জীপত উঠি গীত গাই ফুৰিছিলোঁ DIG-BOY ডিগবয়, খান্দ্ পোৱালি খান্দ্ — তাতো এটা ছন্দ আছিল।

মাঘৰ বিহুৰ মেজিৰ অগনিত শপত খাই ৰাইজে কৰ্ম্ম-সংস্কৃতি গঢ়ি তুলিবলৈ টঙালি বান্ধি ল'লে ভাল নহ'বনে? দৈনিক হাজিৰা কৰি পেটৰ ভাত মোকলোৱা মানুহজনলৈ কোনোবাই ভাবিছেনে? পুনশ্চ : উৰুকাৰ পণ হওক ছন্দবিহীন বন্ধ বন্ধ।

মোৰ দৃষ্টিত অসমত আৰু এটা বন্ধ হ'ব পাৰে : শ্মশান বন্ধ।

(*দৈনিক অগ্ৰদূত : ১৩ জানুৱাৰী, ২০০৬*)

